# মজিন্দাৰ বৰুৱা ৰচনাৱলী

(দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা প্ৰণীত ৰচনাৰ সংকলন)




সংকলয়িতা-সম্পাদক

**যোগেন্দ্ৰনাৰায়ণ ভূঞা**



অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন ০ যোৰহাট

MAJINDAR BARUAH RACHANAWALEE : A compilation of the works of Late Durgaprasad Majindar Baruah ; compiled and edited by J. Narayan Bhuyan, and Published by Amal Rajkhowa, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat—1, Assam, 1988. Price : Rs 60/- only.

প্ৰকাশক

শ্ৰীঅমল ৰাজখোৱা

প্ৰধান সম্পাদক

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট-৭৮৫০০১

গ্ৰন্থস্বত্ব

অসম সাহিত্য সভা

মূল্য

ষাঠি টকা

প্ৰথম প্ৰকাশ

জুলাই, ১৯৮৮

বেটুপাত

দি হেটাহ্ঁ, যোৰহাট

মুদ্ৰক

পুথিঘৰ আৰু পুথিঘৰ প্ৰেছ

চাকাপট্টি

নগাঁও-৭৮২০০১



# মফিজুদ্দিন বকুরা ৰচনাৱলী

## সূচীপত্ৰ

উজু কবিতা

## দ্বিতীয় খণ্ড

# প্ৰধান সম্পাদকৰ নিবেদন

উনবিংশ শতিকাৰ অষ্টম দশকৰ আৰম্ভণিতে জন্ম গ্ৰহণ কৰি অসমীয়া সাহিত্য তথা জাতীয় জীৱনলৈ মহৎ অৱদান আগবঢ়াওঁতা এগৰাকী সাহিত্যিক হ'ল দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা (১৮৭০-১৯২৮)। শিৱসাগৰ জিলাত জন্ম গ্ৰহণ কৰা দুৰ্গাপ্ৰসাদে স্বাধীন ব্যৱসায় আৰু সাহিত্য-চৰ্চাৰ মাজেদি নিজকে প্ৰতিষ্ঠা কৰিছিল।

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ সাৰ্থক অৱদান হ'ল বাস্তৱ-ধৰ্মী ধেমেলীয়া নাটৰ সৃষ্টি। আধুনিক অসমীয়া নাট্যকাৰসকলৰ ভিতৰত দুৰ্গাপ্ৰসাদ হ'ল তৃতীয় নাট্যকাৰ, আৰু বাস্তৱ-ধৰ্মী ধেমেলীয়া নাটক লেখোঁতা হিচাপে দ্বিতীয়জন। 'মহৰী' নাট্যকাৰৰ শ্ৰেষ্ঠ অৱদান। তদুপৰি 'বৃষকেতু', 'গুৰু-দক্ষিণা', 'নিগ্ৰো', আৰু যুগ্মভাৱে ৰচনা কৰা 'কলিযুগ' নাটৰ বাহিৰেও মজিন্দাৰ বৰুৱা এগৰাকী শিশু সাহিত্য প্ৰণেতাও। 'ন'ৰা-কবিতা', 'জ্ঞান-মঞ্জৰি' 'উজু কবিতা', 'ফুল' আদি তেখেতৰ অন্যতম অৱদান। অসমীয়া সাহিত্যলৈ মৌলিক অৱদান আগবঢ়োৱা প্ৰতিভাৰ পৰিচয় দিয়া বাবে অসম সাহিত্য সভাই যোৱা ১৯৭০ চনত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উৎসৱ পালন কৰিছিল।

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ ৰচনাৱলী প্ৰকাশৰ বাবে সভাৰ ১৯৮৬-৮৭ বছৰৰ কাৰ্য্যনিৰ্বাহক সমিতিয়ে সিদ্ধান্ত গ্ৰহণ কৰিছিল। এই ক্ষেত্ৰত সেই সময়ৰ সভাপতি শ্ৰীবীৰেন বৰকটকীদেৱে ৰচনাৱলী প্ৰকাশৰ বাবে আমাক যথেষ্ট উৎসাহ দিছিল। ১৯৮৬-৮৭ চনৰ কাৰ্য্যনিৰ্বাহক সমিতিয়ে ৰচনাৱলী সংকলন আৰু সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰে অধ্যাপক শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞাক। অধ্যাপক ভূঞাই আমাৰ অনুৰোধৰ ইতিবাচক সঁহাৰি দি ৰচনাৱলীখনৰ সংকলন আৰু সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰে। অধ্যাপক ভূঞাই বহু পৰিশ্ৰম কৰিও মজিন্দাৰ বৰুৱাৰ 'ফুল', 'নিগ্ৰো'ৰ সম্পূৰ্ণ পাঠ আৰু 'বৃষকেতু'ৰ আধা অংশ সংগ্ৰহ কৰিব নোৱাৰিলে। সভাৰ পক্ষৰ পৰা আমি বাতৰি কাকতৰ যোগে প্ৰচাৰ কৰিও, লণ্ডন পৰ্য্যন্ত বিচাৰ কৰিও দুষ্প্ৰাপ্য নিগ্ৰোকে ধৰি উক্ত তিনিখন পুথি সংগ্ৰহ কৰিব নোৱাৰিলোঁ। ৰচনাৱলীখনে সোনকালে প্ৰকাশৰ মুখ দেখক বুলি

প্ৰকাশ কৰা হ'ল। যদি কোনো লোকে উপৰোক্ত তিনিখন পুথি আমাক দিব পাৰে, তেতিয়াহলে দ্বিতীয় সংস্কৰণত বা সুকীয়াকৈ হলেও প্ৰকাশৰ ব্যৱস্থা লোৱা হ'ব। অধ্যাপক ভূঞাৰ পৰিশ্ৰমৰ ফলত এই ৰচনাৱলী প্ৰকাশ কৰাটো সম্ভৱ হ'ল। ৰচনাৱলী প্ৰকাশৰ বাবে সমস্ত আৰ্থিক সাহায্য আগবঢ়ালে ঁমজিন্দাৰ বৰুৱাৰ সুযোগ্য পুত্ৰ শ্ৰীদেৱীপ্ৰসাদ মজিন্দাৰ বৰুৱাই। অসম সাহিত্য সভাৰ পক্ষৰ পৰা অধ্যাপক শ্ৰীভূঞা আৰু শ্ৰীদেৱী প্ৰসাদ মজিন্দাৰ বৰুৱালৈ আন্তৰিক শলাগ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। গ্ৰন্থখনি ছপাইছে নগাঁৱৰ পুথিঘৰ প্ৰেছে। ছপাশালৰ স্বত্বাধিকাৰী আৰু কৰ্মচাৰীসকলৰো এই সুযোগতে শলাগ ললোঁ। বেটুপাতৰ ছবি অংকণ কৰোঁতা যোৰহাটৰ 'দি হেটাৰ্ছ'লৈকো শলাগ জনালোঁ।

আজি কেইবাটিও দশকৰ আগতে আধুনিক বাস্তৱ-ধৰ্মী নাটৰ পাতনি মেলা, শিশু-সাহিত্যৰ ক্ষেত্ৰত অৰিহণা যোগোৱা দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ ৰচনাৱলীয়ে অনুসন্ধিৎসু সমাজৰ দৃষ্টি আকৰ্ষণ কৰিব বুলি আমি আশা কৰিলোঁ। আশা কৰোঁ, ৰচনাৱলীখনিয়ে পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰিব।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১২।২।৮৮

শ্ৰীঅমল ৰাজখোৱা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
যোৰহাট—৭৮৫ ০০১

# ভূমিকা

অসমত তেতিয়া ব্ৰিটিছ ৰাজত্বৰ পূৰ্ণ পয়োভৰ। বংগৰ পৰা কাটি অসম তেতিয়াও পৃথক চীফ কমিছনাৰৰ অধীনলৈ অহা নাই। অসমৰ স্কুল-আদালতৰ পৰা বঙলা ভাষা অপসৃত হৈ তাৰ ঠাইত অসমীয়া ভাষা যদিও তেতিয়া পুনৰ সংস্থাপিত হবলৈ বাকী, অসমত বঙলা ভাষাৰ ৰাজত্বও পিছে তেতিয়া নিৰংকুশ নহয়। আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যুৰ পাছত অসমৰ জাতীয় জীৱনৰ তেতিয়া প্ৰায় কাণ্ডাৰীবিহীন অৱস্থা। অসমীয়া ভাষা-সাহিত্যত তেতিয়াও হেমচন্দ্ৰ-গুণাভিৰামৰ যুগ আৰম্ভ হোৱা নাই। পোনৰজন জুডিচিয়েল কমিছনাৰৰ কাৰ্যালয়ত, আৰু পিছৰজন 'চব-এছিষ্টেণ্ট কমিছনাৰ'ৰ পদত চৰকাৰী দায়িত্ব পালনত ব্যাপৃত। অসমৰ বৌদ্ধিক ক্ষেত্ৰৰ নেতৃত্ব তেতিয়া বেপ্টিষ্ট মিছনেৰীসকলৰ হাততে আৰু অৰুনোদই কাকতৰ পাততে। গুণাভিৰাম বৰুৱাৰ বিধৱা-বিবাহ সমৰ্থক 'ৰাম-নৱমী' নাটকৰ প্ৰকাশত আৰু গুণাভিৰামে নিজে বিধৱা বিষ্ণুপ্ৰিয়া দেৱীক কৰোৱা বিবাহৰ সংবাদত অসমৰ সমাজ-জীৱনে তেতিয়া দবক লৈছে। তেনে এক "পতন-অভ্যুদয়-বন্ধুৰ" অৱস্থাৰ মাজতে জন্ম হৈছিল আধুনিক অসমীয়া ভাষা-সাহিত্যৰ এগৰাকী একনিষ্ঠ সেৱক আৰু সাধক, কবি আৰু নাট্যকাৰ, সমাজ আৰু মানৱ-দেহৰ স্বাস্থ্য-চিন্তক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ।

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ জন্ম-চন আৰু জন্ম-স্থান সম্পৰ্কত মত-পাৰ্থক্য আছে। জীৱনীকাৰ ড° নন্দ তালুকদাৰে ১৮৬৪ খ্ৰীষ্টাব্দত "শিৱসাগৰ জিলাৰ বেতবাৰীৰ গুকান পুখুৰীত"[১], ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে ১৮৬৫ খ্ৰীষ্টাব্দত নগবাৰীৰ ওচৰত[২], আৰু দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ নিজৰ কন্যা শশীপ্ৰভা দত্তই ১৮৬৭ খ্ৰীষ্টাব্দত গুৱাহাটীত[৩] দুৰ্গাপ্ৰসাদৰ জন্ম হোৱাৰ কথা কৈছে। কিন্তু কোনো এগৰাকীয়েই এই ক্ষেত্ৰত নিজা যুক্তি বা প্ৰামাণিকতা দাঙি ধৰা নাই। অসমীয়া সাহিত্যৰ বুৰঞ্জী লেখক ডিম্বেশ্বৰ নেওগে দুৰ্গাপ্ৰসাদ

---

১. 'কবি নাট্যকাৰ মজিন্দাৰ বৰুৱা', অসম বাণী, ১১ ডিচেম্বৰ, ১৯৭০।

২. Encyclopaedia of Indian Literature, Sahitya Academy, vol. 1, p. 396.

৩. 'স্বৰ্গীয় দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা', দৈনিক অসম, ৩০ ডিচেম্বৰ, ১৯৭০।

মজিন্দাৰ বৰুৱাৰ জীৱন-কাল খ্ৰীষ্টীয় "১৮৭০-১৯২৮" বুলি দেখুৱাইছে, আৰু "শিৱসাগৰ নগৰৰ ওচৰৰ শুকানপুখুৰীত জন্মে" বুলি কৈছে[৪]। ড° সত্যেন্দ্ৰনাথ শৰ্মাই দেখুওৱা মতেও জন্ম ১৮৭০ খ্ৰীষ্টাব্দত আৰু "ঘৰ শিৱসাগৰত।"[৫] ড° হৰিচন্দ্ৰ ভট্টাচাৰ্যই জন্ম-চনটোহে দেখুৱাইছে ১৮৭০ বুলি।[৬] দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাই নিজে এই বিষয়ে কোনো ধৰণৰ সংবাদ দি থৈ নোযোৱা বাবেই এনে মত-বিভিন্নতা। অসম সাহিত্য সভাই ১৯৭০ খ্ৰীষ্টাব্দত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন কৰা কথাই অৱশ্যে জন্ম-কাল সম্পৰ্কত ডিম্বেশ্বৰ নেওগ প্ৰমুখ্যে অসমীয়া সাহিত্যৰ ঐতিহাসিক কেইগৰাকীমানৰ মতকে স্বীকাৰ কৰি লোৱাটো সূচাইছে। অসম সাহিত্য সভাই উল্লিখিত বছৰৰ কাৰ্যনিৰ্বাহক সমিতিৰ তৃতীয় অধিৱেশনত সিদ্ধান্ত গ্ৰহণ কৰিছিল ১৯ ডিচেম্বৰত কবি-নাট্যকাৰ দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ স্মৃতিত তৰ্পণ কৰিবলৈ।

দুৰ্গাপ্ৰসাদৰ উপৰি পুৰুষ শ্ৰীপতি মজিন্দাৰ বৰুৱা বুলি, আৰু ঊৰ্দ্ধতন চতুৰ্থ পুৰুষ গোবৰ্দ্ধন বুলি জানিব পৰা গৈছে। গোবৰ্দ্ধনৰ পুত্ৰ খগেশ্বৰ। খগেশ্বৰৰ বসতি আছিল অবিভক্ত কামৰূপ জিলাৰ ধৰ্মপুৰ মৌজাত। খগেশ্বৰৰ পুত্ৰ নৰোত্তম। নৰোত্তমৰো জন্ম হৈছিল ধৰ্মপুৰ মৌজাৰ নদলা গাঁৱত ১৭৪২ শক ( ১৮২০ খ্ৰীষ্টাব্দ )ত। পঢ়া-শুনাত বোলে নৰোত্তমৰ লেশমানো আগ্ৰহ নাছিল। স্বভাৱো আছিল টটাটিঙা। ১৩।১৪ বছৰ বয়সত পিতৃ-মাতৃক এৰি ঘৰৰ পৰা নৰোত্তম নিৰুদ্দেশ হ'ল। নিৰুদ্দিষ্ট অৱস্থাত কোনোবা বেপাৰীৰ লগ লাগি গুৱাহাটী আৰু তাৰ পৰা উজনি অসম পালেহি। একাধিক বেপাৰীৰ লগত কিছুদিন উজনিত থাকি নৰোত্তমে নিজাকৈ নাও এখন মচি নাৱেৰে ব্যৱসায় কৰিবলৈ ধৰিলে। অশেষ যত্নৰ ফলত সৌভাগ্যই লাগ দিয়াত কালক্ৰমত নৰোত্তম পাঁচ-ছখন হোলোং নাৱৰ গৰাকী হ'ল। ব্যৱসায় চলিল গোলাঘাটৰ পৰা কপাহ নি গোৱালপাৰাত বিক্ৰী কৰাৰ, আৰু

---

৪. অসমীয়া সাহিত্যৰ বুৰঞ্জী, ৪ৰ্থ সংস্কৰণ, পৃ. ৬৬৪।

৫. অসমীয়া সাহিত্যৰ ইতিবৃত্ত, ১ম প্ৰকাশ, পৃ. ২৩০।

৬. Origin and Development of the Assamese Drama and the Stage, 1964, p. 105.

গোৱালপাৰাৰ পৰা অন্যান্য সামগ্ৰী আনি উজনিত বিক্ৰী কৰাৰ[৭]। গোলাঘাটতে নৰোত্তমৰ ব্যৱসায়ৰ প্ৰতিষ্ঠা হ'ল। দোকান পাতিলে কেইবাখনো। গোলাঘাট-ডিব্ৰুগড়ৰ মাজত তেওঁ চাউলৰ ব্যৱসায় কৰিলে প্ৰধানকৈ। লক্ষ্মীয়ে নৰোত্তমক আদৰিলে। নৰোত্তমৰ প্ৰায় ২৭।২৮ বছৰমান বয়সত গোলাঘাটৰ কেইগৰাকীমান বিশিষ্ট ব্যক্তিৰ উদ্যোগত অনৈক পৰশুৰাম ভূঞাৰ জ্যেষ্ঠা কন্যা কুসুম (নামান্তৰ অনসূয়া)ৰ লগত নৰোত্তমৰ বিয়া হ'ল। নৰোত্তম-কুসুমৰ সন্তান-সকলৰ প্ৰথমৰ পৰা একাদিক্ৰমে আঠটি পুত্ৰ আৰু এটি কন্যা। শৈশৱতে তৃতীয়, চতুৰ্থ আৰু পঞ্চমটি পুত্ৰৰ মৃত্যু ঘটিল। বাকি থাকিল প্ৰথম, দ্বিতীয়, ষষ্ঠ, সপ্তম আৰু অষ্টম পুত্ৰ সন্তানৰ সৈতে কন্যা সন্তানটি। আনুমানিক ১৮৮৯।৯০ খ্ৰীষ্টাব্দত "ঘৰ চম্ভালিব পৰা উপযুক্ত পিতেকৰ ওপৰত নিজৰ ভাৰ দি, প্ৰিয়তমা পত্নীৰ বুকত ৫টি পুত্ৰ আৰু এটি কন্যা সন্তান থৈ সিহঁতক সুখৰ অৱস্থাত থকা চাই" নৰোত্তমে এই সংসাৰৰ পৰা বিদায় ললে। এই সমস্ত সংবাদ গংগাৰাম চৌধুৰী প্ৰণীত 'সংক্ষিপ্ত নৰোত্তম চৰিত' পুথিয়ে দিছে।[৮]

'সংক্ষিপ্ত নৰোত্তম চৰিত' মতে আঠাইকেইটি সন্তানেৰে সৈতে নৰোত্তম-কুসুম গোলাঘাটত থকা কালতেই তেওঁলোকৰ জীৱনক বিপদৰ ধুমুহাই বাককৈয়ে জোকাৰিছিল। চতুৰ্থ আৰু পঞ্চম পুত্ৰ দুটি জহনীত পৰি চুকাল, বৰজন পুতেক "কেইবাজনো মানুহৰ পৰা বাপেকৰ নামে খত দি মাটি-বাৰী বন্ধক থৈ, কিছুমান ধন লৈ" ঘৰৰ পৰা পলাল; তৃতীয়টি পুত্ৰও লগতে গ'ল। দুবছৰ মানৰ পাছত গুৱাহাটীতে তৃতীয়টি পুত্ৰৰ মৃত্যু হ'ল। বণিজৰ নাও বুৰিল, ঘৰত জুই লাগিল। মনৰ দুখত নৰোত্তম "কিছুমান দিন

---

৭. জন্ ডব্লু. হাণ্টাৰৰ 'এ ষ্টেটিষ্টিকেল একাউণ্ট অফ আছাম' গ্ৰন্থত আছে: "At the Sub-divisonal town of Golaghat on the Dhoneswari, river-trade to some little extent is carried on with the Nagas, who bring down cotton and vegetables, which they barter for salt, fish, poultry, cows, goats etc. Rice and paddy are exported by river from Golaghat, and piece-goods and copper are imported."
—Second Reprint. vol. I, p. 229-230.

৮. দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ 'গুৰু-দক্ষিণা' (১ম ভাঙৰণ)ৰ ওপৰৰি অংশ, পৃ. ০-৮।

চন্দৰৰ দৰে জঁকতে আছিল।''[৯] মুঠতে, নৰোত্তমৰ ভাগ্য-বিপৰ্য্যয়ৰ এই সমগ্র প্রক্রিয়াটো সম্পূর্ণ হৈছিল গোলাঘাটতে। নৰোত্তম-চৰিতত নাই; কিন্তু মজিন্দাৰ বৰুৱাৰ বংশধৰসকলৰ পৰা সম্প্রতি জানিব পৰা মতে নৰোত্তমে পত্নীৰ বুকুত থৈ যোৱা সন্তানকেইটিৰ নাম যথাক্রমে মণিৰাম, দয়াৰাম, দুর্গাপ্রসাদ, কামেশ্বৰ আৰু মুক্তাৰাম। সর্বকনিষ্ঠা আৰু একমাত্র কন্যা সন্তানটি হ'ল হেমপ্রভা (আইটী)। নৰোত্তমৰ পুত্র দুর্গাপ্রসাদৰ জন্মস্থান সম্পৰ্কত গংগাৰাম চৌধুৰীৰ গোটেইটো বর্ণনাত শুকানপুখুৰী বা শিৱসাগৰৰ নামটো পৰ্য্যন্ত উল্লেখ কৰা হোৱা নাই। গতিকে গংগাৰাম চৌধুৰীৰ বিবৰণৰ গইনা লৈ আমি কওঁ যে গোলাঘাটহে দুর্গাপ্রসাদৰ জন্মভূমি; নলবাৰী, গুৱাহাটী বা শুকানপুখুৰী (শিৱসাগৰ)ত দুর্গাপ্রসাদ মজিন্দাৰ বৰুৱাৰ জন্ম হৈছিল বুলি বিভিন্ন লেখক-ঐতিহাসিকে কোৱা কথাৰ সত্যতা নাই।

গংগাৰাম চৌধুৰীৰ বর্ণনা আমাৰ বোধেৰে বেছি নির্ভৰযোগ্য এইবোৰ কাৰণতে যে, (১) গংগাৰাম চৌধুৰীয়ে নিজে লিখি থৈ যোৱা মতে দুর্গাপ্রসাদৰ পিতৃ নৰোত্তম মজিন্দাৰ বৰুৱা তেখেতৰ ককাদেউতাক; তেখেত নৰোত্তমৰ "ঘৰৰ জীয়ৰীৰ ফালৰ নাতিনীয়েক''[১০]। (২) চৌধুৰী দুর্গাপ্রসাদ মজিন্দাৰ বৰুৱাৰ 'গুৰু-দক্ষিণা' নাটকৰ প্রকাশক। দুর্গাপ্রসাদে ২৫.৩.১৯০০ তাৰিখে দিয়া অনুমতি ক্রমেই চৌধুৰীয়ে ১.১.১৯০১ তাৰিখে নাটকখন প্রকাশ কৰিছে, আৰু নাটকখনৰ "শেহত ওপৰঞ্চিকৈ'' 'নৰোত্তম চৰিত' ছপাই উলিয়াইছে। নৰোত্তমৰ পুতেক দুর্গাপ্রসাদে পঢ়ি নোচোৱাকৈ নিশ্চয় সেই বিবৰণ তাত সন্নিবেশ কৰিবলৈ দিয়া নাই। গতিকে নৰোত্তমৰ চৰিতত দুর্গাপ্রসাদৰ অনুমোদন নিশ্চয় আছিল। এনেকুৱাও হ'ব পাৰে যে পিতৃ নৰোত্তমৰ বিষয়ে দুর্গাপ্রসাদে নিজেও বহুখিনি সংবাদ গংগাৰাম চৌধুৰীক যোগান ধৰিছিল। সেই দিশৰ পৰা কৰা বিবেচনা মতে গংগাৰাম চৌধুৰীৰ বিবৰণ অভ্রান্ত নহলেও নিশ্চয় গ্রহণযোগ্য। (৩) দুর্গাপ্রসাদৰ জীৱন সম্পৰ্কে সম্ভেদ দিয়া যিসকল ব্যক্তিৰ নাম আমি পূর্বে উল্লেখ কৰি আহিছোঁ, সেইসকলৰ একমাত্র...

৯, ঐ পৃ ৬-৭।

১০. "পূজ্যতম ৺নৰোত্তম মজিন্দাৰ বৰুৱা মোৰ মাননীয় ককাদেউতা হয়। মই তেখেতৰ ঘৰৰ জীয়ৰীৰ ফালৰ নাতিনীয়েক হওঁ। সেই সম্বন্ধত গ্রন্থকাৰ ('গুৰু-দক্ষিণা'ৰ লেখক)ৰ মই ভাতিজাক" ।
— গুৰুদক্ষিণা, ১ম তাঙৰণ, প্রকাশকৰ মন্তব্য, পৃ. ৺—।.।

(শশীপ্ৰভা দত্ত) ৰ বাহিৰে আটাইসকলেই দুৰ্গাপ্ৰসাদক দেখিছে বা জানিছে দূৰৰ পৰাহে। নিজৰ জীয়েকগৰাকীৰ লেখাও পিতৃ দুৰ্গাপ্ৰসাদৰ মৰণোত্তৰ কালৰহে।

পিছে, জন্মভূমি নহলেও শিৱসাগৰৰ শুকানপুখুৰী দুৰ্গাপ্ৰসাদৰ যৌৱনৰ ক্ৰীড়াভূমি, প্ৰায় সমগ্ৰ জীৱনৰ কৰ্মভূমি। শুকানপুখুৰীলৈ দুৰ্গাপ্ৰসাদহঁত কেতিয়া কেনেকৈ আহিল, আন বহুতো বিষয়ত থকা দৰেই সেই বিষয়তো গংগাৰাম চৌধুৰী নিমাত। নৰোত্তমৰ মৃত্যু গোলাঘাটতে হৈছিল নেকি, সেই কথাও খাটাংভাৱে গংগাৰাম চৌধুৰীয়ে কোৱা নাই। অনুমানৰ ওপৰত নিৰ্ভৰ কৰাৰ বাহিৰে আমাৰো গত্যন্তৰ নাই। কিন্তু চৌধুৰীৰ বৰ্ণনাত শুকানপুখুৰীৰ কোনো উল্লেখ নথকাৰ পৰা গোলাঘাটতেই নৰোত্তমৰ মৃত্যু হোৱা বুলি কোৱাত অসুবিধা নাথাকে।

এটা কথা পিছে চৌধুৰীয়ে নিশ্চিতভাৱে কৈ গৈছে যে বৰপুত্ৰ মণিৰাম প্ৰকৃত অৰ্থত ডাঙৰ হৈ ঘৰৰ ল'ৰা ঘৰলৈ উভতি অহাৰ পাছতহে নৰোত্তমৰ মৃত্যু ঘটিছিল। তেওঁ কৈছেঃ "যি বৰ পিতেকে সৰ্বনাশ কৰি সকলোকে বিপদ-সাগৰৰ মাজত অৱলম্বনহীন কৰি পেলাই থৈ গৈছিল, তেৱেঁই নিজৰ মূৰত সমুদয় ঘৰুৱা ভাৰ লৈ অৰ্থ উপাৰ্জন কৰি লাহে লাহে অৱস্থা উন্নত কৰিবলৈ ধৰিলে।"[১১]

মণিৰামে ঘৰৰ অৱস্থা উন্নত কৰিছিল ডোমৰ দলং বাগিচাত ডাক্তৰ নিযুক্ত হৈ। ঊনবিংশ শতিকাৰ শেহৰটো দশকৰ আৰম্ভণিতে গোলাঘাটৰ পৰা মণিৰাম মাক-ভনীয়েক-ভায়েকহঁতক লৈ শিৱসাগৰৰ বাবুপট্টিলৈ উঠি আহে বুলিব পাৰি। তাৰ পৰাহে পৰিয়ালটো শুকান পুখুৰীলৈ যায়। তাতেই মণিৰামে অৱস্থাৰ আমূল পৰিবৰ্তন ঘটালে। বেণুধৰ শৰ্মাই কোৱা মতে, মণিৰাম আছিল চিংলো কোম্পানীৰ ডাক্তৰ। মণি ডাক্তৰৰ বোলে মাটি-বাৰী সম্পত্তি বহুত। শুকানপুখুৰী, বেতবাৰীত হেনো মণি ডাক্তৰেই আটাইতকৈ সৰহ খাজানা দিছিল।[১২]

গংগাৰাম চৌধুৰীয়ে নৰোত্তমৰ মণিৰাম আদি কেইবাজনো পুত্ৰৰ কিছু কিছু সংবাদ দি গৈছে, কিন্তু দুৰ্গাপ্ৰসাদৰ কোনো সংবাদ, বিশেষকৈ ছাত্ৰ-জীৱনৰ, চৌধুৰীৰ লেখাত পাবলৈ নাই। নন্দ তালুকদাৰৰ মতে, দুৰ্গাপ্ৰসাদে হাইস্কুলীয়া শিক্ষা লাভ কৰিছিল

১১. সংক্ষিপ্ত নৰোত্তম চৰিত, পৃ, ৮ ।
১২. বেণুধৰ শৰ্মা ৰচনাৱলী. ১ম খণ্ড, পৃ, ১৬৪ ।

যোৰহাটত, আৰু "শিক্ষা হাইস্কুলৰ চাৰিসীমাতে আবদ্ধ"।[১৩] কিন্তু শিৱসাগৰৰ মজিন্দাৰ বৰুৱা পৰিয়ালৰ পৰা সম্প্ৰতি আমি জনা মতে যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ দুৰ্গাপ্ৰসাদে কলিকতাত কলেজীয়া শিক্ষা (এফ. এ.) লাভ কৰিবলৈ গৈছিল। যোৰহাট চৰকাৰী হাইস্কুলত তেওঁৰ সহপাঠী সকলৰ অন্যতম আছিল চন্দ্ৰধৰ বৰুৱা। "তেওঁ যোৰহাটৰ গৱৰ্ণমেণ্ট হাইস্কুলত এই লিখকে সৈতে তৃতীয় শ্ৰেণীৰে পৰা একে লগে পঢ়িছিল" বুলি চন্দ্ৰধৰ বৰুৱাই উল্লেখ কৰি গৈছে।[১৩ক.] চন্দ্ৰধৰ বৰুৱা এণ্ট্ৰেন্স মহলাত উত্তীৰ্ণ হৈছিল ১৮৯২ খ্ৰীষ্টাব্দত। গোলাঘাটত ঘটা পাৰিবাৰিক দুৰ্যোগৰ বাবেই হয়তোবা দুৰ্গা-প্ৰসাদে আপেক্ষিকভাৱে বহু পলমকৈ হাইস্কুলীয়া শিক্ষা আৰম্ভ কৰিব লগীয়া হয়, আৰু একুৰি দুবছৰমান বয়সতহে তেওঁ এণ্ট্ৰেন্স মহলাত উত্তীৰ্ণ হোৱাৰ সুযোগ পায়। কলিকতাত সৰস্বতীতকৈ লক্ষ্মীৰ প্ৰতি আকৰ্ষণ বেছি হোৱা হেতুকে পঢ়া এৰি দুৰ্গাপ্ৰসাদ ব্যৱসায়ত লাগে। তেওঁ কলিকতাত শিক্ষা লাভ কৰা বিষয়টোৱে বেণুধৰ শৰ্মাৰ লেখাৰ পৰাও প্ৰতীতিযোগ্যতা অৰ্জন কৰিছে। 'মজিয়াৰ পৰা মেজলৈ' গ্ৰন্থত বেণুধৰ শৰ্মাই কৈছে: "দুৰ্গাপ্ৰসাদ ভালেমান দিন কলিকতাত আছিল, বিদ্যাৰ্থী আৰু ব্যৱসায়ী হিচাপে। তেখেতেই কলিকতাত তামুলী ফুকনৰ ঘৰৰ একে নামে যোৱা দুৰ্গানাথ ফুকনৰ সৈতে গোট খাই ফুকন-মজিন্দাৰ নাম দি এখনি ভাল দোকান খুলিছিল"।[১৪]

কলিকতা-বাস কালছোৱাত দুৰ্গাপ্ৰসাদ ক'ত কেনেকৈ আছিল, কলিকতা-বাসৰ মিয়াদ বা আছিল কিমানখিনি, সেই বিষয়ে খাটাংকৈ জানিব নোৱাৰি। লক্ষ্মীনাথ বেজবৰুৱাৰ বৌদ্ধিক পৰিধিৰ ভিতৰত থকাসকলৰ ওপৰত বেজবৰুৱাৰ দৃষ্টিৰ ছিটিকনি অৱলীলাক্ৰমে পৰিছে। তেওঁৰ 'জীৱন-সোঁৱৰণ'ত কলিকতা-প্ৰবাসী অসমীয়া অনেকৰে পূৰ্ণাৱয়ৱ শব্দ-চিত্ৰ প্ৰকাশ পাইছে, বহুতৰে অৰ্দ্ধাৱয়ৱ, কাবোবাৰ ভুখৰীয়া। কিন্তু 'মোৰ জীৱন-সোঁৱৰণ'ত দুৰ্গাপ্ৰসাদৰ নামটো পৰ্যন্ত উল্লেখ কৰা হোৱা নাই। বয়সৰ দিশত বেজবৰুৱা আৰু দুৰ্গাপ্ৰসাদৰ মাজৰ ব্যৱধান দুবছৰৰ অধিক নহয়। সেই কাৰণে পৰা স্বাভাৱিকতে বেজবৰুৱাৰ দৃষ্টিত দুৰ্গাপ্ৰসাদ

১৩. ক.না.ম.ব. অসম বাণী, ১১ ডিচেম্বৰ ১৯৭০।
১৩ক. অসম সাহিত্য সভা পত্ৰিকা, ২য় বছৰ ৩য় সংখ্যা, পৃঃ ১৭২
১৪. বেণুধৰ শৰ্মা ৰচনাৱলী, ১ম খণ্ড,পৃ. ১৬৪।

পৰিব লাগিছিল। হয়তোবা এনেও হব পাৰে যে উচ্চ শিক্ষা লাভৰ অৰ্থে দুৰ্গাপ্ৰসাদ কলিকতালৈ গৈয়েই লক্ষ্মী-মন্দিৰ দৰ্শনাৰ্থীৰ দীঘলীয়া শাৰীৰ মাজত থিয় দিলেগৈ, আৰু বেজবৰুৱাৰ সাৱধান পৰিধিৰ মাজত সোমোৱাৰ ক্ষণ ইতিপূৰ্বে উকলিল, যিহৰ ফলত বেজবৰুৱাৰ দৃষ্টিৰ অগোচৰতে দুৰ্গাপ্ৰসাদ বৈ গ'ল। বেণুধৰ শৰ্মাই অৱশ্যে লক্ষ্মী-চন্দ্ৰ-হেম—"এই ত্ৰিমূৰ্ত্তিৰ কাষত থকা পাৰিষদ বৰ্গ"ৰ মাজত "মাতৃভাষাৰ থাপনালৈ শক্তি অনুসৰি আঁজলিয়ে আঁজলিয়ে অৰিহণাৰ পুষ্পাঞ্জলি" পেলোৱাসকলৰ ভিতৰত ধেমেলীয়া নাট, কবিতা আদি ৰচনা কৰোঁতা হিচাপে দুৰ্গাপ্ৰসাদৰ নাম লৈছে কনকলাল বৰুৱা, কমলা কান্ত ভট্টাচাৰ্য, আব্দুল মজিদ, বেণুধৰ ৰাজখোৱা আৰু আনন্দ চন্দ্ৰ আগৰৱালাৰ পিছতে।[১৫]

দুৰ্গাপ্ৰসাদে চৰকাৰী বা বেচৰকাৰী কোনো ধৰণৰ চাকৰি কৰা নাছিল। কৃষিকাৰ্যৰ প্ৰতিয়েই তেওঁৰ আগ্ৰহ আছিল বেছি। বিভিন্ন ধৰণৰ খেতি-বাতিত মনোনিবেশ কৰাৰ উপৰি নিজে এৰী, মুগা আৰু পাট পলু পুহি এৰী সূতা, মুগা সূতা, আৰু পাট সূতা প্ৰস্তুত কৰিছিল, আৰু আনকো সেই অৰ্থকৰী ব্যৱসায়ত মনোযোগ দিবলৈ প্ৰেৰণা দিছিল বুলি জীয়েক শশীপ্ৰভা দত্তই উল্লেখ কৰিছে।[১৬] কিন্তু দুৰ্গাপ্ৰসাদ চাহবাগিচাৰ মহৰীৰ চাকৰিত ছমাহ আছিল বুলি ড° হৰিচন্দ্ৰ ভট্টাচাৰ্যই দেখুৱাইছে। বাগিচাত চাকৰি কৰা সংবাদটো তেখেতে সংগ্ৰহ কৰিছে 'জোনাকী'ত প্ৰকাশিত 'মোৰ উন্নতি নহ'ল কিয়' শীৰ্ষক লেখা এটাৰ পৰা। ড° ভট্টাচাৰ্যই দিয়া সংবাদ মতে মাহিলি ১৫ টকা বেতনত দুৰ্গাপ্ৰসাদ বাগিচাৰ মহৰী কামত সোমায়। ছমাহ চাকৰি কৰাৰ পাছত তেওঁ বুজিলে যে ১৫ টকাই তেওঁক নুকুলায়। ইফালে য়ুৰোপীয় মেনেজাৰৰ দুৰ্ব্যৱহাৰ আৰু গালি-শপনিও সহিব লগীয়া হয়।[১৭] সংশ্লিষ্ট লেখাটো 'জোনাকী'ৰ নতুন খণ্ডৰ দ্বিতীয় ভাগত প্ৰকাশ পাইছিল। ড° ভট্টাচাৰ্যই দেখুওৱা সেই লেখা মতে কেৱল বাগিচাৰ চাকৰিয়েই নহয়, আন এটা চাকৰিও দুৰ্গাপ্ৰসাদে কৰিছিল। বাগিচাৰ চাকৰি এৰি দি বছৰেকমান ঘৰতে বহি থকাৰ পাছত "যোৰহাটৰ ৰেলত গাৰ্ড" হ'ল মাহিলি ২০ টকা দৰমহাত। পৰিশ্ৰমৰ তুলনাত ইয়াতো

---

১৫. অৰ্ঘ্যাৱলী, ১৯৬৪, পৃ. ৫৮।
১৬. দ. দু. প্ৰ. স. ব., দৈনিক অসম, ৩০ ডিচেম্বৰ ১৯৭৩
১৭. O. D. A. D. S., p.98.

দৰমহা সামান্য বাবে ৮ মাহ চাকৰি কৰি কামটো তেওঁ এৰি দিয়ে।[১৮]

দুৰ্গাপ্ৰসাদৰ জীৱন-অভিজ্ঞতাৰ বৈচিত্ৰ্য প্ৰদৰ্শনৰ বাবে উল্লিখিত চাকৰি দুটাৰ কথা, বা মহৰী নাটক ৰচনাৰ বেলিকা বাগিচাৰ ছমহীয়া চাকৰিৰ সংবাদটো সহায়ক হ'ব পাৰিলেহেঁতেন; কিন্তু জোনাকীৰ সংশ্লিষ্ট প্ৰবন্ধটো দুৰ্গাপ্ৰসাদৰ লেখা নহয়েই। ড° ভট্টাচাৰ্যই ভেঁজা লোৱা প্ৰবন্ধটো ('মোৰ উন্নতি নহ'ল কিয়?') দুৰ্গাপ্ৰসাদৰ বুলি স্বীকাৰ কৰিবলৈ হলে, প্ৰবন্ধকাৰে নিজে কৈ যোৱা মতে তেওঁ কেৱল এণ্ট্ৰেন্স শ্ৰেণীলৈহে পঢ়িছিল বুলিব লাগিব। প্ৰবন্ধটোত দুৰ্গাপ্ৰসাদ কলিকতালৈ যোৱাৰ কোনো সংবাদেই পাবলৈ নাই। কিন্তু আমি পূৰ্বে দেখুৱাই আহিছোঁ— তেওঁ কলিকতাত এফ. এ. পঢ়িবলৈ গৈছে, আৰু কলিকতাত 'ফুকন-মজিন্দাৰ বৰুৱা' দোকান খুলিছে। কেৱল সেয়ে নহয়, কলিকতাতে তেওঁ গ্ৰন্থ ৰচনা কৰিছে, প্ৰকাশ কৰিছে, কলিকতাত তেওঁৰ 'মহৰী' নামৰ নাটকখনৰ অভিনয় পৰ্যন্ত হৈছে। গতিকে এই প্ৰবন্ধটো দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ নহয় বুলি খাটাংকৈ কব পাৰি। "বৰ্ণমালা অনুসাৰে ২য় বছৰ জোনাকীৰ প্ৰবন্ধ লেখক আৰু লেখিকাসকলৰ নাম"ত উল্লিখিত প্ৰবন্ধটোৰ লেখক 'সম্পাদক' বুলি আছে।[১৯] সেই 'সম্পাদক' দুৰ্গানাথ বৰুৱা। 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ তেতিয়াৰ সম্পাদক মীননাথ শৰ্মাই 'জোনাকীৰ কাৰ্য-বিৱৰণী'ত লিখিছে: "জোনাকী ২য় বছৰৰ আৰম্ভৰ পৰা পাঁচ বছৰলৈ সভাৰ সম্পাদক শ্ৰীযুত দুৰ্গানাথ বৰুৱা আৰু সহকাৰী সম্পাদক শ্ৰীযুত ৰঘুনাথ চৌধুৰীক চলাবলৈ দিয়া গ'ল।"[২০] এইজন দুৰ্গানাথ বৰুৱা দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা নহয়। দুৰ্গাপ্ৰসাদ জোনাকী কাকতৰ সম্পাদক এবাৰলৈও হোৱা নাছিল। গুৱাহাটীৰ পৰা প্ৰকাশিত জোনাকীৰ লগত দুৰ্গাপ্ৰসাদৰ কোনো সংযোগ নাছিল। তেতিয়া দুৰ্গাপ্ৰসাদে নিজৰ নাম শ্ৰীদুৰ্গাপ্ৰসাদ দত্ত, শ্ৰীদুৰ্গাপ্ৰসাদ, শ্ৰীদুৰ্গা বা শ্ৰীদু বুলিহে লিখিছিল; দুৰ্গানাথ তেওঁ কোনো দিনেই হোৱা নাছিল। 'মহৰী' নাটক ৰচনাৰ প্ৰেৰণা দেখুৱাবৰ বাবে দুৰ্গাপ্ৰসাদক চাহ-বাগিচাৰ চাকৰিত সুমুৱাই নিদিলেও হ'ব। স্বাধীন মনোবৃত্তিৰ দুৰ্গাপ্ৰসাদে বিবাহৰ পূৰ্বে লক্ষীমপুৰৰ কেইখনমান বাগিচাত চাহ

---

১৮. জোনাকী, নতুন খণ্ড, দ্বিতীয় ভাগ, কাতি ১৮২৫, পৃ. ২৫২—২৫৩ ।
১৯. জোনাকী, নতুন খণ্ড, দ্বিতীয় ভাগ, ভাদ ১৮২৬. পৃ ৺ ।
২০. ঐ, আহিন আৰু কাতি ১৮২৬, পৃ. ৩২ ।

জুটিৰ যোগান ধৰা ব্যৱসায়ত আত্মনিয়োগ কৰাৰ সংবাদ অৱশ্যে আমি পাইছোঁ। চাহবাগিচাৰে বিস্তীৰ্ণ গোলাঘাট-শিৱসাগৰৰ দুৰ্গাপ্ৰসাদে চাহবাগিচাৰ পটভূমিত নাটক এখন ৰচনা কৰিবলৈ বাগিচাৰ ছমহীয়া মহৰী চাকৰিৰ অভিজ্ঞতা অৰ্জন কৰাৰ প্ৰয়োজন নাই। সাহিত্য সৃষ্টিৰ বাবে অভিজ্ঞতাৰ খাতিৰতে বাগিচাত চাকৰি কৰা (?) দুৰ্গাপ্ৰসাদে ৰেলগাৰ্ডৰ অভিজ্ঞতাৰেতো কোনো গ্ৰন্থ ৰচনা নকৰিলে।

উনবিংশ শতিকাৰ শেহ দশকটোত চৰকাৰী চাকৰি এটা যোগাৰ কৰিবৰ বাবে যি পৰিমাণৰ শিক্ষাগত অৰ্হতাৰ প্ৰয়োজন, সেই পৰিমাণৰ অৰ্হতা থকা সত্ত্বেও দুৰ্গাপ্ৰসাদে চৰকাৰী চাকৰিৰ প্ৰতি আগ্ৰহ নেদেখুৱালে। কলিকতাত থকা কালছোৱাত অসমীয়া সদাগৰ ভোলানাথ বৰুৱাৰ লক্ষ্মীদেৱীৰ কৃপা লাভ, কলিকতাৰ বৰবজাৰৰ আৰ্মেনিয়ান ষ্ট্ৰীটত হৰিবিলাস আগৰৱালাৰ ব্যৱসায় আৰু বাসস্থানৰ কুঠী, গুৱাহাটীৰ ৰাধাচৰণ বৰুৱা (গুপ্ত নাম আৰ. চি. বেঞ্জামিন)ৰ দিল্লী প্ৰভৃতি ঠাইত ব্যৱসায়-বাণিজ্যৰ প্ৰতিষ্ঠা, আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ লেখীয়া পূৰ্বসূৰী এগৰাকীয়ে এবাৰ নহয় দুবাৰকৈ চৰকাৰী চাকৰি ("একষ্ট্ৰা এছিষ্টেণ্টৰ পদ") প্ৰত্যাখ্যান কৰা আদি কথাই প্ৰত্যক্ষ বা পৰোক্ষভাৱে দুৰ্গাপ্ৰসাদক চাকৰি নকৰি ব্যৱসায়ত ধৰিবলৈ নিশ্চয় প্ৰেৰণা দিছিল। কলিকতাত "ফুকন মজিন্দাৰ বৰুৱা কোম্পানী" স্থাপন কৰাৰ মূলতো উল্লিখিত দৃষ্টান্তসমূহৰ আওপকীয়া প্ৰভাৱ আছিল বুলি অনুমান কৰাত অসুবিধা একো নাই। দুৰ্গাপ্ৰসাদৰ চাকৰিৰ প্ৰতি অনীহা আৰু ব্যৱসায়ৰ প্ৰতি আকৰ্ষণৰ প্ৰক্ৰিয়াটো সেই দশকটোতে সম্পূৰ্ণ হৈছিল বুলিব লাগিব। তেনে অনীহা আৰু আকৰ্ষণৰ বলতে তেওঁ 'কহুনা' নামৰ চাহবাগিচাৰো আঁচনি ভবিছিল।

উনবিংশ শতিকাৰ অসম-ৰাজপত্ৰত এজন দুৰ্গাপ্ৰসাদ দত্ত বৰুৱাই তহচিলদাৰৰ চাকৰি কৰা সংবাদ আছে। ১৮৯৫ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহৰ ২৭ তাৰিখে সেইজন দুৰ্গাপ্ৰসাদ দত্ত বৰুৱাক শিৱসাগৰৰ সদৰ তহচিলদাৰ পদত নিয়োগ কৰা হৈছিল অবেক্ষাধীনভাৱে। সেই চনৰ মাৰ্চ মাহৰ ২ তাৰিখৰ অসম-ৰাজপত্ৰত তেওঁৰ নিযুক্তিৰ বাতৰি প্ৰকাশ হৈছিল এনেদৰে: "Babu Durgaprasad Dutta Barua is appointed, on probation, to be a Tahsildar with effect from the date on which he may receive charge of the Sibsagar Tahsil in the Sadar Sub-division of that district."[২০ক] সেই চনৰ

২০ক. The Assam Gazette, 1895, Part II, March 2, p. 326.

হেপ্টেম্বৰ মাহৰ ১৯ তাৰিখে সাময়িকভাৱে তেওঁক নামতিদ'লৈ বদলি কৰা হৈছিল নামতিদ'লৰ তহচিলদাৰ দামোদৰ বৰুৱাৰ ছুটীত স্থানাপন্ন দায়িত্ব পালন কৰিবলৈ।[২০খ] কিছুদিনৰ পাছত স্কুল-উপপৰিদৰ্শক বংশধৰ বৰুৱাই অবেক্ষাধীনভাৱে নামতিদ'ল তহচিলৰ দায়িত্ব লোৱা দুৰ্গাপ্ৰসাদক পুনৰ শিৱসাগৰ সদৰ তহচিললৈ ঘূৰাই আনে।[২০গ] তহচিলদাৰ পদত দুৰ্গাপ্ৰসাদৰ নিযুক্তিৰ দৃঢ়ীকৰণ হয় ১৮৯৮ চনৰ ২৭ আগষ্ট তাৰিখে।[২০ঘ] সেই দৃঢ়ীকৰণৰ পাছতে তেওঁ তিনিমাহৰ বিশেষাধিকাৰ ছুটী বিচৰাত ১৮৯৮ চনৰ অক্টোবৰ মাহৰ ৮ তাৰিখে তেওঁক বিশেষাধিকাৰ ছুটী মঞ্জুৰ কৰা হয়, আৰু তেওঁৰ ঠাইত ৰাধিকাপ্ৰসাদ বৰুৱাক নিযুক্তি দিয়া হয়।[২০ঙ] উপৰ্যুক্ত বিবৰণ মতে, প্ৰথম দৃষ্টিত, এইজন দুৰ্গাপ্ৰসাদ দত্ত বৰুৱাক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা বুলি ভ্ৰান্ত ধাৰণা ওপজা নিচেই স্বাভাৱিক। কালৰ সমসাময়িকতা, নামৰ সম-সূচকতা আৰু সংশ্লিষ্ট ব্যক্তিসকলৰ মাজত থকা সংযোগৰ একসূত্ৰতাই এনে বিভ্ৰান্তিৰ মূল কাৰণ। কিন্তু সংশ্লিষ্ট কালছোৱাতযে শিৱসাগৰত দুৰ্গাপ্ৰসাদ দুজন আছিল, সেই কথা বেণুধৰ শৰ্মাই কৈ গৈছে 'মজিয়াৰ পৰা মেজলৈ' গ্ৰন্থত। অসম-ৰাজপত্ৰৰ দুৰ্গাপ্ৰসাদজন বেণুধৰ শৰ্মাৰ উক্ত গ্ৰন্থৰ "দুৰ্গাপ্ৰসাদ বৰুৱা তহীলদাৰ"জনহে, "অভয়পুৰ মৌজাৰ মৌজাদাৰ"জনহে, প্ৰথম অসমীয়া-বঙলা অভিধান ৰচোঁতা যাদুৰাম (জাদুৰাম) ডেকা বৰুৱা (লেবেলী ডেকা বৰুৱা) সদৰামিনৰ পুত্ৰজনহে।[২০চ] কাৰণ, উল্লিখিত কালছোৱাত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা আছিল কলিকতাতে।

শতিকাটোৰ শেহৰ দশকটো পিছে তেওঁ কলিকতাতে সম্পূৰ্ণ কৰিছিল বুলিব নোৱাৰি। ১৮৯৬ খ্ৰীষ্টাব্দলৈকেযে তেওঁ কলিকতাতে আছিল, সেই কথাৰ সাক্ষ্য দিছে 'মহৰী' নাটকে। "১৮৯৩-৯৪ খ্ৰীষ্টাব্দৰ অসমীয়া সাহিত্য সভাৰ বছৰেকীয়া উৎসৱত" কলিকতাত মহৰীৰ অভিনয় হোৱাৰ উপৰি ১৮১৮ শক (১৮৯৬ খ্ৰীঃ)ৰ পহিলা বহাগত কলিকতাতে নাটকখনৰ পাতনি লিখা কথাই অন্ততঃ সেই সময়লৈকে তেওঁ কলিকতাতে থকাটো সূচাইছে। মহৰী প্ৰকাশ পোৱাৰ পৰৱৰ্তী কোনছোৱা সময়ত দুৰ্গাপ্ৰসাদে কলিকতা এৰে,

---

২০খ The Assam Gazette, 1895, Part IA, p. 1025.
২০গ The Assam Gazette, 1896, Part IA, p. 861.
২০ঘ The Assam Gazette, 1898, Part 1, p. 849.
২০ঙ The Assam Gazette, 1898, Part 1, p. 945.
২০চ বেণুধৰ শৰ্মা ৰচনাৱলী, ১ম খণ্ড, পৃ. ১৩৪-৫।

খাটাংকৈ কব পৰা নাযায়। কিন্তু দশকটোৰ আটাইকেইটা বছৰতে তেওঁ কলিকতাতে কটোৱা নাছিল, সেই কথা খাটাংভাৱে কব পাৰি। কাৰণ, দুৰ্গাপ্ৰসাদে তেওঁৰ 'জ্ঞান-মঞ্জৰি' পুথিৰ 'প্ৰস্তাৱনা' লিখে ২৮।২।৯৯ তাৰিখে শিৱসাগৰত। কেৱল সেয়ে নহয়, "১৮১৯ শকৰ চ'ত্ৰৰ ১৪ দিন যাওঁতে" (১৮৯৭ খ্ৰীষ্টাব্দত) অনুষ্ঠিত 'ছাত্ৰ সভা আৰু বাল্যাশ্ৰমৰ অষ্টম বাৰ্ষিক অধিবেশনত শিৱসাগৰত দুৰ্গা-প্ৰসাদে বক্তৃতা দিছিল।[২১] গতিকে অনুমান কৰিব পাৰি যে ১৮৯৬ চনৰ শেহ বা ১৮৯৭ চনৰ আদি ভাগতে দুৰ্গাপ্ৰসাদ কলি-কতাৰ পৰা উভতি আহি শিৱসাগৰত থিতাপি লৈছিল, আৰু 'ছাত্ৰ সভা আৰু বাল্যাশ্ৰম'ৰ নিচিনা যুৱ-কল্যাণমূলক সামাজিক-সাংস্কৃতিক অনুষ্ঠানৰ লগত জড়িত হৈ পৰিছিল। এনেকুৱা সময়ৰ ভিতৰতে তেওঁ জীৱিকাৰ ক্ষেত্ৰত প্ৰতিষ্ঠা লাভৰ অৰ্থে ব্যৱসায়তো মনোনিবেশ কৰিলে।

উনবিংশ শতিকাৰ শেহ আৰু বিংশ শতিকাৰ আৰম্ভণিৰ যিছোৱা সময়ত দুৰ্গাপ্ৰসাদে ব্যৱসায়-বাণিজ্যৰ প্ৰতি মনোনিবেশ কৰিছিল, সেইছোৱা সময়ত চাকৰিৰ ফালেহে অসমীয়া ডেকা-সকল ধাবিত হৈছিল বেছিকৈ। লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাপিৰাম' গল্পৰ পটভূমি এনে এছোৱা কালৰে। "সেই কালত উজনিত ইংৰাজ খেতিয়ক চাহাবসকলে নতুনকৈ চাহবাগিচাবিলাক মহা ধুমধামেৰে খুলি মুঠিয়ে মুঠিয়ে ধন সিঁচিছিল, আৰু কাণ্ডখন দেখি-শুনি আমাৰ দেশৰ ভোদা মানুহবোৰ তধা লাগি গৈছিল। ডেকা তৰপৰ ডেকা তেজে 'বি-এল-এ·বেল' শিকা ডেকাসকলক বৰমহৰীৰ বৰ-সৰু কামৰ নিমিত্তে উৰগনি-ঢোল বজাই লকৰাইছিল, ধপৰাইছিল, বুঢ়া তৰপৰ চেঁচা তেজীয়া বুঢ়াসকলকো ডেকাসকলৰ গাৰ বতাহৰ কোবে থৰক-বৰক নলগোৱাকৈ এৰা নাছিল।"[২২] বেজবৰুৱাই ইংগিত দিয়াসকলৰ উপৰি উচ্চ শিক্ষিত ডেকা-সকলৰো মন কুৰি শতিকাৰ আৰম্ভণী কালছোৱাত চাকৰি-প্ৰীতিয়ে বাৰুকৈয়ে আচ্ছন্ন কৰি পেলাইছিল। তাৰ পৰিণাম স্বৰূপে, এহাতে কৃষি, ব্যৱসায়-বাণিজ্য আদিৰ যোগেদি জীৱিকা উপাৰ্জনৰ পথটো ক্ৰমান্বয়ে অনাদৃত হৈ আহিল, ধনী-নিৰ্ধন আৰু শিক্ষিত-অশিক্ষিতৰ মাজৰ পাৰ্থক্যৰ সীমা-ৰেখাও ক্ৰমে ক্ৰমে গাঢ়ৰ পৰা গাঢ়তৰ হৈ পৰিল। আনহাতে, শিক্ষিত বা তথাকথিত শিক্ষিত চামটো এক

---

২১. দ্ৰষ্টব্য: 'বেণুধৰ শৰ্মা ৰচনাৱলী' (১ম খণ্ড)ত উদ্ধৃত উক্ত অনুষ্ঠানৰ কাৰ্যবিৱৰণি, পৃ. ১৭৩-১৭৬।

২২. বেজবৰুৱা গ্ৰন্থাৱলী, প্ৰথম প্ৰকাশ, প্ৰথম খণ্ড, পৃ. ৫৮৬।

প্ৰকাৰৰ সামাজিক বয়ুমনাত পৰিণত হ'ল। কৃষ্ণনাথ শৰ্মাই আত্মজীৱনীত কোৱা মতে, শিক্ষিত ডেকা চামটোৱে শাসন-যন্ত্ৰৰ চকৰিত পৰি হয়তো মাহে হাজাৰ টকা দৰমহাও পাব পাৰে; কিন্তু চাকৰিৰ পৰা অপসৃত বা অৱসৃত হোৱাৰ পাছত তেনে চাকৰিজীৱীৰ জীৱন-জীৱিকাৰ সমস্ত দায়িত্ব-ভাৰ বহন কৰিব লগীয়া হয় পৰিয়ালৰ অন্যান্য লোকসকলেহে। আকৌ, "এবাৰ যি চৰকাৰী বিষয়-বাব পায়, তেওঁ দাসৰো দাস হৈ পৰে। এটা জাতিৰ উঠি অহা ভৱিষ্যত দলটোক যদি শিক্ষাই কুঁহিয়াৰ চেপাদি শক্তি লোপ কৰি দিয়ে, তেন্তে সেই জাতিৰ মুক্তি হ'ব কেনেকৈ ?"[২৩] কৃষ্ণনাথ শৰ্মাৰ কথাখিনিয়ে যদিও এইটো শতিকাৰ দ্বিতীয়টো দশকৰ ছবি এখনহে প্ৰধানকৈ ফুটাই তুলিছে, সেই ছবিখনৰ প্ৰস্তুতি পৰ্ব পিছে আৰম্ভ হৈছিল আগৰটো শতিকাৰ শেহৰটো দশকৰ পৰাই। সেই পৰিপ্ৰেক্ষিতৰ পৰা বিচাৰ কৰি চালে দুৰ্গা-প্ৰসাদৰ বিৰল-প্ৰায় ব্যক্তিত্বৰ আভাস এটা চকুত নপৰাকৈ নাথাকে। কলিকতাত থকা কালছোৱাতে নিশ্চয় তেনে ব্যক্তিত্ব গঠনৰ উপাদান সংগৃহীত হৈছিল; অসমলৈ উভতি আহি অসমৰ সমাজ-জীৱনত দেখা পোৱা অসমীয়া ডেকাসকলৰ চাকৰিমুখী মানসিকতাৰ সোঁতৰ বিপৰীতে নিজৰ পটিয়েদিয়েই গতি কৰিবলৈ হয়তো তেওঁ প্ৰেৰণাহে পাইছিল বেছিকৈ। শতিকাটোৰ আৰম্ভণিৰ কালছোৱা ভাৰতৰ অন্যান্য প্ৰান্তৰ লগতে অসমৰ বাবেও এক প্ৰকাৰৰ সান্ধ্যাৱস্থা। তেনে সান্ধ্যাৱস্থাৰ গড্ডলিকা প্ৰবাহতযে দুৰ্গাপ্ৰসাদ উঠি নগৈ স্বাধীনভাৱে ব্যৱসায়তে মনোযোগ দি সমসাময়িক এচাম লোকৰ প্ৰেৰণাৰ উৎসস্বৰূপ হৈ পৰিছিল, সেই কথা অস্বীকাৰ কৰা যায় কেনেকৈ ?

দুৰ্গাপ্ৰসাদৰ বিবাহ সম্পন্ন হয় ১৯০৭ চনত লক্ষীমপুৰৰ লীলাবাৰী চাহবাগিচাৰ বৰক্লেৰাণী বেণীমাধৱ দস্তীদাৰৰ কন্যা পূৰ্ণ-কান্তিৰ লগত। পূৰ্ণকান্তি অসমীয়া ভাষাত বিবিধ 'পুলিচী' প্ৰবন্ধৰ লেখক, বেণুধৰ শৰ্মাৰ মতে, "ছাৰ আৰ্থৰ কনন ডইলৰ শ্যাৰ্লক হম্‌ছৰ গল্পাৱলীৰ দৰে অসমীয়া ভাষাতো এযোকা চোৰাংচোৱা বা 'চোৰবছা' সাহিত্য" সৃষ্টি কৰাৰ সম্ভাৱনা লৈ অহা লেখক

২৩. কৃষ্ণ শৰ্মাৰ ডায়েৰী, অসম প্ৰকাশন পৰিষদ, প্ৰথম প্ৰকাশ, পৃ. ৮২।

স্বৰ্গীয় যতীন্দ্ৰমোহন দত্তীদাৰৰ বায়েক ।[২৪] বিবাহ-পূৰ্ব কালছোৱাত দুৰ্গাপ্ৰসাদৰ ব্যৱসায় চলিছিল লক্ষীমপুৰৰ কোনো কোনো চাহ-বাগিচাত চাহ গছৰ গুটি যোগান ধৰাৰ । বিবাহোত্তৰ কালত কিছুদিনৰ বাবে তেওঁ ৰেল-কোম্পানীৰ ঠিকাও কৰিছিল । ১৯০৯ চনত দুৰ্গা-প্ৰসাদহঁতৰ যৌথ পৰিয়ালটোত বিভাজন ঘটে । সেই বিভাজনৰ ফলত শিৱসাগৰ চহৰৰ পৰা নাতিদূৰত শুকানপুখুৰী নামৰ ঠাইত দুৰ্গাপ্ৰসাদে থিতাপি লয়, আৰু তেতিয়াৰ পৰাই শুকানপুখুৰীৰ লগত দুৰ্গাপ্ৰসাদ আৰু তেওঁৰ পৰিয়ালৰ দেহাত্মা-সংযোগ আজিলৈকে অবিচ্ছিন্ন হৈ আছে ।

কালক্ৰমত দুৰ্গাপ্ৰসাদ আঠটি সতি-সন্তানৰ পিতৃ হ’ল । সেইসকল হ’ল ৰৰমাই (১৯০৯), সৰুমাই (১৯১১), অৰুণ (১৯১৪), ধান (১৯১৬), পতান (১৯১৮), শান্তিপ্ৰভা (১৯২০), আৰু ‘নিচেই কেঁচুৱা অৱস্থাতে মৃত্যু হোৱা ছোৱালী এটি (১৯২২)ৰে সৈতে সাতোটি কন্যা সন্তান, আৰু নুমলীয়া একমাত্ৰ পুত্ৰ দেৱীপ্ৰসাদ (১৯৪২) ।[২৪ক]

---

২৪. “মহৰী, ‘নিগ্ৰো’, ‘বৃষকেতু’ নাটক লেখোঁতা, ‘ঘৰ-জেউতি’ চলাওঁতা, শিৱসাগৰৰ মণি ডাক্তৰৰ ভায়েক, শুকানপুখুৰী নিবাসী দুৰ্গাপ্ৰসাদ দত্ত মজিন্দাৰ বৰুৱা যতীন দত্তীদাৰৰ ভিনীহিয়েক হয় ।”—বে. শ. ৰচনাৱলী, ৩য় খণ্ড, পৃ. ৩৬৯-৩৭১ ।

২৪ক. বৰ্তমানৰ মজিন্দাৰ বৰুৱা পৰিয়ালটিৰ বংশ-লতা এনে ধৰণৰ :



দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ নামটো লৈ এইখিনিতে এটা সমস্যাই দেখা দিয়ে। তেওঁৰ নামটো শ্ৰীদুৰ্গা, শ্ৰীদুৰ্গাপ্ৰসাদ, শ্ৰীদুৰ্গা প্ৰসাদ দত্ত, শ্ৰীদুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা, শ্ৰীদু আৰু শ্ৰীদু. প্ৰ. ম. এইকেইটা ৰূপত প্ৰচলিত হোৱা আমি লক্ষ্য কৰিছোঁ। সমসাময়িক কাকতত প্ৰকাশিত প্ৰবন্ধৰ তলত শ্ৰীদু আৰু শ্ৰীদু. প্ৰ. ম. জীৱনৰ আগবয়সৰ প্ৰায় কেউখন গ্ৰন্থৰে পাতনি বা তেনে জাতীয় কথাৰ শেহত শ্ৰীদুৰ্গা বা শ্ৰীদুৰ্গাপ্ৰসাদ, গ্ৰন্থৰ বেটুপাত বা নাম-পাতত শ্ৰীদুৰ্গাপ্ৰসাদ দত্ত, আৰু জীৱনৰ শেহৰ ফালে লিখা গ্ৰন্থত শ্ৰীদুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা প্ৰকাশ পোৱা দেখা গৈছে।

দুৰ্গাপ্ৰসাদৰ উৰ্দ্ধতন অন্ততঃ তৃতীয় পুৰুষতো মজিন্দাৰ বৰুৱা উপাধি প্ৰচলিত আছিল। খগেশ্বৰেও মজিন্দাৰ বৰুৱা উপাধি ৰাখিছিল। কিন্তু দুৰ্গাপ্ৰসাদে বহু দিনলৈ দত্ত উপাধিহে ব্যৱহাৰ কৰিছিল। এনেকুৱাও হ'ব পাৰে যে গোলাঘাটত বসতি কৰা কালত তেওঁৰ পিতৃ নৰোত্তমে নিজেই পূৰ্বৰ মজিন্দাৰ বৰুৱা উপাধি পৰিহাৰ কৰি স্থানীয় লোকৰ লগত মিলি যোৱাৰ উদ্দেশ্যে দত্ত উপাধি গ্ৰহণ কৰিছিল। মজিন্দাৰ বৰুৱা উপাধি উজনিত বিৰল। উজনিৰ লোকে নামনি অসমৰ, বিশেষকৈ কামৰূপৰ লোকক তুচ্ছ-তাচ্ছিল্য কৰিব খোজা অবাঞ্ছনীয় আৰু অহেতুক মানসিকতা এটাও অসমত এটা সময়ত গঢ় লৈ উঠিছিল [২৪খ] তেনে মানসিকতাৰ আক্ৰমণৰ পৰা মুক্তি পোৱাৰ উদ্দেশ্যেতো দুৰ্গাপ্ৰসাদৰ পিতৃ নৰোত্তমে দত্ত উপাধি লোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। দুৰ্গাপ্ৰসাদৰ পুৰুষতেষে দত্ত উপাধি লোৱা হোৱা নাছিল, অন্ততঃ তেওঁলোকৰ অব্যৱহিত পূৰ্বৰটো পুৰুষৰ পৰা দত্ত উপাধিটো নামি আহিছিল, তাৰ প্ৰমাণ দুৰ্গাপ্ৰসাদে শেহলৈ নিজৰ নামত মজিন্দাৰ বৰুৱা উপাধি সংযোগ কৰা কথাই দিছে। ই দুৰ্গাপ্ৰসাদৰ নিজৰ বংশগত ঐতিহ্যৰ প্ৰতি সচেতনতাৰো পৰিচয় দিয়ে।

কিন্তু দুৰ্গাপ্ৰসাদে দত্ত উপাধি পৰিহাৰ কৰি মজিন্দাৰ বৰুৱা উপাধি কেতিয়াৰ পৰা গ্ৰহণ কৰিলে, তাৰ নিৰ্দিষ্ট প্ৰমাণ নাই। ১৯০৪ চনত প্ৰকাশ পোৱা 'কলিযুগ'ৰ নাম-পাতত দত্ত উপাধি আছিল। কিন্তু সেই বুলিয়েই সেই বছৰটোলৈকেহে তেওঁ দত্ত হৈ আছিল বুলি কব নোৱাৰি। কাৰণ, ১৯০১ চনত প্ৰকাশ পোৱা 'গুৰু-দক্ষিণা'ৰ প্ৰথম তাণ্ডৱৰ বেটুপাতত মজিন্দাৰ বৰুৱা উপাধি ছপা হৈছিল। গ্ৰন্থখন উছৰ্গা কৰাও হৈছিল তেওঁৰ পিতৃদেৱতা

---

২৪খ. দ্ৰষ্টব্য: ৰজনীকান্ত বৰদলৈৰ 'দন্দুৱা দ্ৰোহ'।

‘‘নৰোত্তম মজিন্দাৰ বৰুৱা’ৰ স্মৃতিত। আকৌ, তেওঁৰ ‘ল’ৰা-কবিতা’ আৰু ‘কলা’ নামৰ পুথি মুদ্ৰণৰ সম্পৰ্কত ১৯০১ চনত বিভিন্ন লোকে আগবঢ়োৱা অভিমতত দুৰ্গাপ্ৰসাদৰ মজিন্দাৰ বৰুৱা উপাধিহে সেই সেই লোকসকলে লিখিছে। গতিকে আমাৰ বোধেৰে অন্ততঃ ১৯০১ চনতে বা তাৰ পূৰ্বেই তেওঁ দত্ত উপাধি পৰিহাৰ কৰাৰ যো-জা চলাইছিল, আৰু ৰাজহুৱা নহলেও ব্যক্তিগত যোগা-যোগত তেওঁ নিজে দত্তৰ পৰিবৰ্তে মজিন্দাৰ বৰুৱা উপাধি ব্যৱহাৰ কৰিবলৈ লৈছিল। অৱশ্যে চৰকাৰীভাৱেহে ১৯০১ চনৰ অন্ততঃ ২১ মাৰ্চৰ আগেয়ে তেওঁ মজিন্দাৰ বৰুৱা হোৱা নাছিল, তাৰ প্ৰমাণ আমাৰ হাতত আছে। উক্ত তাৰিখত তেতিয়াৰ শিক্ষাধিকৰ্তালৈ পঠোৱা এখন আবেদন-পত্ৰত অসমৰ প্ৰাথমিক স্কুলসমূহত নিজৰ ‘ল’ৰা-কবিতা’ পুথিখন প্ৰবৰ্তন কৰিবলৈ তেওঁ যি আবেদন জনাই-ছিল, তাত তেওঁ স্বাক্ষৰ কৰিছিল দুৰ্গাপ্ৰসাদ দত্ত হিচাপেহে। চৰকাৰী যোগাযোগত ১৯১৭ চনতহে মজিন্দাৰ বৰুৱা লিখাৰ প্ৰমাণ আমি পাইছোঁ। ১৯১৭ চনৰ মাৰ্চ মাহৰ ১৫ তাৰিখে কিনা মাটিৰ দলিল এখনত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা বুলি ক্ৰেতাগৰাকীৰ নাম লিপিবদ্ধ কৰা আছে। অৱশ্যে চাৰি আৰু সোতৰ চনৰ মাজৰ কালছোৱাতো তেনে প্ৰমাণ ক’ৰবাত থকাটো আমি নুই নকৰোঁ।

দুৰ্গাপ্ৰসাদে দত্তৰ পৰা মজিন্দাৰ বৰুৱালৈ নিজৰ উপাধি পৰিবৰ্তন কৰাৰ গুৰিত তেওঁৰ নিজৰ ঐতিহ্য-চেতনাৰ উপৰি আমি পূৰ্বে দেখুৱাই অহা সমসাময়িক কালছোৱাৰ আনজন দুৰ্গাপ্ৰসাদ দত্ত (বৰুৱা)ৰ পৰা নিজৰ পৰিচয় পৃথক কৰা প্ৰৱণতাও থাকিব পাৰে। পৰিচয়ৰ এককতাৰ প্ৰতি দৃষ্টি সচেতন মনৰে পৰিচায়ক।

উনবিংশ শতিকাৰ অসমীয়া ভাষা-সাহিত্যৰ আকাশত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা নামে-কামে এটি প্ৰায় অকলশৰীয়া তৰা বুলিয়েই কব লাগিব। ‘জোনাকী’-গোষ্ঠৰ ঢলত গোটেই অসম তলমল্ হোৱা কালছোৱা দুৰ্গাপ্ৰসাদৰ অভ্যুদয়ৰ কাল হোৱা সত্ত্বেও তেওঁৰ ধ্যান-ধাৰণাত জোনাকীৰ চিন-চাপ্ নিচেই সামান্য। ৰোমাণ্টিক চিন্তা-চেতনাই জোনাকী যুগীয়া প্ৰায় প্ৰতিগৰাকী অসমীয়া লেখকক প্ৰভাৱান্বিত কৰা সত্ত্বেও দুৰ্গাপ্ৰসাদৰ চিন্তা-চেতনা স্বতন্ত্ৰ আৰু অনন্য। অসমীয়া ভাষাত তেতিয়াৰ অসমীয়া লেখকসকলৰ ৰোমাণ্টিক ভাব-বিলাসে যেনে ৰূপত প্ৰকাশ লাভ কৰিছিল, দুৰ্গা-প্ৰসাদৰ বেলিকা সেই ৰূপ অনুপস্থিত।

দুৰ্গাপ্ৰসাদে কবিতা লিখিছিল; কিন্তু তাত নাছিল ৰজনীনাথ-চন্দ্ৰকুমাৰ-হেমচন্দ্ৰৰ ভাবানুভূতি বা ৰীতি-প্ৰকৃতিৰ অনুৰণন বা অনুকৰণ। তেওঁ তেওঁৰ সমসাময়িক বা সমানধৰ্মাসকলৰ বাবে কবিতা লিখা নাছিল; লিখিছিল তেওঁৰ উত্তৰসূৰীসকলৰ বাবেহে, অসমীয়া জাতিৰ অনাগত ভৱিষ্যত গঢ় দিওঁতাসকলৰ বাবেহে। সেইবাবেই তেওঁৰ কবিতাত নাছিল ব্যক্তিগত ভাবোচ্ছ্বাস, নাছিল ব্যক্তিগত প্ৰেম-প্ৰণয়ৰ শব্দ-চিত্ৰ। দুৰ্গাপ্ৰসাদৰ কবিতা আছিল বস্তুনিষ্ঠ, বৈষয়িক (objective)। সেইবাবেই সিবোৰৰ উপযোগিতা শিশু আৰু কিশোৰৰ ক্ষেত্ৰতে অধিক। কিন্তু শিশু আৰু কিশোৰৰ উপযোগী বুলিয়েই তেওঁৰ ছন্দোবদ্ধ ৰচনাসমূহক পদ্য আখ্যা দি একে আষাৰতে কবি হিচাপে তেওঁক অপাংক্তেয় ঘোষণা কৰিব নোৱাৰি। এক বিশেষ বয়সৰ পঢ়ুৱৈৰ বাবে ৰচিত হলেও তেওঁৰ ছন্দোবদ্ধ ৰচনাসমূহ কবিতাৰ বহুখিনি লাক্ষণিক বিশেষত্বৰে পৰিপূৰ্ণ। কব পাৰি, দুৰ্গাপ্ৰসাদ শিশু-কবি, কিশোৰ-কবি। জোনাকী যুগীয়া কবিসকলৰ পৰা দুৰ্গাপ্ৰসাদৰ স্বতন্ত্ৰতা, এককতা ইয়াতেই। তেওঁৰ সমসাময়িকসকলৰ সকলোৱেই কবি হ'ব পৰা নাছিল; বহুজন কবিযশপ্ৰাৰ্থী মন্দকবি হৈছিল, কুকবি হৈছিল; বেজবৰুৱাৰ ভাষাত কবি-টিলিকা বা ঢেঁকী কবি। সেই শ্ৰেণীৰ লেখকসকলে যাৰ উদ্দেশ্যে কবিতা-প্ৰয়াস চলাইছিল, সেইসকলৰ বাবে সেই প্ৰয়াস আছিল নিম্ন স্তৰৰ। অথচ সেই সম্পৰ্কে তেওঁলোক সচেতনো নাছিল। দুৰ্গাপ্ৰসাদে সচেতনভাৱেই কবিতা লিখিছিল শিশুৰ বাবে, কিশোৰৰ বাবে; আৰু সেই পৰিপ্ৰেক্ষিতৰ পৰা কৰা বিচাৰত তেওঁৰ কবিতাই সাৰ্থকতা লাভ কৰিছিল। বুদ্ধদেৱ বসুৱে বাঙালী কবি সত্যেন্দ্ৰনাথ দত্তৰ বিষয়ে আলোচনা-প্ৰসংগত কৈছে যোলে দত্ত এজন পদ্যকাৰহে, পদ্যতকৈ তেওঁ একো বেছি লিখা নাই; কিন্তু সেই পদ্যয়েই তেওঁৰ ওস্তাদি দাবি ধৰিছে। আৰু প্ৰচুৰ পৰিমাণৰ জেনে পদ্য লিখিছে বাবেই কবি-সভাত তেওঁক অমান্য কৰিব নোৱাৰি।[২৫] দুৰ্গাপ্ৰসাদক যদি কেৱল পদ্যৰচক বুলিও কোৱা যায়, তথাপি বাংলা ভাষাত সত্যেন্দ্ৰনাথ দত্তক কবিৰ সন্মান দিয়া দৰে অসমীয়া ভাষাতো দুৰ্গাপ্ৰসাদক কবিৰ সন্মান দিব লাগিব, বুদ্ধদেৱ

২৫. "সত্যেন্দ্রনাথ দত্তও পদ্যকার, পদ্যছাড়া বেশি কিছু লেখেননি; কিন্তু সেই পদ্যই ওস্তাদের মতো, আর প্রচুর পরিমাণে লিখেছেন ব'লে কবি-সভায় শেষ পর্যন্ত তাঁকে অমান্য করা যায় না।"
—সাহিত্য চর্চা, ১ম সংস্করণ, পৃ. ৫৬।

বজুৱে কোৱা দৰেই, কবিৰ সন্তান দুৰ্গাপ্ৰসাদক অসমীয়া কবিৰ পৰা নাৰাখ।

দুৰ্গাপ্ৰসাদৰ কবিতা পুথি দুখন: 'উজু কবিতা' (১৮৯৫) আৰু 'ল'ৰা-কবিতা' (১৮৯৭)। দুয়োখন পুথিৰ নামকৰণতে লেখকৰ ৰীতি আৰু লক্ষ্যৰ আভাস স্পষ্ট হৈ আছে। প্ৰকাশৰ বেলিকা উজু কবিতা দুৰ্গাপ্ৰসাদৰ প্ৰথম কবিতা পুথি হলেও সৃষ্টিৰ বেলিকা ল'ৰা-কবিতা (১৮১৯ শক) উজু কবিতাৰ অগ্ৰজ। আগৰখন পুথিৰ পাতনিত থকা "এই পুথিখনি উজু কবিতাৰ ভালেখান দিন আগেয়ে" ইত্যাদি কথাই সেই সংবাদ দিছে। পুথিখনৰ লগত লম্বোদৰ বৰা আৰু ৰমাকান্ত বৰকাকতী জড়িত থকা কথাই তদানীন্তন কাল-ছোৱাত লেখকজনৰ বা পুথিখনৰ গুৰুত্বৰ আভাস দিব পাৰে। "ল'ৰা-কবিতা'ই ল'ৰাৰ লগৰীয়া হৈ হিত সাধিব" পৰা যোগ্যতায়ে অৰ্জন কৰিছিল, সেই কথা সমসাময়িক বিভিন্নজন সুধী ব্যক্তি আৰু • কাকত-অনুষ্ঠানে কৈছে।

ল'ৰা-কবিতা প্ৰকাশ হোৱাৰ পাছত প্ৰয়োজনীয় সংশোধনীৰে সৈতে দুৰ্গাপ্ৰসাদে অসম পাঠ্যপুথি সমিতিলৈ কিতাপখন বাছনিৰ বাবে পঠিয়াইছিল। সমিতিৰ সম্পাদক আছিল তেতিয়া গুণানন্দ বৰুৱা। সমিতিৰ ১৮৯৯ চনৰ ১১ মে' তাৰিখৰ গুণানন্দ বৰুৱা-স্বাক্ষৰিত প্ৰস্তাৱত কিতাপখনৰ বিষয়ে এনেকৈ কোৱা হৈছিল বোলে কিতাপখন বৰ সহজ, আৰু শিশুৰ কাৰণে সুলিখিত। নিম্ন প্ৰাথমিক স্কুলৰ বাবে আৰু মজলীয়া স্কুলৰ নিম্ন শ্ৰেণীসমূহৰ বাবে কিতাপখন উপযোগী। ("The book is very easy and well written for the boys, and may be used in the Lower Primary schools and in the lower classes of the Middle schools.")। সেই চনৰে ৬ অক্টোবৰ তাৰিখে দুৰ্গাপ্ৰসাদে কিতাপখনৰ মঞ্জুৰি বিচাৰি অসমৰ "বিদ্যা-শিক্ষাৰ অধ্যক্ষ চাহা-ব"ক[২৬] জনোৱা আবেদন মৰ্মে শিক্ষা-সঞ্চালকে[২৭] কিতাপখন অসমীয়া পাঠ্যক্ৰম থকা স্কুলৰ বাবে নিৰ্দ্ধাৰিত পাঠ্যপুথিৰ তালিকা-ভুক্ত হোৱাৰ কথা ১৮৯৯ চনৰ ডিচেম্বৰ মাহৰ ২৯ তাৰিখে দুৰ্গা-প্ৰসাদলৈ লিখিলে। ("...your book has been included in

---

২৬. হেমচন্দ্ৰ বৰুৱাই কৰা D. P. I.-ৰ পৰিভাষা।
—পাঠমালা, ১৩শ সংস্কৰণ, পাতনি।

২৭. W. Booth, M. A. Sc. D.

the list of text books authorised for use in schools of which the vernacular is Assamese".)

১৮৮৭ চনৰে পৰা একেৰাহে তেৰ বছৰ কাল চলি অহা বলদেৱ মহন্তৰ 'উজুপাঠ'ৰ সলনি ১৮৯৯ চনত দুৰ্গাপ্ৰসাদৰ 'ল'ৰা-কবিতা' নিম্ন প্ৰাথমিক স্কুলৰ দ্বিতীয় শ্ৰেণীৰ পাঠ্যপুথি মনোনীত হ'ল। তেতিয়া উজনি অসম বিভাগৰ স্কুল উপ-পৰিদৰ্শক আছিল ৰত্নধৰ বৰুৱা। একে বছৰতে কালিৰাম বৰুৱাৰ 'তৃতীয় শিক্ষা' নামৰ কিতাপৰ পৰিবৰ্তে ৰজনীকান্ত বৰদলৈৰ 'জ্ঞান-সোপান' কিতাপখনো মঞ্জুৰ কৰা হৈছিল। পিছে, শিক্ষাবিভাগে এবছৰৰ পাছতে ১৯০০ চনত ল'ৰা-কবিতাৰ ঠাইত পুনৰ বলদেৱ মহন্তৰ উজুপাঠ মঞ্জুৰ কৰিলে। আনহাতে তৃতীয় শিক্ষাৰ পৰিবৰ্তে প্ৰবৰ্তিত জ্ঞান-সোপান চলিয়েই থাকিল। বিষয়টো সম্পৰ্কত তেতিয়াৰ শিক্ষাধিকাৰীলৈ লিখা দুৰ্গাপ্ৰসাদৰ চিঠিখন আছিল এনে ধৰণৰ :

2nd October, 1900.

To

The Director of Public Instructions, Assam.

Sir,

I have the honour to bring to your kind notice the following few lines for your favourable consideration.

Tritiya Siksha (prose) was a Lower Primary course since some years past. Now Gnyan Sopan has been introduced in its place. Thereby the author has been duly encouraged by the educational authority. Ujupath (poetry) has been used over 13 years as a Lower Primary course. Srijut Ratnadhar Barua, D. I. S., Upper Assam Division, was pleased to introduce Lorakavita in the 2nd class of Lower Primary schools last year; but it has been abolished from this year simply on the ground that Ujupath (poetry) is the standard (?) course of 1st class. It will not be out of place to introduce Lorakavita in the place of Ujupath (poetry), and on comparison, it was not inferior

to Ujupath (poetry) as far as language and moral lessons are concerned.

In fine, may not the author of Lorakavita be encouraged in the same manner as that of the author of Gnyansopan?

I have the honour to be Sir,
Your most obedient servant,
Durga Prasad Dutt.

বিষয়টোৱে তেতিয়া অসমত এক প্ৰকাৰৰ আলোড়নৰ সৃষ্টি কৰিলে। 'টাইমছ অফ আছাম' কাকতে দুৰ্গাপ্ৰসাদৰ অনুকূলে অভিমত প্ৰকাশ কৰিলে এনেদৰে ঃ "This little book is intended for children of tender age. The subjects are no doubt selected with good choice. and the style is charming and graceful. We recommend that this little pamphlet should be made a standard in our primary schools." এনে আন্দোলনৰ হেঁচাত পৰি শিক্ষাবিভাগে বিভিন্ন দায়িত্বশীল ব্যক্তিক বসেৰ মহত্তৰ উজুপাঠ আৰু দুৰ্গাপ্ৰসাদৰ ল'ৰা-কবিতা দুয়োখন পুথিৰ তুলনামূলক বিচাৰ কৰিবলৈ দিলে। অধনুৱা হাকিম যাদুৰাম বৰুৱাৰ বিচাৰৰ ৰায় আছিল এনেকুৱা ঃ "I have gone through the books 'Lorakavita' and 'Ujupath' very carefully. In comparison, I found Lorakavita far superior to Ujupath, the present poetical course of the Lower Primary schools in every respect." ডিব্ৰুগড়ৰ সহকাৰী স্কুল উপ-পৰিদৰ্শক তৈয়ব আলিয়েও দুয়োখন কিতাপৰ মাজত কৰা তুলনামূলক বিচাৰত ল'ৰা-কবিতায়েই শ্ৰেষ্ঠ বুলি অভিমত প্ৰকাশ কৰিলে ঃ "I recommend that Lorakavita is the best available book for the purpose."

ল'ৰা-কবিতাৰ ৰচনাসমূহৰ প্ৰায় আটাইবোৰেই অমূৰ্ত বস্তু-বাচক বিষয়-আধাৰিত। কবিতাবোৰৰ প্ৰাৰ্থনা, যত্ন, স্বভাৱ, শ্ৰম, ধৰ্ম, টোপনি. ৰূপ আৰু গুণ, বন্ধু-পৰীক্ষা, আশা, মৰম, ক্ষমা, সাহ আদি শিৰোনামাসমূহেই সেই কথা সূচাইছে। প্ৰতিটো কবিতাৰ ভাব স্বয়ংসম্পূৰ্ণ, আৰু প্ৰতিটো কবিতায়েই পঢ়ুৱৈৰ মনত বিষয়-বস্তু সম্পৰ্কে একোটা সম্যক ধাৰণা সৃষ্টি কৰিবলৈ সক্ষম। কবিতাসমূহৰ বিষয়-বৈবিধ্য যেনেকৈ চকুত লগা, ছন্দ-বৈচিত্ৰ্যও

তেনেকৈয়ে সন্তোষ-সঞ্চাৰী। পুথিখনত কবিয়ে এফালে যেনেকৈ পদ, দুলড়ী, ছবি আদি পুৰণি অসমীয়া ছন্দৰ অনুশীলন কৰিছে, আনফালে তেনেকৈ নতুন নতুন ছন্দ নির্মাণৰ পৰীক্ষা-নিৰীক্ষাও চলাইছে বুলি কব পাৰি। উনবিংশ শতিকাৰ অসমীয়া কবিসকলে ছন্দৰ বৈচিত্র্যৰ প্ৰতি বৰ বেছি দৃষ্টি দিছিল যেন নালাগে। ৰত্নেশ্বৰ মহন্তয়েই বোধ হয় একমাত্র কবি, যিজনে সচেতনভাৱে ছন্দশৈলীৰ অনুশীলন কৰিছিল, অসমীয়া কবিতাৰ ছন্দৰ ক্ষেত্ৰত এক প্ৰকাৰৰ সম্পৰীক্ষা চলোৱাৰ প্ৰয়াস দেখুৱাইছিল। ৰত্নেশ্বৰ মহন্তৰ লেখীয়া প্ৰচেষ্টা দুৰ্গাপ্ৰসাদৰ ন'ৰা-কবিতাত যদিও দেখা নাযায়, তথাপি একেটা ছন্দ-ৰীতিতে বিভিন্ন সাজৰ শব্দ-গাঁথনি দেখুৱাই তেওঁ আপাত-বৈচিত্র্যৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

আনৰ বিপদ দেখি নকৰে যি কাণ,
পৃথিৱীত সেইজন পশুৰ সমান। (যৱন)

উদ্ধৃত ফাঁকিটোৰ একে পদ ছন্দকে এই গাঁথনিৰ পৰিবৰ্তে দুৰ্গাপ্ৰসাদে এনেদৰে দেখুৱাইছে:

দুৰ্জ্জনৰ লগ লোৱা
নাই প্ৰয়োজন,
সঙ্গদোষে দোষী হয়
জানে সৰ্ব্বজন। (কুসঙ্গ)

ছবি আৰু লেচাৰী দুয়োবিধ ছন্দৰ সমন্বয়ত তেওঁ গঢ়িব খোজা এবিধ ছন্দ-সজ্জা এনে ধৰণৰ:

ভাল-বেয়া বস্তু যত আছে মানে সংসাৰত
ধন দিলে অনায়াসে সকলোকে পায়;
মাণিক-মুকুতা আদি, লবলৈই খোজা যদি,
ধন হুটিয়ালে পাবা যত মন যায়। (সময়)

ত্ৰিশ্বেৰ নেওগে নামকৰণ কৰা মতে এই ছন্দ 'ছবি-লেচাৰী'। পুৰণি কুসুম-মালা ছন্দকে চতুর্থ চৰণৰ অমিল পাদান্তেৰে দুৰ্গাপ্ৰসাদে নতুন ৰাগ এটা দিছে এনেকৈ:

জ্ঞান নাই যাৰ,
অন্তৰ আন্ধাৰ,
মূৰ্খ নাম তাৰ
সংসাৰৰ মাজে;
লোকৰ সদায়
জগৰ লগায়
একো গুণ নাই
দুষ্টামিৰ বাজে। (মূৰ্খতা)

বলদেৱ মহন্তৰ উক্ত পাঠত এনে সমায় ছন্দানুশীলনৰ অভাৱ। উক্ত পাঠৰ এটা পদ্যত লেচাৰী, দুটা পদ্যত ছবি, আৰু বাকী আঠাই-খিনি ৰচনাত একেটা গঢ়ৰে পদ ছন্দ ব্যৱহৃত হৈছে। বিষয় প্ৰকা-শৰ বেলিকা উপদেশৰ আতিশয্যই বলদেৱ মহন্তৰ উক্ত পাঠক পদ্যৰ শাৰীতে বহুৱাই ৰাখিলে। অৱশ্যে দুৰ্গাপ্ৰসাদেও সুৰুঙা পালে কথাৰ লাচতে উপদেশৰ আঁচুৰুল বাছিবলৈ যত্ন নকৰাকৈ থকা নাই; তথাপি যেন তেওঁ নিজে উপদেষ্টাৰ আসনত বলদেৱ মহন্তৰ দৰে বহি লোৱা নাই। সেইবাবেই তেওঁৰ ৰচনাখিনিয়ে অবিমিশ্ৰ পদ্য নহৈ কবিতা পদ-বাচ্য হোৱাৰ অধিকাৰৰ দাবী ক্ষীণ স্বৰেৰে হলেও কৰিবই।

আমি পূৰ্বেই দেখুৱাই আহিছোঁ যে ৰচনা-কালৰ বেলিকা দুৰ্গাপ্ৰসাদৰ ল'ৰা-কবিতা আগ, আৰু প্ৰকাশ-কালৰ বেলিকা উক্ত কবিতা আগ। ১৮৯৫ খ্ৰীষ্টাব্দত উক্ত কবিতাৰ পোন প্ৰথম প্ৰকাশ ঘটাৰ পাছত ১৮৯৬ চনত কিতাপখনৰ দ্বিতীয় তাঙৰণ এটা ওলায়। আমি আদ্যন্ত সম্পূৰ্ণ কিতাপখন অক্ষত অৱস্থাত নোপোৱা বাবে দুৰ্গাপ্ৰসাদৰ পাতনি অংশৰ লগত আমাৰ প্ৰত্যক্ষ পৰিচয় ঘটা নাই। ড° নন্দ তালুকদাৰে তেখেতৰ 'সম্বাদ পত্ৰৰ ব'দ-কাঁচলিত অসমীয়া সাহিত্য' গ্ৰন্থত[২৮] দেখুওৱা মতে উক্ত কবিতাৰ প্ৰথম তাঙৰণৰ পাতনিত এনেদৰে আছে: "এই পুথি মুদ্ৰত কৰাত জোনাকীৰ সম্পাদক কনকলাল বৰুৱা বি, এ, আৰু সমনীয়া শ্ৰীযুত ৰাধিকা প্ৰসাদ বৰুৱা মহাশয়ে চকু ফুৰাই দি পুথিখনি ছপাবলৈ উৎসাহ দিয়াত অন্তৰেৰে সৈতে তেওঁবিলাকৰ শলাগ লৈছোঁ।" দ্বিতীয় তাঙৰণৰ পাতনিত আকৌ এনেকৈ থকা বুলি ড° তালুকদাৰে দেখু-ৱাইছে: "হাইকোৰ্টৰ অসমীয়া অনুবাদক, বিশ্ববিদ্যালয়ৰ অসমীয়া পৰীক্ষক, অঃ ভাঃ উঃ সাঃ সভাৰ আৰু জোনাকীৰ সুবিজ্ঞ সম্পাদক শ্ৰীযুত ৰমাকান্ত বৰকাকতী বি, এ, বি, এল, ভাওৰীয়া, আৰু স্কাউট বুকৰ অসমীয়া অৰ্থ-পুথি লিখোঁতা প্ৰিয়তম বন্ধু শ্ৰীযুত যোগেন্দ্ৰ নাথ বৰুৱা মহাশয়ে আগৰ পৰা ওৰিলৈ চকু ফুৰাই আহি কাকত শুধৰাই ছপোৱাই দিয়া বাবে দুইবো ওচৰত কৃতজ্ঞতা নশলাগি (?) থাকিব পৰা নাই।"

ল'ৰা-কবিতাৰ দৰেই দুৰ্গাপ্ৰসাদৰ উক্ত কবিতায়ো সম-সাময়িক বিভিন্ন গণ্য-মান্য ব্যক্তি আৰু অনুষ্ঠান-প্ৰতিষ্ঠানৰ প্ৰশংসা আদায় কৰিছিল। অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাই ১৮৯৫

২৮. ১ম প্ৰকাশ, পৃ. ১২১—১২২

চনৰ ৬ ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ পৰা দুৰ্গাপ্ৰসাদলৈ দিয়া এখন চিঠিত লিখিছিল ঃ "তোমাৰ কবিতা ভাল হৈছে। এয়ে তোমাৰ প্ৰথম উদ্যম,[২৯] এতেকে যি দুই-এটা দোষ আছে, ধৰ্তব্য নহয়" বুলি। জোনাকী কাকতত প্ৰকাশ হোৱা প্ৰশংসা আছিল এনে ধৰণৰ ঃ "কোমল বয়সীয়া ল'ৰা-ছোৱালীৰ নিমিত্তে এই পুথি লিখা হৈছে। আমি তাঠকৈ কব পাৰোঁ যে যি উদ্দেশ্যৰে এই সক পুথি ৰচা হৈছে, তাৰ সিদ্ধি নাহৈ নেথাকে। লেখকে বিশেষ যত্ন কৰি কুমলীয়া ল'ৰা-ছোৱালীয়ে বুজিব পৰাকৈ পুথিখনিত বাছি বাছি খুৱলা সহজ শব্দবিলাক ব্যৱহাৰ কৰিছে; সেইৰাবে আমি তেওঁৰ শলাগ লৈছোঁ। কবিতাবিলাকো নীতিপূৰ্ণ। প্ৰত্যেক অসমীয়া ল'ৰা-ছোৱালীৰ হাততে এই পুথি হোৱা উচিত। পুথি বছা কমিটী-য়েও পুথিখনি পঢ়াশালিত চলাবলৈ অনুমতি দিব লাগে।" 'আসাম' কাকতে লিখিছিল ঃ "এই ৰাপহী পুথিখনিত কি আছে কব নোৱাৰোঁ, ইয়াক পঢ়ি আমনি নেলাগে। এবাৰ পঢ়িলে আৰু এবাৰ পঢ়িবৰ মন যায়।...মুঠতে পুথিখনি অতি ভাল, অতি মিঠা, অতি শুৱলা হৈছে।"[৩০] নগাঁও পুথিবছা কমিটীয়ে ১৮৯৫ চনৰ ১১ ডিচেম্বৰত পুথিখনৰ সম্পৰ্কে গ্ৰহণ কৰা প্ৰস্তাৱত উজু কবিতাৰ পোনপটীয়া ভাষা, শুধ জতুৱা শব্দ আৰু নীতিমূলক আকৰ্ষণীয় পাঠসমূহৰ কথা উল্লেখ কৰিছে ("Its language is easy, and it appears to contain some pure Assamese idiomatic words, and several moral and interesting lessons in it." )। অসমৰ তদানীন্তন শিক্ষা-সঞ্চালক আৰু গ্ৰন্থ-পঞ্জীয়ক বুথ চাহাবেও (W. Booth, M. A. Sc. D.) উজু কবিতাৰ বিষয়-বস্তুৰ উপদেশধৰ্মিতা আৰু প্ৰকাশ-মাধ্যমৰ প্ৰাঞ্জলতাৰ ভূয়সী প্ৰশংসা কৰিছিল ('Ujukabita by Durga Prasad Dutt, is a simple poetical Reader, containing short poetical pieces of a didactic nature on moral subjects. It is written in very simple and chaste language.")[৩১]

সঁচাকৈয়ে ল'ৰা-কবিতাৰ ৰচনাসমূহতকৈ উজু কবিতাৰ ৰচনাৰাজিৰ মনোগ্ৰাহিতা অধিক। ভাবৰ স্বতঃস্ফূৰ্ত্ততা আৰু ভংগীৰ

---

২৯. প্ৰকাশৰ বেলিকা প্ৰথম উত্তম।

৩০. আসাম, ১৪ অক্টোবৰ, ১৮৯৫।

৩১. The Assam Gazette, March 17, 1900.

প্ৰকাশ-সৰলভাৱে ল'বা-কবিতাতকৈ উক্ত কবিতাই শিশু-কিশোৰক অধিক ওচৰ চপাই আনিব পাৰে।

চোৰাঁচোন পখিলাটি
কেনেনো শুৱনি,
কেনেনো ধুনীয়া তাৰ
পাখি দুইখনি। (পখিলা)

নাইবা

বুঢ়া হ'ল, বন-বাৰি কৰিব নোৱাৰে,
ভোকত ফুৰিছে হায়! দুৱাৰে দুৱাৰে।
(বুঢ়া মগনীয়া)

শিশু-কিশোৰৰ সৰল মনৰ প্ৰতি উদ্ধৃত ফাঁকি দুটাৰ আবেদন সম্পৰ্কত সন্দেহৰ অৱকাশ নাথাকে। একেদৰেই—

ঘড়ীয়ে কইছে শুনা টক্ টক্ টক্।
যেতিয়াৰ যিটি বন তেতিয়াই হক।
... ... ...
ঘড়ীয়ে কইছে শুনা টক্ টক্ টক্,
সোৰোপা লোকৰ দিন দুখেৰেই যক।
... ... ...
ঘড়ীয়ে কইছে শুনা টক্ টক্ টক্,
শ্ৰমী মানুহৰ নিতে সুখ নুগুচক। (ঘড়ী)

এনে ধৰণৰ ভাব-বৈবিধ্য আৰু প্ৰকাশ-বৈচিত্ৰ্যই শিশু-কিশোৰৰ মনত বাৰুকৈয়ে হেন্দোলনি তুলিব পাৰে।

উক্ত কবিতা প্ৰকাশ হোৱাৰ চাৰি বছৰৰ পাছত ১৮৯৯ চনত দুৰ্গাপ্ৰসাদৰ 'ফুল' নামৰ আন এখন কবিতা পুথি প্ৰকাশ হোৱাৰ সংবাদ আমাৰ সাহিত্যৰ বুৰঞ্জী লেখকসকলে দিছে।[৩২] দুৰ্গাপ্ৰসাদৰ 'জ্ঞান-মঞ্জৰি' আৰু 'স্বাস্থ্যপাঠ' আদি পুথিৰ লগত সাঙুৰি দিয়া বিজ্ঞাপনতো চাৰি অনা (০'২৫ টকা) মূল্যৰ 'ফুল' নামৰ কবিতা পুথিখনৰ উল্লেখ পোৱা যায়। সম্প্ৰতি দুষ্প্ৰাপ্য এই পুথিখনৰ বিষয়ে ৰাধাকান্ত সন্দিকৈয়ে জনৈক হলিৰাম কলিতা (বোধ হয় ফুলৰ প্ৰকাশক)লৈ লিখা এখন চিঠিৰ পৰা জানিব পৰা গৈছে বোলে "ফুল'ৰ লাৱনী মনোমোহা কবিতাই বাস্তৱিক মন মুহিত কৰে।" চিঠিখন ১৯০১ চনৰ এপ্ৰিল মাহৰ পাঁচ তাৰিখৰ। তেতিয়াৰ

৩২. ডিম্বেশ্বৰ নেওগৰ অসমীয়া সাহিত্যৰ বুৰঞ্জী, পৃ. ৬৬৪, ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত' পৃ, ২৩০ ।

যোৰহাট হাইস্কুলৰ প্ৰধান শিক্ষক, শিক্ষাবিদ শ্ৰীনাথ বেজবৰুৱাই ২৮.৩.১৯০১ তাৰিখে দুৰ্গাপ্ৰসাদলৈ লিখা এখন চিঠিতো এই পুথিৰ উল্লেখ আছে, তেওঁৰ 'জ্ঞান-মঞ্জৰি' পুথিৰ উল্লেখৰ লগতে। দুয়োখন পুথি সম্পৰ্কত শ্ৰীনাথ বেজবৰুৱাই কৈছিল ঃ "লিখাৰ নিয়ম আৰু পুথিৰ বিষয়বোৰ বৰ সুন্দৰ হৈছে। ল'ৰাক স্বাধীনভাৱে চিন্তা কৰিবলৈ শিক্ষা দিয়া বৰ আৱশ্যক।...এই গঢ়ৰ যিমান পুথি ওলায়, আমাৰ সিমান মংগল।" শিক্ষাবিদ শ্ৰীনাথ বেজবৰুৱাৰ এইখিনি কথায়ো 'ফুল'ৰ বিষয়ে ধাৰণা এটা গ্ৰহণ কৰাত সহায় কৰিছে।

কোমল-মতীয়া শিশুসকলক আখৰ চিনোৱাৰ উদ্দেশ্যে 'ফলা' নামৰ এখন পুথিও দুৰ্গাপ্ৰসাদে ১৯০১ চনত ৰচনা কৰিছিল। 'ফুল'ৰ দৰে 'ফলা'ও এতিয়া দুষ্প্ৰাপ্য। এইখন পুথিও আমি দেখা নাই। কিন্তু পুথিখনে শিশুৰ কুমলীয়া মনৰ উপযোগীকৈ যুগুতোৱা হৈছিল, আৰু পুথিখনৰ ছপা আৰু সাজ-পাৰেও আকৰ্ষণীয় আছিল, তাৰ প্ৰমাণ ৰৈ গৈছে। ঔপন্যাসিক ৰজনীকান্ত বৰদলৈয়ে ১৫।২।১৯০১ তাৰিখৰ এখন চিঠিত (প্ৰকাশক হলিৰাম কলিতালৈ লিখা) কিতাপখনৰ বিষয়ে এনেদৰে কৈছে ঃ "এই 'ফলা' নামেৰে পুথিখনি সৰু ল'ৰা-ছোৱালীক আখৰ চিনাবলৈ বৰ উপযোগী হৈছে। এই শ্ৰেণীৰ আন আন পুথিতকৈ এইখনি ভাল হৈছে বুলি আমি ডাঠকৈ কব পাৰোঁ। গ্ৰন্থকাৰ এজন জনা-বুজা অসমীয়া লেখক, আৰু তেওঁ লিখা পুথিযে বিশদ নহ'ব, ইয়াৰ কোনো কাৰণ নাই।" ৰাধাকান্ত সন্দিকৈয়েও পুথিখনৰ সহায়ত অসমীয়া ল'ৰাক সহজে আৰু সোনকালে আখৰ চিনাব পৰা হ'ব বুলি কৈ পুথিখনে "অসমীয়া ভাষাৰ এটি মহৎ অভাব দূৰ কৰিলে" বুলি মন্তব্য প্ৰকাশ কৰিছিল।[৩৩] শিক্ষাবিদ শ্ৰীনাথ বেজবৰুৱাই ২৬।২।১৯০১ তাৰিখে দুৰ্গাপ্ৰসাদলৈ লিখা চিঠিত "পুথি লিখা প্ৰণালী আৰু ল'ৰাৰ কোমল মনে ভাল ৰাপে মিল হৈছে" বুলি দিয়া মন্তব্যও উল্লেখ কৰিব লগীয়া।

এইটো অতিশয় তাৎপৰ্যপূৰ্ণ কথা যে বৃত্তিগতভাৱে শিক্ষা বা শিশু-শিক্ষাৰ লগত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা জড়িত হোৱাৰ সুযোগ নাছিল। শিশু-মনোবিজ্ঞান সম্পৰ্কীয় চিন্তা-চেতনা আহৰণ আৰু বিতৰণৰ চিন-চাপো তেওঁ ক'তো এৰি থৈ যোৱা নাই। দুৰ্গা-

৩৩. 'ফলা'ৰ প্ৰকাশক হলিৰাম কলিতালৈ ২১।২।১৯০১ তাৰিখে লিখা চিঠি।

প্ৰসাদৰ গোটেই জীৱনটো ব্যাপৃত আছিল ব্যৱসায়-বাণিজ্যৰ মাজতে, ধন-উপাৰ্জনৰ বাট চিকুনোৱাতে। এনে ধৰণৰ পুথি ৰচনাৰ বাবে যি ধৰণৰ পাৰিবেশিক আনুকূল্যৰ প্ৰয়োজন, সেইখিনিৰ পৰা মজিন্দাৰ বৰুৱা আছিল গোটেইটো জীৱনতে বঞ্চিত হৈ। তথাপি, তাৰ মাজতো তেওঁৰ এই প্ৰচেষ্টাই নিশ্চয় নিজৰ চাৰিত্ৰিক বৈশিষ্ট্যকে, নিজ মনৰ শিশু-সুলভতাকে প্ৰকাশ কৰিছে মাত্ৰ। আমি পূৰ্বে দেখুৱাই অহা মতে, জোনাকী যুগীয়া সাহিত্যিকসকলৰ লগত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ পৃথক্তা অন্ততঃ এইটো দিশতে ৰৈছে। দুৰ্গাপ্ৰসাদৰ সমসাময়িক লেখকসকলে শিশুৰ বাবে, কিশোৰৰ বাবে, আৰু কেৱল শিশু-কিশোৰৰ বাবেই হাতত কলম লোৱাৰ উদাহৰণ বৰ বিৰল। স্কুলীয়া পাঠ্যপুথি প্ৰণয়ন যিসকলে কৰিছিল, সেইসকলে সেই কাম কৰিছিল প্ৰয়োজনৰ দাবীত। বঙলা ভাষাৰ ঠাইত ঊনবিংশ শতিকাৰ অষ্টমটো দশকত অসমৰ স্কুল-আদালতত অসমীয়া ভাষাৰ পুনৰ্বাসন ঘটাৰ ফলত তাৎকালিকভাৱে অসমত যিহৰ অভাৱ তীব্ৰভাৱে অনুভূত হৈছিল, সেয়া হ'ল পঢ়াশলীয়া পাঠ্য পুথি। মিছনেৰীসকলে পূৰ্বৰে পৰা এই ক্ষেত্ৰত অব্যাহত ৰখা প্ৰচেষ্টাই শতিকাটোৰ শেহৰ দশক তিনিটাত এক প্ৰকাৰৰ গতি-মন্থৰতা দেখুৱালে। নৱম দশকত, দ্বিতীয়টো বছৰৰ জুলাই মাহত প্ৰতিযোগিতা, বঁটা-প্ৰদান আদি বিভিন্ন প্ৰক্ৰিয়াৰে স্কুলীয়া পাঠ্যপুথি প্ৰণয়নৰ বাবে জনোৱা আহ্‌বানৰ ফলত চৰকাৰৰ হাতত পৰা ২৬ খন পুথি আৰু পাণ্ডুলিপিৰ ভিতৰত মাত্ৰ ৫ খনহে পাঠ্য পুথি ৰূপে প্ৰবৰ্তনৰ উপযোগী বিবেচিত হৈছিল ("Altogether 26 books and manuscripts were examined, and five of which proved fit for use in the lower classes of Primary schools")।[৩৪] ভালে-বেয়াই সেইখিনিয়ে নৱমটো দশকতে পঢ়াশালিসমূহত প্ৰৱেশ লাভ কৰাৰ পাছত শতিকাটোৰ শেহৰটো দশকলৈকে সেই দিশটোত যেন দ্বিতীয় দৃষ্টিৰ প্ৰয়োজন অনুভূত নোহোৱা হৈ পৰিল। পৰিণতি স্বৰূপে অসমৰ স্কুলসমূহত একেখিনি পাঠ্যপুথিৰেই বিৰক্তিকৰ আৱৰ্তন চলি থাকিল। শতিকাটো যাওঁ যাওঁ কালছোৱাত দুৰ্গাপ্ৰসাদৰ এই পৰিবৰ্তন-প্ৰয়াসী প্ৰচেষ্টাটোৱে তাৎপৰ্যপূৰ্ণভাৱে অসমৰ পঢ়াশলীয়া শিক্ষা-ক্ষেত্ৰত এক নতুন পদক্ষেপৰ সৃষ্টি কৰিলে বুলিব লাগিব। কিন্তু সেয়ে দুৰ্গাপ্ৰসাদৰ বিষয়ে এই ক্ষেত্ৰত শেষ কথা নহয়। যি সময়ত দুৰ্গা-

৩৪. General Report of Public Instruction in Assam for the year 1882-83, The Assam Gazette, October 27, 1883. p. 583.

প্ৰসাদে এনে ধৰণৰ পুথি ৰচনাত মনোনিবেশ কৰিছিল, সেই সমস্ত পত্নাশলীয়া পুথি ৰচনা কৰিবলৈ ,চৰকাৰীভাৱে কোনো ধৰণৰ বঁটা-বানচ আগবঢ়োৱা হোৱা নাছিল। বঁটা-বানচৰ প্ৰতি থকা হাবিয়াসত উদ্বুদ্ধ হৈ তেওঁ পত্নাশলীয়া পুথি লিখিছিল বুলি সেই-বাবেই কব বা ভাবিব নোৱাৰি। তেওঁ যি কৰিছিল, প্ৰকৃত অৰ্থত দেশ-সেৱাৰ প্ৰেৰণাৰে অনুপ্ৰাণিত হৈয়েই কৰিছিল, পত্নাশলীয়া ল'ৰা-হঁতৰ হিত সাধনৰ উদ্দেশ্যতে কৰিছিল, অসমীয়া জাতিৰ ভৱিষ্যত বংশধৰসকলৰ কল্যাণ-সাধন ব্ৰতত ব্ৰতী হৈ আৰু আমাৰ জাতীয় জীৱনক সৰ্বতোপ্ৰকাৰে সমৃদ্ধ কৰাৰ লক্ষ্য লৈয়েই কৰিছিল।

অসমৰ জাতীয় জীৱনক সমৃদ্ধিশালী কৰিব খোজা উনবিংশ শতিকাৰ অসমীয়া ডেকাসকল অসমৰ মঞ্চ-জগতৰ দৈন্য-দশা দেখি বাৰুকৈয়ে উদ্বিগ্ন হ'ব লগা হ'ল। বিশেষকৈ শিক্ষা বা জীৱিকা-বশতঃ কলিকতাত থকা বা থাকি অহা ডেকাসকলৰ মন এই অৱস্থাই বেছিকৈ স্পৰ্শ কৰিলে। শতিকাটোৰ শেহৰটো দশকত অসমৰ বিভিন্ন ঠাইত স্থাপিত হোৱা মঞ্চসমূহত প্ৰদৰ্শন কৰিবৰ বাবে নাটকৰ অভাৱটো তেওঁলোকে গভীৰভাৱে অনুভৱ কৰিছিল। অসমীয়া মৌলিক নাটকৰ অভাৱত বঙলা নাটক অনুবাদ কৰি অসমৰ মঞ্চসমূহক সজীৱ কৰি ৰাখিব লগীয়া হোৱাটো অসমৰ জাতীয় জীৱনৰ অপূৰ্ণতাৰ অন্যতম এটা দিশ বুলি তেওঁলোকে উপলব্ধি কৰিছিল। জোনাকী যুগীয়া লেখকসকল সেইবাবে পোনতে আমাৰ ভাষাৰ অভাৱ পূৰণৰ নিমিত্তেই মৌলিক নাটক ৰচনা কৰা কাৰ্য্যত প্ৰবৃত্ত হ'ল। এনে লক্ষ্যৰ প্ৰতি প্ৰবৃত্তি জাগিল যিসকলৰ, সেইসকলৰ প্ৰথম দলটোত চাৰিজন, আৰু মূঠেই চাৰি-জন লোকৰ নামহে উল্লেখ কৰিব পাৰি। তৰ্কাতীতভাৱে সেই চাৰিজন হ'ল পদ্মনাথ গোহাঞি বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, বেণুধৰ ৰাজখোৱা আৰু দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা।[৩৫]

আধুনিক অসমীয়া নাট্য সাহিত্যৰ ক্ষেত্ৰত এইটো অতিশয় বিস্ময়জনক কথা যে ১৮৫৭ খ্ৰীষ্টাব্দত গুণাভিৰামৰ 'ৰাম-নৱমী' নাটক অৰুনোদইত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱাৰ পাছত (১৮৭০ খ্ৰীষ্টাব্দত গ্ৰন্থাকাৰে প্ৰকাশ) শতিকাটোৰ দ্বিতীয়াৰ্দ্ধৰ চাৰিটা দশকত মৌলিক নাটক মাত্ৰ পাঁচখনহে প্ৰকাশ হৈছিল। ১৮৬১ খ্ৰীষ্টাব্দত হেমচন্দ্ৰ

---

৩৫. দ্ৰষ্টব্যঃ ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ অসমীয়া সাহিত্যৰ ইতিবৃত্তঃ ১ম প্ৰকাশ, পৃ. ২২৮।

বৰুৱাৰ 'কানীয়াৰ কীৰ্তন,' ১৮৭১ খ্ৰীষ্টাব্দত ৰুদ্ৰৰাম বৰদলৈৰ 'বঙাল-বঙালনী', ১৮৭৮ খ্ৰীষ্টাব্দত ৰমাকান্ত চৌধুৰীৰ 'সীতা-হৰণ' আৰু ১৮৯০ খ্ৰীষ্টাব্দত লক্ষ্মীনাথ বেজবৰুৱাৰ 'লিতিকাই'ৰ প্ৰকাশৰ বাহিৰে সুদীৰ্ঘ একুৰি তেৰ বছৰ কালৰ আমাৰ নাট্য-ক্ষেত্ৰ বুলিবলৈ (১৮৮৮ খ্ৰীষ্টাব্দত প্ৰকাশ পোৱা অনূদিত নাটক 'ভ্ৰমৰঙ্গ'ক বাদ দি) একো নাছিল। শতিকাটোৰ শেহৰ দশকটোও শূন্যতাৰেই পূৰ্ণ হৈ ৰ'লহেঁতেন যদিহে ১৮৯৩ খ্ৰীষ্টাব্দত দুৰ্গাপ্ৰসাদে 'মহৰী' নাটৰ পাণ্ডুলিপি হাতত লৈ ৰংগমঞ্চৰ কাষে আগবাঢ়ি নাহিলহেঁতেন। শেহ দশকটোত প্ৰকাশ-কালৰ হিচাপত ১৮৯৪ চনত ওলোৱা বেণুধৰ ৰাজখোৱাৰ 'সেউতী-কিৰণ' নাটকেই প্ৰথম হলেও ৰচনা আৰু মঞ্চাভিযোজনাৰ বেলিকা দুৰ্গাপ্ৰসাদৰ 'মহৰী'হে অগ্ৰেসৰ। ১৮৯৬ চনত প্ৰকাশ হোৱাৰ পূৰ্বেই নাটকখন কলিকতাত তেৰানব্বৈ-চৌৰানব্বৈ চনৰ 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ বছৰেকীয়া উৎসৱত মঞ্চস্থ হোৱাটো দশকটোৰ নাট্য-ৰচনাৰ ক্ষেত্ৰত নিশ্চয় প্ৰেৰণাসঞ্চাৰী ঘটনা। 'মহৰী' ৰচিত, অভিনীত আৰু প্ৰকাশিত হোৱাৰ চাৰি বছৰৰ পাছতহে গোহাঞি বৰুৱাই 'গাঁওবুঢ়া' ৰচনা কৰিছিল ১৮৯৭ চনত।

দুৰ্গাপ্ৰসাদে 'মহৰী' নাটক ৰচনা কৰিছিল কলিকতাত থকা কালছোৱাতে। মহৰী ধেমেলীয়া সামাজিক নাটক। আন ভাষাত থকা দৰে আমাৰ ভাষাত গহীন নাটকযে সেই সময়ত নাছিলেই নে, "অইন কি, আমাৰ ধেমালি কৰিব লগীয়া নাট নাই বুলি কলেও দিৰাই কোৱা নহয়" বুলি দুৰ্গাপ্ৰসাদেই কৈছে।[৩৬] গতিকে, এভাৱ পূৰণৰ উদ্দেশ্যেইযে দুৰ্গাপ্ৰসাদে এই নাট ৰচনা কৰিছিল, তাত সন্দেহ নাই। অভাৱযে গোটেই দশকটো জুৰি চলিছিল, তাৰ প্ৰমাণ গোহাঞি বৰুৱাই গাঁওবুঢ়া নাটকত "আজি-কালি অসমত পছিমীয়া ধাৰণৰ অভিনয়ৰ প্ৰতি যেনেকৈ অনুৰাগ বাঢ়িছে, তেনেকৈ তাৰ জোখাৰে অসমীয়াত নাটক নাই, বিশেষকৈ সামাজিক নাটক" বুলি কোৱা কথাষাৰো[৩৭] দিছে।

অসমৰ মঞ্চ আৰু সাহিত্য-জগতৰ অভাৱ পূৰণৰ অৰ্থে ৰচিত হলেও দুৰ্গাপ্ৰসাদৰ মহৰী ধেমেলীয়া সামাজিক নাটকৰ ক্ষেত্ৰত এক যুগান্তৰকাৰী সৃষ্টি। আধুনিক অসমীয়া নাট্যসাহিত্যৰ ইতিহাসত মহৰী এক স্বতন্ত্ৰ আৰু স্বয়ংসম্পূৰ্ণ অধ্যায় বুলি কলেই যথেষ্ট কোৱা নহয়; কোৱা উচিত, দুৰ্গাপ্ৰসাদৰ মহৰী নাটকে

৩৬. মহৰী, ১ম প্ৰকাশ, পাতনি।
৩৭. গাঁওবুঢ়া, ২য় তাঙৰণ, পাতনি।

অসমৰ নাট্যজগতত অকলেই এক ইতিহাস সৃষ্টি কৰি গৈছে। অসমৰ মঞ্চজগতৰ খ্যাত-নাতিখ্যাত-অখ্যাত অনেক লোকক মহৰী নাটকে অসমৰ নাট্যামোদী দৰ্শকৰ সমুখত থিয় কৰোৱাইছিল, অনেকক প্ৰশংসাৰ মালা পিন্ধোৱাইছিল। এই নাটকৰ আপাহতে অনেকে হাঁহিবলৈ পাইছিল, অনেকে অনেকক হঁহুৱাবলৈ পাইছিল।

আমি পূৰ্বে উল্লেখ কৰি আহিছোঁ যে ১৮৯৬ চনত প্ৰকাশ হোৱাৰ পূৰ্বে কলিকতাত ১৮৯৩।৯৪ চনত অনুষ্ঠিত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ বাৰ্ষিক অধিবেশনত মহৰী নাটক প্ৰথম বাৰৰ বাবে অভিনীত হৈছিল। সেই অভিনয়ৰ বিশদ বিৱৰণ আমাৰ হাতত নাই। কিন্তু ১৮৯৬ চনত (১৮১৮ শকৰ ২২ ভাদ দেওবাৰ) কলিকতাৰ চিটি কলেজিয়েট স্কুল ঘৰত 'ভ্ৰমৰঙ্গ'ৰ লগতে মহৰীও দ্বিতীয় বাৰৰ বাবে মঞ্চস্থ হৈছিল। "মহৰীৰ ভাৱৰীয়াসকলৰ ভিতৰত ভাবিৰাম, বাপিৰাম, মিনাৰাম, মিঃ ফক্স, মাকৰী মেম আৰু ভেকোলাৰ কথায়পতি দৰ্শকৰ জয়ধ্বনি পৰিছিল"।[৩৮] ফক্স চাহাব, মাকৰী মেম, ভেকোলা আৰু ঘোঁৰা চহিচৰ ভূমিকাত ওলাইছিল যথাক্ৰমে লক্ষেশ্বৰ শৰ্মা, যোগেন্দ্ৰনাথ বৰুৱা, ঘনকান্ত বৰুৱা আৰু ৰাধানাথ ফুকন। "তলৰ শ্ৰেণীত পঢ়া ছাত্ৰসকলে চহিচৰ ভাওটো লবলৈ সংকোচ বোধ কৰাত ফুকনে তেওঁলোকৰ আগত Dignity of Labour-ৰ বিষয়ে বক্তৃতা এটা দি নিজেই সেই সৰু ভূমিকাটিত অৱতীৰ্ণ হৈছিল।"[৩৯]

কলিকতাত মহৰী মঞ্চস্থ হোৱাৰ পাছত, আৰু উনবিংশ শতিকাৰ শেহৰটো দশকত অসমৰ বিভিন্ন ঠাইত নাট্যমঞ্চ স্থাপিত হোৱাৰ পাছত অসমত যেন মহৰীৰ দিগ্বিজয়-পৰিক্ৰমা আৰম্ভ হ'ল। তেজপুৰত পোনতে এক অস্থায়ী ৰংগমঞ্চত ১৮৯৬ চনত মহৰীৰ অভিনয় হৈছিল বুলি জনা যায়।[৪০] কিন্তু 'মঞ্চলেখা'ত অতুলচন্দ্ৰ হাজৰিকাই কোৱা মতে ডাক্তৰ কামিনীকান্ত দাস, পদ্মনাথ গোহাঞি বৰুৱা আৰু উমা সিংহ যথাক্ৰমে ভেকোলা, ফক্স চাহাব আৰু মাকৰী মেমৰ ভূমিকাত ওলোৱা ঘটনাটো সেই অভিনয়ৰে বুলিহে খাটাংকৈ কব পৰা নাযায়।

৩৮. অ. ভা. উ. সা. সভাৰ বছৰেকীয়া কাৰ্যবিবৰণি, উদ্ধৃত, অতুল চন্দ্ৰ হাজৰিকাৰ 'মঞ্চলেখা', পৃ. ৯৬-৯৭ ।

৩৯. অতুল চন্দ্ৰ হাজৰিকা, মঞ্চলেখা পৃ. ৯৭ ।

৪০ Assamese Drama and the Stage, by Dr. H. Bhattacharya, p. 183.

অতুলচন্দ্ৰ হাজৰিকাই মঞ্চলেখাত কৈ যোৱা মতে[৪১] গুৱাহাটীত হোৱা মহৰী নাটৰ অভিনয়ত ফক্স চাহাবৰ ভূমিকাত ওলাইছিল অন্নদাকুমাৰ বৰুৱা, আৰু মাকৰী মেমৰ ভূমিকাত ওলাইছিল দৈৱকী বৰা। হাজৰিকাই কৈছে বোলে সেই সময়ত চাহাব-মেমসকলেও দৰ্শক হিচাপে অভিনয় উপভোগ কৰিছিল, আৰু উল্লিখিত অভিনয়ত বহুত চাহাব-মেম উপস্থিত থকা বাবে মাকৰী মেমে ফক্স চাহাবক চৰ শোধোৱা কামটো পৰিহাৰ কৰাৰ সিদ্ধান্ত অভিনেতাসকলে গ্ৰহণ কৰিছিল।

১৯০৩-০৪ চনৰ মাজৰ কোনোবা এটা দিনত যোৰহাট থিয়েটাৰত এই নাটৰ অভিনয় হওঁতে তেতিয়াৰ যোৰহাটৰ মাষ্টি-হাকিম অন্নদাচৰণ ভট্টাচাৰ্যই ভাবিৰামৰ ভূমিকাত অৱতীৰ্ণ হৈ সঁচা-সঁচি ঘোঁৰা এটাত উঠি মঞ্চত ওলাওঁতে গোটেই দৃশ্যটো বোলে জীৱন্ত হৈ পৰিছিল।[৪২]

শতিকাটোৰ প্ৰথম দুটা দশকৰ ভিতৰত শিৱসাগৰতো মহৰী অভিনীত হোৱাৰ সংবাদ আছে।[৪২ক] ১৯২৩ চনত যোৰহাটত অসম ছাত্ৰ সন্মিলনৰ অধিবেশন উপলক্ষ্যে অনুষ্ঠিত হোৱা এই নাটৰ অভিনয়ত নাট্যাচাৰ্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ হৈছিল ফক্স চাহাব, সাহিত্যাচাৰ্য মিত্ৰদেৱ মহন্ত হৈছিল মাকৰী মেম, "লট্টাৰৰ চন্দ্ৰ" চন্দ্ৰনাথ শৰ্মা হৈছিল মহৰী আৰু গোলোকচন্দ্ৰ বৰুৱা হৈছিল মাকৰী মেমৰ ভায়েক ভেকোলা।[৪৩]

তৃতীয় আৰু চতুৰ্থ দশকৰ ভিতৰত নাজিৰাত হোৱা মহৰী নাটৰ অভিনয়ত ফক্স চাহাবৰ ভাও লৈছিল ৰজনীনাথ শৰ্মাই, আৰু মাকৰী মেমৰ ভাও লৈছিল ফণীধৰ দত্তই। নাজিৰাত আন এবাৰৰ অভিনয়ত ফণীধৰ দত্ত, কৃষ্ণ হাতীকাকতী আৰু গোপাল বৰদলৈয়ে যথাক্ৰমে মহৰী, মাকৰী আৰু ভেকোলাৰ চৰিত্ৰ ৰূপায়িত কৰিছিল বুলি জনা যায়।[৪৪]

গোলাঘাটতো যে মহৰীৰ অভিনয় বহুবাৰ হৈছিল, সেই কথাৰ

---

৪১. পৃ. ৪৬০।

৪২. **The Assamese Drama and the Stage, p. 190.**

৪২ক. সহজানন্দ ভৰালীৰ 'শিৱসাগৰ নাট্য সমাজৰ ইতিবৃত্ত', পৃ. ৫৭; মঞ্চলেখা, পৃ ৩৮৮।

৪৩. দ্ৰষ্টব্য: মঞ্চলেখা, পৃ. ১৩০, ৩৭০।

৪৪. ঐ, পৃ. ৪০৭।

সাক্ষ্য দিছে শৰৎচন্দ্ৰ লাহিড়ী নামৰ তেতিয়াৰ গোলাঘাটৰ এচি-হাকিম ( Sub-Deputy Collector)) এজনে। নাটকখনৰ কোনো ভূমিকাত লাহিড়ী অৱতীৰ্ণ হোৱা নাছিল; কিন্তু গোলাঘাটত থকা কালছোৱাত মহৰী অভিনয়ৰ ব্যৱস্থাপনাত বোলে লাহিড়ীয়ে গধুৰ দায়িত্ব বহন কৰিছিল। দুৰ্গাপ্ৰসাদলৈ লিখা এখন চিঠিত সেই কথা লাহিড়ীয়ে নিজে ব্যক্ত কৰিছে।[৪৫]

এনেকৈ বিভিন্ন সময়ত অসমৰ বিভিন্ন গৰাকী স্মৰণীয়-বৰণীয় ব্যক্তি মহৰীৰ বিভিন্ন চৰিত্ৰৰ ভূমিকাত অৱতীৰ্ণ হোৱাৰ সংবাদ আছে। ডিব্ৰুগড়ত শৈলধৰ ৰাজখোৱাই ফকৰ ভূমিকাত, দ্বিতীয় দশকত (১৯১৪ চনৰ পাছত) চিলঙত শশীভূষণ বৰুৱাই মহৰীৰ ভূমিকাত, যোৰহাট থিয়েটাৰত তৰাজান প্ৰাথমিক স্কুলৰ প্ৰধান শিক্ষক গোলোক পণ্ডিতে ভেকোলাৰ ভূমিকাত কৰ' অভিনয়ৰ যোগেদি সমসাময়িক দৰ্শকসকলৰ পৰা পোৱা প্ৰশংসাৰেযে কেৱল তেখেতসকল নিজে নিজে ধন্যহে হৈছিল এনে নহয়, সেই সেই অভিনয়েৰে অসমৰ নাট্যামোদীসকলৰ মাজত বিশেষ একো একোটা কিম্বদন্তী ৰূপতো তেখেতসকলৰ নিজ নিজ ভাৱমূৰ্তি অম্লান হৈ ৰোৱা পৰিলক্ষিত হৈছে।

তিনিটা অংকযুক্ত মহৰী নাটকৰ পটভূমি ঊনবিংশ শতিকাৰ অসমৰ চাহবাগিচা; প্ৰধান নাট্যচৰিত্ৰ ইংৰাজী ভাষাৰ স্বল্পবিদ্যা-ৱত্তাৰে বাগিচাৰ চাকৰিপ্ৰাৰ্থী ভাবিৰাম; বক্তব্য বিষয় সমসাময়িক অসমীয়া সমাজৰ এটা অংশৰ নিৰ্বোধতা, সৰলতা, ধূৰ্তালি আৰু দাৰিদ্ৰ্য-দশা, আৰু য়ুৰোপীয় চাহাবৰ হাস্যাস্পদ বিভৎসতা; উপাদান অসংগতিমূলক পৰিস্থিতি আৰু স্থূল হাস্যৰস। হাস্যৰসৰ স্থূলতাৰ বাবে দুৰ্গাপ্ৰসাদক বৰকৈ জগৰীয়া কৰিব নোৱাৰি। কাৰণ, স্বয়ং ৰসৰাজ বেজবৰুৱাৰ লিতিকাই নাটৰ হাস্যৰসেই স্থূলাৱয়ব পৰিহাৰ কৰিব পৰা নাই। এনে স্থূলতাৰ বাবে বেজবৰুৱা বা দুৰ্গাপ্ৰসাদৰ লেখীয়া নাট্যকাৰ যিমান দায়ী, তাতকৈ বেছি দায়ী সমসাময়িক সহৃদয় সামাজিকৰ গ্ৰহণ-ক্ষমতা আৰু ৰুচি-চৰিত্ৰ।

মঞ্চৰ ভিতৰত দৰ্শকৰ পৰা যেনেকৈ, মঞ্চৰ বাহিৰত পাঠকৰ পৰাও তেনেকৈ মহৰীয়ে সাধুবাদ বুটলিছিল। 'টাইমছ

৪৫. "I was for a long time Sub-Deputy Collector of Golaghat. During my stay, I had the pleasure of seeing your 'Mobori' farce several times in the local stage. I took no part in the play itself, but had some serious part in the management."

অরু আহোম' কাকতে 'মহৰী' গ্ৰন্থখনৰ সমালোচনা প্ৰসংগত কৈছিল :
"We tender our thanks to Srijut D. P. Dutt at Calcutta for his giving us the opportunity of profitably spending half an hour with his amusing Assamese farce, the 'Mohori'. Both the language and the get up of the pamphlet are very excellent. We recommend this brochure to our theatre parties "[৪৬] 'আসাম' কাকতে মহৰী নাটকৰ বিষয়ে মন্তব্য কৰিছিল এনেদৰে : "ইয়াত আসামৰ চাহবাগিচাৰ মেনেজাৰ চাহাব, বৰ মহৰী, হাজিৰা মহৰী, মেনেজাৰৰ দেশীয় মেম প্ৰভৃতি সকলোৰে বড়িয়া চিত্ৰ দিয়া হৈছে। নাটৰ ভাষাও উপযুক্ত হৈছে"।[৪৭] 'পুথিৰ গুণাগুণ বিচাৰ' শিতানত 'জোনাকী' কাকতে কোৱা মতে মহৰী "এখনি নতুন ধৰণৰ বৰ ধেমেলীয়া আৰু পঢ়িলে হাঁহি উঠা বিধৰ ভাৱনাৰ নাট। এই সৰু নাটখনি চাহ বাগিচাৰ ফট্‌ক্টীয়া ছবি। চাহেবৰ পৰা কুলীলৈকে সকলোকে দাপোণত দেখাদি দেখি। .. হাতৰ লেখা অৱস্থাতে এবাৰ ইয়াৰ সাহিত্য সভাৰ উৎসৱত অভিনীত হৈছিল, আৰু তাত দৰ্শকসকলে দেখি ইমান তৃপ্ত হ'ল যে লিখকক সোনকালে কিতাপখনি প্ৰকাশ কৰিবলৈ বিশেষ অনুৰোধ কৰাত সম্প্ৰতি ছপা হৈ ওলাইছে।"[৪৮]

ছপা হৈ ওলোৱাৰ পাছত নাটকখন বঙলা ভাষালৈ অনুবাদ কৰিবৰ বাবেও যো-জা চলিছিল। প্ৰসংগক্ৰমে আমি পূৰ্বে উল্লেখ কৰি অহা শৰৎ চন্দ্ৰ লাহিড়ীয়ে তেওঁৰ কলিকতীয়া বন্ধু এজনক (কোনোবা কাকতৰ সম্পাদক) মহৰীৰ বিষয়ে কোৱাত বন্ধুজনে কলিকতাত মঞ্চস্থ কৰিবৰ বাবে নাটকখন বঙলা ভাষালৈ অনুবাদ কৰিবলৈ লাহিড়ীক বোলে অনুৰোধ জনালে। লাহিড়ীয়ে অনুবাদৰ বাবে অনুমতি বিচাৰি ২১.২.১৯০১ তাৰিখে গুৱাহাটীৰ পৰা দুৰ্গা-প্ৰসাদলৈ চিঠি লিখিলে।[৪৯] .হৰীৰ বঙলা অনুবাদ আৰু অভিযোজনা

---

৪৬. January 27, 1896.

৪৭. ২৭ জুন, ১৮৯৬।

৪৮. ষষ্ঠ ভাগ, ৫ম—৬ষ্ঠ সংখ্যা, ১৮১৮ শক, পৃ. ১৮।

৪৯. "...I am all along an admirer of your book. Last time, I was in Calcutta. I had a talk with a friend of mine, an Editor, about your book, and he requested me to make a Bengali translation of it for the Calcutta stage. May I ask your permission to translate the book in Bengali, so that our Calcutta friends may have an opportunity of enjoying it and admiring the talents of an Assamese friend.

Gauhati
21-2-1901

Yours sincerely
Sarat Chandra Lahiri.

হ'ল নে নহ'ল জানিব পৰা নাযায়; কিন্তু আহিত্যৰ প্ৰসংগটোৱে নাটকখনৰ জনপ্ৰিয়তাৰে আন এটা দিশ উন্মোচন কৰিছে নিশ্চয়।

দুৰ্গাপ্ৰসাদৰ মহৰী নাটকে বাঙালী নাট্যকাৰ দীনবন্ধু মিত্ৰৰ 'নীলদৰ্পণ' নাটকৰ (১৮৬০) দুই-এটা কথা মনত পেলায়। কিন্তু এনে সৌৰৱণ প্ৰায় ক্ষেত্ৰতে সাদৃশ্যৰ বাবে নহৈ বৈপৰীত্যৰ বাবে হোৱা বুলিহে কব লাগিব। মহৰীৰ ফক্স চাহাব কামুকহে, নীলদৰ্পণৰ ৰোগ চাহাবৰ লেখীয়া বলাৎকাৰী পুৰুষ নহয়। পি. পি. ৰোগে ক্ষেত্ৰমণিক বলাৎকাৰ কৰিছে। মিন্টাৰ ফক্সে মাকৰীৰ "জাত-কুল মথাকে" মাৰিলেও মাকৰী ফক্সৰ প্ৰতি অনুৰক্তা, হয়তো পাৰিবাৰিক দুৰৱস্থাৰ হেতুকেই। শেষ বিচাৰত সেইবাবেই ক্ষেত্ৰমণিতকৈ মাকৰী মেম বেছি ট্ৰেজিক চৰিত্ৰ বুলি কব লগা হয়। নীলদৰ্পণৰ আই. আই. উড চাহাবৰ মুখত অশালীন 'বাঞ্চৎ' শব্দৰ আখৈ ফুটিছে ("বাঞ্চৎ বড়া মামলা-বাজ", "বাঞ্চৎ বড় পণ্ডিত হইয়াছে")। মহৰীৰ মাকৰী মেমে ফক্স চাহাবৰ প্ৰতি ব্যৱহাৰ কৰা "খেকাৰ খোৱাৰ পো" বাক্যাংশ চেনেহৰ সম্বোধনহে।

১৯৬২ চনৰ আগভাগত আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰই মহৰী নাটৰ অনাতাঁৰ অভিযোজনা প্ৰচাৰ কৰিছিল। সেই অভি-যোজনাই তিনিকুৰিৰ অধিক বছৰৰ পাছতো নাটকখনৰ জনপ্ৰিয়তাৰে ইংগিত দিয়ে। অৱশ্যে অনাতাঁৰ অভিযোজনাটো প্ৰচাৰ হোৱাৰ পাছত নাটকখনৰ বাস্তৱতা-অবাস্তৱতা সম্পৰ্কত প্ৰশ্ন উত্থাপন কৰি কোনো কোনো শ্ৰোতাই বিৰূপ মন্তব্য প্ৰকাশ কৰিছিল। মহৰী সম্পৰ্কত প্ৰকাশ পোৱা তেনে বাদানুবাদত অংশ গ্ৰহণ কৰি বিশিষ্ট কথাসাহিত্যিক শ্ৰীমহিম বৰাই নাটকখনৰ অনুকূলে ৰায় দান কৰিলে এনেদৰে ঃ— "...হাস্য ৰসাত্মক সৃষ্টিৰ কাৰণে যি নতুনত্ব আৰু আকস্মিকতাৰ প্ৰয়োজন, তাৰ কাৰণে সংগতিহীন আৰু অসমঞ্জস চিত্ৰ, কাৰ্য, অৱস্থাৰ সৃষ্টি কৰিব লাগিব। লগতে ৰহণ লাগিবই। স্বাভাৱিকতা বা গতানুগতিকতাত হাঁহিৰ স্থান ক'ত? হাস্য ৰসাত্মক ৰচনা মাত্ৰই সি বুদ্ধিদীপ্ত, বিদ্ৰূপাত্মক বা বিশুদ্ধ হাস্য ৰসেই হওক, সামান্যভাৱে হলেও ব্যক্তি বা সমাজক আঘাত কৰিবই।"[৫০] শ্ৰীবৰাৰ এই কথাখিনিৰ বা এনে ধৰণৰ কথাৰ পোহৰতহে মহৰী নাটৰ নন্দনতাত্ত্বিক বিচাৰ-বিশ্লেষণ কৰাটো সমীচীন হ'ব।

---

৫০. নতুন অসমীয়া, মে' ২১, ১৯৬২।

মহৰী নাটৰ সংলাপত প্ৰকাশ পোৱা মাকৰী মেম আৰু ডেকোজাৰ উচ্চাৰণ-ৰীতি, মাকৰী মেমৰ পূৰ্ব-পৰিচয় প্ৰসংগত ভাৰিৰামৰ উক্তি, বিশেষ সম্প্ৰদায়সূচক অথচ অধুনা অপ্ৰচলিত দুটামান শব্দ, চাহবনুৱা সম্পৰ্কত কৰ্মচাৰী মিনাৰামৰ মনোভংগী আদিয়ে কোনো কোনো উন্নাসিক পাঠক-সমালোচকৰ বিৰূপ মনোভাৱ জগাই তুলিব পাৰে। সাম্প্ৰতিক সময় আৰু সমাজৰ পৰিপ্ৰেক্ষিতৰ পৰা বিচাৰ কৰিবলৈ গলে তেনে প্ৰকাশ অতিশয় দূষণীয় বুলি পৰিগণিত হোৱাটোৱেই স্বভাৱিক, আৰু তাৰ বাবে নাট্যকাৰ দুৰ্গাপ্ৰসাদ অপৰাধীৰ কাঠগড়াত থিয় হ'ব লগীয়া অৱস্থা এটা সৃষ্টি হোৱাৰ সম্ভাৱনাও নোহোৱা নহয়। কিন্তু সাহিত্য সমাজৰেই প্ৰতিফলক। মহৰীত সমসাময়িক সমাজখনহে প্ৰতি-ফলিত হৈছে। আজিৰ পৰা প্ৰায় এশ বছৰৰ আগৰ অসমীয়া সমাজ-জীৱনৰ ইতিহাসহে মহৰীয়ে কৈছে। গতিকে তেনেবোৰ ক্ষেত্ৰত উন্নাসিকতা আৰু আবেগিকতা পৰিহাৰ কৰি যুক্তিৰেহে মহৰীক বিচাৰ-বিশ্লেষণ কৰাটো বাঞ্ছনীয়। কেৱল মহৰীৰ বেলিকাই নহয়, আমাৰ সাহিত্যৰ বিভিন্ন ক্ষেত্ৰত পৰিলক্ষিত হোৱা তেনে ধৰণৰ আপাত অগ্ৰহণীয় স্পৰ্শকাতৰ কথা বা প্ৰসংগবোৰ বিদ্যায়-তনিক দৃষ্টিভংগীৰেহে বিচাৰ কৰিব লাগিব, আৰু বিদ্যায়তনিক স্বাৰ্থৰ খাতিৰতে তেনেবোৰ কথা অপৰিবৰ্তিত ৰূপত ৰাখিব লাগিব। যিহৰ বাবে সাহিত্য, সেই সমাজৰ ঐতিহাসিক ক্ৰমবিবৰ্তনৰ ছবি-খন প্ৰকৃত পৰিপ্ৰেক্ষিতৰ পৰা চাবৰ বাবেই মহৰীৰ লেখীয়া গ্ৰন্থৰ প্ৰয়োজন। স্পৰ্শকাতৰতা নহয়, যুক্তিনিৰ্ভৰতাহে ব্যক্তিগত জীৱনৰ দৰেই জাতীয় জীৱনৰো উত্তৰণৰ পাথেয়।

মহৰীৰ প্ৰকাশক আছিল কলিকতাৰ ১২২ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ জনৈক নৃত্যগোপাল চক্ৰবৰ্তী। কিতাপখনৰ "বেচ সিকি এটি মাথোন।"[৫১]

দুৰ্গাপ্ৰসাদৰ মহৰীৰ পৰৱৰ্তী নাট্যৰচনা 'নিগ্ৰো'। এইটো অতিশয় আশ্চৰ্যজনক কথা যে অসমীয়া সাহিত্যৰ বুৰঞ্জী লেখক-সকলৰ এগৰাকীয়েও নিগ্ৰোৰ বিষয়-বস্তু সম্পৰ্কে কোৱাটো দূৰৰে কথা, প্ৰকাশৰ বছৰটোকে নিৰ্ণয় কৰি দেখুওৱা নাই। নাটক-খনৰ দুষ্প্ৰাপ্যতাই ইয়াৰ প্ৰধান কাৰণ। 'অসমীয়া নাট্য সাহিত্য'[৫২] গ্ৰন্থত ড° সত্যেন্দ্ৰনাথ শৰ্মাই কৈছে: "নিগ্ৰো নাটকখন আজি-কালি

৫১. জোনাকী, ৬ষ্ঠ ভাগ, ৫ম-৬ষ্ঠ সংখ্যা, ১৮১৮ শক।
৫২. ১ম প্ৰকাশ, পৃ. ৩০৬ ।

পাৰলৈ নাই। ...গতিকে নিগ্রো নাটকখনৰ নামটো উল্লেখ কৰাৰ বাহিৰে বিশেষ আলোচনা কৰা সম্ভৱ নহয়।" ১৮৯৯ চনত প্রকাশিত দুৰ্গাপ্ৰসাদৰ 'জ্ঞান-মঞ্জৰি' গ্রন্থৰ বেটুপাতৰ পিঠিত মুদ্রিত বিজ্ঞাপন এটাত "নিগ্রো (ভণ্ডামিৰ নাট)" বুলি বিজ্ঞাপিত হৈছে। ১৯২৭ চনত প্রকাশিত দুৰ্গাপ্ৰসাদৰ 'স্বাস্থ্যপাঠ' গ্রন্থৰ পিঠিত মুদ্রিত আন এটা বিজ্ঞাপনত "নিগ্রো (ধেমেলীয়া নাট)" বুলি দেখুওৱা হৈছে। পুথিখনৰ মূল্য চাৰি অনা (০.২৫ টকা)। বেণুধৰ শৰ্মাই শুনা মতে বোলে মহৰী নাটৰ দৰেই নিগ্রো নাটৰো "সজাটো সঁচা ঘটনা", নাট্যকাৰে "দেখি আৰু শুনিয়েই নিৰ্মাণ কৰা"।[৫৩] নিগ্রো আমাৰ সাহিত্য-ক্ষেত্ৰত এতিয়া অদৃশ্য হলেও নিগ্রো বিষয়ক মন্তব্য এটি আমাৰ হাতত আছে। সেই মন্তব্য অসমৰ তদানীন্তন শিক্ষা-সঞ্চালক আৰু গ্ৰন্থ-পঞ্জীয়ক ডৰলু বুথ চাহাবৰ। তেওঁ দিয়া মন্তব্যৰ পৰাই নাটকখনৰ বিষয়ে ধাৰণা এটা গ্রহণ কৰিব পাৰি। বুথে কোৱা মতে, 'নিগ্রো' মানুহৰ ভণ্ডামি প্রকাশক এখন প্রহসন, আৰু এখন সামাজিক নাটক। নাটকখন চাহাবী ধৰেণেৰে শিক্ষা লোৱা, স্বদেশী জাতি-ভাইসকলক ঘিণোৱা অসমীয়া ডাঙৰীয়া এজনৰ হাস্যাস্পদ চিত্র। নিজৰ পত্নীগৰাকীক মেমচাহাব সজোৱাত অপাৰগ হৈ পত্নীৰ লগত লগা কোঁহ-কালত ডাঙৰীয়াগৰাকীৰ চাৰিত্রিক অসংগতি বোলে তুংগাৱস্থা পাইছেগৈ। এনে এখন নাটকৰ ৰচয়িতাগৰাকীক হেনো ইংৰাজ লেখক জৰ্জ মুৰৰ লগত বিজাৰ পাৰি। ("Negro', by Durgaprasad Dutt, is a farce on hypocrisy, and may, therefore, be termed a social drama. It is an absurd caricature of an Assamese gentleman of high caste, who was educated somewhat on English lines, (and who) looks down on his compatriots. The hight of absurdity is reached when he quarrelled with his faithful loving wife in consequence of her refusal to imitate the life and manners of a Mem-Sahib. The writer may be termed an Assamese George Moore.")[৫৪]

নিগ্রো প্রকাশৰ প্রকৃত কাল নিৰ্ণয় কৰাটো সহজ নহয়। পিছে, বুথ চাহাবৰ মন্তব্যটো প্রকাশ পোৱা চন-তাৰিখ (১৯০০ চনৰ ১৭ মাৰ্চ)ৰ ওপৰত ভৰ দি এই কথা কব পাৰি যে নাটকখন ১৯০০ চনৰ মাৰ্চ বা ফেব্ৰুৱাৰী মাহৰ পূৰ্বে প্রকাশ হোৱাটো সম্ভৱ। কিন্তু কেৱল সেয়ে নহয়, জ্ঞান-মঞ্জৰি গ্রন্থৰ বেটুপাতত ছপোৱা বিজ্ঞাপনৰ

৫৩. বেণুধৰ শৰ্মা ৰচনাৱলী, ১ম খণ্ড, পৃ. ১৬৪।
৫৪. The Assam Gazette, March 17, 1900.

পৰা এই কথা থিৰাং নহলেও অনুমান কৰিব পাৰি যে নিগ্ৰো ১৮৯৯ চনৰ পূৰ্বে প্ৰকাশ হৈছিল। দুৰ্গাপ্ৰসাদৰ জ্ঞান-মঞ্জৰি প্ৰকাশ হৈছিল ১৮২১ শকৰ শাওণ মাহত (১৮৯৯ খ্ৰীষ্টাব্দত)। লেখকে গ্ৰন্থখনৰ পাতনি (প্ৰস্তাৱনা) লিখিছিল ১৮৯৯ চনৰ ফেব্ৰুৱাৰী মাহৰ আঠাইছ তাৰিখে। গতিকে নিগ্ৰোৰ প্ৰকাশ কাল ১৮৯৯ চনৰ ফেব্ৰু-ৱাৰী মাহৰ আগত নহলেও জুলাই-আগষ্টৰ (শাওণ) পিছত নহয়। নাটকখনযে ৰচিত হৈছিল ১৮৯৭ চনৰ এপ্ৰিল মাহৰ পূৰ্বে, তাৰ প্ৰমাণ শিৱসাগৰৰ 'ছাত্ৰ সভা আৰু বাল্যাশ্ৰম'ৰ কাৰ্যবিবৰণিয়ে দিছে। সভাৰ ১৮৯৭ চনত অনুষ্ঠিত অষ্টম বাৰ্ষিক উৎসৱত দুৰ্গা-প্ৰসাদৰ নিগ্ৰো নাটক অভিনীত হোৱাৰ কথা উক্ত কাৰ্যবিবৰণিত এনেদৰে আছে ঃ "আজি ('১৮১৯ শকৰ চ'তৰ ১৪ দিন শ্বাওঁতে') নিগ্ৰো নামে যিখনি নাটক ল'ৰাবিলাকে অভিনয় কৰিব খুজিছে, সেইখনি অভিনয় কৰাৰ যোগ্য নাটক।"[৫৫] নিগ্ৰো নাটৰ অৱলুপ্তিয়ে অসমীয়া নাট্য সাহিত্যৰ ইতিহাস অসম্পূৰ্ণ কৰি ৰাখিছে। নাটকখন উদ্ধাৰ কৰিব নোৱৰালৈকে আমাৰ নাট্য-ইতিহাসৰ এখিলা পাত সদায় উকা হৈয়েই থাকিব।

মহৰী আৰু নিগ্ৰোৰ পাছত 'গুৰু-দক্ষিণা' দুৰ্গাপ্ৰসাদৰ তৃতীয় নাট্য ৰচনা। গুৰু-দক্ষিণা ১৯০০ খ্ৰীষ্টাব্দত ৰচনা কৰা হৈছিল আৰু ১৯০১ চনত ইয়াৰ প্ৰথম তাঙৰণ ওলাইছিল বুলি নাট্যকাৰে দ্বিতীয় তাঙৰণৰ (১৯২৮) পাতনিত নিজে কৈ গৈছে। গতিকে 'অসমীয়া নাট্য সাহিত্য' গ্ৰন্থত ড° সত্যেন্দ্ৰনাথ শৰ্মাই আৰু 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' গ্ৰন্থত ড° মহেশ্বৰ নেওগে নাটকখনৰ প্ৰকাশ-কাল ১৯০৩ খ্ৰীষ্টাব্দ বুলি দেখুওৱাটো শুদ্ধ নহয়। নাটকখন পোনতে প্ৰকাশ কৰিছিল নাট্যকাৰৰ সম্বন্ধীয় ভতিজাক ভিশ্বগড়ৰ ৰায়চাহাব গংগাৰাম চৌধুৰীয়ে। প্ৰথম তাঙৰণৰ মূল্য আছিল ছ অনা (০'৩৭ টকা), আৰু পৃষ্ঠা-সংখ্যা আছিল ৬৮। নাট্যকাৰৰ পিতৃ ৺নৰোত্তম মজিন্দাৰ বৰুৱাৰ স্মৃতিত নাটকখন উৎসৰ্গিত। ড° হৰিচন্দ্ৰ ভট্টাচাৰ্যই নাটকখনৰ দুষ্প্ৰাপ্যতাৰ কথা কৈছে যদিও[৫৬] ইয়াৰ প্ৰথম আৰু দ্বিতীয় দুয়োটা সংস্কৰণেই আমাৰ হাতত আছে। সান্দীপনি গুৰুৰ গৃহত কৃষ্ণ-বলৰামে শিক্ষা গ্ৰহণ সমাপ্ত

৫৫. বেণুধৰ শৰ্মা ৰচনাৱলী, ১ম খণ্ড, পৃ. ১৭০-১৭৫. দ্ৰষ্টব্য।

৫৬. "The book is not available now. But the following note is an evidence of its existance",
—Assamese Drama and the Stage, p. 114, Foot-note.

কৰি, গুৰুপুত্ৰ মধুমংগলক যমপুৰীৰ পৰা উদ্ধাৰ কৰাৰ পাছত দক্ষিণাস্বৰূপে গুৰুৰ চৰণত মধুমংগলক অৰ্পণ কৰি কৃষ্ণ-বলৰাম স্বগৃহাভিমুখী হোৱা আখ্যান ভাগেই গুৰু-দক্ষিণা নাটকৰ বক্তব্য বিষয়-বস্তু। ধৰ্মমূলক পৌৰাণিক নাটক হলেও নাটকৰ সংলাপত আদ্যন্ত গদ্যৰ প্ৰয়োগে নাটকৰ কথা-বস্তু দৰ্শকৰ হৃদয়গম্য হোৱাত সহায় কৰিছে। নাটকখনৰ "ভাষা উজু আৰু মধুৰ, পঢ়িলে পঢ়িবলৈ মন যায়, আমনি নালাগে" বুলি জোনাকী কাকতে[৫৭] মন্তব্য কৰিছিল।

ড° হৰিচন্দ্ৰ ভট্টাচাৰ্যই ১৮৯১ খ্ৰীষ্টাব্দত দুৰ্গাপ্ৰসাদৰ 'বৃষকেতু' নাটকখন প্ৰকাশ পোৱা বুলি দেখুৱাইছে।[৫৮] ড° ভট্টাচাৰ্যৰ কথা মানিবলৈ গলে 'গুৰু-দক্ষিণা' দুৰ্গাপ্ৰসাদৰ তৃতীয় নাট্য ৰচনা হ'ব নোৱাৰে। কিন্তু ড° ভট্টাচাৰ্যই নাটকখনৰ নাম-টোৰ বিপৰীতে দেখুওৱা উল্লিখিত চনটো ক'ৰ পৰা কেনেকৈ সংগ্ৰহ কৰিলে, বুজা নাযায়। 'অসমীয়া নাট্য সাহিত্য'ত ড° সত্যেন্দ্ৰ নাথ শৰ্মাই, 'অসমীয়া সাহিত্যৰ বুৰঞ্জী'ত ডিম্বেশ্বৰ নেওগে, আৰু 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত ড° মহেশ্বৰ নেওগে 'বৃষকেতু' নাটৰ নামটো মাত্ৰ উল্লেখ কৰিছে; প্ৰকাশ-কাল নিৰ্দেশ কৰিব পৰা নাই। ড° ভট্টাচাৰ্যই তেখেতৰ 'আছানিজ ড্ৰামা এণ্ড দ্য ষ্টেট'জ' গ্ৰন্থৰ ক'তোৱেই বৃষকেতুৰ বিষয়ে এটা বাক্যও নোকোৱাকৈ দেখুওৱা প্ৰকাশ চনটো কোনো প্ৰকাৰেই গ্ৰহণযোগ্য নহয়। বৃষকেতু নাটকখন আমি সম্পূৰ্ণ ৰূপত পোৱা নাই। উল্লিখিত আনসকল লেখকেওঁযে নাটখন পোৱা নাই, তাৰ প্ৰমাণ তেখেত-সকলৰ গ্ৰন্থকেইখনতে আছে। তেনে ক্ষেত্ৰত আমি স্বয়ং নাট্য-কাৰ পৰাকীৰ ওপৰত নিৰ্ভৰ নকৰিলে নহয়। নাট্যকাৰে গুৰু-দক্ষিণাৰ এটা তাওৰণতো বৃষকেতুৰ কথা কোৱা নাই। 'গুৰু-দক্ষিণা'ৰ প্ৰথম তাওৰণত দুৰ্গাপ্ৰসাদৰ পুথি-বিষয়ক খ্ৰি কেইখন শলাগনী পত্ৰ সংযোজিত হৈছে, তাৰ এখনতো বৃষকেতুৰ উল্লেখ পাবলৈ নাই। বৃষকেতু গুৰু-দক্ষিণাৰ পূৰ্বৰ ৰচনা নোহোৱা বাবেই নিশ্চয় বৃষকেতু-প্ৰসংগৰ এনে অনুপস্থিতি। দুৰ্গাপ্ৰসাদে মহৰী নাটক কাৰো নামত বা স্মৃতিত উছৰ্গা কৰা নাছিল। নিজৰ পোন প্ৰথম ধৰ্মমূলক নাট হোৱা বাবেই নিশ্চয় গুৰু-দক্ষিণা উছৰ্গা কৰিছে তেওঁৰ স্বৰ্গগত পিতাদেৱেকৰ পবিত্ৰ স্মৃতিত। গুৰু-দক্ষিণাৰ

---

৫৭. নতুন খণ্ড, ২য় ভাগ, শাওণ, ১৮২৬ শক, পৃ. ৪২৩।
৫৮. ড° ভট্টাচাৰ্যৰ পূৰ্বোক্ত গ্ৰন্থ, পৃ. ১৩৯ ।

প্ৰকাশক গংগাৰাম চৌধুৰীয়েও দুৰ্গাপ্ৰসাদৰ হাতে লিখা অৱস্থাত থকা "আটাইকিখন বৰ বিত্তোপন মনঃমোহা পুথি"ৰ ভিতৰত "যাইকৈ এই 'গুৰু-দক্ষিণা'খনি পঢ়ি মনত বৰ তৃপ্তি" পোৱা বাবেহে এইখন পোনতে ছপাইছিল যেন লাগে। গুৰু-দক্ষিণা প্ৰকাশ কৰিবলৈ লোৱা প্ৰচেষ্টাতহে দুৰ্গাপ্ৰসাদে প্ৰকাশক গংগোৰাম চৌধুৰীৰ হিন্দু ধৰ্মৰ প্ৰতি থকা আন্তৰিক শ্ৰদ্ধা-ভক্তিৰ উমান পাইছে। বৃষকেতু গুৰু-দক্ষিণাৰ পূৰ্বৰ ৰচনা হোৱা হলে কথাখিনি নিশ্চয় এনে নহ'লহেঁতেন।

ওঠৰ শ আঠসত্তৰ চনৰ এপ্ৰিল ছেপ্টেম্বৰত ৰমাকান্ত চৌধুৰীৰ 'সীতাহৰণ নাটক' প্ৰকাশ হোৱাৰ[৫৯] পাছৰে পৰা উনৈছ শ চনলৈ অসমীয়া পৌৰাণিক নাটকৰ ৰচনা আৰু মঞ্চত উপস্থাপনৰ গতি-ধাৰাটো বৰ সাবলীল নহয়; প্ৰকাশৰ ধাৰাটোৱে আছিল তাতোকৈ ক্ষীণ-স্ৰোতা। ধৰ্মমূলক পৌৰাণিক নাটকৰ প্ৰতি ৰচক-দৰ্শক উভয়ৰে আগ্ৰহ থকা সত্ত্বেও এইবিধ নাটকৰ সৃষ্টি-প্ৰাচুৰ্য চকুত নপৰাৰ কাৰণ উনবিংশ শতিকাত পৰিলক্ষিত হোৱা আমাৰ মঞ্চৰ দৈন্য-দশা। সেইবাবেই বোধ হয় ৰমাকান্ত চৌধুৰীৰ 'সীতাহৰণ নাটক' আৰু দুৰ্গাপ্ৰসাদৰ 'গুৰু-দক্ষিণা' নাটকৰ মাজৰ পথ আৰু কালছোৱাত প্ৰকাশিত ভাৰত চন্দ্ৰ দাসৰ 'অভিমন্যু বধ', পূৰ্ণকান্ত শৰ্মাৰ 'হৰধনু ভংগ' আৰু 'হৰিশ্চন্দ্ৰ' আৰু দুৰ্গানাথ চাংকাকতীৰ 'চন্দ্ৰহংস'—এই চাৰিখন নাটকহে মাত্ৰ একো একোটা পথ-চিহ্ন। এনে এক পৰিপ্ৰেক্ষিতৰ পৰা চাই পঠিয়ালে শতিকাটো শেষ নৌ-হওঁতেই ১৯০০ চনৰ পূৰ্বেই দুৰ্গাপ্ৰসাদৰ গুৰু-দক্ষিণা ৰচিত হোৱা আৰু ১৯০১ চনতে নাটকখন প্ৰকাশ হোৱাটো তেতিয়াৰ অসমৰ মঞ্চ-জগতৰ বাবে কম আশাৰ কথা নাছিল।

---

৫৯. নাটকখনৰ প্ৰকাশ-কাল অসমীয়া সাহিত্য বা অসমীয়া নাট্য সাহিত্যৰ বুৰঞ্জী লেখক কোনো এগৰাকীয়েই নিৰ্ণয় কৰিব পৰা নাই। ড° সত্যেন্দ্ৰ নাথ শৰ্মাই 'অসমীয়া নাট্য সাহিত্য' গ্ৰন্থত "এই নাটকখন ৰচিত হৈছিল ১৮৭০-৮০ খ্ৰী: ৰ ভিতৰত" বুলিছে। ড° হৰিচন্দ্ৰ ভট্টাচাৰ্যই 'আছামিজ ড্ৰামা এণ্ড দ ষ্টেজ' গ্ৰন্থত কৈছে, "The life-time of Ramakanta Choudhury being 1846-1889, his drama must have been composed within this period, of course; but the date of publication might be later." পোন প্ৰথম বাবৰ বাবে আমিয়েই নাটকখনৰ প্ৰকাশ-কাল ১৮৭৭ চনৰ ১৭ ছেপ্তেম্বৰ বুলি স্পষ্টকৈ দেখুৱাইছো। দ্ৰষ্টব্য: আমাৰ 'মহাকেজখানাৰ খিড়িকীয়েদি', পৃ. ১২।

শুক্ৰ-দক্ষিণা চাৰিটা অংকত সম্পূৰ্ণ। প্ৰতিটো অংক তিনিটা বা ততোধিক গৰ্ভাংকত বিভক্ত। গ্ৰন্থখনৰ আৰম্ভণিতে 'নাগতিয়াল সংকেত' শীৰ্ষৰে লিখা কথাখিনিয়ে আধুনিক অসমীয়া নাট্য সাহিত্যযে আংগিকৰ দিশত সমসাময়িক বঙলা নাটৰ আংগিকৰ পৰা স্বতন্ত্ৰ, তেনে এটি ইংগিত বহন কৰিছে যেন লাগে। দুৰ্গাপ্ৰসাদে কৈছে— "ইংৰাজী নাটৰ একো ভাগক (Scene) দৃশ্য বা দৰ্শন বুলি উল্লেখ কৰে। একো অংশৰ ভিতৰত কেবাখনিও দৃশ্য বা দৰ্শন থাকে। আজি-কালি এই দেশীয় আৰু বঙলা দেশীয় নাট ৰচোঁতাসকলে দৃশ্য বা দৰ্শনৰ সলনি প্ৰায় গৰ্ভাংক বুলিহে লিখে। এই নাটত ইংৰাজী প্ৰথাৰে লিখা হৈছে; কাজেই দৃশ্য বা দৰ্শনৰ ঠাইত গৰ্ভাংক বুলি ধৰিব লাগিব।" বংগদেশত ১৮৬০ চনত প্ৰকাশিত দীনবন্ধু মিত্ৰৰ 'নীলদৰ্পণ' নাটকত 'গৰ্ভাংক' শব্দৰ প্ৰয়োগ পৰিলক্ষিত হয়। 'নীলদৰ্পণ' বংগৰ নতুন নাট্য আন্দোলনৰ পথ প্ৰদৰ্শক নাটক। কিন্তু অসমীয়া নাটত 'গৰ্ভাংক'ৰ বিপৰীতে 'দৰ্শন' শব্দৰ প্ৰয়োগ ১৮৫৭ চনত ৰচিত 'ৰাম-নৱমী'ৰ সমানেই পুৰণি। গুণাভিৰাম বৰুৱাই 'ৰাম-নৱমী' আৰু 'বিবাহ-ৰহস্য' দুয়োখন নাটকত, হেমচন্দ্ৰ বৰুৱাই 'কানীয়াৰ কীৰ্তন'ত, বেজবৰুৱাই 'লিতিকাই'ত, দেৱনাথ বৰদলৈয়ে 'হেমপ্ৰভা'ত, আনকি দুৰ্গাপ্ৰসাদে নিজেও 'মহৰী' নাটকত 'অংক' আৰু 'দৰ্শন' শব্দৰ ব্যৱহাৰ দেখুৱাইছে। অৱশ্যে নব্বৈৰ দশকত ৰত্নেশ্বৰ মহন্তই 'দ্ৰৌপদী হৰণ' নাটত 'গৰ্ভাংক' ব্যৱহাৰ কৰিছিল। ৰত্নেশ্বৰ মহন্তৰ লেখীয়া দুই-এজন "এই দেশীয়" আৰু দীনবন্ধু মিত্ৰৰ লেখীয়া "বঙলা দেশীয় নাট ৰচোঁতা"ৰ ৰীতিৰ বিপৰীতে দুৰ্গাপ্ৰসাদৰ গতি নাইবা স্থিতিয়ে তেওঁৰ নিজা ধ্যান-ধাৰণাৰ এটি আভাস দাঙি ধৰে।

'শুক্ৰ-দক্ষিণা'ৰ প্ৰথম তাঙৰণৰ অন্তত 'গোটাদিয়েক উপকৰৱা গীত' শীৰ্ষৰে দুৰ্গাপ্ৰসাদৰ কেইটামান গীত সন্নিবিষ্ট হৈছে। উদ্দেশ্য সম্পৰ্কে তেওঁ কৈছে: "গীত সাহিত্যৰ এটি যাই অংগ। আমাৰ ভাষাত গীতৰ বৰ অভাৱ। যাইকৈ বঙালী সুৰৰ নতুন ৰকমৰ গান। অইন গীততকৈ ফুচুৰি গানে মানুহৰ মন সতকাই টানিব পাৰে। সেইবাবে পুথিৰ গা-গীতৰ বাহিৰেও এই কিটা উপকৰৱাকৈ দিয়া হ'ল।" দুৰ্গাপ্ৰসাদৰ সময়ত অসমীয়া মানুহৰ সংগীতৰ প্ৰতি আগ্ৰহ বৰ বেছি নাছিল। সংগীত-সাধনাযে নাছিলেই বুলিব পাৰি। সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাই তেওঁৰ 'সংগীত সাধনা' গ্ৰন্থৰ 'পাতনি'ত ১৯০৭ চনত কৈছিল, "আমাৰ কিছুমান মানুহৰ আৰু এটা ভুল ধাৰণা আছে যে অসমীয়া ভাষাৰে গান

ৰচনা হ'ব নোৱাৰে।... এতিয়াৰ মজলিচ, যাত্ৰা, থিয়েটাৰ ইত্যাদিৰ বঙ্গালী গানে দেশ-বিদেশ মোহিত কৰিব লাগিছে। আমাৰো তেনেকৈ এইবিলাক কুসংস্কাৰ এৰিবৰ সময় হৈছে। কিয় অসমীয়া ভাষাৰে ধ্ৰুপদ, খেয়াল, টপ্পা ৰচনা নহ'ব? উপযুক্ত মানুহে এলাহ আমনি এৰি লেখনী হাতত ললেই হয়।" দুৰ্গাপ্ৰসাদে কোৱা "বঙ্গালী সুৰৰ নতুন ৰকমৰ গান" নিশ্চয় লক্ষ্মীৰাম বৰুৱাই কোৱা "অসমীয়া ভাষাৰে ধ্ৰুপদ, খেয়াল, টপ্পা ৰচনা।" এনে ধৰণৰ গীতৰ প্ৰচলন যাতে বাঢ়ে, তাৰ বাবেই যেন গুৰু-দক্ষিণাত থকা ১১টা গীতৰ উপৰি দুৰ্গাপ্ৰসাদে "এলাহ আমনি এৰি লেখনী হাতত লৈ ৰচা গোটাদিয়েক গীত গ্ৰন্থখনত উপকৰাকৈ সংযোগ কৰিছিল। "অইন গীত" আৰু "ফুচুৰি গীত" বোলোঁতে দুৰ্গাপ্ৰসাদে যথাক্ৰমে পৰম্পৰাগতভাৱে চলি অহা গহীন ভাবৰ ভক্তিমূলক গীত আৰু লঘু ভাবৰ ব্যক্তিগত ভাবোচ্ছ্বাসপূৰ্ণ গীতকে বুজাইছে যেন লাগে। নাটখনত সংযোজিত গীতৰ উপৰি পিছৰ বিধৰ কেইবাটাও গীত তেওঁ ৰচনা কৰি প্ৰতিটো গীতৰ শীৰ্ষত ভাৰতীয় শাস্ত্ৰীয় ৰাগ-তালৰ উল্লেখেৰে গায়ন-পদ্ধতি নিৰ্দ্ধাৰণ কৰি দিছে। সেই কথাই তেওঁৰ কেৱল সংগীত-প্ৰিয়তাকে প্ৰমাণ নকৰে, প্ৰমাণ কৰে সংগীত জ্ঞেয়তাও। ১৯০৯ খ্ৰীষ্টাব্দত প্ৰকাশিত লক্ষ্মীৰাম বৰুৱাৰ 'সংগীত-কোষ'ত দুৰ্গাপ্ৰসাদৰ কিছু সংখ্যক গীত সন্নিবিষ্ট হোৱাটোৱে দুৰ্গাপ্ৰসাদৰ গীতৰ সাৰ্থকতাকে সূচাইছে। প্ৰসংগক্ৰমে কব পাৰি, ৰামেশ্বৰ চক্ৰৱৰ্তীৰ দ্বাৰা সংকলিত 'সংগীত-মালা' (দ্বিতীয় সংস্কৰণ ১৯২৮) গ্ৰন্থতো দুৰ্গাপ্ৰসাদৰ কেইবাটাও গীত সন্নিবিষ্ট হৈছে।

এইখিনিতে দুৰ্গাপ্ৰসাদৰ এটা শব্দৰ ব্যৱহাৰৰ প্ৰতি সচেতন পাঠকৰ দৃষ্টি আকৃষ্ট হ'ব পাৰে। ১৯১৫ চনত প্ৰকাশিত বেজবৰুৱাৰ 'জয়মতী' নাটকত ডালিমীয়ে গদাপাণিক 'কেঁচাসোণ' বুলি সম্বোধন কৰাৰ পাছৰ পৰাহে যেন আমাৰ ভাষাত 'কেঁচাসোণ'ৰ কদৰ বাঢ়িল। ব্ৰন্সনৰ 'অসমীয়া আৰু ইংৰাজি অভিধান'ত (১৮৬৭) 'কেঁচাসোণ' নাছিল। হেমচন্দ্ৰ বৰুৱায়ো তেওঁৰ 'হেমকোষ'ত (১৯০০) 'কেঁচাসোণ' নুসুমুৱালে। বেজবৰুৱাৰ ডালিমীৰ মুখত শুনাৰ পাছতো 'চন্দ্ৰকান্ত'ই (১৯৩৩) গোনছাটেই চকুত পৰাকৈ 'কেঁচাসোণ' দেখুওৱা নাই। সৌ সিদিনাৰ 'আধুনিক অসমীয়া অভিধানে'হে (১৯৭৭) "গলাই নিকা কৰা সোণ"ৰ উপৰি "মৰমৰ সম্বোধন" বুলি (ডালিমীয়ে গদাপাণিক কৰা বাবে?) শব্দটোক ঠাই এধানমান দিছে। আমাৰ বোধেৰে, বেজবৰুৱাৰ পৰৱৰ্তী কালৰ অসমীয়া ভাষাত 'কেঁচাসোণ' শব্দটোৱে এটা সুকীয়া

পৰিচয়, এটা সুকীয়া মৰ্য্যাদা লাভ কৰিব লাগিছিল শব্দটোৰ কাৰিকৰ-শিল্পী লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া সাহিত্য-ক্ষেত্ৰত লাভ কৰা মৰ্য্যাদাৰ দৰেই। শব্দটো আৰু বেজবৰুৱাৰ হাতত তাৰ প্ৰয়োগ সম্পৰ্কত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই কৈছে: "এইযে বেজবৰুৱাৰ কাপৰ আগত অসমীয়া অভিধানৰ অতবোৰ শব্দ থাকোঁতেও বাছনিত উঠিলগৈ 'কেঁচাসোণ', ইয়াৰ বাবে বেজবৰুৱাৰ প্ৰতিভাৰ বাহিৰে আৰু কি দায়ী হ'ব পাৰে? · এজন যুগনায়ক -সাহিত্যিকৰ প্ৰতিভাৰ প্ৰভাৱতেহে শব্দৰ এনে আচৰিত সুপ্ৰয়োগ সম্ভৱ।"[৬০] বেজবৰুৱাৰ ডালিমীয়ে গদাপাণিক কৰা দৰে দুৰ্গাপ্ৰসাদৰ কোনো নাটকীয় চৰিত্ৰই অৱশ্যে কাকো 'কেঁচাসোণ' সম্বোধন কৰা নাই। দুৰ্গাপ্ৰসাদে শব্দটো প্ৰয়োগ কৰিছে এটা গীতত, গুৰু-দক্ষিণাৰ লগত সংযোজিত এটা উপকৰা গীতত। গীতটো লেখকৰ ব্যক্তিগত ভাবোচ্ছ্বাস প্ৰকাশক, প্ৰেয়সীৰ প্ৰতি লেখকৰ প্ৰেমৰ আবেগ-উষ্মা প্ৰকাশক।

"আহাঁহে প্ৰেয়সি আহাঁ, এটি মই চুমা খাওঁ,
দেখিলে তোমাক প্ৰিয়ে হেঁপাহ-চকুৰে চাওঁ।
তুমি হৃদয়ৰ জোন,
তুমি বিনে আছে কোন,
তুমি মোৰ কেঁচাসোণ, মৰমতে পমি যাওঁ।"

উদ্ধৃত গীতটোৰ জন্ম-পত্ৰিকা আমাৰ হাতত নাই যদিও এই কথা নিঃসন্দেহে কব পাৰি যে গীতটো বেজবৰুৱাৰ 'জয়মতী' প্ৰকাশ পোৱাৰ পোন্ধৰ বছৰৰ পূৰ্বে দুৰ্গাপ্ৰসাদৰ দ্বাৰা ৰচিত আৰু প্ৰকাশিত। এতিয়া আমাৰ বক্তব্য এইটোহে যে সাহিত্যৰথী বেজবৰুৱাৰ ডালিমীয়ে কেঁচাসোণ শব্দেৰে তাইৰ হৃদয়ৰ "পবিত্ৰতা, সৰলতা, নিৰ্মলতা"[৬১] প্ৰকাশ কৰাৰ বহুদিন পূৰ্বেই দুৰ্গাপ্ৰসাদে যেন নিজৰ প্ৰেমিক হৃদয়ৰ পবিত্ৰতা, সৰলতা, নিৰ্মলতা প্ৰকাশ কৰি গৈছে সেই শব্দটোৰ প্ৰয়োগেৰে, কেঁচাসোণৰ অৰ্থ-ব্যঞ্জনাৰে। বেজবৰুৱাৰ লেখীয়া প্ৰতিভাৰ গৰাকী বা যুগনায়ক সাহিত্যিক দুৰ্গাপ্ৰসাদ নাছিল; কিন্তু হৃদয়ৰ সৌকুমাৰ্য প্ৰকাশ কৰাৰ দক্ষতাযে দুৰ্গাপ্ৰসাদৰো আছিল, সেই কথা দ্বিধাহীনভাৱে কব পাৰি।

আমি পূৰ্বে দেখুৱাই আহিছোঁ যে দুৰ্গাপ্ৰসাদৰ 'ধূম্ৰকেতু' নাটক গুৰু-দক্ষিণাৰ অগ্ৰজ নহয়, অনুজহে। কিন্তু সম্পূৰ্ণ ৰূপত

৬০. জ্যোতিৰ্ধাৰা, ১ম তাঙৰণ, পৃ. ১৬৯—১৭০।
৬১. জ্যোতিপ্ৰসাদ আগৰৱালা, জ্যোতিৰ্ধাৰা, পৃ. ১৭০।

নাটকখন উদ্ধাৰ নোহোৱা বাবে বৃষকেতু শুক্র-দক্ষিণাৰ অব্যৱহিত পৰৱৰ্তী ৰচনা বুলিও আমি দেখুৱাব নোৱাৰোঁ। প্ৰকাশ-কালৰ স্পষ্ট সংবাদ থকা 'কলিযুগ' নাটককে (প্ৰথম প্ৰকাশ ১৯০৪ খ্ৰীষ্টাব্দ) সেইবাবে শুক্র-দক্ষিণাৰ পৰৱৰ্তী ৰচনাৰূপে সদ্যহতে স্থাপন কৰিব পাৰি।

'কলিযুগ' দুৰ্গাপ্ৰসাদৰ সম্পূৰ্ণ নিজা সৃষ্টি নহয়, বেণুধৰ ৰাজখোৱাৰ লগত কৰা যুটীয়া সাধনাৰহে সিদ্ধি। সাধনা কাৰ কিমান শতাংশ, সেই কথা থাৱৰ কৰাটো অসম্ভৱ। অৱশ্যে বেণুধৰ ৰাজখোৱাৰ সহায় নোহোৱাকৈও দুৰ্গাপ্ৰসাদে কলিযুগৰ নিচিনা নাটক এখন ৰচনা কৰিব পাৰিলেহেঁতেন। কাৰণ 'কলিযুগ' ৰচনাৰ পূৰ্বেই মহৰী আৰু নিগ্ৰোৰ লেখীয়া সামাজিক নাটক ৰচনা কৰি নাট্যকাৰৰূপে তেওঁ প্ৰায় অচলা প্ৰতিষ্ঠা লাভ কৰিছিল। বেণুধৰ ৰাজখোৱাই তেওঁৰ আত্মজীৱনী 'মোৰ জীৱন-দাপোণ'ত 'কলিযুগ' নাট সম্পৰ্কে কোনো উক্তি নকৰাটোও তাৎপৰ্যপূৰ্ণ কথা। তথাপি, কলিযুগ ৰাজখোৱা আৰু দুগাপ্ৰসাদ উভয়ৰে উমৈহতীয়া কৃষি। উভয়েই এই কৃষিৰ অৰ্দ্ধেক অৰ্দ্ধেক ফচলৰ অংশীদাৰ। ফচল যিজনৰ ভঁৰালতে সংৰক্ষিত হৈ থাকক, উপভোগৰ অধিকাৰ উভয়ৰে। পিছে, দুৰ্গাপ্ৰসাদৰ ভঁৰালত সংৰক্ষিত অৱস্থাত দুৰ্গাপ্ৰসাদৰেই দায়-দায়িত্ব অধিক।

হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্ত্তন'তে অসমীয়া প্ৰহসনৰ যাত্ৰা আৰম্ভ হৈছিল ১৮৬১ চনত। কলিযুগৰ প্ৰথম তাণ্ডৰণৰ নাম-পাতত নাটখনক "পৌৰাণিক ধেমেলীয়া নাট" বুলি আখ্যা দিলেও কানীয়াৰ কীৰ্ত্তনৰ দৰেই কলিযুগো এখন উদ্দেশ্যধৰ্মী প্ৰহসন। উল্লিখিত প্ৰহসন দুখনৰ মাজত ১৮৯০ চনত প্ৰকাশিত বেজবৰুৱাৰ লিতিকাইৰ বাহিৰে প্ৰহসনধৰ্মী ৰচনা নাই। গতিকে প্ৰহসন হিচাপে কলিযুগ এক ঐতিহাসিক গুৰুত্বপূৰ্ণ নাটক।

দেৱতাসকলৰ আচৰণত মানৱীয়তা আৰোপ কৰি কলিযুগত হাস্যৰস সৃষ্টি কৰা হৈছে। সত্ৰাধিকাৰ বিষ্ণুদেৱ মহন্তৰ শাস্ত্ৰ-ব্যাখ্যাত প্ৰকট হোৱা হাস্যৰসৰ মাজত প্ৰচ্ছন্ন হৈ আছে সমসাময়িক অসমীয়া সমাজত ধৰ্মীয় আচৰণৰ নামত প্ৰচলিত ভণ্ডামিৰ প্ৰতি ব্যংগৰ তীব্ৰতা। ঊনবিংশ শতিকাৰ ষাঠিৰ দশকৰ আৰম্ভণিতে হেমচন্দ্ৰ বৰুৱাই 'কোৱাভাতুৰী' উপন্যাসত দৰ্শোৱা কোবধনীয়া সত্ৰাধিকাৰ গোবৰ্দ্ধন দেউ-আতা, আৰু 'কানীয়াৰ কীৰ্ত্তন' নাটকত দৰ্শোৱা পদ্মপাণি মহন্তৰ ভণ্ডামিৰ ঐতিহ্যটোৰে ধাৰক-বাহক কলি-যুগৰ বিষ্ণুদেৱ মহন্ত। কলিযুগৰ উত্তৰ কালত ৰচিত আৰু

প্ৰকাশিত বেজবৰুৱাৰ 'নোমল' (১৯১৩) নাটৰ আঠিয়াবাৰী সন্ন্যাধিকাৰলৈকে প্ৰবাহিত হৈ থকা ভণ্ডামিৰ সেই ধাৰাটোৰ প্ৰতি দিয়া দৃষ্টিত কলিযুগৰ নাট্যকাৰৰ সমাজ-সচেতন মনৰ পৰিচয় বাক্‌-কৈয়ে ওলাইছে।

দুৰ্গাপ্ৰসাদলৈ লিখা এখন চিঠিত (৪ আগষ্ট ১৯০৪) তেতিয়াৰ শিৱসাগৰৰ জনৈক চৰকাৰী উকীল অক্ষয় কুমাৰ ঘোষে কোৱা মতে নাটকখনত প্ৰকাশ পোৱা সবল আৰু বুদ্ধিদীপ্ত হাস্যৰ, ব্যংগ-বিদ্ৰুপৰ তুলনামূল্যতা বিৰল। ("Its wit, humour and sarcasm have very few parallels in other languages, which I am acquinted with.")। ৰায়বাহাদুৰ ফণীধৰ চলিহা (P. D. Chaliha, Retired E A. C.)ৰ মতেও আমাৰ মঞ্চত জনপ্ৰিয়তা অৰ্জন কৰাৰ আৰু সাহিত্যৰ লগত পৰিচয় থকা বুদ্ধিমান দৰ্শকৰ প্ৰশংসা পোৱাৰ যোগ্যতা কলিযুগ নাটকখনৰ আছে ("In my opinion, it ought to be a popular play in our stage, and ought to be appreciated by an intelligent and literary audience").[৬১ক]

নাটক হিচাপে দুৰ্গাপ্ৰসাদৰ 'বৃষকেতু'ৰ লাক্ষণিক বিশেষত্ব 'গুৰু-দক্ষিণা'ৰ লগত একে। নাটকখনৰ আমি পোৱা দুটা দৃশ্যত শিশু বৃষকেতুৰ চাৰিত্ৰিক মহত্ত্ব, আৰু বৃষকেতুৰ পিতৃ-মাতৃ কৰ্ণ আৰু পদ্মাৰ বদান্যতা আৰু হৃদয়ৰ সবলতা পৰিস্ফুট হৈছে। নাট্যকাৰৰ যুগোপযোগী বৌদ্ধিক দৃষ্টিভংগীৰ ইংগিতযে নাটকখনত নাই, সেই কথা এই দুটা দৃশ্যতে প্ৰকাশ পাইছে। কৰ্ণ আৰু পদ্মা চৰিত্ৰৰ লেখীয়া ধৰ্মপ্ৰাণ সামাজিকৰ বাবেই যেন নাটকখন ৰচিত হৈছিল। পৌৰাণিক নাটক হলেও গুৰু-দক্ষিণাৰ দৰেই বৃষকেতু নাটৰ সংলাপ কথাবদ্ধ। 'ল'ৰা-কবিতা'ৰ দ্বিতীয় তাঙৰণৰ শেষ বাকলি পৃষ্ঠাত মুদ্ৰিত এখন তালিকাত 'বৃষকেতু'ৰ মূল্য এসিকি (০'২৫ টকা) বুলি দেখুওৱা হৈছে।

এটা পাৰিবাৰিক আখ্যানৰ অৱলম্বনত দুৰ্গাপ্ৰসাদে আন এখন সামাজিক নাটক লিখিবলৈ লৈছিল; কিন্তু তিনিটা অংকৰ মুঠ দহটা দৃশ্য লিখাৰ পাছতে নাটকখন অসমাপ্ত অৱস্থাত ৰ'ল। আখ্যানটোত নাট্যকাৰৰ সমসাময়িক সমাজত প্ৰচলিত ব্যক্তিগত আৰু সামাজিক প্ৰমূল্যৰ আভাস আছে। সমসাময়িক সমাজৰ তথাকথিত কুল-কৌলিন্যই ব্যক্তিগত আৰু পাৰিবাৰিক ক্ষেত্ৰত সৃষ্টি

---

৬১ক. কলিযুগ, ১ম সংস্কৰণ. Opinions.

কৰা দ্বন্দ্বৰ বিপৰীতে মানৱতাবোধৰ উদাৰনৈতিক দৃষ্টিভংগী এটাই নাটকখনৰ শেহৰ ফাললৈ প্ৰাধান্য লাভ কৰিলেহেঁতেন বুলি অনুমান কৰিব পাৰি। দুৰ্গাপ্ৰসাদৰ আনকেইখন নাটৰ তুলনাত এইখন নাটৰ সংলাপৰ নাট্যধৰ্মিতা চকুত পৰা বিধৰ। নাট্যকাৰে নিজে নাটকখনৰ নামকৰণ কৰি যোৱা নাই। আখ্যানভাগ মুল চৰিত্ৰ হৰিনাথ-কেন্দ্ৰী বাবেই নাটকখনৰ নামকৰণ 'হৰিনাথৰ সংসাৰ' বুলি কৰিলে একো ক্ষতি নহয়। নাটকখনৰ ৰচনা সম্পূৰ্ণ নোহোৱা কথাৰ পৰা 'হৰিনাথৰ সংসাৰ' দুৰ্গাপ্ৰসাদৰ জীৱনৰ অন্ত্য ৰচনা বুলি কবৰ মন যায়। কিন্তু তাৰ স্পষ্ট প্ৰমাণ আমি থিৰ কৰাৰ নোৱাৰোঁ। জীৱনৰ অন্ত্য ৰচনা নহলেও 'হৰিনাথৰ সংসাৰ'যে তেওঁৰ নুমলীয়া নাট্য ৰচনা, তাত সন্দেহৰ অৱকাশ নাই।

কবিতা আৰু নাটকৰ উপৰি দুৰ্গাপ্ৰসাদৰ সৃষ্টিশীল প্ৰতিভাৰ প্ৰকাশ ঘটিছে 'জ্ঞান-মঞ্জৰি' নামৰ আন এখন গ্ৰন্থত। 'জ্ঞান-মঞ্জৰি' কিশোৰৰ বাবে ৰচিত এখন গদ্য গ্ৰন্থ। ১৮৯৯ খ্ৰীষ্টাব্দত প্ৰকাশ পোৱা এই গ্ৰন্থখন উৎসৰ্গিত হৈছে দুৰ্গাপ্ৰসাদৰ অন্তৰংগ বন্ধু, দাৰ্শনিক পণ্ডিত ৰাধানাথ ফুকনৰ নামত। "ল'ৰাৰ মনত আদিৰে পৰা স্বাধীনভাৱে চিন্তা কৰিবলৈ শিক্ষা দিয়া"ৰ উদ্দেশ্যত ৰচিত গ্ৰন্থ দুৰ্গাপ্ৰসাদৰ সময়ত বৰ বেছি নাছিল। সেইবাবে "ল'ৰাৰ মনত স্বাধীন ভাব-উত্তেজনা" সৃষ্টি কৰিব পৰা গ্ৰন্থৰ অভাৱ পূৰণৰ লক্ষ্য আগত ৰাখিয়েই তেওঁ এই গ্ৰন্থ ৰচনা কৰিছিল। সৃষ্টি-প্ৰক্ৰিয়া, প্ৰকৃতিৰ ৰহস্য, প্ৰাণীজগতৰ দৈহিক গঠন, মানৱ-মস্তিষ্কৰ কাৰ্য-কলাপ আদি সম্পৰ্কে মৌলিক চিন্তা উদ্ৰেককাৰী আলোচনাৰে কিশোৰ মনক জ্ঞানৰ প্ৰতি আকৃষ্ট কৰাৰ চেষ্টা জ্ঞান-মঞ্জৰিৰ লেখাকেইটাত প্ৰকট। ড° বাণীকান্ত কাকতিয়ে এঠাইত কোৱা মতে 'কথা-কবিতা'ত ৰূপৰ সমাবেশ থাকে, আৰু ই প্ৰায়েই ৰূপকাত্মক। প্ৰত্যেকটো চিত্ৰৰ আঁৰতেই ওৰণি লোৱা ভাব একোটা থাকে।" ড° কাকতিৰ এই সংজ্ঞাৰ আধাৰত বিচাৰ কৰিলে দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ 'জ্ঞান-মঞ্জৰি'ৰ দুটা লেখাত কথা-কবিতাৰ লক্ষণ সম্পূৰ্ণৰূপে বিৰাজ কৰিছে বুলি কব পাৰি। পুথিখনৰ 'ভাষা' আৰু 'জ্ঞান' শীৰ্ষক লেখা দুটাত প্ৰকাশ পোৱা ৰূপকৰ খেলাই স্বাভাৱিকতে দুৰ্বৰাৰ 'কথা-কবিতা'ৰ লেখাসমূহলৈ মনত পেলায়। কিন্তু দুৰ্বৰাৰ পুথিখন ১৯৩৩ চনত প্ৰকাশিত। ড° কাকতিৰ মতে, দুৰ্বৰাৰ "কথা-কবিতা' নোহোৱা-নোপোজা কবিতাৰ পুথি। এনে ধৰণৰ গদ্যত লিখা কবিতাৰ পুথি জনাৰ ভিতৰত আন কোনো

ভাৰতীয় ভাষাত নাই, ইংৰাজীতো বিৰল।" দুয়োৰাৰ পুথিখন প্ৰকাশ পোৱাৰ প্ৰায় একুৰি পোন্ধৰ বছৰৰ পূৰ্বে প্ৰকাশিত মজিন্দাৰ বৰুৱাৰ 'জ্ঞান-মঞ্জৰি' আদ্যন্ত কথা-কবিতাৰ পুথি নহলেও ৮১ পৃষ্ঠাযুক্ত পুথিখনৰ আধাতকৈ অধিক অংশ (৪৪ পৃষ্ঠা) জুৰি আছিল কথা-কবিতাধৰ্মী উল্লিখিত লেখা দুটাই। অসমীয়া ভাষাত কথা-কবিতাৰ ঐতিহ্যবিচাৰ প্ৰসংগত মজিন্দাৰ বৰুৱাৰ এই লেখা দুটা সেইবাবেই অতি গুৰুত্বপূৰ্ণ, আৰু ইহঁতৰ স্থানো নিশ্চয় সুনিৰ্দ্ধাৰিত হোৱা বাঞ্ছনীয়। উল্লিখিত 'ভাষা' আৰু 'জ্ঞান' শীৰ্ষক প্ৰতীকধৰ্মী লেখা দুটাৰে তেওঁ মাতৃভাষা আৰু সাহিত্যৰ প্ৰতি কিশোৰ মন আকৰ্ষণ কৰিব খুজিছে।

গ্ৰন্থখনৰ বিশেষত্ব এয়ে যে ইয়াৰ লেখাসমূহ নীৰস বিষয়-জ্ঞান সম্পৰ্কীয় হলেও ৰসাল ভাষা আৰু অভিনৱ উপস্থাপনাৰ ফলত প্ৰকাশ পোৱা মৰ্মস্পৰ্শী আবেদনে গ্ৰন্থখনক জ্ঞানৰ সাহিত্য-কোঠাৰ পৰা উলিয়াই ভাবৰ সাহিত্য-কোঠালৈ লৈ গৈছে। সেই-বাবেই শিক্ষাবিদ শ্ৰীনাথ বেজবৰুৱাই জ্ঞান-মঞ্জৰিৰ লিখাৰ নিয়ম আৰু পুথিৰ বিষয়বোৰৰ বিষয়ে প্ৰশংসাপূৰ্ণ মন্তব্য কৰি কৈছিল— "আপোনাৰ দৰে যদি আন পুথি লিখোঁতাসকলেও এই বিষয়ে অলপ কাণ কৰে, তেনেহলে আমাৰ ল'ৰাবোৰৰ প্ৰকৃত জ্ঞান লাভ কৰা বাট বহুত মুকলি হ'ব" বুলি।[৬২] "জ্ঞান-মঞ্জৰিত বৈজ্ঞানিক কঠিন বিষয়বোৰ ল'ৰা-ছোৱালীয়ে বুজিব পৰাকৈ উজু উপায়েৰে লেখকে বিশেষ পুৰুষাৰ্থকৈ লিখিছে" বুলি ৰাধাকান্ত সন্দিকৈয়েও কৈ গৈছে।[৬৩]

কবি, নাট্যকাৰ, কিশোৰ সাহিত্যিক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ প্ৰতিভাৰ আন এটা দিশো আছে। মজিন্দাৰ বৰুৱা আছিল এজন স্বাস্থ্য-চিন্তক, হোমিওপেথিক চিকিৎসক, স্বাভাৱিক বা প্ৰাকৃতিক চিকিৎসক। এই শতিকাৰ তৃতীয়টো দশকৰ পৰাই মজিন্দাৰ বৰুৱাৰ স্বাস্থ্য-চিন্তাৰ উদ্গম লক্ষ্য কৰা যায়।

ঊনবিংশ শতিকাত অসমীয়া ভাষাত স্বাস্থ্য-চিন্তাৰ ঐতিহ্যটো হেমচন্দ্ৰ বৰুৱাই প্ৰতিষ্ঠা কৰিছিল বুলিব পাৰি। 'ৱে টু হেল্‌থ' (Way To Health) নামৰ ইংৰাজী পুথি অনুবাদ কৰি 'স্বাস্থ্য ৰক্ষা বা গা ভালে ৰাখিবৰ উপায়' শীৰ্ষক পুথিখন মুদ্ৰিত কৰিয়েই তেওঁ এই ঐতিহ্য গঢ়ি তুলিছিল। বিংশ শতিকাৰ আৰম্ভণী কালছোৱাত

---

৬২. ২৮ মাৰ্চ ১৯০১ তাৰিখৰ এখন চিঠি।
৬৩. [illegible] ৪. ০১ তাৰিখৰ এখন চিঠি।

গোহাঞি বৰুৱা সম্পাদিত 'উষা' আৰু বেজবৰুৱা সম্পাদিত 'বাঁহী' কাকতত স্বাস্থ্য-চিন্তা সম্পৰ্কীয় প্ৰবন্ধ-পাতি কিছু প্ৰকাশ হৈছিল। কিন্তু উল্লিখিত আলোচনী দুখনত এনে চিন্তাৰ প্ৰকাশ আছিল ছেগা-চোৰোকা।[৬৪] ১৯২৯ চনত প্ৰকাশিত 'আৱাহনে' কাকতখনৰ প্ৰায় জন্মলগ্নৰে পৰা স্বাস্থ্য-চিন্তাৰ সাবলীল ধাৰা এটা প্ৰকাশ কৰাটো অসমীয়া সাহিত্যৰ স্বাস্থ্যৰ বাবে সুখকৰ কথা হৈছিল। কিন্তু তাতোকৈ সুখৰ কথা আছিল এইটোহে যে 'আৱাহন' কাকত প্ৰকাশ হোৱাৰ কেইবা বছৰৰো আগৰ পৰাই দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাই স্বাস্থ্য সম্পৰ্কে অসমীয়া ভাষাত চিন্তা কৰিবলৈ লৈছিল, আৰু আৱাহন প্ৰকাশ হোৱাৰ দুবছৰৰ পূৰ্বেই তেওঁ নিজা প্ৰচেষ্টাত 'প্ৰাকৃতিক চিকিৎসা' নামৰ দুখণ্ড পুথি প্ৰকাশ কৰি উলিয়াইছিল। তদুপৰি, 'সহজ চিকিৎসা' নামৰ হোমিওপেথিক চিকিৎসা-ৰীতি প্ৰকাশক পুথি এখনো প্ৰকাশ কৰিছিল।

'প্ৰাকৃতিক চিকিৎসা'ৰ (১৯২৭) প্ৰথম ছোৱা (পাতনি)ত দুৰ্গাপ্ৰসাদে নিজে কোৱা মতে তেওঁ পোনতে ডাক্তৰী-কবিৰাজী, তাৰ পাছত হোমিওপেথিক-বায়োকেমিক নিয়মে দৰবৰ ব্যৱস্থাত হাত দিছিল। তেনে ব্যৱস্থাত বৰ সন্তুষ্ট নহৈ ১৯২২।২৩ চন মানৰ পৰা স্বাভাৱিক বা প্ৰাকৃতিক চিকিৎসাত আত্মনিয়োগ কৰিবলৈ লয়। তাৰ ফলতে ১৯২৭ চনত 'প্ৰাকৃতিক চিকিৎসা' দুছোৱা প্ৰকাশ হয়। এেকটা বছৰতে তেওঁৰ 'স্বাস্থ্য-পাঠ' নামৰ আন এখন পুথিও প্ৰকাশ পায়। তেওঁ কোৱা মতে, প্ৰাকৃতিক চিকিৎসা "বৰ উজু, আৰু ইয়াত ধন-বিত একো ভগন নহয়।" 'সহজ চিকিৎসা' পুথিখন আমাৰ অনুসন্ধান মতে এতিয়া দুষ্প্ৰাপ্য। পুথিখন ১৮৯৯ খ্ৰীষ্টাব্দত প্ৰকাশ পাইছিল বুলি অনুমান কৰিব পাৰি। সেই বছৰৰ এপ্ৰিল মাহৰ ২৪ তাৰিখে 'দ্য ইষ্টাৰ্ণ হেৰল্ড' (The Eastern Herald) কাকতে প্ৰকাশ কৰা এটি অভিমতৰ পৰা জনা যায় যে অসমত বিয়পি থকা কিছুমান সাধাৰণ ৰোগৰ চিকিৎসা হোমিওপেথিক পদ্ধতিৰে কেনেকৈ কৰিব পাৰি, পুথিখনত তাৰে দিহা দিয়া হৈছিল। 'সহজ চিকিৎসা' পুথিখন অধনুৱা চিকিৎসকসকলৰ উদ্দেশ্যেই ৰচিত হৈছিল, আৰু লেখা-পঢ়া জনা যিকোনো লোকৰ বাবে কিতাপখন বোধগম্য আছিল। (..."Sahaj *Chikitcha', a booklet in Assamese, dealing with the* homeopathic treatment of some of the commoner

৬৪. দ্ৰষ্টব্য: যোগেন্দ্ৰনাৰায়ণ ভূঞা আৰু ড° নিৰোদ কুমাৰ বৰুৱা সম্পাদিত 'জীৱকৰ্মা ডাঃ ললিত কুমাৰ বৰুৱা', পৃঃ ৯৯—১০১।

diseases prevalent here. The book is intended for amateurs and is written in a style that will be intelligible to any man who has a knowledge of letters. We believe, it may be of some use to people in the interior, who have no access to professional medical aid. Babu Durgaprasad Dutt, its writer, deserves credit for turning his attention to this useful branch of knowledge.") । হাতে চুকি পোৱাত থকা বাকী দুখন পুথিৰো লক্ষ্য— আমাৰ সৰ্বসাধাৰণ লোকক স্বাস্থ্য বিষয়ে আৰু উক্ত উপায়েৰে ৰোগ নিৰাময়কৰণ সম্পৰ্কে জ্ঞান দি অসমীয়া জাতিটোক ৰক্ষা কৰাটো। তেওঁ কৈছে, "মৰাৰ (অসমীয়া মানুহৰ) সংখ্যা দেখিলে হিয়া কঁপি যায়। অসমত অসমীয়াৰ নাম নুমাব লগাত পৰিল। যেনিয়ে চোৱা, বাৰে বঙলুৰা মানুহ মাথোন চকুত পৰে। ইমানতো যদি ততোৱাল নহওঁ, তেন্তে আমাৰ জানো ৰক্ষা আছে?" তেওঁৰ এই কথা কেইষাৰে[৬৫] স্বাস্থ্য-চিন্তাত তেওঁৰ নিমগ্নতাৰ উমান দিয়ে যেনেকৈ, অসম আৰু অসমীয়াৰ জাতীয় জীৱন-সংৰক্ষণ-চিন্তাৰো প্ৰমাণ দিয়ে তেনেকৈয়ে।

এই শতিকাৰ তৃতীয়টো দশক আৰম্ভ হোৱাৰ লগে লগে মহাত্মাগান্ধীৰ জীৱন আৰু আদৰ্শৰ সৰ্বাত্মক প্ৰভাৱ অসমৰ জাতীয় জীৱনৰ বিভিন্ন ক্ষেত্ৰত প্ৰতিফলিত হবলৈ ধৰে। মজিন্দাৰ বৰুৱাও সেই সৰ্বাত্মক প্ৰভাৱৰ পৰা আঁতৰি থাকিব পৰা নাছিল। পিছে, গান্ধীজীৰ ৰাজনৈতিক আদৰ্শতকৈও আধিভৌতিক ধ্যান-ধাৰণাইহে মজিন্দাৰ বৰুৱাক প্ৰভাৱান্বিত কৰিলে বেছিকৈ। তেওঁৰ 'প্ৰাকৃতিক চিকিৎসা' সেই প্ৰভাৱৰে পৰিণতি। গান্ধীৰ 'গাইড টু হেল্‌থ' (Guide To Health) পুথিয়েই মজিন্দাৰ বৰুৱাৰ প্ৰাকৃতিক চিকিৎসা গ্ৰন্থৰ প্ৰেৰণা। 'আসাম হিতৈষী'ত প্ৰকাশিত 'ভূতৰ খেলা' শীৰ্ষক প্ৰবন্ধত কৈছে : "মহাত্মাজীৰ পুথি পঢ়ি, এই পঞ্চ-ভূতৰ বা দেৱতাৰ খেলাখন দেখি, প্ৰাকৃতিক চিকিৎসাৰ বহুত গ্ৰন্থ আনি পঢ়া হয়। পঢ়ি বেছ বুজা গ'ল, বিনাদৰবে কেৱল পঞ্চভূতৰ সহায়তে সকলো নৰিয়া ৰাক কৰিব পৰা যায়।"

'প্ৰাকৃতিক চিকিৎসা' পুথিখন অতি সুন্দৰ আৰু আমাৰ কাৰণে বৰ মূল্যবান হৈছে" বুলি অসম সাহিত্য সভাৰ প্ৰথম প্ৰধান সম্পাদক, শিক্ষাবিদ শৰৎ চন্দ্ৰ গোস্বামীয়ে ১৩।৭।২৭ তাৰিখে মজিন্দাৰ বৰুৱালৈ লিখা এখন চিঠিত কৈছিল। গোস্বামীয়ে

---

৬৫. পাতনি, স্বাস্থ্য পাঠ।

লগতে এনেকৈয়ো লিখিছিল ঃ "আপোনাৰ কলমৰ পৰা এতিয়াও লাগতিয়াল পুথিবিলাক ওলাই থকাত আমি অসমীয়া লোক আপোনাৰ ওচৰত কৃতজ্ঞ।"

উল্লিখিত পুথিকেইখনৰ উপৰি 'স্বপ্নপৰ্ব্ব' নামৰ এখন পুথিও দুৰ্গাপ্ৰসাদে ৰচনা কৰিছিল বুলি জানিব পৰা গৈছে। তেওঁৰ গ্ৰন্থৰ নিজে প্ৰকাশ কৰি যোৱা বিজ্ঞাপন বা তালিকাত 'স্বপ্নপৰ্ব্ব'ৰ উল্লেখ পোৱা নাযায়; কিন্তু 'অসম সাহিত্য সভাৰ লাইব্ৰেৰীৰ অসমীয়া কিতাপৰ তালিকা'ত সন্নিবিষ্ট ৫২৯ সংখ্যক উপৰোক্ত পুথিখনৰ বিপৰীতে 'দুৰ্গাপ্ৰসাদ দত্ত'ৰ নাম প্ৰদৰ্শিত হোৱাৰ পৰা 'স্বপ্নপৰ্ব্ব'য়ে দুৰ্গাপ্ৰসাদৰে ৰচনা, সেই কথাত সন্দেহৰ অৱকাশ নাথাকে। 'অসম সাহিত্য সভাৰ লাইব্ৰেৰীৰ অসমীয়া কিতাপৰ তালিকা'ত দুৰ্গাপ্ৰসাদ দত্তৰ নিগ্ৰো, ফুল, বৃষকেতু, মহৰী আৰু স্বপ্নপৰ্ব্ব এই পুথিকেই-খনৰ প্ৰবিষ্টি সংখ্যা আছিল যথাক্ৰমে ২৭, ৩০৪, ৩৩৯, ৩৯২ আৰু ৫২৯। তালিকাখনত 'নিগ্ৰো' পুথিখনৰ শিৰোনামটো 'অসমীয়া চাহাব বা নীগ্ৰো' বুলিহে দেখুওৱা হৈছে।[৬৬]

'জ্ঞান-মঞ্জৰি' পুথিৰ পিঠিত ছপোৱা 'জাননী'ত দুৰ্গাপ্ৰসাদৰ সাতখন পুথি ( কলা, উজু কবিতা, ল'ৰা-কবিতা, ফুল, নিগ্ৰো, সহজ চিকিৎসা )ৰ মাজত 'বিষয়া' ( মূল্য চাৰি অনা ) আৰু 'পখিলা' ( মূল্য চাৰি অনা ) নামৰ দুখন পুথিৰ নাম সন্নিবিষ্ট আছে। ল'ৰা-কবিতা'ৰ দ্বিতীয় তাঙৰণৰ শেষ বাকলি পৃষ্ঠাত মুদ্ৰিত তালিকাখনতো উক্ত পুথি দুখনৰ নাম আছিল। কেৱল সেয়ে নহয়, 'নীতিমালা' ( মূল্য ছঅনা ) আৰু 'সম্ভোগ' ( মূল্য এটকা ) নামৰ আন দুখন পুথিৰ নামো তাত মুদ্ৰিত হৈছিল। মজিন্দাৰ বৰুৱা-সংশ্লিষ্ট কোনো প্ৰসংগত শেষোক্ত পুথি কেইখনৰ নাম আমি ক'তো দেখিবলৈ পোৱা নাই। 'নীতিমালা', 'সম্ভোগ', 'বিষয়া' আৰু 'পখিলা' দুৰ্গাপ্ৰসাদৰে বুলি ধৰকে আমাৰতে কোৱাৰ যুক্তি সেইবাবেই আমি বিচাৰি নাপাওঁ—পুথিকেইখনৰ লগত আমাৰ প্ৰত্যক্ষ পৰিচয় নঘটালৈকে।

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ সাহিত্য-প্ৰতিভাৰ প্ৰকাশ কাকত-মুখী বা আলোচনী-নিৰ্ভৰ নাছিল। তেওঁ যি লিখিছিল, সেইখিনি গ্ৰন্থাকাৰে ছপাই উলিওৱাটোৱেই আছিল তেওঁৰ সাধাৰণ ৰীতি।

৬৬. অসম সাহিত্য সভাৰ এসময়ৰ গ্ৰন্থাগাৰিক যোগেশৰ শৰ্মাই প্ৰস্তুত কৰা উক্ত তালিকা অসম সাহিত্য সভা পত্ৰিকাৰ প্ৰথম বছৰৰ চতুৰ্থ সংখ্যাত প্ৰকাশ পাইছিল।

তথাপি সমসাময়িক দুই-এখন কাকতত তেওঁৰ লেখা প্ৰকাশ নোহোৱা নহয়। ইয়াৰ ভিতৰত বিশেষকৈ 'আলোচনী', 'আসাম হিতৈষী' আৰু 'ঘৰ-জেউতি'ৰ নাম লব পাৰি। 'আলোচনী'ৰ[৬৭] 'বিদ্যুৎ', 'ঘৰ-জেউতি'ৰ[৬৮] 'নিৰামুহিয়াৰ সাৰ বল', 'আসাম হিতৈষী'ৰ 'ভূতৰ খেলা'[৬৯], 'দৈৱবাণী',[৭০] 'অষ্ট্ৰিয়াৰ নাৰীসংঘ'[৭১], 'ৰাগিয়াল বস্তু এৰণ'[৭২] আদি প্ৰবন্ধৰ সৰহটো ভাগতে স্বাস্থ্য-চিন্তক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা মানুহজন প্ৰকাশ পাইছে। 'বিদ্যুৎ' শীৰ্ষক প্ৰবন্ধটো জ্ঞান-মঞ্জৰিৰ 'ভাষা' আৰু 'জ্ঞান' শীৰ্ষক প্ৰবন্ধৰ সমগোত্ৰীয়। 'আলোচনী'ত 'শ্ৰীদু-প্ৰ-ম', 'আসাম হিতৈষী'ত 'শ্ৰীদুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা' আৰু 'ঘৰ-জেউতি'ত 'শ্ৰীদুৰ্গা' ৰূপত সংশ্লিষ্ট লেখাকেইটাৰ লগত তেওঁৰ নাম ছপা হোৱা পৰিলক্ষিত হৈছে। স্বাস্থ্য-চিন্তা বিষয়ক লেখাসমূহৰ প্ৰায় কেইটাতে একে ধৰণৰ বিষয় বা প্ৰসংগৰ পুনৰাবৃত্তি ঘটাও লক্ষ্য কৰিব পাৰি। অৱশ্যে ৰচনাৰ ৰীতি-পাৰ্থক্য সহজে চকুত পৰা বিধৰ।

অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ বিয়োগত 'স্বৰ্গ-যাত্ৰা' শীৰ্ষক দীঘলীয়া কবিতা এটা ষষ্ঠ ভাগ 'জোনাকী'ত প্ৰকাশ পাইছিল। লেখক 'শ্ৰীদু'। নন্দ তালুকদাৰৰ মতে 'শ্ৰীদু' সোণাৰাম চৌধুৰী। 'অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা' গ্ৰন্থত শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে উক্ত কবিতাটো দুৰ্গানাথ বৰুৱাৰ বুলি দেখুৱাইছে। কিন্তু সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাই সংকলন আৰু সম্পাদনা কৰা 'মৰহা ফুলৰ কৰণি' গ্ৰন্থত কবিতাটো সন্নিবেশ কৰিছে দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ নামতহে। আমাৰ মতেও 'শ্ৰীদু' দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাহে। নিজৰ প্ৰতিভা বিকাশৰ বেলিকা দুৰ্গাপ্ৰসাদে হেমচন্দ্ৰ বৰুৱাৰ পৰা পোৱা প্ৰেৰণাৰ নিদৰ্শন আমি পূৰ্বে দেখুৱাই অহা হেমচন্দ্ৰৰ চিঠি এখনে (৬ ডিচেম্বৰ ১৮৯৫) দিছে। হেমচন্দ্ৰৰ বিয়োগত তেনে এটা কবিতা দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাই সেইবাবেই লিখাৰ সম্ভাৱনা অধিক। ষষ্ঠ ভাগ জোনাকীৰ সমস্ত দায়-দায়িত্ব পালন কৰিবলগীয়া হৈছিল ৰমাকান্ত বৰকাকতীয়ে। বৰকাকতীৰ লগত থকা দুৰ্গাপ্ৰসাদৰ সংযোগৰ প্ৰমাণো আমি পূৰ্বে

---

৬৭. ২য় বছৰ, ১৮৩৩ শক, ৭ম—১১শ সংখ্যা।

৬৮. ২য় বছৰ, ১৮৫৫ শক, ৯ম সংখ্যা।

৬৯. ডিচেম্বৰ ৩০, ১৯২৬; জুন ১৩, ১৯২৭।

৭০. এপ্ৰিল ১৩, ১৯২৭।

৭১. এপ্ৰিল ৯২, ১৯২৮।

৭২. জুন ১৩, ১৯২৮।

পাই আহিছোঁ। জোনাকীৰ লেখকসকলৰ ভিতৰত সোণাৰাম চৌধুৰী বিখ্যাত "বুৰঞ্জী তথ্যৰ সমালোচনা সম্ভাৰ" যাচোঁতা হিচাপেহে।[৭২ক.] কবিতা লিখিলেও চৌধুৰীয়ে 'শ্ৰীদু' ছদ্মনামত লিখা বুলি কৰা অনুমান কষ্ট-কল্পিত। লেখক এজনৰ নামৰ প্ৰথমটো ভাগৰ বা কেউটা ভাগৰ আদ্যাক্ষৰ দিয়াটোৱেই জোনাকীৰ প্ৰায় সাধাৰণ ৰীতি আছিল। প্ৰথম পৰ্য্যায়ৰ জোনাকীৰ লগত দুৰ্গাপ্ৰসাদৰ সম্পৰ্কৰ প্ৰমাণ প্ৰচুৰ। আলোচনীখনৰ লগত দুৰ্গানাথ বৰুৱাৰ সম্পৰ্ক গাঢ় হৈছে জোনাকীৰ নতুন পৰ্য্যায়তহে। সেইবাবে 'স্বৰ্গযাত্ৰা' কবিতাটো দুৰ্গানাথ বৰুৱাৰ বুলি নলৈ দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ বুলি গ্ৰহণ কৰাত বাধা নাথাকে। দুৰ্গাপ্ৰসাদৰ 'জ্ঞান-মঞ্জৰি' গ্ৰন্থৰ অন্তৰ্গত 'ভাষা' শীৰ্ষক লেখাটোৱেও এই দিশত কিছু পোহৰ পেলাব পাৰে। আমি ভাবোঁ, 'শ্ৰীদু'ৰ নামত ষষ্ঠ ভাগ জোনাকীত প্ৰকাশ পোৱা বুলি নন্দ তালুকদাৰে দেখুওৱা[৭২খ.] 'সন্তাপ' আৰু 'কণমইনা' শীৰ্ষক লেখা দুটাও দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰহে ৰচনা।

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ ভাষা অতি সহজ-সৰল আৰু জতুৱা গঢ়ী। প্ৰসংগক্ৰমে আমি পূৰ্বে আভাস দি আহিছোঁ যে ল'ৰা-কবিতা আৰু উজু কবিতা দুয়োখন পুথিৰে ৰচনাসমূহ শিশু-কিশোৰৰ মনৰ জগতখন আগুৰি থাকিব পৰা বিষয়-বস্তু আধাৰিত হোৱা হেতুকে পুথি দুখনত ব্যৱহৃত ভাষাও শিশু-উপযোগী, কিশোৰ-উপযোগী। তৎসম শব্দৰ প্ৰয়োগ-বিৰলতাই এনে উপযোগিতাত সহায়ক ৰূপে কাম কৰিছে।

ল'ৰা-কাল বুলি সদায় উমলি
নিনিয়াবা তুমি কাল,
পঢ়া-শুনা হলে ব'দ মাৰ গলে
অলপ ওমলা ভাল। (খেমালি : ল'ৰা কবিতা)

নাইবা

সিদিনা হৰিয়ে মোক আছিল জোকাই,
ওজাদেও আহি তাক দিলেহি কোবাই।
পঢ়া নোৱাৰিলে হেনো আকউ মাৰিব,
ভালকই পঢ়িলেহে মৰম কৰিব।
(ভাল ল'ৰা : উজু কবিতা)

৭২ক. বেণুধৰ শৰ্মা, অৰ্ঘ্যাৱলী, পৃ. ২৮।
৭২খ. সম্বাদ পত্ৰৰ ব'দ-কাঁচিলত অসমীয়া সাহিত্য, দ্ৰষ্টব্য : পৃ. ১২১, ১২২, ১২৫, ১৩৩।

এনে ধৰণৰ প্ৰকাশ-সৰলতা শিশু-কিশোৰৰ হৃদয়-মনৰহে সম্পদ। কঠিন শব্দ বা বাক্য-বাক্যাংশযে দুৰ্গাপ্ৰসাদৰ ৰচনাত একেবাৰে অনুপস্থিত, সেই কথা কব নোৱাৰি। "স্বভাৱ অমূল্য নিধি", "নৰো দেৱতুল্য হয়", "বাহ্যবেশ", "দুৰ্জ্জয় ৰিপু" (ল'ৰা-কবিতা), "মহিমা প্ৰকাশ", "সৃজিছে পৰমেশ্বৰে" (উজু কবিতা) আদি বাক্যাংশৰ তৎসম বা সংস্কৃতগন্ধী শব্দই, নাইবা

ৰাখিবা তেওঁত মতি, তেওঁ বিনে নাই গতি,
চৈতন্য স্বৰূপে তেওঁ ব্যাপ্ত জগতত;
কায়-মনে সেৱোঁ আহাঁ তেওঁৰ পদত।

আদি কবিতা-পংক্তিয়ে তেওঁৰ মনৰ অসতৰ্কতাৰ প্ৰমাণো নিদিয়াকৈ থকা নাই। কিন্তু বলদেৱ মহন্তৰ লেখীয়া শিশু পাঠ্যপুথি প্ৰণেতাৰ 'উজু পাঠ'ত থকা "শৰীৰ নিঃসৃত স্তনদুগ্ধ", "দেশান্তৰে গো বৎসাদি" (গৰু), "স্বেচ্ছাচাৰী নৃপতিৰ আছয়ে সংস্কাৰ", "অধীনস্থ প্ৰজাবোৰো সন্তান সদৃশ" (ৰজা), "যথা সৰোবৰে শোভে প্ৰফুল্ল কমল" (গুণী পুত্ৰ), "কৃতঘ্নে কৃতজ্ঞ হোৱা", "গৰ্ব্ববন্তে কয় গৰ্ব্ব কৰাই অকাৰ্য্য" (সকলোৰে উপদেশ গ্ৰহণীয়) আদি বাক্য-বাক্যাংশৰ কঠিনতা-দুৰ্বোধ্যতাযে মজিন্দাৰ বৰুৱাৰ ৰচনাত নাই, সেই কথা ভাঠি কব পাৰি। মজিন্দাৰ বৰুৱাৰ "লেখা-পঢ়া খেতি", "জ্ঞান-শস্য", "বয়স-বতৰ" (উজু কবিতা), বা "মৰণ-সাগৰ", "যশস্যা-অস্ত্ৰ" (ল'ৰা-কবিতা) আদি শব্দ নিৰ্মাণ-প্ৰক্ৰিয়া শিশু-কিশোৰৰ মনৰ ভৱিষ্যত কৰ্ষণ-পদ্ধতিৰ বাবে চানেকিৰ কাম কৰিব পৰা বিধৰ।

প্ৰাঞ্জলতা মজিন্দাৰ বৰুৱাৰ গদ্য ৰচনাৰো বিশেষত্ব। তেওঁৰ ৰচনাত প্ৰকাশ পোৱা "মৌ বৰষা কথা, অমিয়া সনা মাত" সাম্প্ৰতিক কালৰ আমাৰ গদ্য ৰচনাত বিচাৰি পাবলৈ নোহোৱা হৈছে। সংস্কৃতগন্ধী শব্দৰ প্ৰয়োগ-প্ৰাচুৰ্য্যই আমাৰ গদ্যক বিজতৰীয়া কৰিলে বুলি কৈ দিয়াটো শুদ্ধ কথা নহ'ব পাৰে; কিন্তু মজিন্দাৰ বৰুৱাহঁতৰ লেখাৰ পৰাযে আমাৰ সাম্প্ৰতিক অসমীয়া গদ্যক নিলগাই ৰাখিছে, সেই কথা অস্বীকাৰ কৰাটো ভুল হ'ব। 'ঘৰ-জেউতি' কাকতৰ কাৰ্য্যাধ্যক্ষ দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাই কাকতখনৰ এটা সংখ্যাত লেখক-গ্ৰাহকক উদ্দেশ্য কৰি অন্যান্য কথাৰ লগতে কৈছিল ঃ "ইংৰেজী আৰু সংস্কৃত শব্দ থাকিলে অসমীয়া ভাঙনি লেখিব লাগে"। "অসমীয়া ভাঙনি লেখিব লাগে" এয়া কেৱল 'ঘৰ-জেউতি' কাকতৰ লেখাসমূহৰে নহয়, মজিন্দাৰ বৰুৱাৰ সমগ্ৰ লেখক জীৱনৰ গৃহীত নীতি আছিল বুলিব পাৰি। মজিন্দাৰ

বকৰুৱাৰ ৰচনাত ব্যৱহৃত 'এফেৰা', 'এফেৰি' ("আৰু এফেৰা সতৰ্ক হলে বেয়া নহয়", "বতাহত এফেৰিমান তুলা এৰি দিলেই উৰি যাব"), 'বাৰু' ("গোটেই গা ধুই পেলোৱা বাৰু"), 'আহৰি' ("সিহঁতৰ কথাত এবাৰ কাণ দিলেই সমুলি আহৰি হবাহঁক") আদি বিশেষণ, ক্রিয়া-বিশেষণ বাচক শব্দৰ প্ৰয়োগ সাম্প্ৰতিক কালৰ অসমীয়া লেখক-পাঠকৰ বাবে অচিনাকি হৈ পৰিছে। কথাৰ মাজত "ই কি কথা ঐ!", "মইনো ক'ত মৰোঁ ঐ!", "আই ঐ, কিনো কয় ঐ!", "কি কথানো ঐ!" ইত্যাদি আশ্চৰ্যবোধক বাক্য-বাক্যাংশই মজিন্দাৰ বকৰুৱাৰ ৰচনাত কোৱা ভাষা আৰু লিখা ভাষাৰ মাজৰ সীমাৰেখা নোহোৱা কৰিছে। তেওঁৰ ৰচনাৰ এনে লাক্ষণিক বিশেষত্বই এফালে তেওঁৰ গদ্যক যেনেকৈ অকৃত্ৰিম কৰি তুলিছে, আনফালে তেনেকৈ সৰলতাৰ সৌন্দৰ্যৰে মনোহাৰিত্বও প্ৰদান কৰিছে। উল্লিখিত ধৰণৰ বাক্য-গাঁথনি বা প্ৰকাশভংগী সাম্প্ৰতিক কালৰ লিখিত অসমীয়া ভাষাতহে দেখিবলৈ নোহোৱা হলেইনে, কথিত ভাষাতো তেনে ভংগী শুনিবলৈ পোৱাটো সৌভাগ্যৰ কথা বুলি বিবেচিত হ'বৰ যোগ্য হৈ পৰিল। তেনে প্ৰকাশ-ভংগী যেন উনবিংশ শতিকাতেহে সম্ভৱ হৈছিল।

একোটা ইতিবাচক অৰ্থ প্ৰকাশ কৰিবলৈ দুটা নেতিবাচক বা নঞাৰ্থক ক্রিয়াৰ প্ৰয়োগ দুৰ্গাপ্ৰসাদৰ ৰচনাৰ আন এক বিশেষত্ব বুলি কব পাৰি। যেনে: "ভয় নেলাগি নোৱাৰে", "নধৰি নোৱাৰি", "নেবাজি নেৰে", "নধৰি নেৰে" ইত্যাদি। দৰে বা নিচিনা আদি বিশেষ্য পৰসৰ্গৰ পৰিবৰ্তে -দি পৰসৰ্গৰ প্ৰয়োগহে তেওঁৰ ৰচনাত সঘনে পৰিলক্ষিত হয়। যেনে: 'বতাদি', 'অহাদি', "কোনোকালে মনত নালচা দুৰ্ভাগ্য অহাদি"। পুনৰুক্তিবোধক বাক্য-বাক্যাংশ একোটাৰ ক্ষেত্ৰত 'নকৈছোঁ', 'নহয়' আদিৰ ব্যৱহাৰে তেওঁৰ বাক্য একোটাৰ শ্ৰুতি-মধুৰতা বঢ়াইছে: "নকৈছোঁ, আমাৰ গা তপত হলেই জ্বৰ বুলি কওঁ।" "পূৰ্বে কৈ আহিছোঁ নহয়, সকলো বেমাৰৰ মূল এটা মাথোন।" নাস্ত্যৰ্থক ক্রিয়া-ৰূপৰ বেলিকা ধাতু একোটাৰ প্ৰথম স্বৰধ্বনি অনুযায়ী হব লগীয়া 'ন'ৰ পৰিবৰ্তনত দুৰ্গাপ্ৰসাদে শিথিলতা দেখুৱাইছে, বিশেষকৈ ধাতুৰ 'আ' স্বৰধ্বনিৰ ক্ষেত্ৰত। যেনে: নেভাবিবা, নেবাজি নেথাকিল। পঞ্চমী বিভক্তিৰ চিনস্বৰূপে আমাৰ ভাষাত ব্যৱহৃত হৈ অহা -পৰা পৰসৰ্গটোক তেওঁ সদায় বিশেষ্য বা সৰ্বনাম শব্দ একোটাৰ গাতে আঁওজাই বখাইছে। যেনে: চকুৰপৰা, নিজগৰপৰা, গুচৰৰপৰা। পৃথক বা সুকীয়া বুজোৱা অৰ্থত 'বিভগ' শব্দৰ ব্যৱহাৰ তেওঁৰ ৰচনাৰ অন্যতম লক্ষণ বুলি

কৰ পাৰি ঃ "এখন বিভগ বিস্তীৰ্ণ ৰাজ্য", "অইন এখন বিভগ দেশ দেখা পালোঁগে", "আটাইবিলাকক্কে তাত বিভংগে ভাগ ভাগকৈ যতন কৰি থোৱা দেখি" ইত্যাদি।

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ বাক্যবোৰ প্ৰায় ক্ষেত্ৰতে চুটি চুটি। কেৱল নাটকীয় সংলাপৰ বেলিকাই নহয়, আন ক্ষেত্ৰতো হ্ৰস্বতাই তেওঁৰ বাক্যৰ ৰীতি-বৈশিষ্ট্য প্ৰকাশ কৰিছে। দীঘলীয়া বাক্যৰ বেলিকা আকৌ যতি চিন, বিশেষকৈ হ্ৰস্বযতিৰ ব্যৱহাৰ বেছি। তেওঁৰ কিছুমান চুটি চুটি বাক্যই আপ্তবাক্যৰ সন্মান পাবৰ যোগ্যতাও অৰ্জন কৰিছে ঃ "ভোকেই পেটৰ জুই", "এল্লাহেই পাপৰ পুং", "পৱিত্ৰ আত্মাই দেৱতা", "ল'ৰাইহে মানুহৰ বংশধৰ।" এনে বাক্য-ভংগীয়ে সত্যনাথ বৰাৰ গদ্যলৈ সততে মনত পেলায়। এনেবোৰ বাক্যত তৎসম শব্দৰ অনুপস্থিতি সহজে চকুত পৰা বিধৰ। অৱশ্যে তৎসম শব্দ-বহুল দীঘলীয়া বাক্যযে তেওঁ ৰচনা কৰা নাই, তেনে নহয়; কিন্তু পৰিমাৰ্জিত শব্দৰ সুবিন্যাসে তেনে বাক্যকো শ্ৰুতিৰ উপভোগ্যতা দান কৰিছে। উদাহৰণ ঃ "মহৰ্ষি ব্যাসদেৱৰ চিন্তাশীল মস্তিষ্কজাত ভাৰত যুদ্ধ-ৰূপ কল্পনাৰ দৃশ্যই আজিও সকলোকে প্ৰতিভাৰ জ্যোতি বিলাই বিমোহিত কৰিছে।" তেওঁৰ দীৰ্ঘ বা নাতিদীৰ্ঘ বাক্য একোটাই আগৰটো বাক্যক বেছি শক্তিশালী আৰু সৌন্দৰ্যশালী কৰি তোলে ঃ "সেই জঠৰাগ্নিয়েই আমাৰ মহা উপকাৰী ভোক। ভোকহে, লোভ নহয়।" সংযোজক অব্যয় 'আৰু'ৰ লগতে 'ও'ৰ প্ৰয়োগ-বহুলতা তেওঁৰ ৰচনাৰ আন এক লাক্ষণিক বিশেষত্ব। যুক্তাক্ষৰৰ উচ্চাৰণ-কঠিনতাৰ ক্ষেত্ৰত সৰলীকৰণৰ প্ৰতি প্ৰৱণতা তেওঁৰ ৰচনাত প্ৰায়েই লক্ষ্য কৰা যায় ঃ মাটি খানি (খান্দি), ৰাইখ (ৰক্ষা) পালোঁ, আইন ভং (ভঙ্গ) আদিত এনে প্ৰৱণতা সহজে চকুত পৰে।

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ সৃষ্টি-চেতনা নিৰৱচ্ছিন্ন নহয়। জীৱন-জীৱিকাৰ অৰ্থে ব্যৱসায়-বৃত্তিত সমগ্ৰ জীৱন ব্যাপৃত থকা বাবেইয়ে অসমীয়া ভাষা-সাহিত্যলৈ আগবঢ়োৱা বৰঙণিৰ ক্ষেত্ৰত তেওঁৰ এনে অৱচ্ছিন্ন অৱস্থা, সেই কথা কোৱা বাহুল্য মাথোন। বেজবৰুৱাৰ লেখীয়া বিস্ময়কৰ প্ৰতিভাধৰ পুৰুষেও সাহিত্য-সৃষ্টিৰ বেলিকা ব্যৱসায়-বৃত্তিৰ অনুকূলতা অনুভৱ কৰিব পৰা নাছিল। বেজবৰুৱাৰ দৰে লিখিলেই সাহিত্য হোৱা প্ৰতিভাও দুৰ্গাপ্ৰসাদৰ নহয়। ব্যৱসায়ী দুৰ্গাপ্ৰসাদেযে ধন বিচাৰোঁতে মনটো যেকণৱা

নাছিল, বা তেওঁযে কেৱল ধনৰ পিছে পিছেই ঘূৰি ফুৰা নাছিল, তেওঁৰ ৰচনাসমূহে তাৰেই সাক্ষ্য দিছে। তেওঁৰ ধনৰ চিন্তাতকৈ অসমীয়া ভাষা-সাহিত্যৰ উৎকৰ্ষ-সাধনৰ চিন্তা, বা অসমীয়া জাতিৰ সৰ্বাংগীন উন্নয়নৰ চিন্তাহে আছিল বলৱতী। অন্যথা, জীৱনৰ শেহৰ ফালে 'ঘৰ-জেউতি' নামৰ অসমীয়া ভাষাৰ প্ৰথম মহিলা আলোচনীখনৰ লগত তেওঁ নিজকে সম্পৃক্ত নকৰিলেহেঁতেন। দুৰ্গা-প্ৰসাদ মজিন্দাৰ বৰুৱা আছিল 'ঘৰ-জেউতি'ৰ প্ৰাণ-প্ৰতিষ্ঠাপকসক-লৰ অন্যতম। তদুপৰি, 'ঘৰ-জেউতি'ৰ সম্পাদনাৰ ক্ষেত্ৰতো তেওঁৰ বৰঙণি আছিল প্ৰভূত। মজিন্দাৰ বৰুৱাৰ উৎসাহ নোহোৱা হলেযে আলোচনীখনে প্ৰকাশ লাভ নকৰিলেহেঁতেন, সেই কথা ঘৰ-জেউ-তিয়েই কৈ থৈছে। মজিন্দাৰ বৰুৱাক বোলে আলোচনীখনৰ প্ৰধান অধ্যক্ষৰ ভাৰ লবলৈ অনুৰোধ কৰা হৈছিল। কিন্তু তেওঁ তেওঁৰ বেৰিষ্টাৰ বন্ধু তাৰাপ্ৰসাদ চলিহাক জেন কৰি সেই পদত বহুৱাই নিজে কাৰ্যাধ্যক্ষৰ পদ ললে[৭৩]। তথাপি বেণুধৰ শৰ্মাই কৈ যোৱা মতে, দুৰ্গাপ্ৰসাদ ঘৰ-জেউতিৰ "প্ৰধান লেখক, আঁৰে আঁৰে থকা সম্পাদক আৰু পৃষ্ঠপোষক আছিল।"[৭৪] জীৱনৰ শেহৰ ফালে মজিন্দাৰ বৰুৱাই শিক্ষাবিদ-সাহিত্যিক পদ্মধৰ চলিহাৰ লগত যুটীয়া-ভাৱে "এটি ভাল ছাপাখানা বহুৱাই এখন বাতৰি কাকত আৰু এখন মাহেকীয়া আলোচনী প্ৰকাশ আৰু পৰিচালনা কৰাৰ পৰি-কল্পনা" কৰিছিল বুলি পদ্মধৰ চলিহাৰ আত্মজীৱনীয়ে কৈছে।[৭৫] চলিহাই নিজে সাহিত্য-চৰ্চা, সংগীত-চৰ্চা, সংগীত-ৰচনা, নাট্যাভিনয় আদিত সমসাময়িক যিসকলৰ পৰা সততে উৎসাহ বা প্ৰেৰণা লাভ কৰিছিল, দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা আছিল সেইসকলৰ অন্যতম।[৭৬]

মজিন্দাৰ বৰুৱাৰ জীৱনটো বৰ মিহি নাছিল। জীৱনটো মিহি নোহোৱা বাবে বেজবৰুৱাৰ দৰে মজিন্দাৰ বৰুৱাই ঈশ্বৰক ক'তো ধন্যবাদ দিব নোৱাৰিলেও[৭৬ক] ব্যক্তিগত, পাৰিবাৰিক আৰু

৭৩. ঘৰ-জেউতি, ১ম বছৰ ৬ষ্ঠ সংখ্যা, শোক-সংবাদ।
৭৪. বেণুধৰ শৰ্মা ৰচনাৱলী, ১ম খণ্ড, পৃ. ৯৬৩।
৭৫. জীৱন বীণাৰ সুৰ, ১ম প্ৰকাশ, পৃ. ১১১।
৭৬. ঐ, পৃ. ৩২।
৭৬ক. "ধন্যবাদ ঈশ্বৰক দিও"

জীৱন নহয় মিহি মোৰ।
সংসাৰৰ ঠেলা, হেঁচা, টেপা
খাই আছোঁ দিনো দুৰ্ঘোৰ॥
—মোৰ জীৱন : কদম কলি।

সামাজিক ক্ষেত্ৰত পোৱা অলেখ বিপদ-বিপৰ্য্যয়, আলৈ-আহুকাল বা জঞ্জালৰ বাবে ভাগ্যক বা ভগৱানক দোষাৰোপ কৰাৰ প্ৰমাণো তেওঁ ক'তো এৰি থৈ যোৱা নাই। বিভিন্ন প্ৰতিকূল পৰিস্থিতিৰ মাজতো মজিন্দাৰ বৰুৱাই সাহিত্য আৰু সমাজৰ অৰ্থে আত্মনিয়োগ কৰিছিল।

মজিন্দাৰ বৰুৱাৰ ৰাজনৈতিক উচ্চাকাংক্ষা নাছিল, কিন্তু ৰাজনীতি তেওঁৰ বাবে অস্পৃশ্য নাছিল। অন্যথা, তেওঁ শিৱসাগৰ লোকেলবোৰ্ডৰ সদস্য হ'বলৈ নগ'লহেঁতেন। একেৰাহে ন বছৰ কাল শিৱসাগৰ লোকেলবোৰ্ডৰ সদস্য হৈ মজিন্দাৰ বৰুৱা অনুষ্ঠানটোৰ সভাপতিৰ আসনতো অধিষ্ঠিত হৈছিল[৭৬খ] বুলি কোৱা হৈছে। ক্ষমতাৰ লোভত নহয়, সেৱাৰ মনোভাবতহে তেওঁ প্ৰতিষ্ঠানটোৰ লগত এনেকৈ জড়িত আছিল। শিৱসাগৰ লোকেলবোৰ্ডৰ লগত জড়িত হৈ থকা কালছোৱাত মজিন্দাৰ বৰুৱা "ৰাইজৰ হিতৰ অৰ্থে শিক্ষা, কৃষি, আলি-পুখুৰীৰ ব্যৱস্থাদিৰ বিষয়ে যত্নপৰ আছিল" বুলি স্বৰ-জেউতিৰ এটি সংবাদত প্ৰকাশ পাইছে।[৭৭]

অসমৰ চীফ কমিচনাৰে ১৮৯৪ খ্ৰীষ্টাব্দৰ ১৭ মে' তাৰিখে শিৱসাগৰ লোকেলবোৰ্ডৰ সদস্য হিচাপে এজন দুৰ্গাপ্ৰসাদ দত্ত বৰুৱাৰ নিৰ্বাচনত অনুমোদন জনোৱাৰ সংবাদ তেতিয়াৰ অসম-ৰাজপত্ৰত পোৱা যায়। সেইবাৰ তেওঁ পুনৰ নিৰ্বাচিত বুলিও সংবাদটোত আছে ("The Chief Commissioner approves the election of the following gentleman to be a member of the Sibsagar Local Board : Babu Durgaprasad Datta Barua re-elected")। ১৮৯৮ খ্ৰীষ্টাব্দৰ ৯ এপ্ৰিলৰ ৰাজপত্ৰতো শিৱসাগৰ লোকেলবোৰ্ডৰ সদস্য হিচাপে ইন্দ্ৰেশ্বৰ শৰ্মা ৰাজখোৱা, বেজান আলি বৰা, শশীধৰ বৰুৱা, কালিপ্ৰসাদ চলিহা আৰু সোমেশ্বৰ বৰুৱাৰ লগতে সেইজন দুৰ্গা-প্ৰসাদৰ নিৰ্বাচন অনুমোদিত হোৱাৰ কথা আছে। কিন্তু আমি পূৰ্বে দেখুৱাই অহা মতেই সেইজন দুৰ্গাপ্ৰসাদ নিশ্চয় তহচিলদাৰ জনহে; কবি-নাট্যকাৰ দুৰ্গাপ্ৰসাদজন নহয়। হ'বলৈ, তেওঁ তেতিয়া কলিকতা-প্ৰবাসীহে। ১৮৮৮ চনৰ অসম ৰাজপত্ৰত প্ৰকাশিত লোকেলবোৰ্ডৰ নিৰ্বাচন বিষয়ক এক বিজ্ঞপ্তি মতে নিৰ্বাচন প্ৰাৰ্থীজন সংশ্লিষ্ট এলেকাটোৰ স্থায়ী বাসিন্দা হ'ব লাগিব ("That

---

৭৬খ. শশীপ্ৰভা দত্ত, দৈনিক অসম, ডিচেম্বৰ ৩০, ১৯৭০।

৭৭. ১ম বছৰ ৬ষ্ঠ সংখ্যা।

he is a permanent resident of the circle for which he stands as candidate") । অধিকন্তু, প্ৰাৰ্থীজন বাইজে সমীহ কৰিব পৰা ব্যক্তিত্বসম্পন্ন ("That he is a person of approved respectability") হোৱা বাঞ্ছনীয় । ১৮৯৪ চনৰ (তাৰো পূৰ্বৰ) নিৰ্বাচনত বিংশোত্তৰ বয়ীয় ডেকা দুৰ্গাপ্ৰসাদ দত্তৰ প্ৰাৰ্থীত্বই এনে অৰ্হতা পূৰণ কৰাটো আপাততঃ অসম্ভৱ নহ'লেও অযৌক্তিক । গতিকে, 'ধৰ-জেউতি'-কথিত দুৰ্গাপ্ৰসাদৰ লোকেলবোৰ্ডৰ সদস্যপদ-প্ৰসংগ অৰ্বাচীন কালৰহে, এইটো শতিকাৰহে; উনবিংশ শতিকাৰ নহয় ।

উনবিংশ শতিকাৰ শেহৰ দশকটোত শিৱসাগৰত স্থাপিত হোৱা 'ছাত্ৰ সভা আৰু বাল্যাশ্ৰম' অনুষ্ঠানটোৰ সজীৱ আৰু সক্ৰিয় কৰি ৰাখোঁতাসকলৰ ভিতৰত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাও অন্যতম । ১৮৯৭ খ্ৰীষ্টাব্দত অনুষ্ঠিত 'ছাত্ৰ সভা আৰু বাল্যাশ্ৰম'ৰ অষ্টম বাৰ্ষিক উৎসৱত (সভাপতি - ফণীধৰ চলিহা) তুলসীৰাম শৰ্মা বৰুৱা আৰু গোলাপচন্দ্ৰ ভট্টাচাৰ্যই দিয়া বক্তৃতাৰ প্ৰতিবাদ কৰিছিল দুৰ্গাপ্ৰসাদে । তুলসীৰাম বৰুৱাই বোলে ঈশ্বৰবাচক অথচ "ব্ৰহ্মভাব মিহলি" শব্দবোৰ উচ্চাৰণ নকৰিবৰ বাবে, আৰু ৰাম, কৃষ্ণ, গোপাল আদি ঈশ্বৰবাচক শব্দহে উচ্চাৰণ কৰিবৰ বাবে ল'ৰাহঁতক উপদেশ দিছিল । পিছৰজনে বোলে তেতিয়াৰ ল'ৰাহঁতে বাইবেল আদি বিজাতীয় ধৰ্ম-পুস্তক পঢ়ি হিন্দু ধৰ্মৰ প্ৰতি আস্থা হেৰুওৱা বাবে, আৰু বিদেশীৰ আচাৰ-ব্যৱহাৰ অনুকৰণ কৰা বাবে দেশত নানা ৰকম অচিন ৰোগ হোৱা বুলি বক্তৃতা প্ৰসংগত কৈছিল । উপৰ্যুক্ত বক্তা দুজনৰ সংৰক্ষণশীল মনোভংগী যুক্ত বক্তব্যৰ প্ৰতিবাদ কৰা কাৰ্যৰ যোগেদি দুৰ্গাপ্ৰসাদৰ আধ্যাত্মিক ক্ষেত্ৰত থকা উদাৰনৈতিক দৃষ্টিভঙ্গী এটাৰ প্ৰমাণ পাব পাৰি ।[18] 'ছাত্ৰ সভা আৰু বাল্যাশ্ৰম' অনুষ্ঠানটোৰ শক্তি যোগোৱাৰ উদ্দেশ্যে ১৮৯৭ চন বছৰটোৰ বাবে দুৰ্গাপ্ৰসাদে 'ইণ্ডিয়ান এম্পায়াৰ' কাকত-খন অনুষ্ঠানটোলৈ দান দিয়াৰ সংবাদ এটাও অনুষ্ঠানটোৰ কাৰ্য-বিবৰণিত আছে ।[19]

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা আছিল এজন অভিনেতাও ।

---

১৮. বেণুধৰ শৰ্মা ৰচনাৱলী, ১ম খণ্ড, পৃ. ১৭৩-৪ ।
১৯. ঐ, পৃ. ১৭৬ ।

'মঞ্চলেখা'ত অতুলচন্দ্ৰ হাজৰিকাই কৈছে ঃ "কবি আৰু নাট্যকাৰ মজিন্দাৰ বৰুৱাই চন্দ্ৰধৰ বৰুৱা, বেণুধৰ ৰাজখোৱা প্ৰভৃতিৰ লগত একে শাৰীতে নিপুণ অভিনেতা হিচাপেও নাট্যমঞ্চলৈ সক্ৰিয় সহযোগ আগবঢ়াইছিল। ধেমেলীয়া নাট-ৰচোঁতা হিচাপেহে প্ৰখ্যাত হলেও তেওঁ নিগ্ৰো, মহৰী, গাঁওবুঢ়া, কানীয়াৰ কীৰ্ত্তন আদি অভিনয়ত গহীন চৰিত্ৰ ৰূপায়িত কৰিহে নাম কৰিছিল। তেওঁ গাঁওবুঢ়াৰ নাম-ভূমিকাত বিশেষ পাৰদৰ্শিতা দেখুৱাইছিল, আৰু সেইবাবেই বন্ধু-মহলত গাঁওবুঢ়া বুলিহে জনাজাত হৈ পৰিছিল।"[৮০] ১৮৯৬ চনত (১৮১৮ শকৰ ভাদ মাহৰ ২২ তাৰিখ দেওবাৰৰ দিনা) কলিকতাৰ চিটি কলেজিয়েট স্কুলঘৰত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ বাৰ্ষিক উৎসৱত অনুষ্ঠিত 'ভ্ৰমৰঙ্গ' নাটকৰ অভিনয়ত ৰাধিকা প্ৰসাদ বৰুৱা, কনকলাল বৰুৱা আদিৰ লগত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱায়ো অভিনয় কৰিছিল। মজিন্দাৰ বৰুৱা হৈছিল দুজন কলিমনৰ এজন। আনজন কলিমন হৈছিল মীনধৰ হাজৰিকা।[৮১]

স্কুলত পঢ়া কালৰে পৰা দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা "সৰল প্ৰকৃতিৰ, সজ চৰিত্ৰৰ আৰু স্থিৰ স্বভাৱৰ আছিল" বুলি তেওঁৰ সহপাঠী চন্দ্ৰধৰ বৰুৱাই কৈ গৈছে। বৰুৱাই কোৱা মতে, স্কুলত পঢ়া কালৰে পৰা বোলে দুৰ্গাপ্ৰসাদৰ অসমীয়া সাহিত্যলৈ ধাউতি আছিল।[৮২] চন্দ্ৰধৰ বৰুৱাৰ উপৰি ৰাধানাথ ফুকন, বেণুধৰ ৰাজখোৱা, পদ্মনাথ গোহাঞি বৰুৱা আদি অসমীয়া সাহিত্য-ক্ষেত্ৰৰ চিৰস্মৰণীয় ব্যক্তি সকল আছিল মজিন্দাৰ বৰুৱাৰ সমবয়সীয়া পৰম বন্ধু।[৮৩]

ব্যৱসায়ী দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা আছিল অতিশয় হিচাপী। দৈনন্দিন জমা-খৰচৰ হিচাপ ৰাখি যোৱাটো আছিল তেওঁৰ নীতি। পিছে, আমাৰ হাতত পৰা ১৯১১ চনৰ হিচাপৰ বহী এখনৰ পৰা এই কথা কব পাৰি যে মজিন্দাৰ বৰুৱাই মাহেকীয়া পদ্ধতিত হিচাপ ৰখা নাছিল, ৰখা নাছিল বছৰেকীয়া পদ্ধতিতো। প্ৰতি মাহৰ আয়-ব্যয়ৰ হিচাপ "জেৰ জমা", "জেৰ খৰচ" ৰূপত পিছৰ মাহলৈ টানি আনিছিল। কেৱল সেয়ে নহয়,

---

৮০. উক্ত গ্ৰন্থ, পৃ. ১০৬।
৮১. ঐ, পৃ. ৯৬।
৮২. অসম সাহিত্য সভা পত্ৰিকা, ৫ম বছৰ ৩য় সংখ্যা, পৃ, ১৭২।
৮৩. ৰৱ-জেউতি, ১ম বছৰ, ৬ষ্ঠ সংখ্যা।

আগৰ বছৰৰ জেৰ জমা, জেৰ খৰচৰ তহবিলো কোনো ঠাইতে নেদেখুওৱাকৈ পিছৰটো বছৰলৈ টানি আহি আছিল। একেখন হিচাপৰ বহীতে একেৰাহে চাৰি বছৰৰ হিচাপ ৰাখিছে এঘাৰ চনৰ পৰা চৈধ্য চনলৈ। এনে হিচাপৰ মাজত এক অনা (০·০৬ টকা) ব্যয়ৰ হিচাপো অনেক ঠাইত আছে। ১৯১১ চনৰ মাৰ্চ মাহৰ হিচাপৰ পৰা জনা যায়, তেওঁৰ এটা কামিজৰ মূল্য আছিল এটকা চাৰি অনা দুপইচা (১·২৭ টকা), এযোৰ ধুতীৰ মূল্য আছিল দুটকা চৈধ্য অনা (২·৮৭ টকা), এটা কোটচোলাৰ মূল্য আছিল তিনিটকা চৈধ্য অনা দুপইচা (৩·৮৯ টকা), এযোৰ জোতাৰ মূল্য আছিল তিনিটকা ছঅনা (৩·৩৭ টকা), আৰু এযোৰ মোজাৰ মূল্য আছিল চাৰি অনা (০·২৫ টকা)। মজিন্দাৰ বৰুৱাই সেয়া নিজৰ বাবে কিনা বস্তু, আৰু নিশ্চয় উত্তম বিধৰ। মজলীয়া বিধৰ ধুতী এখনৰ দাম আছিল তেতিয়া এঘাৰ অনা দুপইচা (০·৭২ টকা) বা বাৰ অনা (০·৭৫ টকা) মাত্ৰ। নিচেই সাধাৰণ বিধৰ (ৰাম কিষণ নামৰ ঘৰুৱা লগুৱাৰ বাবে) ধুতী এখন তেতিয়া চাৰিঅনা দুপইচা (০·২৲ টকা) মূল্যত পোৱা হৈছিল। ১৯১১ চনত এপোৱা (২৫০ গ্ৰাম) ঘিউৰ দাম আছিল ছ অনা (০·৩৭ টকা), এবটল তেলৰ (নিশ্চয় চুলিত ঘঁহা) দাম আছিল ছঅনা তিনি পইচা (০·৪০ টকা), এখন কটাৰীৰ দাম আছিল চাৰি অনা (০·২৫ টকা)। মজিন্দাৰ বৰুৱাই পৰিয়ালটোৰ বাবে কিনা খাদ্য আৰু নিত্য ব্যৱহাৰ্য সামগ্ৰীৰ হিচাপত চাৰি অনাৰ মাছ, চাৰি অনাৰ চাবোন, দুঅনাৰ কচু, দুপইচাৰ তামোল, দুঅনা দুপইচাৰ নাৰিকল তেল আদিৰ বিৱৰণে এফালে যেনেকৈ তেওঁৰ পৰিয়ালৰ জীৱন-নিৰ্বাহৰ মানদণ্ডৰ আভাস দিছে, আনফালে তেনেকৈয়ে আভাস দাঙি ধৰিছে সমসাময়িক অসমৰ দ্ৰব্য-মূল্যৰ সূচাঁখনবো। শিৱসাগৰ সদৰ বজাৰত ১৯১১ চনৰ এপ্ৰিল মাহৰ প্ৰথম ভাগত এটকাত উত্তম বিধৰ ৯ সেৰ বা সাধাৰণ বিধৰ ১৬ সেৰ চাউল কিনিবলৈ পোৱা গৈছিল। নিমখো পোৱা গৈছিল টকাটোত ১৬ সেৰ, মাটি মাহ ১৩ সেৰ। মে' মাহৰ প্ৰথম ভাগত সাধাৰণ বিধ চাউল পোৱা হৈছিল এটকাত ১৪ সেৰ। জুন মাহৰ প্ৰথম ভাগতো শিৱসাগৰ সদৰ বজাৰত খাদ্য সামগ্ৰীৰ মূল্য প্ৰায় একে আছিল: উত্তম বিধ চাউলৰ মূল্য ৯ সেৰত এটকা, সাধাৰণ বিধৰ ১৪ সেৰত এটকা। (এসেৰ–০·৯৩৩ কিলোগ্ৰাম)।[৮৩ক.] প্ৰায় প্ৰতিটো মাহতে কিতাপ-

৮৩ক. Supplement to the Eastern Bengal and Assam Gazette, 1911. p p. 458-9, 463, 768, 912-3.

পত্ৰ কিনাতো তেওঁ কিছু ধন খৰচ কৰিছিল। 'আলোচনী' কাকত-খনৰ নিয়মীয়া গ্ৰাহকসকলৰ ভিতৰত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাও আছিল এজন। চিঠি-পত্ৰ লিখাৰ অভ্যাসো যে তেওঁৰ নিয়মীয়া আছিল, তাৰ প্ৰমাণ তেওঁ প্ৰতিমাহে কিনা কাৰ্ড-লেফাফাৰ হিচাপ এটাই দিছে। তেওঁ ধোবাই ধোৱা কাপোৰ পিন্ধিছিল। ভেবেলা নামৰ ধোবাক কাপোৰ ধোৱা বাবে দিয়া ধনৰ হিচাপ তেওঁ একেখন হিচাপৰ বহীৰে বেলেগ এটা পাতত লিখি ৰাখিছিল। এই কথাই হিচাপৰ ক্ষেত্ৰত তেওঁৰ পাৰিপাট্যৰে পৰিচয় দিছে।

মজিন্দাৰ বৰুৱাই ১৯২৮ চনত ব্যৱহাৰ কৰা সকু দিন লেখা ( Diary ) এখনো পোৱা গৈছে। নিয়মিতভাৱে প্ৰতিদিনে ডায়েৰী লিখাৰ অভ্যাস তেওঁৰ নাছিল। উল্লিখিত চনৰ ২৩ জানুৱাৰী তাৰিখৰ পৰা মাজে মাজে লিখা ডায়েৰীখনৰ মতে তেওঁ নিজে নিজৰ ওপৰতে প্ৰাকৃতিক চিকিৎসা চলোৱাৰ প্ৰমাণ পোৱা যায়। আঠাইছ চনৰ উনত্ৰিছ জানুৱাৰী তাৰিখে পাঁচ টকা দি কিতাপৰ টোপোলা এটা খালাচ কৰিছে। টোপোলাটো আহিছিল সৰস্বতী মঠৰ ( কলিকতাৰ ? ) পৰা। কিতাপকেইখন হ'ল—"সুধা ২য় সংখ্যা, আত্মিক তত্ত্বৰ পৰ কালতত্ত্ব, মনুষ্য ঃ ইহলোকে ও পৰলোকে।" মে' মাহৰ ১৫ তাৰিখে আমগুৰিলৈ যোৱাৰ আৰু ডাঃ বাৰ্টিনৰ হতুৱাই স্বাস্থ্য পৰীক্ষা কৰোৱাৰ ( "Arrived Amguri. Examined by Dr. Bartin. Dr. prescribed medicine." ) সংবাদো দিনলেখাখনে দিছে। জুন মাহৰ ১ তাৰিখে তেওঁৰ জ্বৰ উঠে ( "High fever" ), ২ তাৰিখেও জ্বৰ ("fever")। ৭ তাৰিখেও জ্বৰ বেছি ( "High fever" ) বুলি সেইদিনাৰ ডায়েৰীৰ অংশটোত লিখি থোৱা আছে।

জীৱনৰ শেহৰ ফালে মজিন্দাৰ বৰুৱাই ৰক্তচাপ ৰোগত ভুগিছিল বুলি, আৰু ১৯২৫।২৬ চন মানৰ পৰা সেই ৰোগ বেছি হৈ আহিছিল বুলি জীয়েক শশীপ্ৰভা দত্তই কৈছে। শশীপ্ৰভা দত্তৰ মতে, সেই ৰোগতে ১৯২৮ চনৰ ২৯ মে'ৰ দিনা দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ মৃত্যু হয়।[৮৪] মজিন্দাৰ বৰুৱাৰ মৃত্যুৰ তাৰিখটো ২৯ মে' বুলি নন্দ তালুকদাৰেও কৈ গৈছে।[৮৫] 'অসম সাহিত্য সভা পত্ৰিকা'ৰ সপ্তদশ বছৰৰ প্ৰথম সংখ্যাত অতুল চন্দ্ৰ হাজৰিকাই নিৰ্ণয় কৰা 'কেইটামান স্মৰণীয় দিন'তো ২৮ চনৰ ২৯ মে'

৮৪. দৈনিক অসম, ডিচেম্বৰ ৩০, ১৯৭০।
৮৫. অসম বাণী, ডিচেম্বৰ ১১, ১৯৭০।

তাৰিখকে মজিন্দাৰ বৰুৱাৰ মৃত্যু দিৱস বুলি দেখুৱাইছে। কিন্তু 'ঘৰ-জেউতি' কাকতৰ 'শোক-সংবাদ'ত "গত ১৪ জুন তাৰিখে মূৰ্চ্ছা ৰোগত তেওঁৰ মৃত্যু হয়" বুলিহে দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ কথা কওঁতে কোৱা হৈছে।[৮৬] 'অসম সাহিত্য সভা পত্ৰিকা'ৰ সম্পাদক চন্দ্ৰধৰ বৰুৱায়ো দ্বিতীয় বছৰৰ তৃতীয় সংখ্যা 'পত্ৰিকা'ত 'শোকৰ বাতৰি' শীৰ্ষক লেখাটোত কৈছে: "... আমাৰ সুপৰিচিত সাহিত্যিক, শিৱসাগৰৰ দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ অকাল মৃত্যুৰ সম্বাদ দিব লগা হৈছোঁ। তেখেতে যোৱা ১৪ জুন তাৰিখে এই সংসাৰ এৰি গ'ল।" আমি পোৱা দিন-লেখাখনৰ ১৪ জুনৰ অংশটোত মজিন্দাৰ বৰুৱাৰ কোনোবাজন জোঁৱায়েকৰ হস্তাক্ষৰলেপন পৰিছে। অংশটোত লিখা আছে, "Died father-in-law at 8·30 P. M." বুলি। গতিকে, দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাই শেষ নিশ্বাস ত্যাগ কৰা দিনটো জীয়েক শশীপ্ৰভা দত্ত, নন্দ তালুকদাৰ আৰু অতুলচন্দ্ৰ হাজৰিকাই কোৱা ২৯ মে'ৰ পৰিবৰ্তে ১৯২৮ চনৰ ১৪ জুন বুলিহে গ্ৰহণ কৰিব লাগিব। দিনলেখাখনৰ ২৯ মে' তাৰিখৰ অংশটোত মজিন্দাৰ বৰুৱাই নিজ হাতেৰে লিখি থোৱা এশ বত্ৰিছ টকা ছঅনাৰ হিচাপ এটা আছে। আঠাইছ চনৰ হিচাপৰ বহী এখনতো ২৯ মে' তাৰিখে আন দুপদমান বস্তুৰ লগতে দুটকা আঠ অনা মূল্যৰ চচমাৰ ফ্ৰেম এটা কিনাৰ হিচাপ তেওঁ নিজে লিখি থৈছে।

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ অকাল বিয়োগ অসমীয়া ভাষা-সাহিত্যৰ বাবে দুৰ্ভাগ্যজনক ঘটনাসমূহৰ অন্যতম। তেওঁ আৰু কেইটামান বছৰ জীৱনটো উপভোগ কৰিবলৈ পোৱা হলে অসমীয়া ভাষা-সাহিত্যৰ কিমানখিনি উন্নতি হ'লহেঁতেন, সেই সম্ভাৱনাৰ ওজন-আয়তন দেখুৱাব নোৱাৰি, কিন্তু আন একো নহলেও, আমি পোৱা তেওঁৰ অসম্পূৰ্ণ নাটকখন ('হৰিনাথৰ সংসাৰ') যে তেওঁ সম্পূৰ্ণ কৰিলেহেঁতেন, আৰু পদ্মধৰ চলিহাই কোৱা মতে এটি ভাল ছপাখানা বহুৱাই এখন বাতৰি কাকত আৰু এখন মাহেকীয়া আলোচনীয়ে তেওঁ উলিয়ালেহেঁতেন, সেই কথা গভীৰ প্ৰত্যয়েৰে কব পাৰি। সেই প্ৰত্যয় আমি পাইছোঁ তিনি কুৰিটা শৰতো দেখিবলৈ নোপোৱা দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ জীৱনৰ পৰাই, তেওঁৰ কাৰ্যাৱলীৰ পৰাই, তেওঁৰ ৰচনাৱলীৰ পৰাই।

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ ৰচনাৱলী সংকলন আৰু

৮৬. ১ম বছৰ, ৬ষ্ঠ সংখ্যা।

সম্পাদনাৰ দায়িত্ব অসম সাহিত্য সভাই আমাক অৰ্পণ কৰিছিল ১৯৮৬ চনৰ ২২ আগষ্ট তাৰিখে। ব্যক্তিগত বিভিন্ন সীমাবদ্ধতাৰ বাবে সেই গুৰু দায়িত্ব লোৱাৰ ইচ্ছা আমাৰ সম্মতি নাছিল। কিন্তু এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ তদানীন্তন মাননীয় সভাপতি শ্ৰীযুত বীৰেন বৰকটকী ডাঙৰীয়াৰ ব্যক্তিগত উপৰোধ আমাৰ বাবে আদেশ স্বৰূপ আছিল, আৰু সেইবাবেই আমি এই গুৰু দায়িত্ব কান্ধ পাতি লব লগাত পৰিলোঁ।

মজিন্দাৰ বৰুৱাৰ কেইবাখনিও গ্ৰন্থ সম্প্ৰতি দুষ্প্ৰাপ্য হৈ পৰাত সংকলনৰ ক্ষেত্ৰত আমি বহুতো অসুবিধাৰ সম্মুখীন হ'ব লগা হ'ল। দুষ্প্ৰাপ্য গ্ৰন্থকেইখনমানৰ সম্পৰ্কত অসম সাহিত্য সভাৰ তৰফৰ পৰা বাতৰি কাকত যোগে বিজ্ঞপ্তি প্ৰচাৰ কৰা সত্বেও কোনো ধৰণৰ সুফল নফলিল। বৰ্তমানৰ 'মজিন্দাৰ বৰুৱা ৰচনাৱলী' পোহৰলৈ অহাত পলম হোৱাৰ মূলতে তেওঁৰ ৰচনাৰাজিৰ সেই দুষ্প্ৰাপ্যতা। এতিয়াও এই গ্ৰন্থক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ ৰচনা-সমগ্ৰ বুলিব নোৱাৰি। বিশেষকৈ তেওঁৰ 'নিগ্ৰো' নাটকখন উদ্ধাৰ কৰিব নোৱৰাটো আমাৰ বাবে অতিশয় দুখৰ কথা হৈ ৰ'ল। 'বৃষকেতু' নাটকখনৰো মাত্ৰ দুটা দৃশ্য 'অসমীয়া সাহিত্যৰ চানেকি'ৰ পৰা আমি ইয়াত সন্নিবেশ কৰিব পাৰিছোঁ। আমি সংগ্ৰহ কৰিবলৈ সক্ষম নোহোৱা পুথিকেইখনমে ক'তো নাই, তেনে কথা বিশ্বাস কৰিব নোৱাৰি। অসমৰ ৰাজহুৱা বা ব্যক্তিগত যি কোনো পুৰণি গ্ৰন্থ-সংগ্ৰহত ভালকৈ বিচাৰিলে হয়তোবা পুথিকেইখন এতিয়াও ওলাব। কিন্তু জাতীয় বিষয় এটাৰ ক্ষেত্ৰত বাতৰি কাকতৰ বিজ্ঞপ্তিৰ প্ৰতি কোনো ধৰণৰ সঁহাৰি প্ৰকাশ নাপালে সেই ক্ষেত্ৰত কৰণীয় প্ৰায় শেষ হয়।

বৰ্তমানৰ এই সংকলন কাৰ্য সম্ভৱ হোৱাৰ মূলত পোনতেই দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ সুযোগ্য পুত্ৰ শ্ৰীযুত দেৱীপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ নাম আমি ল'ব লাগিব। ব্যৱহাৰিক ক্ষেত্ৰত তেখেত লক্ষ্মীৰহে ভক্ত, তথাপি সৰস্বতীৰ প্ৰতি থকা তেখেতৰ অনুৰক্তিয়ে এই সংকলন-সম্পাদন কাৰ্যৰ আদিৰে পৰা আমাক মুগ্ধ কৰি আহিছে। পিতাকৰ প্ৰকাশিত-অপ্ৰকাশিত কিছু সংখ্যক ৰচনা তেখেতে ইমান দিনে যিমান আন্তৰিক শ্ৰদ্ধাৰে আটোম-টোকাৰিকৈ সাঁচি ৰাখিছিল, নিজৰ লাখ লাখ টকীয়া সম্পত্তিসমূহতকৈও দেউতাকৰ হস্তাক্ষৰযুক্ত পুৰণা কাগজ এখিলাক তেখেতে যিমান মূল্যবান সম্পত্তিৰূপে গণ্য কৰিছিল, সেই কথাত আমি সঁচাকৈয়ে অভিভূত। এয়া তেখেতৰ কেৱল পিতৃ-ভক্তিৰ নিদৰ্শনেই নহয়, নিজৰ ভাষা-

সাহিত্যৰ প্ৰতি থকা অনুৰক্তিৰো বিৰলপ্ৰায় উদাহৰণ। দুষ্প্ৰাপ্য পুথিকেইখনৰ অনুসন্ধানৰ বেলিকা আমাৰ উপৰি ব্যক্তিগতভাৱে তেখেতেও হাতে চুকি পোৱা সম্ভাব্য সকলো উৎসৰ লগত যোগা-যোগ কৰিছিল। তথাপি গ্ৰন্থখনক পূৰ্ণাংগ ৰূপ দিব পৰা নহ'ল। বৰ্তমানৰ ৰূপটোৰ লগত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, আমাৰ পৰম শ্ৰদ্ধেয় শ্ৰীযুত বিনন্দ চন্দ্ৰ বৰুৱা, শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মা আৰু শ্ৰীযুত যতীন্দ্ৰ নাথ গোস্বামী ডাঙৰীয়া, দৰং কলেজৰ অধ্যাপক শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য, তেজপুৰ চৰকাৰী মজলীয়া স্কুলৰ শিক্ষক শ্ৰীনৰহৰি চুতীয়া, অসম সাহিত্য সভাৰ প্ৰাক্তন কাৰ্যালয় সচিব শ্ৰীপৱন বুঢ়াগোহাঞি, ৺ড° নন্দ তালুকদাৰৰ পত্নী শ্ৰীমতী ইন্দিৰা তালুকদাৰ, আৰু নগাঁও কলেজৰ গ্ৰন্থাগাৰিক শ্ৰীবেৰ বৰাৰ সহায়-সহযোগ কিবা নহয় কিবা প্ৰকাৰে জড়িত হৈ আছে। এই সদৌ-টিৰে ওচৰত আমি কৃতজ্ঞ।

আমাৰ সংকলন-সম্পাদনাত ত্ৰুটী-বিচ্যুতি নিশ্চয় ওলাব। ৰচনাসমূহ সন্নিবেশ কৰোঁতে পূৰ্বপ্ৰকাশৰ কালানুক্ৰমতকৈ ৰচনা-কাল আৰু বিষয়-ক্ৰমৰ প্ৰতিহে আমি দৃষ্টি ৰাখিছোঁ। সকলো লেখকেই পোনতে কবিহে। বেজবৰুৱাই কৈ যোৱা মতেও পদ্য বা কবিত্ব এজন লেখকৰ সাহিত্য-সৃষ্টিৰ উত্তমাংগ। মজিন্দাৰ বৰুৱাৰ কবিত্বৰ দিশটোক সেইবাবেই আমি ৰচনাৱলীৰ পোনতে ঠাই দিছোঁ, যদিও ৰচনা-ক্ৰমৰ বিচাৰত 'মহৰী' নাটক 'উজু কবিতা'ৰো অগ্ৰজ।

গ্ৰন্থখনৰ মুদ্ৰণৰ বেলিকা নগাঁৱৰ পুথিঘৰ প্ৰেছৰ গৰাকী আৰু কৰ্মচাৰীসকলৰ পৰা পোৱা আন্তৰিক সহযোগিতাৰ কথা আমাৰ সদায় মনত থাকিব।

যথেষ্ট সতৰ্কতা অৱলম্বন কৰা সত্ত্বেও গ্ৰন্থখনৰ অ'ত-ত'ত দুই-এটা ছপাৰ ভুল ৰৈ গৈছে। তাৰ বাবে আমি দুঃখিত।

যোগেন্দ্ৰনাৰায়ণ ভূঞা

ৰত্নপুৰ, নগাঁও,
২৬ জুলাই, ১৯৮৮

সংকলয়িতা-সম্পাদক,
মজিন্দাৰ বৰুৱা ৰচনাৱলী।

# পাতনি

আমাৰ ভাষাত নীতি-বিষয়ক কবিতা পুথিৰ অভাৱ যেন ভাবি এই পুথিখনি 'উক্ত কবিতা'ৰ ভালেমান দিন আগেয়ে তেজপুৰৰ অ. ভা. উ. সা. সভাৰ মাননীয় সম্পাদক শ্ৰীলম্বোদৰ বৰা বি. এল, ডাঙৰীয়াক আৰু কলিকতাৰ অ. ভা. উ. সা. সভাৰ মাননীয় সম্পাদক শ্ৰীযুত ৰমাকান্ত বৰকাকতী ডাঙৰীয়াক দেখুওৱাত তেওঁবিলাকে মৰম কৰি চকু ফুৰাই ছপাবলৈ উৎসাহ দিয়াত, আৰু 'নগাঁওৰ পুথি বছা সভা'ই গোটাদিয়েক আসোঁৱাহ আঁতৰাই দিলে পঢ়াশালিত চলাবলৈ বৰ ভাল হ'ব বুলি আঙুলিয়াই দিয়াত সম্প্ৰতি সেই আসোঁৱাহবিলাক গুচাই দিয়া হৈছে। এতিয়া 'ল'ৰা-কবিতা'ই ল'ৰাৰ লগৰীয়া হৈ হিত সাধিব পাৰিলেই ৰচনাৰ আৰু ছপোৱাৰ সাৰ্থক হ'ল বুলি ভাবিম।

শেষত নকৈ নোৱাৰিলোঁ যে, আমাৰ চেনেহৰ বন্ধু শ্ৰীযুত যোগেন্দ্ৰ নাথ বৰুৱাই মৰম কৰি ইয়াৰ আহি কাকত চাই নিদিয়া হ'লে ইমান সোনকালে ই পোহৰলৈ ওলাব নোৱাৰিলেহেঁতেন। সেইবাবে তেওঁৰ ওচৰত 'ল'ৰা-কবিতা' চিৰ-ধৰুৱা, আৰু আমিও কৃতজ্ঞতা-ডোলেৰে মেৰ খাই থাকিলোঁ। ইতি—

শিৱসাগৰ।
শাওণ, ১৮১৯ শক।

শ্ৰীদুৰ্গাপ্ৰসাদ দত্ত।

# দ্বিতীয় তাঙৰণৰ কথা

এই পুথিখনি এইবাৰ ঠায়ে ঠায়ে যি অলপ-অচৰপ আসোঁৱাহ প্ৰথম তাঙৰণত ৰৈ গৈছিল, সেইবোৰ শুধৰাই টেক্সট বুক কমিটিত দি, তাৰ মতে সৈতে প্ৰকাশ কৰা হ'ল। ওপৰ আসাম বিভাগৰ স্কুলসমূহৰ ডিপুটি ইনিচ্‌পেক্টৰ মাননীয় শ্ৰীযুত ৰত্নধৰ বৰুৱা ডাঙৰীয়াই উপযুক্ত যেন দেখি মৰম কৰি নিম্ন প্ৰাইমেৰী স্কুলবিলাকৰ দ্বিতীয় শ্ৰেণীত পাঠ্য নিৰ্দ্দিষ্ট কৰি দি আমাক বিশেষ উৎসাহ দিছে, আৰু ইয়াক প্ৰথম শ্ৰেণীৰ যোগ্যতাৰ মত প্ৰকাশ কৰি, সেই শ্ৰেণীতো পাঠ্য হ'ব বুলি কোৱাত বৰ সন্তোষ পাইছোঁ। উক্ত মহাত্মাৰ অনুগ্ৰহতে এই পুথিৰ দ্বিতীয় তাঙৰণ হৈছে; এতেকে আমি তেখেতৰ শলাগ নলৈ থাকিব নোৱাৰিলোঁ।

অন্তত, এই পুথি আমাৰ এজেণ্ট শ্ৰীযুত শিৱনাথ ভট্টাচাৰ্য মহাশয়ে যত্ন কৰি ছপাই উলিওৱাৰ বাবে আমাৰ শলাগৰ পাত্ৰ হৈছে।

ডিব্ৰুগড়।
২৬।৯।৯৯

লিখোঁতা।

# ন'ৰা-কবিতা

## প্ৰাৰ্থনা

আমাক স্ৰজন দেও, কৰিলে ঈশ্বৰে,
সদায় প্ৰাৰ্থনা কৰোঁ সবল মনেৰে।

তেওঁৰ কৃপাত আমি, পালোঁহি সংসাৰ ভূমি,
য'ত সুখে সকলোৱে আছোঁ দিনে-ৰাতি ;
মানুহৰ দেহা পাই, ভক্তি নকৰিলে হায়!
নিশ্চয় জানিবা আমি যাম অধোগতি।

জোন বেলি তৰা গ্ৰহ, খাল বিল নই সহ,
গছ-লতা ফুল-ফল পৰ্ব্বত-পথাৰ,
পশু-পখী আদি কৰি, পকৰা-পিপৰা ধৰি,
পৃথিৱীত বস্তুমানে দেখিছোঁ অপাৰ ।

আমাৰ কাৰণে দেও সৃজিলে সকলো তেওঁ,
সদায় শলাগ লোৱা যুগুত আমাৰ;
তেওঁৰ ইচ্ছাত যদি থাকোঁ আমি মন নিদি,
সমুচিত শাস্তি পাম হাতে হাতে তাৰ ।

তেওঁক মনত স্মৰি, সজ বাটে গতি ধৰি,
ভাল ভাল কাম আহাঁ, কৰোঁ সংসাৰত;
ৰাখিবাঁ তেওঁত মতি, তেওঁ বিনে নাই গতি,
চৈতন্য স্বৰূপে তেওঁ ব্যাপ্ত জগতত;
কায়মনে সেৱোঁ আহাঁ, তেওঁৰ পদত ।

000

## যত্ন

নকৰি যতন,
পায়নে ৰতন,
  লোকে এই পৃথিৱীত ?
যত্নৰ বলত,
লোকে জগতত,
  সাধিছে আপোন হিত ।

যত্ন কৰি নৰে,
বিপদত তৰে,
  উন্নতি বাটতো যায় ।
বিদ্যা, বুদ্ধি, জ্ঞান,
সুখ, ধন, মান,
  যত্নত সকলো পায় ।

০০০

## স্বভাৱ

স্বভাৱ অমূল্য নিধি ৰাখিবা মনত,
স্বভাৱে লোকক তোলে ওখ আসনত ।
স্বভাৱে কৰিব পাৰে সকলোকে জয়,
স্বভাৱ বলতে নৰো দেৱতুল্য হয় ।

দেহৰ শুৱনি যেনে বসন-ভূষণ,
স্বভাৱেও কৰে তেনে জীৱ বিতোপন ।
স্বভাৱ লগত নাই একোৰে তুলনা,
হয়নে নহয় চোৱা, কৰি বিবেচনা ।

বিদ্বানে সন্মান পায় বিদ্যাৰ বলত,
প্ৰশংসাও পায় বহু জ্ঞানী-সমাজত ।
নিখুঁত স্বভাৱ কিন্তু আছে যি জনৰ,
গোটেই সংসাৰে কৰে তেওঁক আদৰ ।

স্বভাৱ গুণতে চোৰা, তেনে সাধুজন,
লোকৰ বিশ্বাসী আৰু ভক্তিৰ ভাজন।
সমাজ-চানেকি তেওঁ পৃথিৱী-ভূষণ,
মৰিও অমৰ হই থাকিব স্মৰণ।[১]

স্বদেশ বিদেশ সকলোতে মহা সুখী,
এতেকে স্বভাৱ গঢ়া তেনে সাধু দেখি।
কৰিব পাৰিলে সজ তোমাৰো স্বভাৱ,
পৃথিৱীত একোটোৰে নেথাকে অভাৱ।

০০০

## শ্ৰম

শ্ৰম নকৰিলে, সুখী কোন কালে,
সংসাৰত কোন হয় ?
নিতে শ্ৰম যাৰ, সুখ হয় তাৰ
বুলি সকলোৱে কয়।

জানিবা শ্ৰমেৰে, সুখ ভোগ কৰে,
নেজানে কি কথা দুখ;
দৰিদ্ৰতা কেনে, তাকো সি নেজানে,
থাকে মাথোঁ পাই সুখ।

শৰীৰ সদায়, ভালেৰে নিয়ায়,
নহয় অকণো ৰোগ;
এতেকতে তুমি, হবা পৰিশ্ৰমী,
পোৱা যাতে সুখ ভোগ।

০০০

---

।।টোকা : ১. আমৰ।।

# ধৰ্ম্ম

ধৰ্ম্মৰ সমান নাই জগতত সাৰ,
এক ধৰ্ম্ম বহু মতে হইছে প্ৰচাৰ।

ধৰ্ম্মৰ প্ৰকৃত ভাব বুজা বৰ টান,
নাই কিন্তু ধৰ্ম্ম বাজে গতি আৰু আন।

বিশ্বাস ধৰ্ম্মৰ মূল জানিবা নিশ্চয়,
বিশ্বাসেৰে সৈতে কৰা ধৰ্ম্মক আশ্ৰয়।

ধৰমী মানুহ পৃথিৱীৰ অলঙ্কাৰ,
অবিশ্বাসী কপটীয়া হ'লে কুলাঙ্গাৰ।

কপট লুকাব পাৰা নৰৰ আগত,
কি সাধ্যে লুকাবা তাক ঈশ্বৰ কাষত।

তিনিও লোকত নাম সৰ্ব্বদৰ্শী যাৰ,
তেওঁক ছলিব পাৰে এনে শক্তি কাৰ?

০ ০

# টোপনি

টোপনি সমান, নাই আৰু আন,
এক্ৰো দুখ-ভাগৰৰ;
লাগিলে আমনি, আপোনা-আপুনি,
শোৱে জীৱ সংসাৰৰ।

যায় দুখবোৰ, দেহা পৰে জুৰ
বিশ্ৰাম লভিলে ৰাতি;
টোপনি নহ'লে, জিৰণি নল'লে,
নাই কাৰো সুখ-শাঁতি।

পিয়াহত পানী, ৰাতিৰ টোপনি,
উপকাৰী শৰীৰৰ;

সৰহ টোপনি, পৰমায়ু হানি
কৰে জীৱ-সংসাৰৰ ।
দিনৰ টোপনি, ৰাতিৰ আমনি,
বঢ়ায় এলাহ-ভাৰ ;
দিনে কৰা শ্ৰম, নহবা বিভ্ৰম,
জানিবা নিয়ম সাৰ ।

ৰাখিবা সদায়, মনত পেলাই
থাকে যাতে স্বাস্থ্য ভাল ;
শুবৰ কালত, নেলাগা বনত,
তেহে সুখে যাব কাল ।

০০০

# ৰূপ আৰু গুণ

মদাৰৰ ফুল চোৱা, কেনেনো শুৱনি,
নলয় কোনেও তাক মৰমত আনি ।

জক্-মক্ কৰে গছ ফুলৰ ৰঙত,
নেলাগে চেনেহ কাৰো দেখিও মনত ।

চেনিচম্পা ফুল তেনে নহয় সুন্দৰ,
সকলোৱে কৰে তেও তাকেই আদৰ ।

গছত থাকিলে তাক নমণি চকুৰে,
বিচাৰি ল'বৰ মন তেও সকলোৰে ।

এটাক মৰম কৰে আনটোক ঘিণ,
পাৰানেহে কব এনে ভাব কিয় ভিন ?

শুৱলী ৰাঙলী ৰূপ মদাৰ ফুলৰ,
গোন্ধ নাই বুলি কেৱে নকৰে আদৰ ।

নেদেখি শুৱনি ভাল চেনিচম্পা ফুল,
সুগন্ধত মন তেও কৰে বিয়াকুল ।

এটিৰ শুৱলা ৰূপ, কিন্তু গুণ নাই,
আনটিৰ ৰূপ নাই, গুণেৰে মোহায় ।

ৰূপক নকৰি কৰে গুণক আদৰ,
জানিবা মাথোন এনে ধৰ্ম্ম জগতৰ ।

নেথাকিলে গুণ যদি হোৱা ৰূপৱান,
নকৰে তোমাক কেও দেখিলে সন্মান ।

০০০

## বন্ধু-পৰীক্ষা

সুখৰ সময়,
কত বন্ধু হয়,
কিনো তাৰ লেখ আছে !
দেখে যদি দুখ,
নুঘূৰায় মুখ,
নেপায় চিনিকে পাছে ।

পুৰিলেহে সোণ,
জানি তাৰ গুণ,
নহ'লে উপায় নাই ।
বিপদ আহিলে,
কাক বন্ধু বোলে,
তেতিয়াহে জনা যায় ।

০০০

## আশা

সুখী দুখী দেখামানে এই সংসাৰত,
আছে সকলোৰে আশা একোটি মনত ।

নেথাকিলে .আশা মিছা সংসাৰত জীয়া,
নাই সেইবাবে কেও আশা নাইকিয়া ।

আশাৰ বলতে সুখ বাঢ়ে সুখীয়াৰ,
কিছু পৰিমাণে দুখ গুচে দুখীয়াৰ ।
বিপদৰ বন্ধু আশা সুখ সম্পদৰ,
নকৰি পাতল নেৰে দুখ অনন্তৰ ।

জগতত ভাবা তুমি আপোন যিমান,
নাই কোনো আন বন্ধু আশাৰ সমান ।
উন্নতিৰ বাট আশা জানিবাঁ নিশ্চয়,
নেথাকিলে আশা কাৰো উন্নতি নহয় ।

যিমান ডাঙৰ লোক দেখা জগতত,
হইছে মহথান দেও আশাৰ গুণত ।
এতেকে মহৎ আশা ৰাখিবাঁ মনত,
হোৱা যাতে ভাল তুমি জ্ঞানী-সমাজত ।

(০০)

# মাতৃ

মাতৃৰ সমান, ভাবি চোৱাঁ আন,
তীৰ্থ নাই জগতৰ,
কোলাত সুমাই, পিয়াই[১] খুৱাই,
কৰে কতনো সাদৰ ।

উগুল-থুগুল, মন বিয়াকুল,
অসুখ অশাঁতি হ'লে,
যায় যাতে দুখ, পায় পুত্ৰে সুখ,
ভাবি তাকে তেওঁ চলে ।[২]

পঢ়া-শুনা হ'লে, ঘৰলই গ'লে,
ততালিকে মোক পাই,[৩]

---

পাঠান্তৰ : ১. পিয়াহ । ২. তাকে ভাবি তেওঁ চলে । ৩. ততালিকে দেখা পাই ।

মুখ মৰমেৰে, মচি আঁচলেৰে,
চেনেহতে পমি যায়।

মইনা, সোণাই বুলি কত কই,
বং পায় স্নেহ কৰি;
খোৱা বস্তুমানে, পুত্ৰৰ কাৰণে,
দিয়ে আনি লৰালৰি।[৪]

আহিলে টোপনি, কোলাতই আনি,
শুৱায় যতন কৰি;
তিনিও লোকত, পমা চেনেহত,
নোপোৱা মাতৃক এৰি।

মূৰটি দোঁৱাই, কৰিবা সদায়,
মাতৃক ভকতি ভাই;
পৃথিৱী ভিতৰে, তেওঁৰ বাহিৰে,
স্নেহৰ মূৰতি নাই।

০০০

# মৰম

মৰমেই শ্ৰেষ্ঠ গুণ সকলোৱে কয়,
কৰিলে মৰম দেও, ধৰ্ম্ম কৰা হয়।
দুখীক পুতউ কৰা মৰমৰ চিন,
অধৰ্ম্মীজনেহে কৰে দুখীয়াক ঘিণ।

আনৰ বিপদ দেখি নকৰে যি কাণ,
পৃথিৱীত সেইজন পশুৰ সমান।
দেখিও নেদেখে আওকাণ কৰি থাকে,
সকলোৱে নৰ-পশু বুলি কয় তাকে।

সংসাৰৰ পশু, পখী, পতঙ্গ যিমান,
ঈশ্বৰৰ ওচৰত সকলো সমান।

৪. আনি দিয়ে লৰালৰি।

সকলোটি সুখে থকা ইচ্ছা ঈশ্বৰৰ,
তেওঁৰ মানত নাই কেও নিজ-পৰ ।

পৃথিৱীত মৰমেই পৰম ধৰম,
মৰম কৰিলে পাবা তুমিও মৰম ।
সকলো শাস্ত্ৰতে কয় মৰমেহে সাৰ,
এতেকে মৰম কৰা, দুখ দেখা যাব ।

০০০

# কু-অভ্যাস

কু-পুত্ৰ জন্মিলে হায়, বংশক দুৰ্নামে খায়,
কু-কৰ্ম্মত হয় অপযশ;
কু-জল স্বাস্থ্যৰ কাল, নহয় গা ধোৱা ভাল,
কু-ছাত্ৰ নহয় গুৰু-বশ ।

কু-চিন্তা কৰিলে হয়, আপোনাৰ দেহা ক্ষয়,
কু-সঙ্গত হয় অপমান;
কু-শিক্ষা কৰিলে হয়, নিজৰ প্ৰাণৰ ভয়,
কু-পথ্যত ৰোগ হয় টান ।

কু-বাটত ভৰি দিলে, ভৰিত ফুটিব হুলে,
কু-ঘৰত থাকি হয় ৰোগী ;
কু-কথা ৰটিলে চাবা, পাৰেমানে গালি খাবা,
কু-পুৰুষ হলে দুখভোগী ।

হেন জানি সাৱধানে, এৰি দিবা প্ৰাণপণে,
কু-অভ্যাস থাকেমানে যত;
শিকা সজ ব্যৱহাৰ, স্নেহ পাবা যাৰ-তাৰ
সুখে দিন যাব সংসাৰত ।

০০০

। ১০।৮।১৯ ।

# আত্মনির্ভৰ

যিজনে নির্ভৰ কৰে সদায় পৰত,
চকুৰ পচাৰেপতি পৰে বিপদত।
সকলোকে একেদৰে সৃজিছে ঈশ্বৰে,
সুখী-দুখী হয় নিজ কৰ্ম্ম অনুসাৰে।

আনত নির্ভৰ এৰি যেয়ে কৰে শ্ৰম,
সুখেৰে নিয়াৰ পাৰে গোটেই জনম।
কৰিলে পৰত আশ নৈৰাশ নিশ্চয়,
বুঢ়া লোকে এই বুলি কথাতেই কয়।

যশ, মান, ধন, জ্ঞান যত লাগেমানে,
পুৰুষাৰ্থ কৰাঁ নিজে পাবৰ কাৰণে।
পুৰুষাৰ্থ মতে ফল পাবা হাতে হাতে,
নিজৰ বলেই বল জানিবা সততে।

০০০

# কু-সঙ্গ

দুৰ্জ্জনৰ লগ লোৱা
নাই প্ৰয়োজন,
সঙ্গ-দোষে দোষী হয়
জানে সৰ্ব্বজন।

যদিও তোমাৰ মতি
হয় থিৰ বৰ,
তথাপি কৰিব পাৰে
সঙ্গ-দোষে লৰ।

ঘঁহোতে ঘঁহোতে যেনে
শিল ক্ষয় যায়,
ভাল লোকো নষ্ট হয়
দুষ্ট লগ পাই।

লগৰীয়া দেখি তুমি
মানুহ চিনিবা,
যেনে লগ তেনে তাৰ
স্বভাৱ জানিবা।

এতেকতে সকলোৱে
হ'বা সাৱধান,
নহবে কু-সঙ্গে যেন
নীতি, সজ জ্ঞান।

০০০

# গোলাপ

ফুলৰ মাজত তুমি কেনে ৰূপৱান,
'গোলাপ' 'গোলাপ' বুলি কৰে লোকে মান।
ফাগুণ চ'তৰ তুমি ফুল শোভাময়,
তোমাৰ গোন্ধত মন মতলীয়া হয়।

সকলো ফুলতকই তুমি বিতোপন,
সেইহে তোমাক যায় লবলই মন।
কিন্তু হায়! গোন্ধ নাই বাহী ফুল হ'লে,
মানফেৰি যায় দেহি! গোন্ধফেৰি গ'লে।

ৰূপৰ লগতে যায় গুণ থাকেমানে,
নকৰে সাদৰ সেইবাবে কোনোজনে।
ৰূপতো বঢ়াই কৰে গুণৰ আদৰ,
গুণৰ বলিয়া নৰ ৰূপত আঁতৰ।

মানুহৰো সেইদৰে ল'ৰা-কাল হ'লে,
ৰূপৰ কাৰণে কৰে মৰম সকলে।
যেতিয়া শ্ৰীহীন হয় হ'লে বুঢ়া-কাল,
নেপায় কোনেও গুণ নেথাকিলে ভাল

০০০

# ক্ষমা

যত ভাল-বেয়া, লোক দেখা পোৱা
সংসাৰত সৰু-বৰ ;
মৰমৰ অতি, সন্তান-সন্ততি,
একেজন ঈশ্বৰৰ ।

সৰল অন্তৰে ভাই-ভনী দৰে
ভাবিলে জঞ্জাল নাই ;
দোষ সকলোৰে, নিতে হ'ব পাৰে,
সঠিক জানিবা ভাই ।

যদি কৰে দোষ, এৰি অসন্তোষ,
থিতাতে ক্ষমিবা দেও ;
তুমিও আনৰ, লগালে জগৰ
দোষ নধৰিব কেও ।

বাহিৰে-ভিতৰে, ভাই-ভনী দৰে
ভাবে, দেখে জ্ঞানীজন ;
এতেকে আমাৰ, দায় যাৰ-তাৰ
ধৰা বেয়া অকাৰণ ।

ooo

# সাহ

সকলোৰে শক্তি সাহ জানিবা প্ৰধান,
নাই একো পৃথিৱীত সাহৰ সমান ।
সাহৰ বলতে কৰে সকলোকে জয়,
নহ'লে হিয়াত সাহ লাগে বৰ ভয় ।

নাহৰ উত্তম গছ আছে তাৰ সাৰ,
কৰে লাভ সেই দেখি আদৰ আমাৰ ।
আন একো গছ তাৰ তুলনাত নাই,
মানুহে বিচাৰি আনি ঘৰত লগায় ।

লোৰৰ নিচিনা টান নাহবৰ সাৰ,
নপচে পুৰণি হ'লে লেশ মাত্ৰ তাৰ।
মানুহৰো সাহ তেনে থাকিলে বুকুত,
সকলো কথাতে জিকে এই জগতত।

বাঘ, ঘোং, সিংহ, ৰখা জন্তু ভয়ঙ্কৰ;
বাধিছে কিৰূপে চোৰা তলত হাতৰ।
আপদ, যন্ত্ৰণা, দুখ যত কষ্ট হয়,
সহজে সহিব পাৰি তেনেবোৰ ভয়।

এতেকে যুগুত আমি কৰা নিতে মন,
'বুকু ডাঠ, সাহ-পিত বীৰৰ লক্ষণ'।
নকৰিবা সজ কাম কৰিবলৈ ভয়,
পাপ কাম লাঠি মাৰি কৰা পৰাজয়।

000

# লণ্ডুৱা-লিগিৰী

তলতীয়া বুলি, নেপাৰিবা গালি,
লণ্ডুৱা-লিগিৰীমানে;
পেটৰ লগত, তোমাৰ ঘৰত,
খাটে দিনে-ৰাতি কেনে।

থাকি পৰাধীন, অতি দুখে দিন,
তোমাৰ ঘৰত নিয়ে;
তুমি কোনোমতে, ভাল পোৱা যাতে,
তাকে নিতে কৰি দিয়ে।

ভাৱে মনে মনে, জীৱনে-মৰণে
তোমাৰ কল্যাণ ভাই;
মনত তোমাৰ, দেখিলে বেজাৰ
সিহঁতৰ ধাতু নাই।

তোমাৰ সুখত, সিহঁতে মনত
ভাব কৰে মহা সুখ;
প্ৰাণৰ সমান, কৰে দেহি জ্ঞান,
তোমাৰ দুখত দুখ।

নিচেই দুখীয়া, একো নাইকিয়া
তোমাৰ আশ্ৰয় লয়;
তুমি এতেকতে, চকু দিবা যাতে
সিহঁত সুখত ৰয়।

০৩০

# আপোনপেটা

নিজ পেট মাথোঁ জানে আপোনপেটীয়া,
কুচু'ত কপটে তাৰ ভৰি থাকে হিয়া।
পেট ভৰাবৰ হেতু বধে কত জীৱ,
নেভাবে পেটৰ বাবে দোষী হয় কিয়।

যদিহে লোকৰ ভাল বস্তু দেখা পায়,
লবলই সেই বস্তু মন তাৰ যায়।
ছলে-বলে বুধি চান্দি মিঠা কথা কই,
কৰিব সন্তোষ তাৰ মন তাক লই।

নিজৰ তাকৰ দেখে সৰহ পৰৰ,
কেতিয়াবা উঠে তাৰ পৰহিংসা-জ্বৰ।
আপোনপেটীয়া লোকে কৰে হিংসা সাৰ,
নেভাবি-নিচিন্তি হানি কৰে যাৰে-তাৰ।

নহ'বা এতেকে তুমি আপোনপেটীয়া;
উদাৰ ভাবেৰে থাকা, যি কেদিন জীয়া।
পৰৰ যিজনে কৰে উন্নতি কামনা,
উদাৰ-চিতীয়া বুলি জানা সেইজনা।

০০০

# মূৰ্খতা

জ্ঞান নাই যাৰ,
অন্তৰ আন্ধাৰ
মূৰ্খ নাম তাৰ,
সংসাৰৰ মাজে ;

লোকৰ সদায়,
জগৰ লগায়,
একো গুণ নাই,
দুষ্টালিৰ বাজে ।

হিতাহিত জ্ঞান,
বুজা তাৰ টান,
পশুৰ সমান,
সদা হই থাকে ;

আপোনা-আপুনি,
নিজকে বখানি,
অহঙ্কাৰী বাণী,
কয় যাকে-তাকে ।

শত্ৰু-মিত্ৰ তাৰ,
জনা বৰ ভাৰ,
মিঠা কথা যাৰ,
তাকে মিত্ৰ জানে ;

জনক, জননী,
গুৰু ; ভাই, ভনী,
সোপাকে আপুনি
শত্ৰু বুলি মানে ।

অতি যত্ন কৰি,
মূৰ্খতা এৰি,
সুজ্ঞান বিচাৰি,
লুৰা চাৰিওফালে ;

হ'লে জ্ঞানবান
কৰিব সন্মান,
নৰৰ প্ৰধান,
ভাবিব সকলে ।

০০০

# স্বাস্থ্য

সকলো ধনৰ বড়া স্বাস্থ্য মহাধন,
ৰাখিবৰ হেতু তাক কৰিবা যতন ।
ইয়াক ৰাখিব তুমি পাৰিবা সদায়,
দিয়া মাথোঁ মন, কওঁ সহজ উপায় ।

খোৱা, পিন্ধা, থকা আদি সকলো কথাতে,
নকৰিবা অত্যাচাৰ তুমি কোনোমতে ।
নিকা খোৱাঁ, নিকা পিন্ধা, নিকাত থাকিবা,
দুৰ্গন্ধ লেতেৰা ঠাই সততে এৰিবা ।

মুকলি বতাহ আৰু নিকা পানী পিবা,
তেনেহ'লে স্বাস্থ্য যোৱা ভয় নকৰিবা ।
শাৰীৰিক পৰিশ্ৰম স্বাস্থ্যৰ উপায়,
পুৱাতে উঠিলে নিতে স্বাস্থ্য নেহেৰায় ।

ব্যৱহাৰ দোষে মাথোঁ লোক ৰোগী হয়,
বেমাৰত পৰি পাছে বহু কষ্ট সয় ।
:হৰালে এবাৰ স্বাস্থ্য পোৱা বৰ টান,
থাকে যাতে স্বাস্থ্য ভালে, হ'বা সাৱধান ।

০০০

# ধেমালি

ল'ৰা কাল বুলি, সদায় উমলি,
নিনিয়াবা তুমি কাল ;

গঢ়া-শুনা হ'লে, ব'দ মাৰ গ'লে,
অলপ ওমলা ভাল ।

পুৰা বা গধূলি, কৰিবা ধেমালি,
পোৱা যাতে বল গাতঃ [১]
তাছ, পাশা, কড়ি, যদি থাকা ধৰি,
এলাহ বাঢ়িব তাত ।

যদি কিছুপৰ, কেও একেথৰ,
ধেমালি-ধূমূলা কৰে; [২]
হাত-ভৰি তাৰ, তোলা-মেলা ভাৰ,
জিন্‌জিননিয়ে ধৰে ।

এতেকতে দেও নকৰিবা কেও,
আপোনাৰ দেহা ক্ষয়;
শাৰীৰিক শ্ৰম, নকৰিবা কম,
স্বাস্থ্য তেহে ভালে ৰয় ।

দুষ্ট ল'ৰাবোৰে, ধেমালিতে ফুৰে,
পঢ়া-শুনা মুঠে নাই;
যেতিয়া এদিন, যায় তাৰ দিন,
তেতিয়াহে শোক পায় ।

এতিয়াৰ পৰা, এনে বন কৰা,
হবলৈ শেহত ভাল;
নহ'লে পাছত, কান্দিবা দুখত,
নেপাবা এনেটি কাল ।

০০০

# একতা

একতাৰ গুণ দেখি সকলো কথাতে,
ইয়াৰ সমান বল নাই পৃথিৱীতে ।

---

পাঠান্তৰ: ১. বল যাতে পোৱা গাত। ২. একেটা কামকে কৰে।

দেখিছা নহয় হাতী কেনে ভয়ঙ্কৰ,
লেজুৰে বান্ধিলে শক্তি আছেনে যাবৰ ?

লেজুডাল হয় মিলি সৰু সৰু আঁহ,
তাকেই ছিঙাৰ দেখোঁ নাই তাৰ সাহ ।
গোট খাই আঁহবোৰে পায় বৰ বল,
নেপায় সেইহে তাক ছিঙিবৰ ছল ।

মানুহবো তেনেকই থাকিলে একতা,
সকলো কথাতে হয় বিশেষ ক্ষমতা ।
একতাই মাথোঁ বাট জাতীয় উন্নতি,
এতেকে সদায় দিবা একতাত মতি ।

০০০

# ভালপোৱা

এনেনো সোৱাদ, 'ভালপোৱা' কথা,
শুনিলে জুৰায় কাণ;
সকলোৰে আশা, পায় ভালপোৱা,
পোৱা কিন্তু বৰ টান ।

আন বস্তু দৰে, এইটি নহয়,
ইয়ে সকলোৰে সাৰ;
ইনো বস্তু কেনে, জানিব কি আনে,
ভালপোৱা নাই যাৰ ।

অন্তৰত যাৰ, থাকে ভালপোৱা,
মোল জানে সেইজন;
পাইছে যিজনে এই মহাবস্তু,
সততে আনন্দ মন ।

কৰা যদি তুমি, ভালপোৱা আশা,
ভালপোৱা দিয়াঁ আগে;
তেনেহ'লে তুমি, পাবা ভালপোৱা,
যিমান তোমাক লাগে ।

০০০

## শপত

জীৱ যায় যদি তেও নেখাবা শপত,
শপতত কাজে দোষ নাই জগতত ।
সঁচা-মিছা য'তে-ত'তে নেখাবা শপত,
জগৰীয়া হ'বা পাছে ঈশ্বৰ কাষত ।

কথাটোৰেপতি খায় শপত যিজন,
তেওঁৰ কথাত নাই কাৰো পতিয়ন ।
মিছলীয়া ঠগ বুলি কৰে লোকে ঘিণ,
পৃথিৱীতো সেইবাবে নিয়ে দুখে দিন ।

সকলো কথাতে লোৱাঁ সত্যৰ আশ্ৰয়,
পাৰিবা কৰিব তেহে সকলোকে জয় ।
মানুহে সঁজাত কৰে সত্যবাদীজন,
হবলই সত্যবাদী নিতে দিবা মন ।

০:০

## বিদ্যা

বিদ্যাৰ নিচিনা, লাগতীয়া অতি,
পৃথিৱীত একো নাই;

বিদ্যা লাভ কৰি, জ্ঞানী হই লোক,
বহু হিত সাধে তাই ।

দেখিছা যিমান, বিদ্যাৰ বলত,
কৰে সকলোকে থিৰ;
দিনেপতি চোৱাঁ, অনেক বিধৰ,
তত্ত্ব কৰে প্ৰকৃতিৰ ।

বিদ্যাৰ গুণতে, পানীৰ ভাপেৰে,
কল-গাড়ী, ভাপ-নাও —
ইচ্ছামতে আমি, চলাই বেগেৰে,
ইফালে-সিফালে যাওঁ ।

জোতা, মোজা, চোলা, চেলেং, চুৰিয়া,
কলম, কাকতমানে;
গেছ-চাকি, ঘড়ী, বিজুলী বাতৰি,
পাইছোঁ বিদ্যাৰ গুণে ।

বিদ্যাৰ বলেৰে, কৰিব নোৱৰা
জগতত বন নাই ;
কৰাঁ এতেকতে, শ্ৰম, মনোযোগ,
বিদ্যাধন পাবলই ।

000

# ভণ্ড

পাৰানেহে কব তুমি ভণ্ড বোলে কাক ?
নেজানিলে শুনা, মই বুজাওঁ তোমাক ।
কিমান যে ভণ্ড আছে এই জগতত;
নোৱাৰি চিনিব দেও, থাকিলে আগত ।

নিজে ভাল বুলি ফুৰে ভালৰি বোলাই,
আচল ভালক পাছে চিনিকে নেপায় ।

নিজৰ বাহিৰে দেখে আনবোৰ হান,
এই ভাবি সকলোকে কৰে বৰ ঘিণ।

কথাতে জানিবা তেওঁ মহা সাধুজন,
কার্য্যত দেখিবা কিন্তু পশু আচৰণ।
কোৱাভাতুৰীৰ দৰে বাহিৰে ধুনীয়া,
ভিতৰত পাৰেমানে ক'লা-কেতুৰীয়া।

সমাজৰ পোক ইটো ৰাখিবা মনত,
পুতি ফুৰে হুল মাথোঁ উন্নতি বাটত।
কুমলীয়া বাঁহটিত ঘুণে ধৰা দৰে,
সমাজকো ভণ্ড-পোকে বিন্ধি নষ্ট কৰে।

ভণ্ডামি মহৎ পাপ, জ্ঞানী লোকে কয়;
ভণ্ডামি কৰিলে কাৰো উন্নতি নহয়।
সকলোৱে এতেকতে থাকিবা দূৰত,
ঠাই যাতে ভণ্ডামিয়ে নেপায় মনত।

০৫০

## গুৰু-ভক্তি

অজলা নিচেই আমি
আছিলোঁ সকতে;
নাছিল বিশদ জ্ঞান
কোনো বিষয়তে।

ধেমালিত ফুৰিছিলোঁ
সময় নিয়াই;
লাগে বুলি জ্ঞান, ভবা
সপোনতো নাই।

পিতৃ-মাতৃ দুয়ো মিলি
ভাগো স্নেহ কৰি;

শুৰুক গতাই দিলে
নিজ হাতে ধৰি ।

পুত্ৰ যেন ভাব কৰি
শিকায় সততে;
লেখা-পঢ়া বিদ্যা পাওঁ
তেওঁৰ গুণতে ।

পঢ়ি-শুনি ক্ৰমে আমি
হওঁ জ্ঞানৱান;
পৃথিৱীত আছে কোন
গুৰুৰ সমান ?

তেওঁৰ আদেশ মানি
বিদ্যাত যতন
কৰিলে, অৱশ্যে পাম
অমূল্য ৰতন ।

তেওঁৰ সমান মিত্ৰ
জগতত নাই;
কৰিম তেওঁক ভক্তি
মূৰটি দোঁৱাই ।

০০০

# অহঙ্কাৰ

আপোনাক মানে বৰ অহঙ্কাৰীজন,
অলপ ধনতে ধনী ভাবে তাৰ মন ।
আনজন হয় যদি কুবেৰ সমান,
দেখিলে তথাপি তাক কৰে তৃণ জ্ঞান ।

দেখায় গধুৰ ভাব লোকক সদায়,
গুৰুজন দেখিলেও উভতি নেচায় ।

নথয় মাটিত ভৰি ওফন্দি গগত,
নহয় ভয়ত থিয় জ্ঞানীৰ আগত ।

অহঙ্কাৰীজনে কাকো নকৰে সন্মান,
ঈশ্বৰকো মাজে মাজে কৰে লঘু জ্ঞান ।
অহঙ্কাৰী মানুহক কোনে ভাল পায় ?
ঘিণৰ চকুৰে লোকে সিহঁতক চায় ।

হেন জানি অহঙ্কাৰ এৰিবা সততে,
ইয়াৰ সমান বেয়া নাই পৃথিৱীতে ।
সমভাৱে সকলোকে সদায় দেখিবা,
সকলোৰে তেহে তুমি চেনেহ লভিবা ।

০০০

## জ্ঞান

।

নিশা হ'লে এন্ধাৰত
সোমালে ভিতৰ,
নাই তাত শক্তি কাৰো
একো দেখিবৰ ।

বেহানি লাগিলে কিবা
ফুৰে খেপিয়াই,
সময়ত একোৰূপে
পোৱাকে নেযায় ।

কিন্তু তাত চাকি এটি
লগায় যেতিয়া ;
নেথাকে এন্ধাৰ, দেখি
পোহৰ তেতিয়া ।

মানুহবো সেইদৰে
নেথাকিলে জ্ঞান,

ভাল-বেয়া, হিতাহিত
 বুজা বৰ টান ।

জ্ঞানৰ অভাৱে থাকে
 অন্তৰ এন্ধাৰ,
নেজানে কৰিব একো
 সজ ব্যৱহাৰ ।

যুগুত আমাৰ কৰা
 জ্ঞান উপাৰ্জ্জন,
নিয়াব সুখেৰে তেহে
 পাৰিম জীৱন ।

সকলোৱে এতেকতে
 কৰিবা যতন,
যিৰূপে সহজে পোৱা
 জ্ঞান মহাধন ।

০০০

## এলাহ

এলাহেই মানুহৰ শত্ৰুক প্ৰধান,
এলাহতে পৰি হয় আপদ যিমান ।
মানুহে সোৰোপা বোলে এলাহ থাকিলে,
নোৱাৰে সুখীয়া হ'ব এলেহুৱা হ'লে ।

এলাহৰ বন্দী হয় যিজনৰ মন,
বন-বাৰি এৰি থাকে দুখত মগন ।
সংসাৰত কোনোমতে উধাব নোৱাৰে,
নিয়ে দিন এলাহতে অনেক কষ্টৰে ।

আনে যদি বন কৰে, সিটো থাকে বহি,
থং কৰি ভাবি দিলে তাকো থাকে সহি ।

নিয়ায় মিছাতে দিন, নেভাবে এফেৰি,
অইনৰ ওপৰতে থাকে আশা কৰি।

সকলো কামকে থয় মনত এৰাই,
"আজি থক, কৰা হ'ব কাইলৈ পুৰাই"।
বিদ্যাক এৰাই থলে পোৱা বৰ টান,
নেপায় এলাহে যাতে, হ'বা সাৱধান।

০০০

## নম্ৰ ভাব

সংসাৰ ভিতৰে, দয়া সকলোৰে,
লভে দেও, নম্ৰ ভাব যাৰ;
একো দুখ নাই, নিতে সুখ পায়,
ৰং তাৰ মনত অপাৰ।

হাই-দন্দ নাই, মিলেৰে সদায়,
কৰে বাস লোকৰ লগত;
প্ৰাণৰ সমান, কৰে তাক জ্ঞান,
পায় মান জ্ঞানী সমাজত।

সকলোৰে মন, কৰে সি হৰণ,
যশ-গোন্ধ চালি কেউফালে;
সব তাৰ কথা, মউ যেন মিঠা,
থাকে সহি টান কথা কলে।

নম্ৰতা আশ্ৰয়, লই কৰে জয়,
থাকে মানে শতৰু যিমান;
নম্ৰতা-সুঘ্ৰাণ, জানিবা প্ৰধান,
মোহে সকলোৰে মন-প্ৰাণ।

হলেও কঙাল, নেবাচে জঞ্জাল,
কৰে যত্ন সকলোৰে তাৰ;
হলেও মৰণ, থাকিব স্মৰণ
নাম তাৰ মনত সবাৰ।

# মৃত্যু

শোকৰ কান্দোন কান্দিম কিমান,
মনত পৰিলে হিয়া ফাটি যায়;
শত্রু নাই মৃত্যু ! তোমাৰ সমান,
এতিয়াই আছোঁ, অলপতে নাই ।

সময়-নইত জীৱ-নাওখনি,
ওচৰ চপোৱা মৰণ-সাগৰ;
অনন্ত সোঁতেৰে নিতে তুমি টানি,
এফেৰিও গাত নোপোৱা ভাগৰ ।

ঈশ্বৰৰ এই মানৱ-খেতিৰ,
ৰোগ-কাছি লই নিয়া ধান দাই;
পকা-কেঁচা একো নকৰা সুথিৰ,
ধাউতি মাথোন কেতিয়া চুকায় ।

ফুলৰ নিচিনা মনুজ সন্তান,
কৰা তুমি নষ্ট পেলোৱাতে কলি;
[তোমাৰ] ফাকতি বুজা বৰ টান,
[আছা] নিবলৈকে নিতে হাত মেলি ।

[তোমাৰ] সুতীক্ষ্ণ পাখি লগা কাঁড়,
সমস্ত নগণি মাৰা যাকে-তাকে;
তোমাৰ আগত নেপায় নিস্তাৰ,
নিয়া এইদৰে কত জাকে জাকে ।

শুনিছোঁ শাস্ত্রত কিন্তু এইদৰে—
হোৱা পৰাজয় জ্ঞানীৰ বলত;
নিলগতে ৰাখি যশস্যা-অস্ত্রেৰে,
অমৰত্ব লই থাকে জগতত ।

এনে অস্ত্র হায় ! নাই সকলোৰে,
হাৰে সেইবাবে তোমাৰ বলত;
যতন কৰিলে তাকো পাব পাৰে,
থাকে বহি তেও পৰি এলাহত !

বুৰঞ্জী-বুকুত সোণৰ শয্যাত,
শুই আছে সুখে অমৰ সকল;
হয় যদি ইচ্ছা চাব পাৰে তাত,
দেখিলেও তাক জনম সফল।

০০০

## সময়

সময় অমূল্য ৰত্ন জানিবা নিশ্চয়,
সংসাৰত শক্তি কাৰ তাক কিনি লয়?

ভাল-বেয়া বস্তু যত, আছে মানে সংসাৰত,
ধন দিলে অনায়াসে সকলোকে পায়;
মাণিক-মুকুতা আদি, লবলই খোজা যদি,
ধন ছটিয়ালে পাবা যত মন যায়।

এবাৰ সময় গ'লে, চেষ্টা কৰি কোনো ছলে,
পাৰিবানে ওচৰলৈ আনিব তোমাৰ?
হেজাৰ হেজাৰ কৰি, ধন দিলে মোনা ভৰি,
ওভতাব পাৰে জানো লেশ মাত্ৰ তাৰ?

চকুৰ পচাৰেপতি, সময়ে কৰিছে গতি,
এনে শক্তি নাই কাৰো তাক বান্ধি থয়;
নইৰ চউৰ দৰে, গইছে সাউৎকৰে,
সকলোৰে পৰমায়ু অমূল্য সময়।

যিজন নিৰ্ব্বোধ দেহি, অবাবতে শুই-বহি,
হেৰুৱায় ৰং-ৰসে এনেটি সময়;
কিন্তু শৰীৰত যাৰ, নাই এলাহৰ ভাৰ,
সেয়েহে মাথোন কৰে সময়ক জয়;
নহ'লে আয়ুস হয় অবাবত ক্ষয়।

০০০

## অম্বিকা

# হেমচন্দ্ৰ বৰুৱাৰ স্বৰ্গযাত্ৰা

স্বৰ্গৰ বৰ্ণনা মৰ্ত্ত্যৰ কবিয়ে
বৰ্ণোৱা শকতি নাই,
কল্পনা বলেৰে ভাবে মাথোঁ বুলি
অমিয়া সুখৰ ঠাই ।

অমৰাৱতীৰ অমৰসকল
সুখত মগন থাকে;
পুণ্যাত্মাৰ বাজে সেই ঠাই পাব
নোৱাৰে অইন লোকে ।

পুণ্যৱান জীৱ পুণ্যৰ ফলেৰে
অমৰ ৰাজ্যত গই;
অনন্ত সুখেৰে দিন পাত কৰে
ৰঙত বিভোল হই ।

অমৰাৱতীৰ পণ্ডিতৰ সভা
এনেয়ে উপমা নাই;
তাতেই আকউ সভানেত্ৰীজনা
নিজে সৰস্বতী আই ।

সভাত এদিন ভৰি দিয়ে আয়ে
পোন প্ৰথমেই হায়;
বঙ্গৰ নিচিনা কলে যিহে কথা
শুনি হিয়া কঁপি যায়!

"হেমচন্দ্ৰ নামে পৃথিৱীত আছে
গুণৱন্ত মোৰ ল'ৰা;

সংসাৰৰ লীলা সাং কৰি তেওঁ
হইছে আহিব পৰা ।

তেওঁক সদায় অমৰ সভাত
ৰাখিবৰ কৰোঁ মন;
এতেকে আনক দূতে লই মোৰ
সুবৰ্ণৰ ৰথখন ।"

এই বুলি তেওঁ কৃতান্তক মাতি
আদেশিলে তেতিয়াই;
পুত্ৰৰ কাৰণে সোণৰ বিমান
দিবলই পঠিয়াই ।

কৃতান্তই পাই দেৱীৰ আদেশ
বায়ুৰ বেগেৰে গই;
হেম যাবলই দিব্য ৰথখন
সজালে যতনকই ।

কুবেৰৰ পৰা দূতক পঠাই
মাণিক-মুকুতা আনি;
সোণৰ ৰথৰ জেউতি চৰালে
ৰূপত বিজুলী জিনি ।

অমৰাৱতীলৈ হেমক নিয়াৰ
পাৰ্গত সাৰথি চাই;
দিলে যমে ৰথ নকৰি পলম
নিমিষতে পঠিয়াই ।

বিজুলী গতিৰে 'সোণাৰচাঁদ'ক
পৃথিৱী আন্ধাৰ কৰি;
সোণৰ ৰথত সাৰথিয়ে লই
পোৱালে অমৰাপুৰী ।

ধূপ-দীপ-গন্ধ পুষ্পমালা আদি
অপেস্বৰীসবে লই;
মহাত্মা হেমক বিমানৰ পৰা
আদৰি আনিলে গই ।

গন্ধৰ্ব্বসকলে মৃদঙ্গ বজাই
কৰিলে শঙ্খৰ ধ্বনি;
দবা, খোল বাই ৰঙত নাচিলে
পাই হেন গুণমণি ।

অসম-ৰতন সাহিত্যৰ খনি
হেম বৰুৱাক পাই;
অমৰাৱতীৰ পণ্ডিতসবৰ
হাবিলাষ নপলায় ।

হেম যোৱা শুনি বীণাপাণি আয়ে
লৰালৰি কৰি আহি;
অপ্সৰীহঁতক আদেশ কৰিলে
পুত্ৰৰ কাষতে ৰহি ।

"সজোৱা সোণক অপূৰ্ব্ব ভূষণে
অতি পৰিপাটী কৰি;
যশস্যা-মুকুট পিন্ধোৱা মূৰত
সকলোৰে আগ ধৰি ।

মণি-মুক্তা লই সুগন্ধি ফুলেৰে
মালা গাঁথি বিতোপন;
শৰায়ে শৰায়ে শাৰী শাৰীকই
কৰাঁ আনি অৰপণ ।

পৃথিৱীত সোণে বহু শ্ৰম কৰি
পালেহি ম'তৃৰ ঘৰ;
এক্কেৰিমানকো কেওঁ-ক'ৰতা হেলা
নকৰিবাঁ যতনৰ ।

দেৱতাৰ প্ৰিয় অমৃত অমিয়
দিয়াঁ আনি ভোলা চাই;
তামুলী পীৰাত সাঁফৰ ৰানত
ভাগৰ গুচক খাই ।"

হে'বা ওজাদেও সংসাৰৰ মায়
সকলোকে এৰি থই;
অনন্ত সুখত চিৰ শান্তি পালা
দেৱতা-লোকত গই ।

কিন্তু কি যে হ'ল অসমীয়া জাতি,
এইপিনে চকু দিয়াঁ;
তোমাৰ শোকত অসম মাতৃৰ
ক'লা পৰি গ'ল হিয়া ।
অসীম গুণৰ আকৰ স্বৰূপে
দেশত আছিলা তুমি;
তোমাৰ গুণৰ ঋণৰ ধৰুৱা
সদায় থাকিলোঁ আমি ।

মাতৃৰ ভক্তিত ব্যাকৰণ ৰচি
পূৰঠ কৰিলা ভাষা;
'কানীয়া কীৰ্ত্তন' যতনেৰে লিখি
দেখালা 'কীৰ্ত্তিৰ' দশা ।

সমাজৰ দোষ 'কোৱাভাতুৰী'ত
থাপে থাপে দেখুৱাই;
কৰিছিলা তুমি পুৰুষাৰ্থ বহু
দিবলই শুধৰাই ।

ছোৱা ছোৱা কৰি ল'ৰাৰ কাৰণে
লিখি দিলা 'আদিপাঠ';
ৰঙেৰে এতিয়া কেঁচুৱা ল'ৰাই
ধৰিছে ভাষাত বাট ।

'পাঠমালা' লিখি ল'ৰাৰ ভিত্তিত
পিন্ধালা বিদ্যাৰ হাৰ;
'হেমৰ কোষে'ৰে অভাব গুচাই
শুজিলা মাতৃৰ ধাৰ ।

কিনো অসজাতি অসমীয়া জাতি
নুবুজিলে তেও মোল;

অন্তিম কালতো নিচিনি তোমাক
থাকিল নিদ্রাত ভোল ।

ইহেন অখ্যাতি থাকিল সদায়
জোন-বেলি থাকেমানে;
অসমীয়া জাতি তেনেই অজলা,
নিচিনিলে হেম কেনে ।

গুণীৰ গুণৰ আদৰ বুজিব
পৰানো কেতিয়া হয়;
হে মাতৃ অসম ! তোমাৰ সন্তানে
বুজিব নোৱাৰোঁ মই ।

০১০

# প্ৰাণ-পখী

...... ...... ......

পুহিছিলোঁ হেঁপাহেৰে হিয়াত ভৰাই,
এনেনো শুৱনী এটি চেনেহী চৰাই ।

মৰম শিকলিগছি ঠেঙত লগাই,
সোণালী সজাত তাক ৰাখিলোঁ ভৰাই ।

ভুৱা দি উৰিব বুলি হাবিৰ চৰাই,
চকুৰ আগতে তাক ৰাখিলোঁ সদায় ।

কতনো সোৱাদ বস্তু ঠোঁটতে যোগাই,
ৰাখিছিলোঁ উলাহতে খুৱাই-বুৱাই ।

মউসনা মিঠা মাত নিতউ শুনাই,
পমালে কোমল মন মৰম বিলাই ।

নমনিলোঁ গ'ল দেহি ! কেনিবা পলাই,
সুধিলে নিদিয়ে দেখোঁ কেও দেখুৱাই ।

দেহ এৰি প্ৰাণ-পক্ষী গ'লগৈ পলাই,
সকলো জীৱৰে মাথোঁ এনেটি বিলাই ।

০০০

# জেলেপী

প্ৰথমে প্ৰণাম কৰোঁ জেলেপী সুন্দৰী,
মিঠাই দোকান তুমি থাকা শোভা কৰি ।
দেখিলে তোমাৰ দেহী, ৰাঙলী বৰণ,
জিভাই দেখোন কৰে খাবলই মন ।

গোঁৰোৱা আটাৰ গুড়ি ঘিঁউত পকাই,
চেনিৰ ৰসত থয় অলপ সুমাই ।
উতলাই আনি থয় কাঁহীত যেতিয়া,
ৰসেশ্বৰী বুলি জানি তোমাক তেতিয়া ।

জেলেপী জেলেপী বোলে, অৰ্থ একো নাই,
ৰসেশ্বৰী বুলিলেহে তোমাক শুৱায় ।
আজিৰ পৰাই নাম হ'ল ৰসেশ্বৰী,
ৰসেশ্বৰী নুবুলিলে দিবা গালি পাৰি ।

নতুনতে থাকা দেহী, ৰঙমনে হাঁহি,
তেনেই শোটোৰা পৰা হলে দেখোঁ বাহী ।
ৰসহীন হলে কেও উভতি নেচায় ;
কাঁহীতে ভেঁকুৰি থাকা মুখ ওলমাই ।

যৌৱন কালতে মানুহেও সেইদৰে,
ৰসে-ৰঙ্গে দিন নিয়ে হৰিষ মনেৰে ।
যৌৱন হেৰালে কিন্তু দুদিন পিছত,
সুখে-দুখে দিন নিয়ে এই জগতত ।

০০০

# ভগা বাঁহী

যেতিয়া আছিল সুদিন তোমাৰ
শোভিলা শ্যামৰ হাত;
ৰাধিকা-ৰঞ্জনে ৰাধা ৰাধা বুলি
মতালে কোমল মাত।

শ্যামৰ ওঁঠত ওঁঠটি লগাই
হাঁহিলা কতনো হাঁহি;
তেতিয়া তোমাক গোপিনী সকলে
কৈছিল "মোহন বাঁহী"।

তোমাৰ কোমল মাতৰ বলত
হাবিত ফুলিলে ফুল;
যমুনাৰ পানী উভতি বৈছিল
নাচি গাই কুল কুল।

সেই মাত শুনি গোকুলত নিতে
ফুৰিছিল ঋতুপতি;
বলিলে মলয়া সুগন্ধ বিলাই
জোনেও হাঁহিলে ৰাতি।

সেই মাত শুনি হাবিৰ মাজত
মুঞ্জৰিলে গছ-লতা;
ফুলৰ কাণত ভোমোৰাই আহি
জনালে মৰম-বেথা।

সেই মাত শুনি মতলীয়া হই
হেম্বাই হেম্বাই লৰি;
শ্যামৰ গৰুৱে শ্যামৰ পাছত
যায় ঘাঁহ-পানী এৰি।

সেই মাত শুনি গোপিনী সকলে
দেহি! পাগলীৰ দৰে;
শ্যামৰ প্ৰেমত তত্ হেৰুৱাই
পাছে পাছে লৰি ফুৰে।

এতিয়াও আছা দেখোঁ সেই বাঁহী
দিয়াচোঁ সেইটি মাত;
তোমাৰ মাতত কোনেও এতিয়া
নেপায় মনত শাঁত ।

নাই সেই গোপী, নাই সেই গোপ,
নাই গৰখীয়াবোৰ;
শ্যাম নোহোৱাত তোমাক বজাই
কোনে কৰে মন চুৰ ।

০০০

## বাহ্য বেশ

গহীন মনেৰে ৰাজবেশে যদি
ৰজাৰ দৰেই থাকা,
নাইবা বাঘৰ পখৰা ছালেৰে
শৰীৰ তোমাৰ চাকা ;
গাত ঘঁহি-পিহি অগৰু চন্দন,
গোন্ধত মোহিত হোৱা,
নাইবা কেৱল ছাই-ভস্ম সানি
ফকিৰ বেশকে লোৱা ।

কিন্তু যেন দেও, মনত নিতউ
এই কথাফাকি থাকে;
“অন্তৰে সাধুতা বাহিৰে নহয়”
জানে জগতৰ লোকে ।

নিজৰ দেহৰ দুৰ্জ্জয় ৰিপুক
যিজনে দমাব পাৰে;
তেনেকুৱা সাধু দেখিলেহে লোকে
দেৱতা সন্মান কৰে ।

০০০

# উজু কবিতা

## ৰাতিপুৱা

উঠা হে ভাইটি উঠা, ৰাতিপুৱা হ'ল;
চোৰাঁচোন মনু উঠি পঢ়িবলৈ গ'ল।
পুব পিনে ৰঙা বেলি জিলিকি উঠিছে;
চৰায়ে ডালত পৰি আৰাও কৰিছে।

নিয়ৰত তিতি থকা পাত, ফুলখিনি;
লৰিলেই বৰষুণ পৰা যেন শুনি।
কলি কলি ফুলবোৰ এতিয়া ফুলিছে;
শুৱনী ফুলেৰে গছ উপচি পৰিছে।

চোৰাঁচোন পুখুৰীত পোনা মাছবোৰে;
কমাই কমাই কেনে ৰং কৰি ফুৰে।
ওপঙি ওপঙি মাকে মাজত সোমাই;
পোৱালিক খোৱা বস্তু দিয়ে দেখুৱাই।

দোক-মোকালিতে চোৰাঁ মাখি মউবোৰে,
গোটায় মউৰ ৰস হৰিষ মনেৰে।
টেঙৰ অকণমান পকৰা ঘিমান,
সাঁচিছে আহাৰ দেহি শ্ৰমেৰে কিমান।

যাৰ ঘি কৰিব লগা কৰে উলাহেৰে,
ভাল ল'ৰা-ছোৱালীয়ে লেখা-পঢ়া কৰে।
মিছাতে কেলেই আছা অতপৰ শুই,
নপঢ়া ভাইটি কিয় ফলি-পুথি লই?

০০০

## বায়ু

পুৱাৰ শীতল বায়ু
বয় জুৰ জুৰ,
বতাহত ঠেঁও ধৰি
নাচে ধানবোৰ।

ফুলনিৰ ফুলকলি
ফুলে বতাহত,
চৰাইবোৰেও উৰি
ফুৰে আকাশত।

পৃথিৱীত আছেমানে
গছ, লতা, বন,
বতাহ নহলে কাৰো
নেথাকে জীৱন।

বতাহ মাথোন প্ৰাণ
জীৱ জগতৰ,
বতাহতে সকলোৱে
কৰে লৰ-চৰ।

লইছোঁ বায়ুতে আমি
উশাহ-নিশাহ,

আমাৰ পৰাণ মাথোঁ
অমূল্য ৰতাহ ।

নিশ্বাসৰ লগে লগে
এতেকে আমাৰ,
জিভাই কৰোক গান
স্রজন কৰ্ত্তাৰ ।

০০০

# হেঁপাহ

সক ল'ৰা আমি তোমাৰ কৰুণা
হৃদয়ত মাখি লওঁ,
পৃথিৱী মাজত কৰ্ত্তব্য কামত
আপোন-হেকৰা হওঁ ।

সৰু তৰা হাঁহে শূন্যৰ কোলাত
গছত ফুলিছে ফুল,
সৰু হলোঁ বুলি তোমাৰ ধৰাত
কৰ্ত্তব্য পাহৰা ভুল ।

দিয়া তেন্তে প্রভু ! মোক শুভ মতি,
সততে সহায় হোৱাঁ,
তবু জগতত যেন সকলোকে
দিব পাৰোঁ ভাল পোৱা ।

আপোন পাহৰি লোকৰ লগতে
ই জীৱন যেন ধৰোঁ,
পৰোপকাৰকে সদায় আচৰি
জীৱন সাৰ্থক কৰোঁ ।

০০০

# চৰাই-পোৱালি

ধনীয়ে মণিয়ে দুয়ো এদিন পুৱাই;
ফুৰিবলৈ গৈছিল পথাৰ সোমাই।
সিহঁতে এবাহ ল'ৰা দেখিলে বাটত;
চৰাই-পোৱালি ধৰি আনিছে হাতত।

চৰাই-পোৱালিবোৰে কেৰ-মেৰ কৰি;
গাইছে শোকৰ গীত চিঞৰি চিঞৰি।
সৰল মণিয়ে তাক সহিব নোৱাৰি;
কোমল মাতেৰে কলে গৈ আগবাঢ়ি।

এনেকুৱা কা-ঠচিত হে'ৰা ল'ৰাহঁত;
কেনেকই তোমালোক হ'লা জগতত?
ইহঁতৰো পিতৃ-মাতৃ আমাৰ নিচিনা;
কৰিছে চাগৈ দেহি কতনো ভাবনা!

চৰতীয়া এটি দিওঁ কল খাবলই;
আকউ পোৱালিবোৰ থই দিয়াঁগই।
পোৱালি নেপালে দেহি! চৰাইহালিয়ে;
শোকত মৰিব আৰু নিজীয়ে নিজীয়ে।

০০০

# পচাশালি

অজলা নিচেই সৰু
ল'ৰা আমি যেনে;
হৃদয়ও সততে লাগে
নম্ৰ, শান্ত তেনে।

নেলাগে কৰিব দন্দ,
হাই, মৰা-মৰি;

নিঠুৰ কামত লাগে
থাকিব আঁতৰি ।

এইবোৰ কথালই
নকৰিলে কাণ,
মৰমৰ পঢ়াশালি
হ'ব থান-বান ।

যেনেকই সৰু সৰু
ছাগলী পোৱালি,
মাকৰ কাষত থাকে
ৰঙেৰে উমলি ।

আমিও সদায় শান্ত
হই সেইদৰে,
লিখি পঢ়ি উমলিম
মনৰ শাঁতিৰে ।

গুৰুৰ আদেশ মানি
থাকিম ধৰমে,
মৰমৰ পঢ়াশালি
চলিব নিয়মে ।

০০০

# ঘড়ী

ঘড়ীয়ে কইছে শুনা টক্ টক্ টক্,
যেতিয়াৰ যিটি বন তেতিয়াই হক ।
বেগী পাখি সময়ৰ উৰে লগতাই,
কৰ্ত্তব্য কামত লাগাঁ, নেথাকিবা চাই ।

ঘড়ীয়ে কইছে শুনা টক্ টক্ টক্ ;
সোৰোপা লোকৰ দিন দুখেৰেই যক ।
মুকখে নুবুজে দেহি ! সময়ৰ মোল;
দিনে-ৰাতি থাকে মাথোঁ কাঁজিয়াতে ভোল ।

ঘড়ীয়ে কইছে শুনা টক্ টক্ টক্ ;
শ্ৰমী মানুহৰ নিতে সুখ নুগুচক ।
টক্ কৰিবৰ বাট নেচায় সমুলি;
বেগতে বনত ধঃৰে কাল যায় বুলি ।

ঘড়ীয়ে কইছে শুনা টক্ টক্ টক্,
ছাত্ৰবোৰেও যেন পঢ়াত ধৰক ।
পঢ়িবলগীয়া পাঠ পঢ়ি ভালকই;
ধেমালি কৰক পিছে লগৰীয়া লই ।

০০০

# সেৱা

তোমাৰ অশেষ প্ৰভু,
দয়াৰ গুণত ;
সুখেৰে জীয়াই আছোঁ
এই জগতত ।

দুখে সুখে মাথোঁ হৰি,
তুমিহে সহায়;
সাৱধানে সকলোকে
ৰাখিছা সদায় ।

পিতৃ, মাতৃ, ভাই, ভনী,
পৰ বা আপোন;
সকলোৰে বাধ্য মোক
ৰাখিবা মাথোন ।

ধন্য তুমি দিয়াঁ মোক
বিদ্যা, বুদ্ধি, জ্ঞান;
নম্র, শান্ত, শুদ্ধ চিত
দয়াপূৰ্ণ প্ৰাণ।

০০০

# মৌ

পৰিশ্ৰমী সৰু সৰু মাখিমউবোৰে;
কেনেকৈ নিতউ চোৰ্বাঁ কাম কৰি ফুৰে।
ফুলি থকা ফুলবোৰ বিচাৰি বিচাৰি;
গোটায় ফুলৰ মউ কেনে শ্ৰম কৰি!
মউ-সিতা পাৰি দেহি, কেনে তেনেৰে;
সাজিছে মউৰ চাক কিমান বুধিৰে!
দুখেৰে ফুলৰ মউ যিমান গোটায়;
সোপাকে যতন কৰি থয়হি ভৰাই।
বাখিলোঁ মনত মই এতিয়াৰপৰা;
"শ্ৰম আৰু বুধিৰেই হয় কাম কৰা"।
এনেহৰা হই মই বন নকৰিলে;
অমূল্য সময় যাব তেনেই বিফলে।
প্ৰথম বয়স মই নিয়াম পঢ়াত;
ধেমালি কৰিম যাতে স্বাস্থ্য থাকে গাত।
তেনেহ'লে আগলই নেথাকে জঞ্জাল;
সুখেৰে নিয়াম মোৰ হ'লে বুঢ়া কাল।

০০০

# নিয়ম

জ্ঞান-পথে বাট বুলা
হই সাৱধান;
ল'বাৰ এইটি জানা
নিয়ম প্ৰধান।

সঁচা কথা কই কৰা
মিছালৈ ভয়;
তেনেহলে সকলোৱে
কৰিব প্ৰত্যয়।

মিছলীয়া হই যদি
সঁচা কথা কয়;
তাৰ কথা শুনি কেৱে
নকৰে প্ৰত্যয়।

দোষ ঢাকিবলৈ যেয়ে
মিছা কথা কয়;
এগুণ দোষক কৰে
দুগুণ নিশ্চয়।

ooo

# ভাল ল'ৰা

সোনকালে যাওঁ মই পঢ়াশালিলৈ,
পুথি মেলি পঢ়ি থাকোঁ মন থিৰকৈ।
ফলিখনি থই দিওঁ মুখৰ আগতে,
পুথি কেখনিকো থওঁ তাৰ ওপৰতে।

ওজাদেও আহি মোক যেতিয়া পঢ়ায়,
পঢ়াখিনি মাতোঁ মই ফুটাই ফুটাই।

অশুধ মাতিলে তেওঁ দিয়ে শুধৰাই,
ৰাখোঁ সেই কথাবোৰ মনত সদায় ।

নিতউ উত্তম ৰূপে পঢ়া পাৰোঁ গুণে,
সকলো ল'ৰাতকই ভাল বুলি জানে ।
মোৰ দৰে আন কেৱেঁ পঢ়িব নোৱাৰে,
গুৰুৱে মৰম মোক সেইবাবে কৰে ।

সিদিনা হৰিয়ে মোক আছিল জোকাই,
ওজাদেও আহি তাক দিলেহি কোবাই ।
পঢ়া নোৱাৰিলে হেনো আকউ মাৰিব,
ভালকই পঢ়িলেহে মৰম কৰিব ।

গুৰুৰ মৰম পায় পঢ়িলে সদায়,
নপঢ়ি গুদাতে কিয় কিলবোৰ খায় !
মাৰ খায় যি ল'ৰাই পঢ়িব নোৱাৰি,
শেহত নিয়ায় দিন বিপদত পৰি ।

এতেকে সদায় মই ৰাখিম মনত,
নেখাওঁ হৰিৰ দৰে কিল অবাবত ।
ভাল বুলি সকলোৱে কৰিব মৰম,
এনে কৰাটোহে মোৰ যুগুত কৰম ।

০০০

# পখিলা

"চোৱাঁচোন পখিলাটি
কেঃনেনো শুৱনি,
কেনেনো ধুনীয়া তাৰ
পাখি দুইখনি ।
কেতিয়াবা ওপৰত,
আকউ তলত,

এটা এৰি ৰহিছেহি
আনটো ফুলত ।
ধৰা তাক ৰাইদেও
কৰি যেনে তেনে,
পৰিছেহি গোলাপত
পাখি মেলি কেনে !
তাক লবলৈ মোৰ
বৰ মন যায়,
ধৰি দিয়াঁ ৰাইদেও,
যাবগৈ পলাই ।"

"নোৱাৰোঁ ধৰিব তাক
সোণাই হেৰেই,
পাখি দুইখনি হ'ব
আহৰি তেনেই ।
এবাৰ যদিহে দিওঁ
হাতত তোমাৰ,
নেথাকে অকণো শোভা
হ'ব চুৰমাৰ ।"

"দিয়াঁ তেন্তে ৰাইদেও,
য'ক গই উৰি;
সহিব নোৱাৰোঁ মই,
যায় যদি মৰি ।
ধুনীয়া পখিলাটিক
নকৰিবা বেয়া,
বগুৰি অকণমানি
কেনে ধেমেলীয়া !"

০০০

# ভাটৌ

মদনা ভাটউটিয়ে লোৰৰ ডালত,
দেখিছানে, বহি আছে কেনে বেজাৰত ?
ঠেঙৰ শিকলিগছি ঠোঁটেৰে কামুৰি,
কোনোমতে ছিঙি তেও যাব খোজে উৰি।

হাবিত সদায় দেহি, লগৰীয়া লই,
ইচ্ছামতে উৰিছিল হৰষিত হই।
এতিয়া ইয়াত কেনে থাকি পৰাধীন,
অকলই নিয়ে তাৰ বিষাদত দিন।

বনৰ চৰায়ে যদি এনে ভাব কৰে,
মানুহৰ সঁচে তাক সহে কিনো দৰে ?
নিচেই লাজৰ কথা হোৱা পৰাধীন,
শুনিলেও এনে কথা লাগে বৰ ঘিণ।

পৰাধীন হই থাকে যিজন সদায়,
মনত অলপো তাৰ সুখ-শাঁতি নাই।
কৰিব নোৱাৰে খোৱা-শোৱা সময়ত,
ওখ ভাববোৰো নষ্ট হয় অবাবত।

০০০

# মেকুৰী

নোমাল নিচেই সৰু
বিৰলীকণিক,
বৰ ভাল পাওঁ মই
মাকতো অধিক।

মিউ মিউ কৰি কেউ-
ফালে ঘূৰি ফুৰে,

নোজোকালে মই তাক
একোকে নকৰে ।

নেটানো এতেকে তাৰ
নেগুৰত ধৰি,
খেদাই নিদিওঁ তাক
· ডাবি-হুকি মাৰি

দুইটিয়ে লগ লাগি
হৰিষ মনেৰে,
উমলি থাকিম আমি
বৰ চেনেহেৰে ।

নিচেই ক্ষুধতে দেহি
বহে আহি মোৰ,
মুখত ভৰাই দিওঁ
খোৱা' বস্তুবোৰ ।

চোৰাঁচোন, তাই মোক
পায় কেনে ভাল;
থিৰে-শাঁত বহি থাকোঁ;
নকৰোঁ কোঢ়াল ।

০০০

# আলহী

"পদূলি-মুখতে সৌৱা থিয় হই কোনে,
থৰেৱে ৰ' লাগি চাই আছে এইপোনে ?
ভাল মানুহৰ দৰে কানিয়ে-কাপোৰে,
থিয় হই আছে দেখোঁ গধুৰ মনেৰে ।"

"ৰবা, তেন্তে বাইদেও সোধোঁচোন মই;
বেজাৰ মনেৰে কিয় আছে থিয় হই ।"

"ক'বপৰা আহিছেনো হেৰি ভাওৰীয়া ?
অত পৰ হ'ল দেখোঁ তেও নাই যোৱা ।
থিয় হই আছে কাক লগ পাবলই ?
ককচোন বাক মোক কই দিওঁগই ।"

"কেলেই সুধিছা মোক আইকণ অই !
কাকনো ইয়াত আহি বিচাৰিম মই ?
আচহুৱা আই, মই চিনা-জনা নাই;
ভাবিছোঁ ইয়াতে ৰই থাকিবৰ ঠাই" ।

"আহক আপুনি বাক মোৰ লগে লগে,
থাকিবৰ ঠাই যদি আপোনাক লাগে ।"

"সেইজন কোন হেৰ' গোলাপী লগত,
থাকিবনে তেওঁ আজি আমাৰ ঘৰত ?"

"আলহী মানুহ এওঁ, চিনা-জনা নাই;
সেইগুণে ভাবিছিল থাকিবৰ ঠাই ।
আনিছোঁ তেওঁক মই ঘৰলই মাতি,
আমাৰ ঘৰতে তেওঁ থক আজি ৰাতি ।
দেউতাই ভাল পায় আলহী আহিলে;
আমাকো মৰম কৰে অতিথি সুধিলে ।"

ooo

## মান আৰু মৰম ।

ভাওৰ দেখিলে তুমি
মান যদি কৰা,
সক দেখা পালে যদি
মৰমত মৰা;
সোমাব লোকৰ তেহে
বুকুত মৰম,

এনে কৰাটোহে বোপা,
যুগুত কৰম ।

মানীৰ হেৰালে মান
বৰ দুখ পায়,
মৰম নেপালে সৰু
দূৰ হই যায় ।

"সৰু বশ মৰমত,
বৰ বশ মানে";
এই কথাফাঁকি তুমি
ৰাখিবা যতনে ।

মানৰ শিকলি আৰু
মৰমৰ জাল,
ৰাখিলে বশত লোক
থাকে চিৰকাল ।

০০০

## বুঢ়া মগনীয়া

বুঢ়া মগনীয়াটোক দুৱাৰ মুখত,
দেখিছা নহয় কেনে কঁপিছে জাৰত ?
দেহি ঐ ! জাৰত তাৰ তত্ নাইকিয়া,
শুকান দেখিছোঁ মুখ একো নাই খোৱা ।

বুঢ়া হ'ল, বন-বাৰি কৰিব নোৱাৰে,
ভোকত ফুৰিছে হায় ! দুৱাৰে দুৱাৰে ।
জুহালৰ ওচৰতে পীৰাখন পাৰি,
বহুৱাই দিয়া তাতে হাতখনি ধৰি ।

ঠেৰেঙা লাগিছে দেহি ! হাত-ভৰি তাৰ;
উম পক সেক লই, গুচি যাব জাৰ ।

কোৱাঁগই আইতাক ভিতৰত গই,
আলহী সোধক আহি জলপান লই ।

তোমালোকে বোপাহঁত, মনত ৰাখিবাঁ;
দেখা পালে এনে লোক মৰম কৰিবাঁ ।

000

## দয়া

গুচোৱাঁ গুচোৱাঁ বোপা ! সৰু ভৰিখনি,
পৰুৱা-পিপৰা নেমাৰিবাঁ গচকৃত ।
পৃথিৱীৰ চোৱাঁচোন অজলা পৰাণী,
বিচাৰি খাইছে নিজে বিশ্ব-সংসাৰত ।

গৰাকী যিজন প্ৰভু এই জগতৰ,
তেওঁৰ আকাশী চকু আছে সকলোতে ।
পৰুৱা-পিপৰাবোৰো পৱিত্ৰ হাতন,
মহিমা প্ৰকাশ কৰে সকলো কামতে ।

কাঠ-চিত হই তেন্তে অবাবত কিয়,
মাৰিব খুজিছা সেই ক্ষুদ্ৰ প্ৰাণীবোৰ ?
স্ৰজিছে পৰমেশ্বৰে যিবিলাক জীৱ,
যুগুত নহয় দুখ দিয়া সেইবোৰ।

দয়া ধৰ্ম্ম শিকাঁ তোমালোকে ল'ৰাহঁত,
পৰুৱা-পিপৰা বুলি নকৰিবা ঘিণ;
দয়া নাই যাৰ হায় ! কঠুৱা বুকত;
সুখেৰে নেযায় তাৰ সংসাৰত দিন ।

000

# খেতি

হেৰা গুণী! পথাৰলৈ
চাইছানে তুমি ?
বিতোপন শস্য! আহাঁ
চাওঁগই আমি।

কপালৰ ঘাম দেহি
মাটিত পেলাই,
হাল বাই মাটি চাহ
কৰে হালোৱাই।

অনেক যতন আৰু
শ্ৰমৰ বলত,
বিবিধ সুন্দৰ শস্য
দেখে পথাৰত।

তোমাৰো কোমল বুধি
মাটিৰ নিচিনা,
সদায় কৰিবা তাৰ
উন্নতি কামনা।

লেখা-পঢ়া খেতি তুমি
জানিবা নিশ্চয়,
লেখা-পঢ়া কৰিলেহে
জ্ঞান-শস্য হয়।

বয়স-বতৰ চাই
কৰিলে যতন,
হাতত অৱশ্যে পাবা
অমূল্য ৰতন।

# মাতৃ-স্নেহ

হেৰা বেণু ! মোৰ সেই ক'লী গৰুজনী,
দেখিছিলানেহে, তাই আছিল গাভিনী ?
দমৰা পোৱালি এটি জগিল পুৱাই,
বাইদেও গই ফেঁহু আনিলে খীৱাই ।

সকলো ল'ৰাকে দিলে ফেঁহু ভাগ কৰি,
নিগনি দাঁতেৰে খালে কামুৰি কামুৰি ।
আনিছোঁ তোমাৰ ভাগ বাইটিক কই,
বেয়া পোৱা বুলি তুমি মাতিলে আসই ।

ধৰিলে দামুৰিটিয়ে জাপ মাৰি যায়,
লৰ মাৰি ঘূৰি তাক আনো ওভতাই ।
ৰং মনে থাকে আহি কাষতে উমলি,
নোদোকা অকণমানি কেঁচুৱা পোৱালি ।

এবাৰ খেদাই তাক গোহালি সুমাই,
ভিতৰত থইছিলোঁ দুৱাৰ জপাই ।
নেদেখি ক'লীয়ে দেহি, পেটৰ পোৱালি,
হেম্বাই হেম্বাই হ'ল তেনেই বাউলী ।

যেতিয়া দুৱাৰ মেলি দিলোঁ দেখুৱাই,
তেতিয়াহে থিৰ হ'ল পোৱালিটি পাই ।
মূৰুখ পশুৰে যদি মৰম ইমান,
আমাৰ মাতৃৰ তাতে বুজিবা কিমান ।

০০০

# ঘৰত শান্তি

যেনেকি উকমি হক
বাহিৰে বাটত,

থাওক মাথোন শান্তি
ভিতৰে ঘৰত ।

ভাই-ভনী যি ঠাইত
থাকে গোট খাই,
কিহৰ আকউ তাত
হ'ব দন্দ-হাই ?

নিচেই অকণমানি
সৰু বাহটিতে,
চৰাইবোৰেও থাকে
মিলেৰে সততে ।

মানুহৰ সঁচা হই
একেটি বংশৰ,
অমিল দেখিলে সীমা
থাকেনে লাজৰ ?

০০০

## জোনবাই

আকাশত চোৰা :কনে উঠি জোনবাই,
ৰূপালী বৰণে আহি দিশ পোহৰায় ।
চোৰাচোন আই, সউ চাকিটিৰ দৰে,
আকাশত কেনেকই জক্‌মক্ কৰে !

আছিল অকণমানি যোৱা কেদিনত,
ধেনুখনি যেন দেখিছিলোঁ আকাশত ।
সিদিনাতকই আজি বহুত ডাঙৰ,
ঘূৰণীয়া কাঁহীখনি নিচিনা সুন্দৰ ।

ৰূপহী আকাশী তুমি হেৰা জোনবাই,
দুৱাৰ মুখত কেনে আছা পোহৰাই !

চিক্‌মিক্‌ কৰি কেনে তোমাৰ পোহৰ,
জিলিকি পৰিছে আহি ঘৰৰ ভিতৰ ।

ধেমালিৰ বন্ধু মোৰ তুমি পোহৰাই,
ক'ত ক'ত আছে তাক দিছা দেখুৱাই ।
তোমাৰ সুন্দৰ মুখ বৰ ভাল পাওঁ,
থৰ লাগি সেইগুণে তোমাকেহে চাওঁ ।

০০০

TO
GOLAB C. BEZBARUA
L. R. C. P. and L. F. P, S.
Edinburgh & Glasgow
THIS LITTLE BOOK IS DEDICATED
IN
Admiration of His Adventurous
Life As a Mark of Esteem and
Personal Affection.
By the Author.

# পাতনি

অইন ভাষাত যেনে সৰহীয়াকৈ ধেমেলীয়া নাট আছে, সেই-দৰে অইন কি, আমাৰ ধেমালি কৰিবলগীয়া নাট নাই বুলি কলেও দিৰাই কোৱা নহয়। হেন জানি, পোন প্ৰথমে এই পানীকেঁচুৱা 'মহৰী'টিকে বিহুৰ বাবে ৰাইজৰ আগত থিয় কৰা হ'ল। ই মৰম-বেথা পোৱা যেন দেখিলেহে এনে কামলৈ আকৌ সাহ হ'ব।

নকৈ নোৱাৰিলোঁ যে 'মহৰী'য়ে কঁকালত নৌ দুখনীয়া কাছুটি ল'ব পৰা হওঁতেই ১৮৯৩।৯৪ খ্ৰীষ্টাব্দৰ অসমীয়া সাহিত্য সভাৰ বছৰেকীয়া উৎসৱত এবাৰ ৰং দেখুৱাইছিল।

'মহৰী'ৰ আগৰেপৰা শুৰিলৈ মৰম কৰি চকু ফুৰাই দিয়া বাবে শ্ৰীযুত ৰমাকান্ত বৰকাকতী বি-এল ডাঙৰীয়াক অন্তৰেৰে সৈতে শলাগ লৈছোঁ।

কলিকতা
১লা বহাগ, ১৮১৮ শক

শ্ৰীদুৰ্গাপ্ৰসাদ

# ভাৰতীয়াবিলাক

## মুনিহ

মিণ্টাৰ ফক্স— ওঁগুৰি বাগিচাৰ বৰ চাহাব।
হলিৰাম বৰা— বৰ মহৰী।
মিনাৰাম দাস— হাজিৰা মহৰী।
দুখু— চৰ্দ্দাৰ।
লালুৱা— এটা বেঙলী কুলী।
জিউৰাম— শিৱসাগৰৰ এজন উকীল।
ভাবিৰাম শৰ্ম্মা— জিউৰামৰ ভতিজা পুতেক।
বাপি কোচ— ঘৰ-বন্দী।
আব্দুৰ ৰহমান— মহলমান সাউদ এজনৰ পুতেক।
চমিৰুদ্দিন— এটা বজৰুৱা মহলমানৰ ল'ৰা।
চহিচ— ফক্স চাহাবৰ।
ভেকোলা— এটা ডোমৰ ল'ৰা, মাকৰীৰ ভায়েক।

## তিৰোতা

সুমথিৰা— ভাবিৰামৰ মাক।
মাকৰী— এজনী ডুমুনী, ফক্সৰ মেম।
লছমী— ওঁগুৰি বাগিচাৰ কুলীয়নী।

# মহৰী

## প্ৰথম অঙ্ক

### প্ৰথম দৰ্শন

জিউৰামৰ চ'ৰাঘৰ

জিউৰাম আৰু ভাবিৰাম

জি— । বোপা ! এতিয়া তুমি স্কুল এৰি, মিছাতে এনেই ঘটং মটংকৈ ফুৰিছা কিয় ? এঠাইত কাম-কাজ এটাকে কৰা ।

ভা— । এৰা, দদাইদেউ ! মোৰো কাম-কাজ এটাতে ধৰিবৰ মন । পিছে, আজি-কালি কাম-বন পোৱা দেখোঁ বৰ টান । পাৰে যদি এঠাইত আপুনিয়েই লগাই দিয়কচোন । মোৰনো বাৰু কোন আছে ? দিনে-ৰাতিয়ে আয়েও কেট্‌কেটাই থাকে, সকলো আপোনাতে ভৰসা, আপুনি হাত-দীঘল মানুহ, যি ভাল দেখে তাকে কৰক ।

জি— । তুমি যেনে চট্‌ফটীয়া ল'ৰা, ঔওৰি বাগিচাৰ ফৰ্‌ চাহাবো তেনে চট্‌ফটীয়া হাকিম । তাতে এটা কামত সোমাব পাৰিলে, মই চাওঁতে বেয়া হব নেপায়, তেওঁৰে সৈতে মোৰ ভালকৈ চিনা-জনাও আছে । মই তেওঁক বঢ়াই-বুজাই কলে পেটৰ পোৱালিৰ দৰে মৰম-ৰেথা কৰিব ! মই নিজে যাব পৰা হলে জানিবা কথাই নাছিল । এতিয়াও চাহাব আহিলে, যি কৰ লাগে মই বুজাই ক'ম । তুমি সম্প্ৰতি চিঠি এখনকে লৈ চাহাবক দেখা কৰাগৈ । তেওঁ আমাৰ দেশতে থাকি বুঢ়া হ'ল । অসমীয়া মানুহক পেট-সমস্থিতে বৰ ভাল পায় । তেওঁৰ যহতে কত মানুহৰ চাউল হৈছে ।

ভা— । হয় দদাইদেউ ! আগেয়ে কোনোমতে এঠাইত মুৰটো সুমুৰাই লব পাৰিলেই গা বয় । ক'ৰবাতনো কোনোবাই ভুকুটোতে কলটো পকাব পাৰেনে ? মইহে যদি মন দি চেষ্টা কৰোঁ, অৱশ্যে আগলৈ উন্নতি নহৈ নেথাকে । দেউতা চুকাবৰে পৰা পঢ়া-শুনাটো যে সমূলি গলেই, এতিয়া পেটৰ ভাতমুঠি মোকোজাবলৈকো টান হৈছে উঠিছে । দদাইদেউ, মানুহে কয়, "ভাল কামলৈ হেলা নকৰি ততালিকে কৰিব

লাগে, আৰু বেয়া কামলৈ পিছ হুঁহকিব লাগে।" এতেকে মই পলম নকৰোঁ। আপুনি এতিয়াই লিখি দিয়ক, মই চিঠি লৈ আজিয়েই একেবাৰে ঘৰৰ পৰা ওলাই যাওঁ।

জি— । বেছ কৈছা, হয় মই এতিয়াই লিখি দিওঁ, তুমি লৈ যোৱা। (ভাণ্ডৰকৈ) হেৰ' বাপি অ', মোৰ কাপ-মৈলামযোৰ লৈ আহগৈ।

বা— । (ভিতৰৰপৰা আহি, তেলৰ বাটিতো জিউবামৰ ওচৰতে থৈ) এইয়া তেল, দেউতা।

জি— । হেৰ' হাতী-কলা! মই জানো তোক তেল খুজিছিলোঁ? যা, মোৰ কাপ-মৈলামযোৰ লৈ আহগৈ।

বা— । (ভিতৰলৈ যাওঁতে ভোৰভোৰাই) তাকেনো আকৌ মইনো আকৌ বুজিব নেপাওঁ নে আকৌ? মই বোলোঁ হবলা আকৌ সেই গুণে আকৌ তেলকে লৈ আকৌ আহিছিলোঁ আকৌ।

ভা- । হেৰ' বাপিকাই। দদাইদেউৰ কাকতৰ টোপোলাটোও লৈ আহিবি।

জি- । ওঁ, লৈ আহ, তাতে চকুযোৰো আছে, কেনেবাকৈ ভাগিব চাবি।

ভা- । দদাইদেউ, বাপি দেখোন তেনেই মিজিঙা, ই বন-বাৰি কৰিব পাৰে নে?

জি- । ভাল কৈছা, বোপা, আমাৰ এখৰ মানুহৰ ই আসোঁৱাহ নোহোৱাকৈ আলপৈচান ধৰে। তাক দেখিবলৈহে তেনেকুৱা, কিন্তু সকলো কামতে পাৰ্গত।

ভা- । এৰা; কানীয়া মানুহ দেখিহে বপুৰিক মিজিঙা যেন দেখি।

জি- । নহয়, মই তাক বোপা! কানি এৰুৱালোঁ। কি কৰিলোঁ বুইছা? প্ৰথমে সি চপৰায় চপৰায় বজাইছিল। পিছে, মই তাৰ হাতত নিদি নিজেই ভাগ কৰি দিওঁ। লাহে লাহে একেৰি একেৰি কৰি কমাই আনিলোঁ, এতিয়া সোণাকৰ এঠাকে ভাগ কৰি দিওঁ; সিও বং মনেৰে তাকে খায়। দিনচেৰেকৰ পাছত তাকো গুচাম।

বা- । (ভিতৰৰপৰা ওলাই আহি) দেউতা, গোটেইখন আকৌ ঘৰ পিট্‌পিটাকৈ আকৌ চালোঁ, কতো আকৌ নাই, কোনোবাই আকো কাহানিবা আকৌ নিলে কি চিলে হে আকৌ চাগৈ।

জি- । হেৰ', মেজৰ ওপৰতে আছে নহয়, গোটেইখন ঘৰ চাব লাগিছে কেলৈ?

বা- । (ভিতৰলৈ যাওঁতে ভোৰভোৰাই) এৰা; তাকেনো আকৌ নকয় কেলৈ আকৌ? মই আকো মিছাতে আকৌ গোটেইখন ঘৰ আকৌ চুলাট কৰিলোঁ আকৌ।

ডা- । দলাইদেউ ! মই দিনৰ দিনটো বাগিক বাৰীতে খুচ্ খুচ্ কৈ কাম কৰি থকাহে দেখোঁ । কেতিয়াবা আকৌ বোপাটিক বোকোচাত বান্ধি ওমলাই লৈ ফুৰে ।

জি- । ইয়াক যিহ.ক কৰিবলৈ কোৱা, তাকে সি লেকেৰ-লেকেৰকৈ কৰি থাকিব । একোটোকে আমনি নেপায় । তাৰ সিদিনাৰ কথা এটা শুনিলে তোমাৰ হাঁহিত পেটু-নাড়ী ছিগিব । সিদিনাখন বোপা-টিৰ মাকে তাক পাণ দুবিৰামান পাৰি আনিবলৈ কলে বুইছা: বলিয়াই পিছে গৈ মোৰ আটাইকিজোপা পাণ তেনেই খান্তাং কৰিলে ।

বা- । (ভিতৰৰপৰা আহি) দেউতা ! তাত আকৌ মেকুৰী পোৱালি দুটাহে আকৌ আছে । সেইবোৰ আকৌ নাই ।

জি- । হেৰ' ক'ত অ' ?

বা- । দেউতা, সেই মেৰত ।

জি- । ক'ৰ মেৰ ?

বা- । ধান থোৱা আকৌ সেই নগা-চাৰিৰ আকৌ মেৰটোত ।

জি- । মইনো তোক বাক কি খুজিছিলোঁ ।

বা- । (মাহি-মুহাকৈ) জানো আকৌ বোপাই আকৌ কিবা টোপোলা এটা আকৌ বুলি কোৱা যেন আকৌ শুনিছিলোঁ ।

জি- । কিহৰ টোপোলা তই তেন্তে ক'ব নোৱাৰ ?

বা- । (মূৰটো খজুৱাই খজুৱাই) এঁ—এঁ আকৌ ।

জি- । (মুখখন বিদবাই) তই আকৌ আকৌখনহে কৰিব জান ।

বা- । (মাহি-মুহাকৈ) দেউতা ! আকৌ কিহৰ টোপোলাটোনো আকৌ আনিব লাগে আকৌ ।

জি- । (অলপ ডাঙৰকৈ) হেৰ' মই তোক কাপ-মৈলামযোৰ আৰু সেই মোৰ কাকতৰ টোপোলাটোহে খুজিছিলোঁ । সোপাই দেখোন মেজৰ ওপৰতে আছে ।

বা- । মই আকৌ যাওঁতে আকৌ মাজতে আকৌ সোপাকে আকৌ পাহৰিলোঁ ।

ডা- । (হাঁহি হাঁহি) মাজতে পাহৰিলেহে হয় । মেজৰ মাজৰ "জ" টো পাহৰি "মেৰ" সাজি, তাতে অথনিৰেপৰা খচ্ মচাই ফুৰিছে । ময়ে লৈ আহোঁগৈ । (উঠি ভিতৰলৈ সোমাই গৈ, টোপোলাটো লৈ আহিল) ।

জি- । (ভাবিবামলৈ আঙুলিয়াই) হেৰ' ভূত ! সৌৱা দেখোন বাপাই গিৰিশ্ কৰে লৈ আহিল গৈ । ক'ত আছে কৈ দিয়াতো তই তেও আনিব নোৱাৰিলি । তই ঘৰৰ মানুহটোৰে ক'ত কি থাকে ক'ব নোৱাৰ । মিছাকৈয়ে গোটেইখন ঘৰ খপ্ খপাই ফুৰিলিগৈ । মোৰ কামৰ পৰা গুচি যা, এইটো একো কামৰ নহয় ।

বা- । ( মাহি-মুহাঁকৈ এক্ষলীয়া ) দেউতাই মোক আকৌ মিছাতে আকৌ খং কৰিছে, এইবোৰ আকৌ ক'ত থাকে আকৌ মই আকৌ ক'ব নোৱাৰোঁ আকৌ । ( ভিতৰলৈ গ'ল । )

জি- । ( চকুত চকুযোৰ লগাই, কাপটো মুঠি মাৰি লেপেটা কাঢ়ি বহি লিখিবলৈ ধৰিলে । পাছে লিখা অন্ত হ'লত ভাবিবামলৈ কাপটো টৌৱাই )

বোপা । এইখন লিখা হ'ল, তুমি মোৰ নাম চাহাবে নিজে পঢ়িব পৰাকৈ লিখি লোৱা ।

ডা- । ভাল, দিয়ক । ( নামটো ইংৰাজীৰে লিখে । )

জি- । বোপা, পঢ়ি চোৱাচোন, কেনে হৈছে বাৰু ?

ডা- । ( চিঠিখন পঢ়ি ) বেছ হৈছে, একো বেয়া হোৱা নাই ।

জি- । মই যি পাৰোঁ লিখিছোঁ । তেওঁ তোমাক বৰ মৰম কৰিব । তুমি মাথোন কাৰোৰ লগত দন্দ-হাই নকৰি মিলেৰে থাকিবা । হাকিম জন বৰ চিকুণ । তেওঁৰ যহত বহুতে একঠা সুখেৰে খাবলৈ পাইছে । মানুহে বাগিচাত কাম-বন কৰি ধন-টকাদিয়েক হলেই মট্ মটাই ফুৰে ; কাকো তৃণ এডাল যেনো নেদেখে । আশা কৰোঁ, বোপা । তুমি যেন মোক নাপাহৰা, আৰু মোলৈ সময়মতে একোগাল ভাল চাই পিকু চাহ পঠিয়াই থাকিবা দেই ।

ডা- । সেইটো ক'ব লাগিছে নে ? এতিয়া আপুনি মোক চিনিব পৰা নাই ; পিছতহে গম পাব । এতিয়া তেন্তে মই যাওঁ ।

জি- । ভাল বোপা । যোৱা । ( ভাবি গ'ল । )

বা- । (ভিতৰৰপৰা আহি তেলৰ বাটিটো, কাকতৰ টোপোলা লৈ) দেউতা, আকৌ আইদেৱে মাতিছে আকৌ । গা ধুবলৈ আকৌ ভিতৰলৈ আকৌ বহুত বেলি আকৌ হ'ল আকৌ । ( দুইবো প্ৰস্থান । )

০০০

## দ্বিতীয় দর্শন

ভাবিৰামৰ বৰ ঘৰ

[ ভাবিৰাম আৰু সুমথিৰা ]

সু—। বোপাই! ইমান পৰ তইনো ক'ত অনাই-বনাই ফুৰিছিলি? ভাত অথনিয়ে হ'ল। তেনেই শুকাই কৰ্‌কৰিয়া হ'ল। তোলৈ বাট চাই থাকোঁতে মোৰ আমনি লাগিল। কাম-কাজ নাই. মিছাতে নিতৌ টলৌ টলৌকৈ ফুৰি থাক। ইমান ডাঙৰ গেহনেখীয়া মানুহটো তোৰ এতিয়াও একেৰো জ্ঞান নহ'ল। মই যদি তোক ভালৰ বুলি ববাওঁ-বুজাওঁ, তই আকৌ উচাৎ মাৰি গুচি যাৱ। পানী কেঁচুৱাৰ দৰে ঠেহ পাতি ভাত নেখাৱ। চাচোন বাৰু. বহি খালে কোঁৱৰৰ ভঁড়ালো উদং হয়। বাপেৰৰনো কি ধন-সম্পত্তিবোৰ আছে, তাতে যে তই এইদৰে ধিতিঙালি কৰি ফুৰ? মই বুঢ়ীনো কেইদিন জীম? তোৰ এনেটো স্বভাৱৰ মুৰতহে তেও কোনেও ভাল নোবোলে। হেৰ, তইনো এই নিকুটমীয়া সংসাৰত কেনেকৈ তৰিবি? যা মোৰ বোপাই! যা, গা ধুই আহগৈ। মই তোৰ লগত এইদৰে কিমান শুকাই মৰিম?

ভা—। আই! আজি মোক উকীল দদাইদেৱে তেওঁৰ চিনাকি চাহাব এজনলৈ চিঠি এখন দি তাত কাম কৰিবলৈ পঠিয়াইছে। ময়ো আজিয়েই যাম বুলি কৈ আহিছোঁ। এতিয়া গা-পা ধুই ভাত-পানী খাই যাওঁ। মিছাতে এইদৰে কিমান দিননো নিয়াম? লগৰ সমনীয়াবোৰে ভালে-কালে দিন নিয়াইছে, মোক মানুহে মানুহ যেনকে নেদেখে। পৃথিৱীত ধনহীন জীৱনৰ একো সকাম নাই। আই! মই জানো এইদৰে টিম্বিল-ঘিলাই ফুৰাটো বেয়া বুলি নেজানো? কি কৰিম, কোনো নাই। এঠাইত গোজ মাৰি থওঁতা হলে, মই জানো বগাব নোৱাৰোঁ? তাকেনো কোনে কৰে? এতিয়া মোৰ কপাল মুকলি হ'ল হ'বলা। দদাইদেৱে জানিবা ইমান দিনৰ মুৰত এতিয়া চকু মেলি চাইছে।

সু—। বোপাই! কলৈনো যাব লাগিব?

ভা—। ইয়াৰ পৰা তেৰ কুৰিমান মাইল দুৰৈত ঔগুৰি নামে বাগিচা এখন আছে, তাতে তেওঁৰ চিনাকি চাহাবজন থাকে, তালৈকে মই যাম।

সু—। একে দিনাই পাবিগৈ জানো?

ভা- । খোজ কাঢ়িব পৰা মানুহে একেদিনাই পাবগৈতো । মই খোজ কাঢ়িব নোৱাৰোঁ, লাহে লাহে দুদিনেহে পামগৈ ।

সু- । আই ঐ ! মোৰ সোণাই ঐ ! ইমান দূৰৈত দুদিনীয়া বাটত গৈ ধন ঘটিব নেলাগে । মোৰ বুকু উদং কৈ গলে, মই অকলে কাৰ মুখ চাই থাকিম ? মোৰ আগলৈকো নাই পিছলৈকো নাই, ভালে-বেয়াই এয়েইহে মাথোন । নেলাগে বোপাই ! তই যাব নেলাগে ! মাগি হক, খুজি হক, মই-পোৱে কোনোমতে দুবেলা দুমুঠি খাই ভগা পঁজাতে পৰি থাকিম ।

ভা- । আই ! তুমি মোক কিয় মিছাতে এইখন হকা-বধা কৰিছা ? মই জানো কিবা মৰিবলৈ ওলাইছোঁ, তুমি যে এইখন আঐ-বিঐ কৰিছা ? মই সদায় তাতে থাকিম নে ? এতিয়া গৈ এটা কাম-কাজ ঠিক কৰিব পাৰিলে তোমাকো তালৈ লৈ যাম । বকুল শৰ্মাক দেখা নাইনে ? বাগিচাতে দেখৰমানে ধনবোৰ ঘটিলে । কাম-কাযত পাৰ্গত বাবে চাহাবেও তেওঁক বৰ ভাল পায় । এতিয়া তেওঁ দহ বুলিলে দহ, পাঁচ বুলিলে পাঁচ । গাঁৱত তেওঁৰ কিমান মান দেখা নাইনে ?

সু- । লোকৰ কপালী মানুহৰ শ্বেৰ ধৰিব নেপায় । তেওঁ ভাগ্যৱন্ত মানুহ; তই তেওঁৰ জোৰ লবলৈ আহিছ ? ভেকুলীৰ পিঠিত কেতিয়াও নোম নগজে ।

ভা- । কপালত লেখা থাকিলেই জানিবা, পিছে হাত সাবটি বহি থাকিলেই হবনে ? পুৰুষে পুৰুষাৰ্থ কৰিলেহে হয় । তুমি মোক একো হকা-বধা নকৰিবা, মই দদাইদেউক কৈ-মেলি ওলাই আহিছোঁ; আজি যামেই যাম ।

সু- । তই জানো মোৰ কথা শুন ? তইযে তালৈ যাব, তাত তোৰ ক'ৰ বাপেৰৰ ভালৰ কুটুমটো আছে ? অ', জ্বৰ-নৰিয়া পৰিলে দাঁতৰ গুৰিত পানী এটুপি দিওঁতা নাই । যাব খুজিছ যা হেৰ', তই জানো খোজ কাঢ়ি যাব পাৰিবি ? দদায়েৰেযে পঠিয়াইছে, ঘোঁৰাটো লৈ যাবলৈ কোৱা নাইনে ? এনেই ইয়াত তেওঁ বহিহে থাকে, যা, কৈ পেলাই ঘোঁৰাটো লৈ যাবি । তই কেতিয়াও দুদিনীয়া বাট খোজ কঢ়া নাই, খোজ কাঢ়িলে ভৰি বিষাব । যা, এতিয়া গা ধোগৈ । ভাত-পানী খাই-বই দদায়েৰক মাত দি ঘোঁৰাটো, মোৰ শপত, তই খুজি লৈ যাবি দেই । কিন্তু কাম-কায এটা ঠিক হলেই মোক লৈ যাব লাগিব ।

ভা- । তুমি ভেণ্ডে বেগতে যোৱা, মই গা ধুই আহোঁগৈ, তুমি ভাত

বাচ্চাগে। ( সুমথিবা গ'ল )
(আপোনা-আপুনি) মই যদি কোনোমতে কাম-কাষ এটাত সোমাই ল'ব পাৰোঁ, তেন্তে ধনে চৌ-চৌৱাই থাকিব। বাগিচাত মহৰী সোমালে মানুহ বেগতে চহকী হ'ব পাৰে। আজি-কালি বাগিচাত যিবোৰ মহৰী সোমাইছে, তাৰ ভিতৰত ইংৰাজী জনা দূৰতে থক, ভালকৈ অসমীয়াতে চিঠি এখন লিখিব নেজানে। মই তেও ইংৰাজী হাইস্কুলৰ পঞ্চম শ্ৰেণীলৈকে পঢ়িছিলোঁ। মই চাহাবৰ লগত মাজে-সময়ে কেতিয়াবা ২।৪ এষাৰ কথা-বতৰা ইংৰাজীৰে কোৱা-মেলা কৰিব পাৰিম। মইযে ইংৰাজী জানো, এইটো মুখেৰে ভাঙি কোৱাতকৈ, মোক দেখিলেই চাহাবে চিনি পোৱাটো হে যোৱাহে যুগুত। তালৈকে মোৰ ঠেঙা, টুপী, কোট দেখোঁ একোটোৱেই নাই। অ', বেছ কথা মনত পৰিছে; দোছৰ আছে নহয়। খাই-বই তেওঁৰ-পৰা খুজি আনোগে। পিছে-পৰে নিজেও ল'ব পাৰিম। ( গুচি গ'ল)

## তৃতীয় দৰ্শন

### আব্দুল ৰহমানৰ পঢ়াৰ কোঠা

(আব্দুল ৰহমান আৰু চমিৰুদ্দিন)

আ-। ভাই চমিৰুদ্দিন! স্কুল এৰিলি কেলৈ? ববাজীয়েৰ ইন্ত্‌কাল হ'লত তই আৰু দিল্লীৰ বাদ্‌চাহেই হলি। সিদিনা তোৰ মাৰে কান্দি-কাটি বেজাৰ কৰিছে। মোক কৈছে, তোক হেনো সুখে থাকোঁতে ভূতে কিলাইছে। ছিঃ, তোৰ খছলত বৰ বেয়া হৈছে।

চ-। তই চালী হাৰামজাদিৰ কথা শুনি—

আ-। চে'ট্‌, এইটো বলিয়া নে কি? ই দেখোন মাকক গালি হপে! তই বৰ কমিনা অ' যা ভাই! তই মোৰ ইয়াৰপৰা যা। মই তেনেকুৱা কথা হুনিব নোৱাৰোঁ। মৰিবৰ সময়ত তোক এল্লায়েলে আচ্ছা কৰি জব্দ কৰিব।

চ-। মই কওঁচোন তই হুন!

আ-। যা, মই তোৰ কথা নুহুনো; তই বৰ চৈতান! (ভাবিৰাম সোমালত) অ' দোস্ত! আহাঁ। চমিৰৎ। তই উঠ, সৌ মুঢ়াটোত বহ। দোস্তক বহিবলৈ চকীখন দে।

ভা-। (চকীত বহি) তোমালোকেনো কি কৰিছা?

আ-। কি কৰিম? এনেয়ে বহি আছোঁ। কালি হামত্তু বেপাৰী নগা হাটৰপৰা আহিছে। মই ঘৰত নাছিলোঁ। মাইৰ আগত কৈ গৈছে বোলে, ববাজীৰ আজি কেইবাদিনৰেপৰা বৰ জ্বৰ। তালৈকে মই যাওঁ বুলি ভাবিছোঁ।

ভা-। এৰা দোস্ত! তুমি যোৱাঁ। বুঢ়া মানুহ তাতে ছাগৈ বৰ দুখ পাইছে। তোমাৰ পৰীক্ষা কি হ'ল?

আ-। ক'ব নোৱাৰোঁ। ইমান দিনে কলিকতাত ৰিজল্ট (Result) ওলাব পায়। ওলালেই মোলৈ অৰ্‌জেণ্ট টেলিগ্ৰাম (Urgent Telegram) কৰিবলৈ মই আমাৰ যোগেন্দ্ৰক আগেয়ে চিঠি লিখি থৈছোঁ, আজি-কালিতে পাওঁহে লাগে।

ভা-। ঈশ্বৰে পাছ (Pass) কৰোৱাব, একো ভয় নাই। এইবাৰ পাছ হলে তুমি এম এ পঢ়িবলৈ যাবা নে?

আ-। সেইটো পাছ কথা। গলে আৰু পলাই যামনে? তোমালোকক দেখা-শুনা কৰিহে যাম।

চ-। ( বাৰ্ডচাই এটা পকাই পকাই ) কোনোবাই খাব নে নেখায় ?

আ-। দোহু! তুমি বাৰ্ডচাই খোৱা জানো ?

ভা-। খালেও হয়, নেখালেও হয়।

আ-। হওঁতে নেখালেহে ভাল। ইয়াক খোৱাৰ পৰা অনিষ্টহে হৈছে। একো উপকাৰ নাই। সিদিনা বাতৰি কাকতত ইয়াৰ অনিষ্টতাৰ কথা এটা বৰ দীঘল-বহল প্ৰবন্ধত লিখিছিল। আচ্ছা, নিচা কৰা কি হিন্দু, কি মুছলমান সকলোৱে শাস্ত্ৰত মনা কৰিছে। তেওঁনো মানুহবোৰে খায় কেলৈ মই ক'ব নোৱাৰো। আগৰ মানুহবোৰে সকলো খাই চাই যিভোৰ বেয়া পাইছিল, তাক মনা কৰি থৈ গৈছে। এই চমিৰত, দোহুকো এটা পকাই দে হেৰ'।

চ-। তোক এটা লাগে নে ?

আ-। মোৰ হৈ বাক এটা তয়ে হৰহকৈ খা।

ভা-। দোহু! মই কিয় আহিছিলোঁ নোসোধা কিয় ?

আ-। কোৱা বাক কেলৈ আহিছা। তোমাকো এতিয়া আকৌ সুধিব লগাতহে পৰিল গৈ ?

ভা-। মই এটা কাম বিচাৰি যাওঁ বুলি ভাবিছোঁ।

আ-। কি কাম ?

ভা-। দদাইদেৱে ঔওৰি বাগিচালৈ পঠিয়াইছে। তেওঁৰে সৈতে হেনো ফক্স ( Fox ) নামৰ চাহাবজনাৰ বৰ মিল। তেওঁলৈকে মোৰ হাতত চিঠি এখন লেখি দিছে।

আ-। হওঁতে বেয়া হোৱা নাই, আজি-কালি খাটৌঁতা নহ'লে কাম পোৱা বৰ টান। সেই চাহাবৰে তেওঁ উকীল হবলা ? তেন্তে যোৱা নিশ্চয় ঠিক হ'ব। এনেই বহি থাকিলেনো কি হ'ব ? হয় যোৱা, হাতত কিবা টকা-পইচা আছে জানো ? এমাহমান নিজৰে খাব লাগিব। বিদেশত ক'ত পাবা ?

ভা-। আছে।

আ-। তুমি আকৌ লাজতে মিছা থকা কোৱা। মোৰ আগত একো লাজ নকৰিবা।

চ-। ( বাৰ্ডচাইটো পকাই লৈ ) কাক দিম ?

অ-। চাওঁ মোক দে। ( ভাবিবামক ) ধৰাঁ দোহু। ( চমিৰক ) তই সৌ দিয়াচেলাইটো দে। ( দিয়াচলাইটো মাৰি, ভাবিবামক ) মই লগাই দিও, তুমি টানা। দোহু, সিবেলিৰ কথা মনত আছেনে ? তুমি মোক পেটৰ কথা ভাঙি ক'বলৈ বৰ লাজ কৰা, কি হ'ল

তোমাৰ হাতত ধন নেথাকিলে, মোৰ হাতত থাকিলে জানো তোমাৰ নহয় ? মানুহৰ টকা-পইচা কেলৈ ? বন্ধু-বান্ধৱৰ, অইন কি দুখীয়া মানুহৰ দুখত উপকাৰ কৰিবলৈ। ধন আজি আছে, কালি নাই; ধৰ্ম্ম চিৰকাল থাকে। মোৰ ঘৰত ধন মাটিৰ তলত পুতি থলোঁ, তাৰপৰা কি হ'ব ? থকা আৰু নথকা একে কথা। এটা মগনীয়াই যদি কয় "মোৰ ধন বহুত আছে, আটাইবোৰ ব্ৰহ্মপুত্ৰৰ বুকুত পেলাই থৈছোঁ, খৰচ কৰিবৰ মন নাই, নকৰোঁ," এতেকে সি যেনে, ধন থাকি খৰচ নকৰা ধনীও তেনে। সেইবোৰ থ'ক, কোৱাঁচোন বাৰু তোমাৰ হাতত কেইটকামাননো আছে ?

ভা-। আছে, হ'ব দহ টকামান।

আ-। এহ্, দহ টকাই কি হ'ব ? হাতত কুৰিটকামান ৰাখিবা, হঠাৎ লাগ বুলিলে, ক'ত পাবা ? মোৰ হাতত দহ টকীয়া নোট এখন আছে, তাকে লৈ যোৱাঁ।

ভা-। দোহৃ ! তোমাৰ কোট-পেটলুনযোৰ মোক দিব পাৰিবা নে ?

আ-। পাৰিমতো। মই নিপিন্ধোৱেই, তুমি নেদেখিছা ? মই সদায় চাপকন-পাইজামাহে পিন্ধোঁ ! দোহৃ ! তোমাৰ কপাল বৰ ভাল। লটিপ খলিফাই দুটা নতুন কামিজ আজি দি গৈছে, তাৰে এটা তোমাৰ।

ভা-। মই কামিজ সীবলৈ দিয়া নাই।

আ-। এৰা, হ'পোনতে দিছিলো; সেইগুণে এটা তোমাৰ। (আব্দুল ৰহমান ভিতৰলৈ সোমাই যায়)।

ভা-। (চমিৰক) বোপা ! তুমি আজি-কালি স্কুল এৰিলা নেকি ?

চ-। নাই এৰা, আজি ছুটী আছে গুণে ইয়াতে আহি বহিছোঁ !

ভা-। এৰা বোপা ! ভালকৈ লেখা-পঢ়া কৰাঁ, আমাৰ অৱস্থা নেদেখিছা, বিদ্যাও নাই, ধনো নাই, কাজেই আমাৰ জীৱনত একো সকাম নাই-কিয়া। ল'ৰা মানুহ, কাল আছে, তোমালোকে এতিয়াৰ পৰা সেই-গুণে মন দি পঢ়াঁ।

চ-। আপুনি ঠিক কৈছে, আৰু এটা কথা জানেনে ?

ভা-। বোপা ! কি কথা ?

চ-। আমি কলিকালৰ ল'ৰাই বলীভাত খাওঁ, আইৰ ভিঙিত ধৰি ···

(আব্দুল ৰহমান আহি)

আ-। কি অ', চমিৰত ! কাৰ ভিঙিত ধৰি ক'লৈ যাব ?

ভা-। দোহৃ ! এই ল'ৰাটো বৰ অদ্ভুত, ইয়াক ভাল কথা সুধিলে ই দেখোন কিবাখনহে গায়। ইয়াক মই ভাল বুলি জানিছিলোঁ।

আ–। তাৰে একো কথা নেপাতিবা। ই কম নহয়, মই তাক একো-টোকে নকওঁ। ই বৰ দুষ্ট (নোট আৰু কাপোৰ-কানি উলিয়াই) দোহু! এইয়া কাপোৰ আৰু নোট। মই ধাৰলৈ দিছোঁ বুলি নেভাবিবা। তুমি ইচ্ছামতে খৰচ কৰিবা, আৰু এই পোছাকটিও তোমাক দিলোঁ। নতুন কাপোৰ, তুমি মনত একো শঙ্কা নকৰিবা ; মই বেছকৈ ধোৱাই-পখলাই থৈছিলোঁ। আৰু এই জেপ-ঘড়ীটোও তোমাৰ। ইয়াৰ দাম সৰহ নহয়। মোৰ দুটা আছে। এইটো তোমাক দিলোঁ। দোহু! ঔওৰি ভালেমান দূৰ. তুমিনো কেনেকৈ যাওঁ বুলিছাঁ? মোৰ ঘোঁৰা-টোকে লৈ যোৱাঁ। মই বৰাজীৰ টোকে লৈ যাম।

ভা–। আয়ে দদাইদেউৰ ঘোঁৰাটোকে লৈ যাবলৈ কৈছে।

আ–। ক'ত দিব হবলা। বাৰু, যদি নিদিয়ে মোৰটোকে লৈ যাবা। আৰু কি দৰকাৰ কোৰাচোন, ভাবাচোন বাৰু।

ভা–। টকা আৰু ঘড়ীটোৰ আৱশ্যক নাই, বুইছা, মই পোছাকটোকে ললোঁ বাৰু।

আ–। মোৰ কছম দোহু! তুমি নিনিলে মই বৰ দুখ পাম। তুমি পিছেহে গম পাবা, বিনা হস্তলে খোজ এটাকে দিব নেপায়।

ভা–। দোহু! মই তোমাক এইদৰে আহকাল কৰিবলৈ বৰ বেয়া পাওঁ। তুমি হোৱাই-নোহোৱাই মোৰ লগত সদায় ধন-বিত ভাঙা, মই বৰ লাজ পাওঁ।

আ–। আজি মই নিশ্চয়কৈ ভাবিলোঁ, তুমি মোক দোহু নেভাবি দোহু-মনহে ভাবা ; নহলে তুমি মোক ঘিণ ভাব কৰিবা কিয়? মই বেয়া কামত অন্যায়ৰূপে এটা আধা পইচাও খৰচ নকৰোঁ। কিন্তু লোকৰ উপকাৰৰ নিমিত্তে ধন বিতৰণ কৰা দূৰতে থক—মোৰ জীৱনকো তুচ্ছ ভাবহে কৰোঁ।

ভা–। দোহু। বেয়া নেপাবা দেই, মই যদি তোমাক আপোন নেভাবোঁ, তেন্তে তোমাক এইবোৰ খুজিবলৈ আহিম কিয়।

আ–। বেছ কথা। তোমাৰ মোক হাজাৰ বাৰ খোজাৰ দাবী আছে।

ভা–। অথনিয়েই আহিলোঁ, আজি যাব লাগে নহয়, মই ইমানতে উঠোঁ আৰু।

আ–। ভাল যোৱাঁ, কিন্তু মোলৈ চিঠি লিখি থাকিবা। ধন দৰকাৰ হলে, মোৰ কছম, লাজ নকৰি লিখিবা দেই।

ভা–। ভাল এতিয়া আহিলোঁ দোহু। (ভাবিৰাম উঠি গ'ল)

আ–। ভাল যোৱাঁ। (চমিৰক) আহ ভিতৰলৈ যাওঁ, অলপমান পোলাও আছে, দুয়ো খাওঁগৈ। (দুয়ো ভিতৰলৈ যায়)

০০০

## চতুৰ্থ দৰ্শন

### জিউৰামৰ চ'ৰা ঘৰ

( জিউৰাম আৰু ভাবিৰাম )

জি- । কি বোপা ! যাবলৈকে ওলাই আহিছা নে ? আজি দেখিবলৈ বেছ হৈছে । তোমাক ঠেঙা, টুপী পিন্ধা দেখিলে ভাবি বুলি চিনিবকে নোৱাৰি । কাপোৰে-কানিয়ে যেনে ফিট্-ফাট্ টি হৈছা, কামতো ঠিক তেনে হ'ব লাগে । মই চাওঁতে বাপতকৈ গুণৰ ভাগটিহে বেছি হ'ব লাগে, বোপা ! যোৱা, চিঠিখন আনিছা নে ? কিন্তু মোলৈ হলে চাহ এগাল পঠিয়াবলৈ নেপাহৰিবা আকা । দেখিলেহে লেখিম; এতিয়া সৰহ কথা কোৱাটোকে নকওঁ । বোপা ! তুমি এইটো পোছাক কাহানি কৰালা ? কাম কৰিবলৈ যাবলৈ জপাত সাঁচি থৈছিলা নেকি ?

ভা- । দদাইদেউ ! এইটো মোৰ পোছাক নহয়, মোৰ এজন বন্ধুৰ । তেওঁ মোৰ বাবে একো নকৰিবলৈ নথয়; সংসাৰত এতিয়া মই তেওঁৰে তুলনা কৰিবলৈ কাকো নেপাওঁ । মই তেওঁক সকলো কথা ভাঙি-ছিঙি কোৱাত, তেওঁ যি পাৰে সহায় কৰিবলৈ আওঁহেলা কৰা নাই । তেওঁৰে ঘোঁৰাটো মোক লৈ যাবলৈ কৈছিল । পিছে মই মানুহক সকলো কথাতে আমনি কৰিবলৈ ভাল নেপাওঁ । আয়ে আপোনাৰ ঘোঁৰাটোক নিবলৈ কৈছে, সেইগুণে একেবাৰে পিন্ধি-উৰি ওলাই আহিছোঁ । আগে-পাছে মই দূৰণীয়া বাটলৈ খোজ কাঢ়ি যোৱা নাই, সেইহে ভয়ো লাগে । আৰু এইদৰে পিন্ধি-উৰি খোজ কাঢ়ি যোৱাটোও লাজৰ কথা ।

জি- । ( মুখখন বিদৰাই ) কি লাজৰ কথা ? ঠেঙাটুপীপাট পিন্ধিলেই খোজ কাঢ়িব নেপায় নে ? তুমি ডেকা মানুহ, কেইমাইলনো বাট ? এই কিখোজকে দেখি যদি ভয় খালা, তুমি তেনে কি কাম কৰিবা ? তুমি মাৰাৰ মানত বুঢ়া হলেও পানী কেঁচুৱা, কাযেই অলপতে দুখ পোৱা যেন দেখিব । তেওঁ নুবুজিলে বুলি, তুমি নুবুজিবা কিয় ? এদিন-দুদিনকৈ অভ্যাস কৰিলেই খোজ কাঢ়িব পৰা হবা । নেজানানে—
"অভ্যাসৰ নৰ কৰ্ণ পথে কৰে শৰ ।"

ভা- । ( মনতে ) এওঁ মোক কি ঘোঁৰা দিব ? অগাইধ কৃপণ, লোকৰ হলে সোপাকে লাগে, নিজৰ হলে কুটা এগছকে দিবৰ সত নেথায় । এটা ফাকিকে দিওঁ, তেহে যদি সৰকাব পাৰোঁ । নহলে আকৌ

ৰহমানৰ ওচৰলৈকেহে যাব লগাত পৰিব। (ফুটাই) দপাইদেউ! এই ঘোঁৰাটো জানো বেচিব? বটুৱা ঘোঁৰাপাট মিছাতে কেলৈ ৰাখিছে? মুঠেই পইচাৰ সাং হৈছে। ভাল চাই চোকা ঘোঁৰা এডোখৰ লক। এইপাট ৰূপ টকাদিয়েক লাভ ৰাখি বেচি দিয়াকে ভাল দেখোঁ। আপুনিনো কিমানত কিনিছিল?

জি-। দপা নহয় বোপা। বৰ ভাল, পতিয়াই দিলেই লৰ মাৰে। মই বুঢ়া মানুহ, ইয়াতে উঠি ইফাল-সিফাল কৰোঁ। হওঁতে ইয়াকে বেচি অইন এডোখৰ লব পাৰিলে একো বেয়া নহয়। ইয়াৰ পিঠিত অলপতে ঘা লাগে, সিদিনাখন যিহে ভকভকীয়া ধাতোৰৰ লাগিছিল, কেবল ধূলীয়া মাৰোঁতে মাৰোঁতে আমনি লাগিল। এতিয়া তেহে শুকনি-মুৱা ধৰিছে। মই ২৫ টকাত লৈছিলোঁ, এতিয়া ১০/১৫ টকামান উপৰি পালেই দিব পাৰোঁ। সিদিনা কাবুলি এটাই উপযাচি ৩০ টকা দিছিল, মইহে নিদিলোঁ।

ভা-। এহ্ তেন্তে দিয়াই ভাল আছিল, নিদিলে কেলৈ? এতিয়ানো আপুনি তাতকৈ সৰহ ক'ত পাব?

জি-। তুমি জানো বেচিব পাৰিবা?

ভা-। লোকে ক'ত হাতী বেচিছে, মই আৰু বটুৱা ঘোঁৰা এটা বেচিব নোৱাৰিম নে? নেলাগে, মই সৌ ৰামদয়াল কেওঁৰ ঘোঁৰাটোকে বেচি থৈ আহিম। সি আগেয়ে কেবাদিনো উনুকিয়াইছিল।

জি-। কেলৈ লাগিছে, লোকৰ বিপদ নিজৰ ডিঙিত বান্ধি হাৰমাল লগোৱাৰ আৱশ্যক নাই। আমাৰটোকে লৈ গৈ টকাদিয়েক লাভ কৰি বেচি থৈ আহিবা। (চিঞৰ মাৰি) হেৰ, বাপি অ'।

বা-। (ভিতৰৰপৰা) দেউতা!

জি-। ঘোঁৰাটো আনি জিনখন লগাই বেগতে আমাৰ বোপাক দেহি, যা।

বা-। (ভিতৰৰপৰা) ভাল, দেউতা!

জি-। বোপা! মই এতিয়া আৰু যাওঁহে, সৌ বজাৰৰপৰা আহিব লাগিছে। তুমি ঘোঁৰাটো লৈ যাবা। নাইবা তুমি গৈ তাক লৰালৰি কৰোৱাগৈ, নহলে দুণ্টই লেহেম কৰি পলম কৰিব। এতিয়া মই আহিলোঁ। (জিউৰাম গুচি গ'ল।)

ভা-। (আপোনা-আপুনি) এতিয়া কেনে? নিজে যাচি দিবলৈকো দেখোন তত্ হেৰাই গ'ল আৰু। মানুহে কথাতে কয়—

"বুধি যাৰ সুখ তাৰ,
অজলাৰ দুখ ভাৰ।"

"হেকাই টিলিকি বাওঁ, মাগুৰ মাছৰ খোলা খাওঁ"। এতিয়া বটুৱা ঘোঁৰা লৈ দিনৰ দিনটো যাম বাপেকে। (ভাবিবাম গ'ল)

## পঞ্চম দৰ্শন

### উওৰি চাহ বাগিছা

[ মিষ্টাৰ ক্ৰক্স আৰু দুখু চৰ্দাৰ ]

মিঃ ক্ৰ–। ( দুখুৰ ফালে চাই ) হেইটো কোন নেবাবকে বেটা আছে— মোৰ বাগিচাত গোৰাট উঠি আহিছে ?

দুঃ চ–। হজুৰ ! উহা ঘোড়া ছোৰকে ইস্তাৰক্ষ আতা হেই, কিজানি, হজুৰ স্বে মোলাকাত কৰনেকো আতা হোগা।

ভা–। ( নিলগতে থিয় হৈ দীঘলকৈ চালাম দি ) হজুৰ ! চেলাম।

ক্ৰ–। ( টেলেকাকৈ চাই ) ইউ ইয়ং মেন্ ! তুমি ক'ত যাব লাগে ?

ভা–। ( ভয়েৰে ) হজুৰক চেলাম দিবলৈ আহিছিলোঁ।

ক্ৰ–। ( খঙেৰে ) ইউ ষ্টুপিড্ ডেম ব্লডি ফুল্ ! টুমি মোক কি চালাম দিবলৈ আহিছে—মই কি লাট চাহেব আছে ? তোমাৰ বাপৰ দিনত কেতিয়াবা এনেকুৱা বাগিচা ডেকিছিলে ? তুমি কোন নেবাবকে বেটা আছে ?

ভা–। ( মুখেৰে একো নামাতি চিঠিখন উলিয়াই দিয়ে )

ক্ৰ–। ( চিঠিখন চাই, চহীটো পঢ়ি ) অ' মোৰ উকীল বাবু ডিছে। বাৰু, তুমি টাকিব লাগে। ( দুখুক ) দুখু।

দু–। হজুৰ।

ক্ৰ–। টুমি জল্দি বাবুকে গোৰা ফাটক দি আহিব লাগে।

দু–। বহুত আচ্ছা, হজুৰ।

ক্ৰ–। ( ভাবিবামক ) টুমি জানে এইটো কাৰ বাগিচা আছে ?

ভা–। হয়, হজুৰ, জানো।

ক্ৰ–। কাৰ বাগিচা আছে ?

ভা–। হজুৰৰ।

ক্ৰ–। কেনে ডেকিছে ?

ভা–। ভাল দেখিছোঁ, হজুৰ।

ক্ৰ–। টুমি জানে, মোৰ বাগিচাত গোৰাট উঠি আহিবৰ হকুম নাই আছে ?

ভা–। হয়, হজুৰ। জানো।

ক্ৰ–। তেনেহলে টুমি কেনে গোৰাট উঠি আহিছিলে ?

ভা–। হজুৰ ! গোলামে পাহৰিলোঁ।

ফ-। কেনৈ ফাহৰিলে ?

ভা-। হজুৰ ! মনত নপৰিল।

ফ-। টুমি বাট কাই আছিছে ?

ভা-। হয়, হজুৰ ! গোলামে ভাত খাই আছিছোঁ।

ফ-। বাট কাবলৈ মনত টাকিছে ?

ভা-। হয়, হজুৰ। ভাত খাবলৈ মনত আছিল।

ফ-। (চকু পকাই) টোমাৰ বাট খাবলৈ মনট টাকে, আৰ গোৰাট নুটিবলৈ ফাহৰি যায় ? টুমি মোক ফাকি দিছে। মই টোমাক বাল কৰি গোৰাট উটাব। তুমি মোক চিনি ফাইছে ?

ভা-। হয়, হজুৰক চিনি পাইছোঁ।

ফ-। মেৰ নাম জানে ?

ভা-। হজুৰ ! জানো।

ফ-। কোন কইছিলে ?

ভা। হজুৰ ! কিতাপত পাইছিলোঁ।

ফ-। কি নাম আছে ?

ভা-। হজুৰ ! মোৰ কবলৈ ভয় লাগিছে।

ফ-। কেনেই বয় কৰিছে ?

ভা-। হজুৰৰ নামটোৰ অৰ্থ মনত পৰি।

ফ-। কি মনট ফৰিছে ?

ভা-। (ভয়ত বিচুত্তি হৈ) হজুৰক দেখি ভয়তে হাত-ভৰি লুকাল। কবলৈ সাহেই নহয়।

ফ-। একো বয় নাই আছে ; কব লাগে।

ভা-। (মাহি-মুহাকৈ) এ ম্লাই ফক্স, মেট্ এ হেন্, ইন এ লেন্, ক্লোজ টু মাই ফাৰম্।

ফ-। (খঙেৰে) ইউ ব্লাডি, টুমি কি কৈছে ?

ভা-। হজুৰে যি সুধিছে, মই তাকে কৈছোঁ।

ফ-। (চকু টেলেকাকৈ) মই তোমাক গালি দিবলৈ নাই কৈছে। মই হুদিছে, টুমি মোৰ নাম কেনেকৈ জানিলে ? টুমি কৈছে—এ ম্লাই ফক্স। মই কৈছে—এ ম্লাই ফক্স, তোমাৰ বাবা আছে।

ভা-। (ভয়েৰে) হজুৰ ! মৰিবলৈকে, মই তাহানিখন লাণ্ট্ ক্লাছত ফাণ্ৰ্ট বুক পঢ়োঁতে পাইছিলোঁ। কিতাপটো পালে মই, হজুৰ ! এতিয়াও দেখুৱাই দিব পাৰোঁ।

ফ-। নাই, নাই, হেইটো কিতাপট টাকিব পাৰে। মই টোমাক ইয়াট কিতাপ পঢ়িবলৈ মটা নাই আছিলে। মই হুডিছিলে—মোৰ নাম কোন মানুহৰ মুখট হুনিছিলে ? মই টোমাক চিনি ফাইছে, টুমি খুব

জাটুৱা মানুহ আছে। বাৰু টুমি কিমান পঢ়িছিলে?

ভা-। হজুৰ। ফ্রিপ্ ক্লাছলৈকে পঢ়িছিলোঁ।

ক-। স্কুল :কলেই এৰিলে?

ভা-। (কান্দো-কান্দো হৈ) দেউতা চুকালত খৰচ-পত্ৰ দিওঁতা নাই-কিয়া হ'ল গুণে পঢ়িব নোৱাৰিলোঁ।

ক-। মই অচমীয়া কটা কলে টুমি ইংলিছ বনাই দিব ক্যাৰে?

ভা-। হজুৰ! অলপ-অচৰপ পাৰিম।

ক-। বাৰু, টুমি ইংলিছ বনাও—

১) কেৰাণী বাবু! টুমি আহিব লাগে।

২) মই টোমাৰ ঘৰ চিনি ক্যায়।

৩) যি যি মানুহ কাম কৰে, হি হি মানুহ হুক পায়। এই তিনটা কটা টুমি মোক এটিয়া বালকৈ ইংলিছ বনাই দিব লাগে, বুজিছে?

ভা-। "কেৰাণী টুমি আহিব লাগে" অৰ্থাৎ হু কুইন্ ইউ কম্ ওয়াণ্ট, বা হে কুইন্ ইউ কম্ হিয়াৰ।

"মই তোমাৰ ঘৰ চিনি পায়" অৰ্থাৎ আই ইউৰ নেণ্ট্ চুগাৰ ক্যাইগু বা আই চুগৰ্ ইউৰ নেণ্ট। ।

"যি যি মানুহে কাম কৰে সি সি মানুহে সুখ পায়"।

অৰ্থাৎ হু হু মেন্ ওৱাৰ্ক্ ডজ, হি হি মেন্ হেপী গেট।

ক-। (হাঁহি হাঁহি) হোঃ হোঃ টুমি ইমান দিন ফ্রিপ্থ্ ক্লাছত বাপৰ মুৰ হিকিলে, টোমাৰ ইংলিছ হিকিবলৈ কট ক্যইডা হব লাগে মই নাই জানিছে। হোঃ হোঃ হোঃ টুমি মোক টোমাৰ ইংলিছ হিকাব ক্যাৰে।

ভা-। হজুৰ! "আচলে-পিচলে হাতীৰো পাও পিছলে"। গোলামৰ ভুলবোৰ এবাৰ শুধৰাই দিলেই পাৰিম। হজুৰ। গৰীবৰ মা-বাপ! হজুৰে যৰম কৰি শিকাই-বুজাই নিদিলে কোনে শিকাব?

ক-। টোমাৰ গোৰা ক'ট আছে কব ক্যাৰে?

ক্যা-। হজুৰে ক্যাটেকত দিবলৈ হুকুম দিছে।

ক-। হয়, হেইটো মোৰ ক্যাটকট আছে। টোমাৰ চাৰ আনা জৰিমনা হৈছে, কাৰণ টুমি ইয়াত গোৰাট উঠি আহিব নেক্যায়। এটিয়া টুমি মোৰ বওআত্ত আহিব লাগে, বুজিছে?

ভা-। বুজিছোঁ হজুৰ।

(আগে আগে কল্প, পাছে পাছে ভাবিৰাম যায়)

০০০

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

বাগিচাৰ মাজৰ আলিবাট

( মিনাৰাম আৰু লছমী )

মি- । হেই লছমী ! তই বক্‌বক্‌ নাই কৰিবি ৰেই । হামি কি তোকে নাই দিম বুলিছে ?

ল- । কি বাবু ! হামি তোমাকে মাগিলে, তুমি ৰাগ কৰিছে, ঝুট-মুট দিম বলি থাকিছে ।

মি- । হেই ! ভাত এক দিন কাম কৰিছে, আমি দুই দিনকে হাজিৰা দি দিছে । তুমি তাকে পুছ-কৰি দেখিবিচোন । হেই লছমী ! হামি কেতিয়াও ঝুট বাত নাই কৈছে ? বুজিছে, তোমাৰ মৰদ বেমাৰী আছে, হামি তাকে চাত ৰোজকে হাজিৰা দিছে । উচ্ছে আধা হামাকে দিবাৰ লাগিবে । তুমি মৰদকে কৈ দিবি হো ।

ল- । নাই লাগে বাবু ! হামাৰ চাৰ আনা পইচা এখন দি দিলে হামি চলি যাব । মৰদকে বাত মৰদ জানে । হামাৰ পইচা হামাকে কাহেঁ নাই দিছে ।

মি- । তুমি পাগলী আছে নেকি ৰেই ? হামি এতিয়া তোমাৰ জন্যে মেৰতলীমে ভৰাই পইচা লৈ আহিছে—তুমি কি পইচা নাই পাবি ? হেই লছমী ! তুমি পইচা পাবি, ভয় নাই কৰিবি ৰেই ।

ল- । কবে পাব বাবু ?

মি- । এক পষ মানচে দেবি:ম ।

ল- । দেবি নাই লাগে ; বাবু ! তবে হামি চাহেবকে বলি দিব । গৰীব মানুহ কাম কৰিছে, পইচা নাই পাইছে ।

মি- । হেই, তুমি চাহেবকে বলিলে মোৰ কাণ দুইঠো কাটিবে নেকি ৰেই ? তোমাৰতো সেইটো কাম কৰা পইচা নাই আছে । হামি বেছি কৰি হাজিৰা লেখিছে তোমাকে পোৱা কৰিছে । উহেকে আধা হামি পাবে, আধা তুমি পাবে ।

ল- । কাঁহে তবে ইমান দিনমে নাই পাইছে ।

মি- । পাবে, কুছ ভয় নাই আছে । হেই ? দেখবেই, বৰা চাহাব আহিছে । কিজানি বঙলামে আহিছে ৰেই । তুমি আভি যাও । হামি চাহেবকে পাছ যাব ।

ল-। বাবু! হামি আজ তোমাৰ ঘৰমে যাব, পইচা দিবি হো। (লছমী গ'ল)
(লালুৱা আহি, হেলেং পেলেংকৈ মদৰ ৰাগিত জাত ধৰি)

হৰে হৰে হৰে দূৰ,
আমি আস্বিয়াছি।
লাউ পানী, কস্নে টানি,
মজা লুটিয়াছি।

মি-। কি ৰেই লালুৱা! আজ কিমান লাউপানী খাইছে?

লা-। কে ৰে বেটা মনা-কাটা।
নাম ধৰে ডাক?
পেলে পৰে মাৰ্ব্ব তোৰে
দূৰ হয়ে থাক।
এক চৰে উল্টা কৰে,
ফেলে দিব তোৰে;
বাবা বলে যাবি চলে
যমৰ নগৰে।

মি-। হেই লালুৱা! হামাকে তুমি গালি দিছে? বাক ৰহ, হামি চাহাবকে বলি দিম।

লা-। (খেমটা তালত নাচি নাচি গীত গায়)
কৰি কাৰে ভয়, আমি কৰি কাৰে ভয়?
যেদিকে-সেদিকে যায়, মদ খেয়ে জয়॥
লোকে কিবা কয়, মোৰে লোকে কিবা কয়;
মদ খালে ৰাজা বলে, দূৰ হয়ে ৰয়। (লালুৱা গুচি গ'ল)

মি-। (বেজাৰ মনেৰে কপালৰ আগ ঘোপা কৰি) দেখিছু বোলে এতিয়া, বেঙুলীৰ সাহৰ গোটটো। আও! ই আশয় পাই দেখোন গললৈকে জঁপিয়ায়; হায়, হায়!
"কালৰো কাল ঐ বিপৰীত কাল।
হৰিণাই চেলেকে বাঘৰ গাল।"

০০০

## দ্বিতীয় দৰ্শন

চাহাবৰ বঙলাৰ বাৰাণ্ডা

[ মিষ্টাৰ ফক্স্ আৰু ভাবিৰাম ]

ফ- । ( বঙলালৈ আঙুলিয়াই ) টুমি মোৰ কেনেকুৱা গৰ আছে ডেকিছে ।

ভা- । হয়, হজুৰ দেখিছোঁ ; বৰ ভাল আছে ।

ফ- । টুমি ইয়াতে টাকিব, মই জল্‌ডি আহিব ।

( বঙলালৈ সোমাই গ'ল )

ভা- । ভাল, হজুৰ ।

ফ- । ( ভিতৰৰপৰা হাতত ৰুলবাৰি এডাল লৈ আহি ) এইটো মোৰ হাতত কি আছে ডেকিছে ?

ভা- । হয়, হজুৰ দেখিছোঁ ; সেইডাল ৰুলবাৰি ।

ফ- । মই টোমাক কি কৰিব ফাৰে ?

ভা- । হজুৰৰ যি ইচ্ছা তাকে কৰিব পাৰে ।

ফ- । ( খঙেৰে আঙুলি জোকাৰি ) মই টোমাক বালকৈ হিকাব ।

ভা- । ( ভয়েৰে ) হজুৰ মা-বাপ, দুনিয়াৰ মালিক, যি খুছি কৰক ।

ফ- । টোমাক কি লাগে ?

ভা । হজুৰ ! কাম বিচাৰি আহিছিলোঁ ।

ফ- । কাম কৰিব ফাৰে ?

ভা- । হয় হজুৰ ! দিলে গোলামে কৰি চাব পাৰোঁ ।

ফ- । ( চিঞৰ মাৰি ) বৰা চইছ !

চ- । ( ভিতৰৰপৰা আহি ) হজুৰ !

ফ- । ইস্তাবাফ্ আও ।

চ- । বহুত আচ্ছা ( ওলালহি ) ।

ফ- । টোমাৰা ক'ই চইছকা ডৰ্কাৰ হেই ?

চ- । নেই হজুৰ ! সব আদমি পুৰা হেই ।

ফ- । ( ভাবিৰামক ) ডেকিছে ? মোৰ চইছ কাম নাই আছে বুলিছে । ( চহিছক ) টুমি যাব ফাৰে । ( চহিচ চালাম দি গুচি গ'ল )

ভা- । ( কন্দনা মুৱাকৈ ) নাই যদি নেলাগে হজুৰ ! মই ঘৰলৈকে যাওঁগৈ ।

ফ- । ( অলপ কোমলকৈ ) এটিয়া ৰাটি হৈছে, টুমি কট টাকিব ?

ভা- । হজুৰৰ বাগিচাত মানুহ আছে যদি ইয়াতে থাকি কাইলৈ পুৱাই ঘৰলৈ যামগৈ ।

ফ-। (টানকৈ) টুমি জানিছে, টুমি মানুহ আছে, মই বুট আছে। ইউ ষ্টুপিড্ ডেম্ ব্লডি ফুল্!

ভা-। (ভয়েৰে) মই হজুৰক একো বেয়া কথা কোৱা নাই।

ফ-। টুমি কৈছে, টুমি মানুহ আছে, মই বুট আছে। (কুকুৰটোলৈ আঙুলিয়াই) হেইটো ডেকিছে?

ভা-। হয়, দেখিছোঁ।

ফ-। কি আছে?

ভা-। হজুৰৰ কুকুৰ আছে।

ফ-। (খঙত জ্বলজলাই) মই কুকুৰ আছে, টুমি মানুহ আছে, মই বুট আছে, কুকুৰ আছে? আচ্ছা, মই টোমাক বালকৈ হিকাব। ষ্টুপিড্ ডেভিল্।

ভা-। (ভয়ত কঁপি কঁপি) হজুৰ! মই সৌ গঁৰালত থকা কুকুৰটোৰ কথাহে কৈছোঁ।

ফ-। কেনে জেগাত মোৰ কুকুৰ আছে ডেকিছে?

ভা-। হয়, হজুৰ। দেখিছোঁ।

ফ-। টুমি কিজানি টাকিবলৈ তেনেকুৱা জাগা নাই ফাব! (নিলগতে হলিৰামক দেখি চিঞৰ মাৰি) বৰ বাবু!

হ-। (লৰ মাৰি আহি, দীঘল চালাম দি) হজুৰ!

ফ-। (ভাবিৰামক কোমল কথাৰে) টুমি ল'ৰা মানুহ আছে, বুজিছে? একো কটা নাই জানিছে। মই তোমাক জ্ঞান দিলে, বুজিছে? টোমাৰ একো বয় নাই আছে। মোৰ উকীল বাবু চিঠি লিখিছে, মই টোমাক কাম দিব। টুমি উকীল বাবুৰ কি আছে?

ভা-। ভতিজাক হওঁ, হজুৰ!

ফ-। মই টোমাক পহিলা কাম হিকাব। টুমি কাম হিকিলে বহুট টলপ ফাব ফাৰে। মই মহৰী বাবুক কৈ ডিব, টুমি আজ টাটে টাকিব। কাল ফজিৰট টুমি মোৰ বঙলা আহিব লাগে, বুজিলে?

ভা-। হয়, হজুৰ! বুজিছোঁ।

ফ-। (হলিৰামক) মহৰী বাবু! এইটো বাল মানুহৰ ল'ৰা আছে, টুমি খুব বাল কৰি ৰাখিব লাগে।

হ-। ভাল হজুৰ!

ফ-। টুমি এতিয়া মহৰী বাবুৰ গৰট যাব লাগে, বুজিছে?

ভা-। ভাল, হজুৰ! (সকলো ওচি গ'ল)

০০০

# তৃতীয় দৰ্শন

বঙলাৰ ভিতৰৰ এটা কোঠা

( মাকৰী মেম আৰু মিণ্টাৰ ফক্স )

মা- । ( ফক্সৰ ফালে চাই ) হেৰ, সেকাৰ সোৱাৰ পো, কটাৰ পো বন্দি ! ইমান পৰলৈ ক'তনো গা গেক্সুৰাই ফুৰিছিলি ? মই তোলৈ বাট চাই থাকোঁতে চকু বিষাল । ভাত সাবেলেকো যাব পৰা নাই ।

ফ- । টুমি বাট কাবলৈ নগ'ল কেলেই মেমচাহেব ? মোৰ বঙলাট চৌকিডাৰ আছে ; টুমি পাহাৰ ডিছে নেকি ?

মা- । নহয়, ঘেকেটি সোৱাৰ পো ! তোৰ আকৌ চিকুণ মুসসনি চাই নগলে মোৰ ভাতে পেট নভৰে ।

ফ- । টুমি মোক খুব বাল ফায় হবলা ! মোৰ গৰট কানা নেখায় কেলেই ? খুব বাল কানা আছে, কাব লাগে ।

মা- । হৈৰ, সেকাৰ সোৱাৰ পো ! তই মোৰ জাত-কুল মসাকে মাৰিলি । এতিয়ান আকৌ কাণ-মুৰ কাটি ৰং চাব সুজিছ নে ? সৰ্চা-সঁচিকৈয়ে মই তোক দেখোন বৰ ভাল পাওঁ । অ' হেপিমুৱা বুঢ়া বিট-শগুণ ! ( লাহে লাহে দুটি চৰ মাৰে )

ফ- । মই জানে, টুমি মোক বৰ বাল ফায় । টুমি মোৰ কাৰণ বঙলাট টাকি বোকট কেলেই ডুক ফাইছে ? ডুচৰা ৰোজ টুমি কেটিয়াও নাই টাকিছে, আজি কেলেই আছে ? মই জানিছিলে টুমি কিজানি বাট কাবলৈ যাব ফায় । এটিয়া কিজানি তোমাৰ খুব বোক লাগিছে ।

মা- । নাই লগা নো কি ? মই জানো তোৰ দৰে ৰাতিপুৱা সেই মদে-কুকুৰাই এসাজি সাই আহিছোঁ, তালৈকে এতেপৰ ভোক নেলাগিব ?

ফ- । অ, টিক কথা । এটিয়া কিজানি যাব ফাৰে ।

মা- । হেৰ, সেকাৰ সোৱাৰ পো ! মইনো এতেপৰ তোলৈ কেলেই বৈ আছোঁ, নোসোধ কিয় ?

ফ- । মই জানে, কি জানি তোমাৰ কিবা বণ্টুৰ ডৰ্কাৰ হব ফাৰে ।

মা- । তই বৰ চৈঙৰ অ' । মই কিবা সোজোঁ বুলি তই কেনেকৈ গম পালি ?

ফ- । তোমাৰ মনত আছে ? ঐ ৰোজ হোনাৰী আহিছিল, টুমি গেজেৰা আৰু টুৰিয়া কৰিভ কৰিবৰ কাৰণ, মোক টুমি আজিৰ

নিচিনা বহুট মিটা মিটা কটা কৈছিলে। হেইগুণে মই জানিছে, আজ টোমাৰ কোনো বণ্টুৰ ডৰ্কাৰ হুলে হব ক্ষাবে।

মা-। হয়, অ,। তোৰ সোলসালিয়েৰ কালিয়েই আহিল। তাৰ হেনো পিঞ্জিবলৈ কাপোৰ-কানি নাই, এসাজ গুণাইছে। তই ভাল বুলি আমাৰ গাঁৱত সকলোৰে কোৱা-মেলা কৰে। সিবেলি মই ঘৰলৈ যাওঁতে দেখিলোঁ আটাইমসা গাঁৱৰ মানুহে তোক আশীৰ্ব্বাদ কৰি থাকে।

ক্ষ-। টুমি কি কৈছে মোৰ "হোলহালি" আহিছে ?

মা-। "হোলহালি" নহয়, "সোলসালি"। তহঁতিৰ বগা বেঙালে 'স্মেলা' বোলে।

ক্ষ-। অ' জানিছে। তোমাৰ বাই আছে। মোৰ স্বালা আছে। টুমি মোৰ স্বালা চাহেবক মাটি আনিব লাগে। মই কি জানি মৰম কৰিব ক্ষাবে।

মা-। তই মৰম নকৰিলেনো কোনে কৰিব। আমাৰ সেতি-পাথাৰ সকলোভোৰ তয়ে!

ক্ষ-। টুমি গান পাব ক্ষাবে ?

মা-। তহঁতিৰ বেঙেলুৱা গান গাবেলে নেজানো। আমাৰ "বন ঘোষা" হলে গাব পাৰোঁ। এতিয়ান আকৌ মেমচাহেব হবৰ পেৰা সেইভোৰ গাবেলেকো লাজ লাগে।

ক্ষা-। ইয়াত ভ্‌চুৰা আভমি নাই আছে। টুমি মোক বৰ ভাল ক্ষায়, একটা গাব লাগে।

মা-। এতিয়া মোৰ ভোক লাগিছে নহয় ? থক, পাছে মই তোক গাই শুনাম। এতিয়ান ভাত সাবলৈ যাওঁ, তই বেয়া নেপাবি দেই।

ক্ষ-। মেমচাহেব! টুমি যদি কং নকৰে, মই একটা কটা হুডিব খুজিছে।

মা-। ক, আকৌ সং কৰিম কেলেই ?

ক্ষ-। টোমাৰ বনী আছে ? টাকিলে আনিব লাগে। মই কিজানি মৰম কৰিব ক্ষাবে। ঐ দিন মোৰ বঙলাত মিণ্টাৰ কেট্‌ চাহেব আহিছিলে, টাৰ লগত হেইটো গাবৰু ছোৱালী আহিছিলে, হেইটো কাৰ স্বালী আছে। চাহেব টাক কুব মৰম কৰে। জানিছে, ময়ো কিজানি মৰম কৰিব ক্ষাৰে।

মা-। (ভেঙ্গালিকৈ) নহয়নো কি আকৌ ? হয়তো, তইনো মৰম নকৰিবি কেলেই; ময়ে আই-বোপাইক তৰালোঁ নহয় ? এতিয়ান আকৌ নোমলী ভনী ফেৰাকো আনি দিওঁ। মোৰ সুসেই বই গৈছে, তাইৰো সুসচলা এতিয়ান বোৱাই দিওঁছি।

ক্ষ-। (অলপ খংকৈ) টুমি মোৰ গৰট থাকি ভুক পাইছে ? মই

জানে, যেতিয়া তুমি আই-বোপাই গৰট আছিলে, মাছ মাৰিছিলে, বাট কাইছিলে। এতিয়া মোৰ গৰট আছে, মেম-চাহেব হৈছে। গৰট টাকিছে, মজা কৰিছে। মোৰ গৰট ভুক পালে টুমি কিজানি, এটিয়া যাব ফাৰে। মই ভুক ডিব নাই খুজে।

মা- (কাঠ হাঁহি মাৰি) সেকাৰ সোৱাৰ পো! ধেমালি কৰিলোঁ, তাকো বুজিবলে নোৱাৰিলি? সাহি আহ? হেৰৌ, মই জানো আনিবলৈ গোপোৰা নাই?

ফ-। টুমি টিক আনিব?

মা-। হেৰৌ, এইটো। তই মোৰ কথাত সঁজাত নেযাব। শপত সালেহে পতিয়াবি?

ফ-। মই জানিছে, টুমি কি জানি আনিব ফাৰে।

মা-। নানিম না কেলৈ? আনিমতো।

ফ-। (হাঁহি হাঁহি) টুমি মোক খুব ভাল ফায়। টুমি বাপকে বেস্তী আছে, মাকে লাৰকী নাই আছে। এটিয়া টুমি বাট কাবলে যাব ফাৰে।

মা-। এতিয়ান তই থাক, বুঢ়া সোলা শুহৰীমুৱা। মই যাওঁ দেই?

ফ-। (খেলখেলকৈ হাঁহি) হাঃ হাঃ হাঃ, টুমি মোক কুব ভাল ফায়, হাঃ হাঃ হাঃ। যাও যাও।

(মাকৰী গ'ল)

০০০

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

চাহাবৰ বঙলাৰ বাৰাণ্ডা

(মিণ্টাৰ ফক্স আৰু ভাবিৰাম)

ভা-। (চেলাম দি থিয় হৈ আছে।)

ফ-। অ' টুমি আহিছে?

ভা-। হয়, হজুৰ! মই আহিছোঁ।

ফ-। মোৰ মহৰী বাবু টোমাক বালকৈ বাখিছিলে?

ভা-। হয় হজুৰ! ভালকৈ বাখিছিল।

ফ-। টুমি গৰট কিহত হবে?

ভা-। চাৰি-পাটীত শোওঁ হজুৰ!

ফ-। কি, ঠুলি নাই আছে?

ভা-। (বুজিব নোৱাৰি, মাহি-মুহাকৈ) হয়। হজুৰ! "কি ঠুলি নাই আছে"।

ফ-। ঠুলি?

ভা-। হয়, হজুৰ ঠুলি।

ফ-। ঠুলি কি আছে?

ভা-। (বুজিব নোৱাৰি) হয়, হজুৰ! "ঠুলি কি আছে।"

ফ-। (খঙেৰে) ইউ নলডি! ঠুলি ক্যা চিজ্ হেই?

ভা। (বুজা যেন ভাব কৰি) হয়, হজুৰ! এতিয়াহে বুজিছোঁ, চিজ্ (Cheese) মানে পনীৰ, তাক চাহেব লোকে খায়।

ফ-। (দাঁত কৰচি) টুমি গাডা আছে?

ভা। (বুজিব নোৱাৰি) হয়, হজুৰ।

ফ-। কি?

ভা-। (মেহেণ্ডা-মেহেণ্ডিকৈ) কব নোৱাৰোঁ হজুৰ।

ফ-। মই কইছে টুমি মোৰ বাট নাই জানিছে; মানুহ নাই আছে, গা-চা আছে।

ভা-। হজুৰ! মই বাট নাজানিলে ইয়ালৈ কেনেকৈ আহিলোঁ? মই বাট চিনি পাওঁ। ঠিক কথা, বাটত মানুহ নাছিল। আহোঁতে গাধা এটাহে চৰা দেখিছিলোঁ। হজুৰৰ কথা গোলামে এতিয়াহে বুজিলোঁ।

ফ-। টুমি হিবাডুবিকে গা-চা আছে।

ভা-। (তলমূৰাকৈ) হয়, হজুৰ! মালীক গৰীপৰ মা-বাপ। ম্বি খুচি ভাকে—

ফ-। (খঙেৰে) টুমি মোক গালি দিছে?

ভা-। (ভয়েৰে) ইস্, হজুৰ! মই কিয় তেনে কথা ক'ম? সেইদৰে ক'লে গোলামে মনত বৰ বেজাৰ পাওঁ।

ফ-। টুমি কৈছে, টুমি গাডা আছে, মই টোমাৰ মালিক আছে। মই কি ডুবি আছে? আৰু টুমি কৈছে, মই তোমাৰ মা-বাপ আছে। মই কি জানুয়াৰ গাডা আছে?

ভা-। (ভয়ে ভয়ে) মই বোলোঁ, হজুৰ মা-বাপ, ম্বি খুচি কৰু, এইদৰেহে কৈছিলোঁ।

ফ-। আচ্ছা; টুমি কাম কৰিব লাগে।

ভা-। ভাল, হজুৰ! গোলাম ৰাজী আছোঁ।

ফ-। কাল মহৰী বাবুৰ গৰট কুহু ডুক নাই ফাইছে? হকেৰে আছিলে?

ভা-। হয় হজুৰ! খুব সুখেৰে আছিলোঁ।

ফ-। এটিয়া টুমি ডেকিলে? মোৰ বাগিচাত বুট নাই আছে। মানুহ আছে। বাৰু, টুমি পহিলা চা-গৰট কাম ছিকিব লাগে। মই টোমাক কাম হিকাম, বুজিলে?

ভা-। ভাল, হজুৰ!

ফ-। মই ছোট সাহেবকে টোমাৰ কটা কাল কৈছোঁ, টুমি এটিয়া চা-গৰট যাব লাগে। মই কি জানি পাছে যাব ফাৰে। বুজিছে? আভি টুমি যাও।

ভা-। (চেলাম দি) গোলাম তেন্তে এতিয়া যাওঁ, হজুৰ।

[ভাবিৰাম ওচি গ'ল]

০০০

## দ্বিতীয় দৰ্শন

### মাকৰী মেমৰ ঘৰ

( মাকৰী মেম আৰু ভেকোলা )

মা- । হেৰ’, এইটো ! তোৰ দেখোন কাপোৰ-কানিমসা তেনেই আপচু । বগা চুৰিয়া এসনো পিন্ধি আহিবলৈ নোৱাৰিলি ?

ভে- । তই ইয়াত থকাত মই আকৌ ঘৰৰ পৰাহে লৈ আহিব লাগে ? বোপাইৰ মুগাৰ চুৰিয়াসন শুনাইছিলোঁ, সি আকৌ কলে বোলে যা, বায়েৰৰ একোৰে কম নাই ।

মা- । তহঁতিক দিওঁমানে পেটকে নভৰে । মই জাত-কুল মাৰি খি পাই-পইচা এটি পাওঁ, তহঁতি তাকো শুনাই শুনাই লৈ যাব । এতিয়ান ঘৰৰপৰা আহিছ ; ভাল চাই চুৰিয়া এডোসৰো পিন্ধি আহিব নোৱাৰিলি, গোটেইটো জধলাকৈ আহিছ । এইদৰে মই তোক চাহাবৰ শুৰিলৈ কেনেকৈ নিওঁ বাৰু ?

ভা- । ( ওলাই ) মেম চাহেব ! কি কৰিছা ?

মা- । (বিচুতি হৈ) আপুনিনো ক’ৰ পৰা আহিছা ? মই চিনিবকে পৰা নাই ।

ভা- । মই ৰংপুৰৰপৰা আহিছোঁ । ইয়াত আহি শুনিলোঁ, তোমাৰো ঘৰ বোলে আমাৰ ৰংপুৰতে ; সেইগুণে মাত লগাবলৈ বুলি আহিছিলোঁ ।

মা- । ভাল কৰিলা বোপা ! কথাতে কয়—“গাঁৱৰ নে মাৱৰ” । আপুনিও আমাৰ বাগিচাতে কাম কৰিছা নেকি ?

ভা- । হয়, কালি চাহাবেৰে দেখা-শুনা কৰিলোঁ । তেওঁ সম্প্ৰতি চাহ-ঘৰতে কাম শিকিবলৈ দিছে, ময়ো সঁচাই-মিছাই অহা-যোৱা কৰিছোঁ জানিবা ।

মা- । ( মুঢ়াটো আগবঢ়াই দি ) বোপা ! ইয়াতে বহাঁ ।

ভা- । ( বহি ) তেওঁনো কোন !

মা- । ( ভাবিব ফালে চাই ) ক’ত ?

ভা- । ( ভেকোলালৈ আঙুলিয়াই ) সেই তেওঁ ?

মা- । এ, তাক চিনি পোৱা নাই ? আমাৰ ভেকোলা, মোৰ সৰু ভাইটো ।

ভা- । ই বৰ ডাঙৰটো হ’ল, মই তাক নিচেই অকণমানিটিতে দেখিছিলোঁ । ই দেখোন তেনেই জোধৰ-মোধৰটো হৈ আহিছে ! ( ভেকোলাক ) হেৰ’, কটা, তইনো মেম চাহাবৰ এখেলে আহোঁতে ভাল চাই কানি-কাপোৰ এসাজ পিন্ধি আহিব নোৱাৰনে ?

ভে– । (তলমূৰাকৈ মূৰটো খজুৱাই) বোপায়ে গুণালতো নিদিলে আকৌ ।
ভা– । হেৰ', কি নিদিলে ?
ভে– । বোপাইৰ মুগাৰ চুৰিয়াসন । সি হলে সদায় সমসমাই পিন্ধি ফুৰে ।
ভা– । বাৰুটো অ' । ই বাপেকৰ মুগাৰ চুৰিয়াখন পিন্ধি খমখমাবলৈ নেপাই এতিয়া বায়েকৰ আগত ঠেহখন পাতিছে ।
মা– । চোৱাঁচোন, বোপা ! মই ইহঁতিক কি দিয়া নাই ? চবায়ে কুটা কঢ়িয়াদি দিনে-ৰাতিয়ে যিহকে পায় তিহকে কঢ়িয়াই ঘৰ ভৰাই দিছোঁ; তেও ইহঁতিক নাটে ।
ভা– । কি কৰিবা ? তোমাৰ ভায়েৰা, মৰম-বেথা পায় দেখিহে আহিছে ।
মা– । ( ভেকোলাক ) :হেৰৌ, এইটো ! চাহাবে তোক চাবলৈ মাতিছে, এতিয়ান মোৰ লগত ওলা । ( ভিতৰলৈ সোমাই গৈ, এটা জ্যাকেট, এখন শাৰী আৰু এখন চেলেং আনি তাক দি ) ধৰ এতিয়ান এই মসাকে পিন্ধ্ । ( ভেকোলাক পিন্ধাই দি ) কেনে পাইছ ? ( ভাবিৰ ফালে চাই ) চোৱাঁচোন বোপা ! কেনে চিকুণমুৱা ভেকাটো হ'ল ।
ভা– । ( মিচিকিয়াই হাঁহি ) বেছ হৈছে । এৰা, এতিয়া ভেকোলা গুচি ভেকুলী হ'ল । হেৰ', জাপ এটা মাৰচোন চাওঁ ।
ভে– । ( নিজৰ গাটোলৈ ঘূৰি ঘূৰি চাই ) হেৰেই বাইটি, তোৰ জোতা যোৰ দে ।
ভা– । ওঁ ভাল হ'ব; বায়েৰৰ জোতাযোৰকে পিন্ধ্ ।
মা– । মোৰ জোতাযোৰ সৰু, নোসোমাব হবলা ! মোজাযোৰ হলে হব পাৰে ।
ভে– । বাইটি ! আনচোন বাৰু গেচ্‌ৰাটো ভাঙি চিলিপটৰ লেসিয়াকৈ পিন্ধো ।
মা– । ( ভিতৰৰ পৰা জোতা-মোজাযোৰ আনি ) ওঁ, পিন্ধ্ বাৰু পাৰ যদি ।
ভে– । হু' বাইটি ! জোতাযোৰ নোসোমায়, মোজাযোৰকে পিন্ধো । জোতাযোৰ কেনেবাকৈ ফাটিব, থক্ ।
ভা– । এৰা ভাল হৈছে । হেৰ ! তোৰ আজি চ'তৰ বিহু হ'ল; নাচ-চোন চাওঁ ।
মা– । ( ভাবিৰাৰক ) বোপা ! আপুনি আজি কামলৈ নোযোৱা নে ? মই ইয়াক আমাৰ চাহাবৰ ওচৰলৈ লৈ যাম গুণাইছোঁ ।
ভা– । মেম্‌চাহেব ! মোৰ ইয়াত কোনো সহায়-সাৰথি নাই । তুমি আকৌ চাহাবক মৰম বেথা কৰিবলৈ একেৰি বঢ়াই বুজাই কৰা । চোৱাঁচোন, মইনো তোমাক নকৈ কাক ক'ম বাৰু ?

মা-। সেইটো কেলেই কব লাগিছে. মই কিবা নেজানো নে? ক'লা, ঃবহু কৰিলা। চাহেবে মোৰ কথা ৰবকৈ শুনে। মই তোমাৰ কথা ভালকৈ ক'ম, বেগতে উন্নতি হব বোপা, তুমি একো চিতা নকৰিবা।

ভা- । ভাল, তুমি থকাত মোৰ কিহৰ চিতা? এতিয়া মই আহিলোঁ।

মা-। ভাল, বোপা। যোৱা।

000

## তৃতীয় দৰ্শন

### চাহাবৰ বঙলা

( মাকৰী, ভেকোলা আৰু মিণ্টাৰ ফক্স )

ফ- । মেম্‌চাহেব ! এইটো তোমাৰ বাই আছে নে বনী আছে ?

মা- । ( মুখখন বিদৰাই ) এই, এইটো ! কেনেসান কৰে ! চকু দুপাট খেপ্লেলা হ'ল নে কি ?

ফ- । (ভেকোলাক) এই ! টুমি এই ফিনে আহিব লাগে ।

ভে- । ( ভয়ত কাওঁ-বাওঁকৈ ) বাইটি হেবৈ ! মোৰ ভয় লাগিছে । ঘৰলৈ যাওঁ, আহ ।

মা- । ই, এইটো ! ভিনিহীয়েৰে খেমালিহে কৰিছে, তোক জানো কাটি সাব সুজিছে ? অঁকৰাটো ঔ !

ফ- । ( মাকৰীক ) হেইটো কি কৈছে ?

মা- । কি ক'ব ? তোলৈ ভয় কৰিছে । তই ফটিকামসা সাই কেলেই এনেসন কৰিছ ? হেৰৌ ! খেলেং-গেলেংকৈ নুফুৰিবিচোন ।

ফ- । ( হাতত গিলাচটো লৈ ) টুমি কাব, এইটো বৰ বাল বণ্টু আছে । যেটিয়া পেটত যাব, তেতিয়া হৰ্গ পাব । বুজিছে ? আগাৰি মোৰ একটা চেংৰাণী মেম আছিলে, হেইটো কুব কাইছিলে আৰু গান কৰিছিলে । মই একটা গান গাব, টুমি হুনিব ।

[ কুলীৰ ঝুমুৰৰ সুৰেৰে নাচি নাচি গায় )

ৰাম গেলৌ বন বাচে
চীটা গেলৌ চাঠীৰে, চীটা গেলৌ চাঠী চাঠী ।
হামো গৈলো বাপ বাৰী
মাঠে দিলৌ লাঠিৰে, মাঠে দিলৌ লাঠি ।

হোঃ হোঃ হোঃ, টিং ডাং ডাং টিং হেই । টুমি এলপ কালে, মই কুব কুহা হব ।

ভে- । ( ভয়ত ) হেৰেই, বাইটি ! মই যাওঁ তই থাক্ ।

মা- । (ফক্সক) হেৰৌ ! এইসন কি কৰিছ ? ল'ৰাটোৱে ভয় কৰিছে দেসা নাই হবলা !

ফ- । ( থৰক-বৰককৈ ভেকোলাৰ ফালে গৈ ) টুমি বয় কৰিব নাই লাগে । মই পাগলা আডমী নেই আছে, বুজিছে ?

ভে- । ( কঁপি কঁপি ) হেৰেই বাইটি ! মোৰ আকা পানী চুব লাগিছে । তই মোক বাহিৰ কৰি থহি ।

মা- । ই, এইটো ! ইয়াৰ ভয়ৰ গোটটো আও ! ইয়ালৈকে আকৌ পোন-মৰাটো হে উপজিছিলি ?

মা- । (ফক্সক চকীখনৰ ওচৰলৈ ধৰি লৈ গৈ) মদাহী বুঢ়া লাপুং, তইচোন ইয়াতে বহ ।

ফ- । (বহি) টোমাক ডেকিলে মই চব ডুক বুলি যায় । বুজিছে ? টোমাৰ বাইক মাটি আনিব লাগে । (ভেকোলাক) ইউ, চালা চাহেব ! টুমি আহিব লাগে ।

ভে- । (কন্দনামুৱা হৈ) হেৰৌ এইজনী, তই মোক মাৰিবলে কেলেই ইয়ালৈ আনিছিলি ? মোৰ এতিয়ান কাপোৰে-কানিয়ে যায়হে লাগে ।

মা- । (ভেকোলাৰ হাতত ধৰি) আহচোন বাক, ভিনিহীয়েৰে তোক মাতিছে, ওচৰ চাপি আহ, তোক সাই নেপেলায় ।

ফ- । (ভেকোলাক) টুমি মোৰ মেমচাহেবৰ জেকেট্ আৰু চাৰী পিন্ধি মেমচাহেব হৈছে ? (ধেমালিতে হাঁহি হাঁহি) টুমি মোৰ ছোট মেমচাহেব আছে । টুমি হভায় মোৰ বঙলাত টাকিব লাগে । বুজিছে ? (চকীৰ পৰা থৰক-বৰকৈ উঠি) মই কি জানি, এটিয়া টোমাক মৰম কৰিব হবলা ।

ভে- । (কান্দি কান্দি) আই ঔ ! মোক এইজনীয়ে ইয়ালৈ আনি ভাল হাৰাশাস্তি কৰিছে । মই অকলৈয়ে যাওঁ ঐ !

(ভেকোলা লৰ মাৰি গুচি গ'ল)

০০০

# চতুৰ্থ দৰ্শন

অফিচ ঘৰ

[ ভাবিৰাম আৰু মিনাৰাম ]

মি- । তুমিনো কেনেকৈ চিনাকি হ'লা ? আগৰেপৰা চিনি পোৱা হবলা ?

ভা- । সিদিনা আহিয়েই ঘূনুক-ঘানাকৈক শুনিলোঁ বোলে ৰংপুৰৰ ডুমুনী এজনী চাহাবটোৰ মেম। তাই যি কয় চাহাবে তাকে শুনে। পিছে, মই মনতে চিনি পাওঁ কি চাওঁ বুলি গৈ দেখিলোঁ যে এ' তাই আমাৰ ৰংপুৰত থাকোঁতে ঘৰে ঘৰে মাছ বেচি ফুৰিছিল। গৈয়েই চিনি পাই মাত দিলোঁ। তাই মোৰ বাবে চাহাবক বৰকৈ খাটিব খুজিছে। কেনিনমান হক, তোমাৰ নিমিত্তেও ক'ম দেই ?

মি- । এৰা, তাই তোমাৰ উপকাৰ কৰোঁ বুলিলে পাৰে। তাইলেকে কৰিলেহে আকৌ ?

ভা- । যেই হক লাগে, কোনোমতে আমাৰ কামটো চলি গলেই হয়। তুমি ইয়াত কিমান দিন আছা ?

মি- । আজি এবছৰ সাত মাহমান হৈছে। নোৱাৰি দেও। ইয়াত টিকা বৰ টান। চাহাবক কুলীবোৰে যি কয় তাকে শুনে। ঘৰত খেজেনাৰ টান দেখিহে বোলোঁ কোনোমতে খুৰৰ সাঁকোতে বগাই তেও মানুহ ঘৰ ৰক্ষা পৰোঁ; সেইহে আহি দুখে-সুখে দিনকেটা নিয়াইছোঁ। তুমি জানো ইয়াত মৰিবলৈ কেলৈ আহিছিলা ? বৰ মহৰী জনকো কম নেভাবিবা, তেওঁ টুটকীয়া লগোৱাৰ পোনে জানিবা স্বয়ং দেৱৰ্ষি নাৰদ। আমাৰো পৰা তেওঁ ভেটি খাবলৈ বিচাৰে। তোমাক একো কোৱা নাই নে ?

ভা- । মোক কি কব ? মইতো তেওঁক খাটি-লুটি কাম লোৱা নাই। দদাইদেৱে চাহাবলৈ চিঠি লিখি ঠিক-ঠাক কৰি দিছে, ময়ো চাহাবৰ হুকুম মতে সম্প্ৰতি কাম কৰিছোঁ। তেওঁক দেখিলে দেখোন টুটকীয়া বুলি নেজানি! বৰ জাতি যেনহে দেখি। কেতিয়াবা তেওঁ তোমাৰ টুটকীয়া লগাইছিল জানো ?

মি- । দেখা নাই নে মুখখনি কেনে মিঠা ? পেটটো তেনেই বিহৰেই ভৰা। মোৰ টুটকীয়া লগোৱাৰ কথাহে সুধিছা ? এবাৰ বৰ ঘৰত ভাত খুৱাবলৈহে পুৰুষাৰ্থ কৰিছিল। পিছে, দুখীয়াৰ সহায় ঈশ্বৰ নহয়—কোনো মতে কাণে-কাণ মাৰি সাৰিলোঁ। চাহাবটোও আকৌ,

বৰ গোবান্ধ, তুমি সাৱধান হৈ থাকিবা। কুলীৰে কেতিয়াও দন্দ-ছাই নকৰিবা।

ভা-। আপোন ভালে জগত ভাল। লোকে হাজাৰো কুচু'ট-কপট কৰক, নিজে ভালকৈ ফুৰিলে ক'তো বিপদ নাই। ইংৰাজী জানা নে? (চিঠি এডোখৰ দেখুৱাই) চোৰাচোন কি লিখিছে?

মি-। (চিঠিখন চাই) এইচ্-এ-এম্ হেম্, এম্-ই-আৰ্-মাৰ-হেমাৰ-হাতুৰী এটা খুজিছে। তুমিনো কি দিলা?

ভা-। আখৰবোৰ দেখোন কিবাখন, মই পঢ়িবকে নোৱাৰিলোঁ। চকী-দাৰটোক সুধিলোঁ, চাহাবনো ক'ত আছে, কি কৰিছে। সি কলে, মিস্ত্রিখানাত মিস্ত্রিঃবাৰে কাম কৰা চাই আছে। তাকে ভাবি উমা-নতে কৰত এখন দি পঠিয়াইছোঁ।

মি-। তুমি উম্মানতে কৰতখন পঠিয়াই ভাল কাম কৰা নাই আকা। যদিহে তাৰ খং উঠে, তেন্তে খাব। (ভিতৰত হুৰ্হুৰণি আৰু চাহাবৰ মাত শুনি) সেইয়া চাহাবৰ মাত যেন শুনিছোঁ। কিবা জগৰহে লগালা। মই যাওঁ দেও।

(মিনাৰাম লৰ মাৰি গুচি গ'ল)

ভা-। (ভয়ত তত্ নাইকিয়া হৈ) ভৈয়াই ঐ! পালেহিয়েই, জগৰহে লগালোঁ হবলা! কি কৰোঁ, কলৈ যাওঁ, চাবিকোছানো ক'ত থৈ যাওঁ, আগিছখননো কাক গতাওঁ, আকৌ বা কি জগৰ লাগে! (পলাব :খোজাত কাপোৰখন জোট-মোট লগাত) এহ্ এইখন আকৌ!

(কাপোৰ পেলাই লৰ মাৰিলে)

চ-। (গৈ ইফালে-সিফালে চাই, মনে মনে) বাবু কাহাঁ গিয়া?

ফ-। (ওলাই, খঙেৰে চকীদাৰক) ইউ ফুল্! মহৰী বাবু কট আছে?

চ-। হজুৰ! কহনে নাহি চেক্তা, ভাগগিয়া হোগা।

ফ-। চুৱাৰ্কে বাচ্ছা! টোম ডৰি নেৰাকিলে কেলেই।

চ-। (ভয়ত) হজুৰ। হাম আকে বাবুকো নাহি দেখা।

ফ-। (ঘোচা মাৰি) স্টুপিড্ খ্রুট! টোম কুচ কাম্কা আডমী নাই আছে। (ফক্স্ গুচি গ'ল)

চ-। (কান্দি কান্দি, কপাল দেখুৱাই) নচিব, নচিব।

০০০

## পঞ্চম দৰ্শন

হলিৰামৰ চ'ৰা ঘৰ

( হলিৰাম বহি আছে )

ভা- । (কঁপি কঁপি ওলাই ) বৰ মহৰী ডাঙৰীয়া । কি কৰিম ? কি কৰিম ? এটা উপায় দিয়ক ।

হ- । কি হ'ল, বোপা ! কি হ'ল ?

ভা- । মোক আজি বৰ চাহাবে আপিছলৈকে মাৰিবলৈ খেদি আহিছিল । মই কোনোমতে পলাইহে সাৰি আহিছোঁ ।

হ- । কেলেই পলালা ? চাহাবৰনো খং উঠিল কিয় ?

ভা- । (বেজাৰেৰে ) সেইবোৰ কথানো কি ক'ম ? আজি মই আপিচত বহি থাকোঁতে, চকীদাৰে চাহাবৰ চিঠি এখন লৈ আহিছিল । মই চিঠিখন মাতিবই নোৱাৰিলোঁ । পিছে, চাহাব মিস্ত্ৰিখানাত আছে বুলি শুনি, কৰতখনকে উমানতে দি পঠিয়ালোঁ । হাজিৰা মহৰী:য় পঢ়ি পেলাই কলে বোলে হেন্মাৰ ( হাতুৰী ) এটাহে খুজিছিল । এনেতে চাহাব জমদগ্নি মূৰ্ত্তি হৈ পালেহিয়েই । পিছে, মই চাহাব নৌ আপিচ পাওঁতেই পলাই গুচি আহিলোঁ । এতিয়া মোক নেপাই চাগৈ খঙত জলি-পকি মৰিছে । মোক বিচাৰিবলৈ কেউফালে মানুহ-দুনুহো পঠিয়াব পাৰে । মৰা পৰিলোঁ, মই মৰা পৰিলোঁ ।

হ- । গোমসাপৰ কণী ভাঙিলা যেতিয়া, এতিয়া আৰু ৰাইখ নাই । তোমাক পালে পিঠি ভৰাভৰ কৰিব । পাৰা যদি তুমি বাগিচাৰ মাজে মাজে চাহ গছৰ আঁৰ হৈ ঘৰলৈ পলাই যোৱাঁগৈ । নহলে তোমাৰ ফালে পতং ।

ভা- । হয়, বেলি নাই । যিহকে কৰিবলৈ কয় তাকে কৰোঁ ।

হ- । অইন আৰু কি কৰিবা ? পলোৱাইহে মাথোন উপায় ।

ভা- । পিছে, এই কিদিম কাম কৰা দৰ্ম্মহাৰ কি হ'ব ?

হ- । পাৰ ফালেই লাটি-ঘটি, আকৌ দৰ্ম্মহা ! ধৰিব পাৰিলে হওঁতে ভালকৈয়ে চাহাবে দৰ্ম্মহা খুৱাব । তুমি যদি সুকলমে সাৰিব খোজা, তেন্তে ব'বৰ সকাম নাই । এতিয়াই পলোৱাঁ ।

ভা- । ( কান্দি কান্দি ) ডাঙৰীয়াদেও । এতিয়া আৰু বিদায় । ভাল বাগিচাত কাম কৰি ধন ঘটিলোঁ । আই ঐ ! মোক কিহে পাইছিল ? মিছাতে আহি লাটি-ঘটি হৈ মৰিলোঁ । [ ভাবি গুচি গ'ল ]

# ষষ্ঠ দৰ্শন

## আলিবাট

(মিণ্টাৰ ফক্স্ আৰু হলিৰাম)

ফ-। মহৰী বাবু! ঐ ডিনকে ছোকৰা বাবুটো কুব বাল আছিলে; হেইটো কট ফলাই গৈছে?

হ-। হয় হজুৰ! সেইবোৰ ডাঙৰীয়া মানুহ, কি কাম কৰিব? সোপা-চিলা মানুহ আছে।

ফ-। নাই, হেইটো কিছু ইংলিছ জানিছিলে, বৰ মজবুট ছোকৰা আছিলে। কাম হিকিলে কি জানি, কুব বাল হ'লহেঁতেন।

হ-। হয়, হজুৰ! পোহনীয়া শালিকাই চকুতে খুটিলেহেঁতেন। ইমানাক মই তাক বুজালোঁ, তেও সি নুশুনিলে। হজুৰক ভাল বুলি মই শলগাত সি আকৌ মোক গালিহে পাৰিলে। মই শুনি মৰিবৰ মান বেজাৰ পালোঁ। হজুৰে জানেই, ইয়াতে কাম কৰি বুঢ়া হলোঁ। কেঁচুৱা ল'ৰাই উপলুঙাকৈ বুঢ়া মানুহক টান কথা কব নেপায়।

ফ-। হেইটো কি টোমাক গালি ডিছিলে?

হ-। আপোনাক পাৰিলে মোক পৰাতকৈও বেছি যেনহে ভাবোঁ। হজুৰ, তাৰ বাপেকৰ জুৰীয়া; তাতে তাকৌ হজুৰৰ তলতে কাম কৰি, পেট পুহিবলৈ আহি, সেই লেখীয়া কৰাটো বেয়া।

ফ-। মই বাক উকীল বাবুকে চিঠি লিখিব।

হ-। হজুৰ! আমাৰ দৰ্কাৰ নাই। শিলত গোৰ মাৰিলে ভৰিতহে দুখ পায়। তাৰ নিচিনা এশটা বান্দৰেও হজুৰৰ নোম ;এডালকে ছিঙিব নোৱাৰে। কব নোৱাৰিছে, আমাৰ কি হ'ল? হজুৰ! মই গোলামে এটা কথা কব খুজিছিলোঁ।

ফ-। বাক, কব ফাৰে।

হ-। হজুৰ! বৰপিতাৰ পিতেক, মোৰ ভাই এটি আছে। সি ইংৰাজীও অলপ-অচৰপ পঢ়িছিল; তাক যদি এঠাইত গোজা মাৰি থয়, তেন্তে গৰীপে তৰোঁ। হজুৰৰ ওপৰতে আশা কৰি তাক ঘৰৰপৰা মতাই আনিছোঁ। এতিয়া তাক সুমুৱাই লব নোৱাৰিলে ঘৰত মুখ দেখুৱাবলৈকে লাজ লাগিব। ল'ৰাটো হজুৰ! বৰ চিধা। মুখৰ মাতেই নাই। হজুৰে তাক যিহকে কয়, তাকে শুনিব। মই বেছ জানো, হজুৰে ল'ৰাটো দেখিলেই মৰম কৰিব।

ফ-। হেইটো কিমান ডাঙৰ আছে?

হ-। অ', কাম কৰিব পৰা হৈছে। একলেখীয়া সিদিনা পলাই যোৱা দুষ্টৰ সমনীয়া হব।

ফ-। বাৰু টুমি তাক আনিব ফাৰে।

হ-। হজুৰ! এতিয়া তাক দৰ্ম্মহা দিব নেলাগে। মাহে ৭।৮ টকামান খোৰাকী দিলেই হব। কাম-কায ভালকৈ শিকি জলে, তেতিয়া খি ভাল দেখে তাকে দিব। ঘৰৰ কথা মইনো কি ক'ম? হজুৰে দেখোন সকলো কথা জানেই।

ফ-। বাৰু, টুমি এটিয়া যাব ফাৰে। (ফক্স্ গুচি গ'ল)

হ-। (মনে মনে) মোৰ প্ৰভুৰ বন ঐ! যিহকে খাটিছিলোঁ সেয়ে হ'ল। এনেই চকুগজা, তাতে আকৌ আমোলাৰ ল'ৰা। ৰংপুৰত তাৰ গোটেইখন মিতিৰে-কুটুমে ভৰি আছে। সি কোনোমতে চাহা-বৰ পেটত সোমাই লব পৰা হলে, আমাক লাহে লাহে পানী খুৱালে-হে'তেন। হওঁতে, হলিৰ আগত টিঘিল-খিলোৱা কম কথা নহয়! ইংৰাজীকেটা নেজানিলেও মোৰ জোৰ ধৰোঁতা নাই। টান পালে সাউৎকৰে ভৰিত ধৰোঁ, আকৌ চল পালে খপ্‌কৰে মুৰত উঠোঁ। নিচিনা ৰান্ধনী উচটাই জোল খোৱা মানুহনো কোন আছে?

মই— "ডোমৰ লগত মাৰোঁ চিতল,
মৰিয়াৰ লগত খুন্দো পিতল।"

০০০

# উৎসৰ্গা

যি মোৰ
জন্মৰ মাই কাৰণ,
আৰু
যাৰ এধানমান ঋণো
জন্ম—জন্মান্তৰে
শুজিবৰ সাধ্য নাই,
সেই পৰমাৰাধ্য পূজনীয়
৺নৰোত্তম মজিন্দাৰ বৰুৱা
পিতৃ দেৱতাৰ
স্মৃতি-চিন স্বৰূপে
এই অকণমান পুথিখনি
ৰাইজৰ হাতত
অৰ্পা হ'ল।
ইতি—
লিখোঁতা।

০০০

# গ্ৰন্থাৰম্ভ

## লাগতিয়াল সঙ্কেত

গ্ৰন্থকাৰসকলে দেখোঁতা আৰু কৰোঁতা দুইৰো সুবিধাৰ নিমিত্তে প্ৰত্যেক ( Theatrical Play ) ভাওকে ছোৱাছোৱাকৈ কেবাভাগো কৰি দিয়ে। বিশেষ সূচনৰ হেতুকে প্ৰত্যেক ভাগকে আকৌ সৰু সৰু কেবা অংশতো বিভাগ কৰি থয়। ইংৰাজী নাটৰ একোভাগক ( Act ) অঙ্ক, আৰু সৰু একো অংশক ( Scene ) দৃশ্য বা দৰ্শন বুলি উল্লেখ কৰে। একো অংশৰ ভিতৰত কেবাখনিও দৃশ্য বা দৰ্শন থাকে। আজি-কালি এই দেশীয় আৰু বঙ্গ দেশীয় নাট ৰচোঁতাসকলে দৃশ্য বা দৰ্শনৰ সলনি প্ৰায় গৰ্ভাঙ্ক বুলিহে লিখে। এই নাটত ইংৰাজী প্ৰথাৰে লিখা হৈছে, কাযেই দৃশ্য বা দৰ্শনৰ ঠাইত গৰ্ভাঙ্ক বুলি ধৰিব লাগিব। ইতি—

গ্ৰন্থকাৰ।

## দ্বিতীয় তাঙৰণৰ পাতনি

ভক্তসকলৰ অতি আদৰৰ ধন 'গুৰু-দক্ষিণা' আকৌ নকৈ ওলাল। এই পুথিখনি কাহানিবাই অন্ত পৰিল। ৰাইজে ঘনেপতি খোজাতো আমি ইমান দিনে যোগাব নোৱাৰি মনত নথৈ বেয়া পাইছিলোঁ। সেইবাবে আমাৰ অপৰাধ ৰাইজে নিজগুণে ক্ষমা কৰি যেন বাধিত কৰে।

এই পুথি ১৯০০ খ্ৰীষ্টাব্দত লিখা হৈছিল। ১৯০১ চনত ইয়াৰ প্ৰথম তাঙৰণ ডিব্ৰুগড়ৰ ৰায়বাহাদুৰ শ্ৰীযুত গঙ্গাৰাম চৌধুৰী দেৱে নিজ খৰচত ছপাই ৰাইজৰ আগলৈ আগবঢ়াইছিল। তাত যি ওপৰঞ্চি তেওঁৰ ককাদেউতাকৰ জীৱনী আৰু উপকথা গোটাদিয়েক গীতৰ সৈতে কেই-খনিমান লাগতিয়াল পুথিৰ শলাগনি চিঠি আছিল, তাক অনাৱশ্যক হেতুকে গুচাই দিয়া হ'ল।

এই তাঙৰণত একো সাল-সলনি নকৰি বৰ্ণাশুদ্ধিবোৰত মাথোন হাত ফুৰাই দিয়া হৈছে। কিয়নো, ২০ বছৰৰ আগৰ "ভাব আৰু সৌন্দৰ্য্য"ত ঘূণ লাগে বুলি মনত শঙ্কা হ'ল।

কৃষ্ণ-কথা এনেই মধুৰ। ভক্তৰ হাতত তাৰ নথৈ জেউতি বাঢ়ে। কৃষ্ণৰ বাল্য লীলা অতি বিতোপন; ভক্ত মাত্ৰকে যে মন মোহিত হয়, তাক কোৱাৰ সকাম নাই।

আজি-কালি কাগজ আৰু ছপাৰ মূল্য বিস্তৰ মৰগ। তদুপৰি এই তাঙৰণত কিছু কাগজো বাঢ় দিয়া বাবে আগৰ মূল্য ৷ৰ অনাৰ ঠাইত এইবাৰ ৷।০ অনা কৰা হ'ল।

গুকান পুখুৰী, শিৱসাগৰ
১/১/২৮

বিনীত—
শ্ৰীদুৰ্গা

# ভাৱৰীয়াসকলৰ নাম

## মুনিহ

শিৱ, কৃষ্ণ, বলৰাম, বসুদেৱ, যম, চিত্ৰগুপ্ত, সান্দীপনি, মধুমঙ্গল, পুৰন্দৰ, নালিয়া, দূত, কিছুমান ছাত্ৰ, কিছুমান পাপী ।

## তিৰুতা

গৌৰী, দৈৱকী, সান্দীপনিৰ ঘৈণীয়েক, চঞ্চলা, উপম, চেনিমাই ।

## দৰ্শন

কৈলাসপুৰী, যমপুৰী, মথুৰাৰ ৰাজ আলি, অৱন্তী নগৰৰ ৰাজ আলি, বসুদেৱৰ বৰ ঘৰ, দৈৱকীৰ অন্তঃপুৰ, সান্দীপনিৰ পঢ়াশালি, সান্দীপনিৰ ঘৰ, সান্দীপনিৰ চোতাল ।

# প্ৰথম অঙ্ক

## প্ৰথম দৰ্শন

ৰাজ আলি

(শ্ৰীকৃষ্ণ আৰু বলৰাম)

বল- ভাইটি! তুমি এইদৰে মন মাৰি থাকিলে মই মনত বৰ বেয়া পাওঁ। তোমাৰ মুখত বিষাদৰ চিন দেখিলে মোৰ হৃদয়-আকাশ ভাবনা-ডাৱৰে ঢাকি পেলায়। মোৰ সোণাই, তুমি কিয় মন মাৰি আছা, ভাঙি কোৱাঁ।

কৃষ্ণ- দদা! ক'লে কি হ'ব? মোৰ অন্তৰত বৰ শোক। সিদিনা ককাদেউতাৰ শৰাধৰ দিনাৰপৰা মোৰ মন সম্পূৰ্ণ সলনি হৈছে।

বল- মোৰ লাহৰি! হঠাৎ তোমাৰ মন ইমান পৰিবৰ্ত্তন হোৱাৰ কাৰণ কি? কোনে কি ক'লে? ধেমালি কৰিবলৈ আহি এইখন তুমি কি ভাবিছা গোপাল?

কৃষ্ণ- কোনে কি ক'ব? হিতাহিত জ্ঞানে মনক লাজ দিলে।

বল- ভাইটি! তুমি মোক ফাকতি নকৰিবা, ভাঙি কোৱাঁ। তোমাৰ মন বিৰস দেখি মোৰ মন বৰ উদ্বাউল হৈছে। কৈ বেগতে চিন্তা দূৰ কৰা।

কৃষ্ণ- দদা! বাস্তৱতে মই বৰ আচৰিত হৈছোঁ। তুমি মোৰ কথাত মন নিদিয়া।

বল- কিয় নিদিম মোৰ সাদৰি? তোমাৰ কথাত যে মন নিদিম, দিম কাৰ কথাত? মই মোৰ প্ৰাণতকৈও তোমাক অধিক ভাল পাওঁ।

কৃষ্ণ- সিদিনা সভাত বহি থাকোঁতে কি কৈছিলোঁ?

বল- ক'ৰ সভাত বহি থাকোঁতে? ককাদেউতাৰ শৰাধত বহি থাকোঁতে নে কি?

কৃষ্ণ- ওঁ।

বল- পণ্ডিতসকলে নানা ৰকম শাস্ত্ৰৰ কথা কোৱা-মেলা কৰা শুনি তুমিও পণ্ডিত হ'বৰ আশা কৰিছিলা।

কৃষ্ণ- এৰা, মোৰ দদা নে কোন! ভেতে এতিয়াও সেই কথাকে ভাবিছোঁ। সিদিনা পণ্ডিতৰ সভাত মুখ মেলি কথা এটা ক'ব নোৱাৰিলোঁ। ইয়াতকৈনো কিবা লাজৰ কথা আছে নে? হায়! হায়!! বিদ্যাহীন জীৱন সমূলি মিছা। দেখিবলৈ ধুনীয়া হ'লে

হ'ব কি ? গাত গুণ থাকিব লাগে। হাঁহৰ মাজত বগলীটো হৈ থকাতকৈ মৰি যোৱাই ভাল।

বল- তেনে ওখ আশা কৰা একেবাৰে ভুল। আমি জানো বামুণ ? আমাক বিদ্যা কেলৈ ? বিদ্যা পণ্ডিতৰহে আৱশ্যক। মুখ চুপতি কৰি নানা ৰকম কথা চেলাই বামুণে পৰ্ব্বতি থাকে। সেইবোৰ আমাক কেলৈ ? আমি বন-বাৰি কৰি পেট পুহি থকাটোহে মুগুত। সেইবোৰ মিছা কথা ভাবি দুখ কৰি নেথাকিবা।

কৃষ্ণ- দদা, তুমি আমাৰ মুখ্য উদ্দেশ্য দেখোন একেবাৰে পাহৰিলা। তুমি আমাৰ ঘাই কথালৈ মন কৰি চোৱাঁচোন। আমি সদায় গৰখীয়াৰ লগত ধেমালি কৰি ফুৰা নিতান্ত অন্যায় হ'ল। ইমান ডাঙৰ হলোঁ, বিদ্যা-বুদ্ধি একো নাই। বিদ্যা-বুদ্ধি নহ'লে উদ্দেশ্য সিদ্ধি কৰিব নোৱাৰি। এতেকে আমি বিদ্যা শিক্ষা কৰা যুগুত। নিজৰ মনৰ মলি গুচাব নোৱাৰিলে, অইনৰ মন নিকা কৰিব নোৱাৰি।

বল- তোমাৰ কথা শুনি কলীয়া! মই বিচুতি হওঁ। তোমাৰ দিনে দিনে একোটা মনৰ ভাব। যিহকে দেখা তাকে লাগে। পণ্ডিত দেখি পণ্ডিত হবৰ মন গ'ল। আৰু বা নহবা কি ? এই ভাব লুটি খায়হে লাগে।

কৃষ্ণ- পণ্ডিতৰ সমান সুখী পৃথিৱীত কেও নাই। মোক আশীৰ্ব্বাদ কৰাঁ যাতে বেগতে পণ্ডিত হৈ মনৰ মল গুচাই অন্তৰ পোহৰ কৰিব পাৰোঁ। আৰু তুমিও পণ্ডিত হৈ মোৰ কৰ্ত্তব্য কৰ্ম্মত সহায় কৰাঁ। আমি যি উদ্দেশ্য সিদ্ধি কৰিবৰ নিমিত্তে পৃথিৱীলৈ আহিছোঁ, তাক যাতে সুকলমে সু-সম্পন্ন কৰিব পাৰোঁ, তালৈ অকণো হেলা নকৰিবাঁ।

বল- তেন্তে উপায় ?

কৃষ্ণ- উপায় আৰু কি ? আমি সেই মুনিৰ পঢ়াশালিত পঢ়া।

বল- মুনিৰনো পঢ়াশালি ক'ত ? যাবানো কেনেকৈ ?

কৃষ্ণ- সেই বিষয়ে দদা, তুমি একো ভাবিব নেলাগে। মই নাম আৰু থকা ঠাই আদি সকলো তেওঁৰেপৰা ঠিককৈ থৈছোঁ। আহা! মুনিজন কেনে মৰমিয়াল! আমাক কেনে আদৰ-সাদৰ কৰিছিল!

বল- আমাৰ ইয়াৰপৰা কিমান দূৰ ?

কৃষ্ণ- ইয়াৰপৰা বোলে অৱন্তী নগৰ তিনি মাহৰ বাট।

বল- উস্! বহুত দূৰ। ইয়াৰপৰা গৈ তাত পঢ়া নিতান্ত অসম্ভৱ।

কৃষ্ণ- কি অসম্ভৱ ? পৃথিৱীত একো অসম্ভৱ নাই। ইচ্ছা কৰিলেই উপায় ওলায়। সংসাৰত যত্ন নকৰিলে কেও বস্তুৰ অধিকাৰী হ'ব

নোৱাৰে। বিদ্যা অমূল্য বস্তু; তেনে বস্তু লাভ কৰিবলৈ প্ৰাণ-পণে যত্ন কৰা উচিত।

বল- দেউতাই পঠিয়ালেহে।

কৃষ্ণ- অৱশ্য বুজাই কলে দেউতাই পঠিয়াব। মই হলে আইতালৈহে ভাবিছোঁ। তিৰোতাৰ মন নিচেই কোমল। বঢ়ালে-বুজালে যদি পঠিয়ায়, তেনেহলে বাৰু আমি তৰিলোঁ।

বল- বলা, তেন্তে আমি যাওঁ। তেওঁবিলাকৰ অনুমতি লৈ আমি লিখা-পঢ়া শিকোঁগৈ। মুনিৰ নাম কি?

কৃষ্ণ- তেওঁৰ নাম সান্দীপনি।

বল- গোপাল, তুমি বৰ টেঙৰ আৰু বহুত কথা জানা; এতেকে বুজাই-বঢ়াই ক'লে অৱশ্য আমাক পঠিয়াব। লগত আৰু কাক নিবা?

কৃষ্ণ- কাক নিম? তুমি আৰু মই।

বল- অনুমতি লওঁগৈ বলা।

## গীত

আহাঁ আহাঁ কৰোঁ আমি, বিদ্যা উপাৰ্জ্জন।
বিদ্যাৰ সমান নাই, সংসাৰত ধন ॥
বিদ্যাৰ গছতে জ্ঞান, জ্ঞানৰ ফলতে মান,
নহ'লে ধৰাত ভাই, মিছাতে জীৱন।
দেউতা-আইক কই, ঘৰৰ বাহিৰ হই
অৱশ্য লভিম বিদ্যা কৰিলে যতন ॥

(দুইৰো প্ৰস্থান)

০০০

# দ্বিতীয় দৰ্শন

বসুদেৱৰ মাৰল-ঘৰ

( বসুদেৱ আৰু দৈৱকী )

দৈৱ- প্ৰাণেশ্বৰ ! ল'ৰা দুটি অথনিয়েই খেমালি কৰিবলৈ গ'ল ; এতিয়াও দেখোন ঘূৰি নাহিল ।

বসু- ল'ৰা মানুহ, নগৰীয়াৰ লগত বাহিৰত খেমালি কৰি আছে চাগে প্ৰেয়সী, একো চিন্তা নকৰিবা ।

দৈৱ- মোৰ চকুৰ আঁতৰত থাকিলেই নাথ, কব নোৱাৰোঁ, কিয় হেৰায় হেৰায় যেন ভাব হয় । আহা ! সিহঁত মোৰ ওচৰত থাকিলে হাতত স্বৰ্গ পাওঁ ।

বসু- তুমিহে নেলাগে জগতৰ সকলো মাইকীৰে সন্তানৰ নিমিত্তে এনে মৰম, আৰু অলপমান পৰো চকুৰ আঁতৰত থকা সহিব নোৱাৰে ।

দৈৱ- আহা ! সংসাৰত মোৰ সোণাইহঁতৰ বড়া অইন বস্তু একো নাই । পৃথিৱীত যাৰ সতি-সন্তান নাই, তাতকৈ দুখীয়া কোন আছে ? খাবলৈ থক্ বা নথক্, পিন্ধিবলৈ থক্ বা নথক্, যদি সন্তান-সন্ততি থাকে, তেন্তে সি মহৎ ধনী আৰু সুখী ।

বসু- তুমি স্বৰূপ কৈছা ৰাণী ! পুত্ৰ মুখ দেখিবলৈ নেপালে পৃথিৱীত জন্ম লোৱাৰে সাৰ্থকতা নাই । সেইহে পুত্ৰহীন মানুহক দেখিলে যাত্ৰা নাই বোলে । তুমি মহাভাগ্যৱতী নাৰী । তোমাৰ যহতে ময়ো মহাসুখী । ( বলৰামৰ প্ৰৱেশ )

বল- ( বিনয়েৰে ) দেউতা ! গোপালে সৌ বাহিৰত কান্দি আছে ।

দৈৱ- মোৰ সোণাইৰ কি হ'ল, বলাই ? তোমালোকে ৲ মৰা-মৰি কৰিছিলা নেকি ?

বল- মৰা-মৰি কৰা নাই । মূৰ্খ হ'লোঁ বুলি বেজাৰ কৰি কান্দিছে ।

বসু- কি মূৰ্খ হ'ল ? মোৰ বোপাইৰ সমান জ্ঞানী ল'ৰা দেখোন দেখাই নাই । মাতি আনাচোন সোধোঁ, মোৰ লাহৰিয়েনো কিয় কান্দিছে ।

দৈৱ- যোৱাঁ, মোৰ মইনা যোৱাঁ, বেগতে মাতি আনাগৈ ।

বল- মই গোপালক মাতিলে নাহে, ঠেহ্ পাতিছে ।

বসু- কি জগৰ লাগিল ? তুমি ভাওৰ, সৰু ভাইটিক জানো ভাবি-ছকি দিব পায় ? মৰম কৰি ওমলাইহে থাকিব লাগে । তুমি খং কৰিছিলা নেকি ? কেলৈ ঠেহ পাতিছে ?

দৈৱ- বলাই, তুমি বৰ ওখৰা ল'ৰা। তুমি গোপালক ভাবি দিলা হৰলা। গোপাল অকণমান ভাইটি, তাক জানো ভাৰি দিব পায়? মাতি আনাগৈ যোৱা, মোৰ সোণাইক সোধোঁ, কৈলেনো কান্দিছে।

বল- অইন একো হোৱা নাই আইতা। সিদিনা ককাদেউতাৰ শৰাধত যে পণ্ডিতবোৰ আহি শাস্ত্ৰৰ কথা কৈ তৰ্ক কৰিছিল, আমি তাতে বহি আছিলোঁ, তেওঁবিলাকৰ কথা একোকে তৰ্কিব নোৱাৰিলোঁ। বামুণৰ ল'ৰাকেইটামানে আমাক কিবা সুধিছিল। পিছে গোপালেও নোৱাৰিলে, মইো নোৱাৰিলোঁ। গোপালে কথ মোৱাৰি, মৰিবৰ-মান লাজ পালে। মোৰ আগত লেখা-পঢ়া শিকিবলৈ প্ৰতিজ্ঞা কৰিলে। দেউতা, গোপালৰ পঢ়িবলৈ বৰ মন গৈছে।

বসু- মোৰ সোণাই পৰম জ্ঞানী। অৱশ্য পঢ়িব লাগে। তুমি মাতি আনাগৈ, মই তেহ তাডিম। যোৱা। (বলৰামৰ প্ৰস্থান) দেখিলা গোপাল কেনে ল'ৰা? মোৰ বোপায়ে নগৰে মানে লেখে। তুমি নকৈছিলা—অজ্ঞান মূৰ্খ হ'ল। মই কৈছিলোঁ নহয়, মনত আছেনে? যেতিয়া জানিব, তেতিয়া নিজেই পঢ়িবলৈ উল্লাসল হ'ব। তালৈকে জানিবা, ভাল লগ লগাই দিব লাগে। মানুহে নেজানে যে, সজ্জনৰা কিমান শিকিব পাৰে। গোপালে যদি সিদিনা সেই পণ্ডিতৰ ল'ৰাকেইটাৰ লগ নেপালেহেঁতেন, কেতিয়াও ইমান সোনকালে পঢ়িবলৈ মন নেমেলিলেহেঁতেন। নিজৰ মন নগ'লে বলেৰে কাকো কোনেও শিকাব নোৱাৰে। নিজৰ মনৰ এটা আগ্ৰহ হ'ব লাগে। সেই আগ্ৰহ লগৰ লগৰীয়াৰপৰা হয়। এতেকে ল'ৰা-ছোৱালীক কেতিয়াও বেয়াৰ লগ লাগিবলৈ দিব নেলাগে। যেনেদৰে সিহঁতক পঢ়িবৰ ইচ্ছা হয়, সেই নিচিনা সঙ্গীৰ লগ লগাই দিলেই এনেই গঢ় লাগি আহিব।

(কৃষ্ণ, বলৰামৰ প্ৰবেশ)

দৈৱ- আহা মোৰ সোণাই! আহাঁ, মোক চুমা এটি দিয়াঁহি। তুমি বেজাৰ কৰিছা কেলৈ? কি হ'ল? কোনে জগৰ লগালে?

কৃষ্ণ- (চুমা দি) আইতা, মোক কোনেও একো জগৰ লগোৱা নাই। মোৰ অন্তৰত বৰ শোকে ধৰিছে। সিদিনা সভাত বৰ লাজ পালোঁ। লাজতকৈ অন্তৰৰ ডাঙৰ ব্যাধি নাই। তেনে লাজে মোক বৰকৈ পীড়িছে।

বসু- তোমাৰ কিহৰ লাজ? পণ্ডিত ধৰি দিওঁ পঢ়া, মন দি পঢ়া, দুদিনতে সকলোকে চেৰ পেলাব পাৰিবা। বেজাৰ নকৰিবা। মই শীঘ্ৰে পঢ়াৰ ঠিক কৰি দিম। তুমি নেকান্দিবা অ' মোৰ লাহৰি।

কৃষ্ণ- দেউতা! সোনকালে পঢ়া আৰম্ভ কৰিব লাগে। আমি বহুত

ভাঙৰ হ'লোঁ। সকবেপৰা গৰখীয়া ল'ৰাৰ লগত ধেমালি কৰি ফুৰি বৰ অন্যায় কৰিলোঁ। আমি মহামূৰ্খ হলোঁ। বিদ্যাহীন জীৱনত একো সকাম নাই। দদায়ে মন্নে বিদ্যা শিক্ষা কৰোঁ।

বসু- পঢ়িবাহঁক মোৰ সোণাই! তোমালোকৰ কিহৰ চিন্তা? আজিয়েই মই পণ্ডিত ঠিক কৰি দিম, ঘৰতে পঢ়াই যাবহি।

কৃষ্ণ- দেউতা, বিদ্যা শিক্ষা গুৰুৰ ঘৰত থাকি কৰাহে যুগুত। ঘৰত পঢ়িলে শীঘ্ৰে পঢ়িব নোৱাৰিম। এতেকে দদাকে মোকে অৱন্তী নগৰৰ সান্দীপনি মুনিৰ পঢ়াশালিত পঢ়িবলৈ পঠিয়াই দিয়ক। মুনিজন বৰ ভাল। সিদিনাখন আহোঁতে আমাক বৰ মৰম-ৰেথা কৰিছিল।

দৈৱ- নহয়, মোৰ লাহৰি, সিমান দূৰত গৈ পঢ়িব নেলাগে। তোমা-লোকে মোৰ, মইনাহঁত, ঘৰতে পঢ়া। যি শিকিব খুইছা, সকলো ঘৰতে থাকি শিকিব পাৰিবা। মোৰ চকুৰ আঁতৰত থাকিব নেলাগে।

বল- আইতা! আমি তাত বেছি দিন নেথাকোঁ নহয়, বেগতে ঘূৰি আহিম। গোপালৰ যাবৰ বৰ মন হৈছে। বাধা নকৰিবা, চেনেহী আই! বাধা কৰিলে গোপালে মনত বৰ বেয়া পাব। গোপালে কন্দা দেখিলে মোৰো চকুৰ পানী বৰলৈ ধৰে।

বসু- তোমালোক পিতৃ-মাতৃৰ নয়নস্বৰূপ। তোমালোক নহ'লে আমাৰ সকলো আন্ধাৰ। তোমালোকক পঠিয়াই আমিনো কেনেকৈ থাকোঁ অ' মোৰ সোণাইহঁত? এতিয়া বলা, জলপান কৰাগৈ। পিছে বাকী এটা থিৰাং কৰা হ'ব।

দৈৱ- বলক সকলো যাওহঁক।

(সকলোৰে প্ৰস্থান)

০০০

## তৃতীয় দৰ্শন

### বসুদেৱৰ বৰ ঘৰ

### (চঞ্চলা)

চঞ্চলা- ( আপোনা—আপুনি ) সংসাৰত সুখ কি, তাক সঠিক কৰিব মই ইমান দিনেও নোৱাৰিলোঁ। মানুহে কয়, দুখ নেপালে সুখ বুজিব নোৱাৰে। মোৰ তেন্তে এতিয়া দুখনে সুখ? মানুহে কয়, মই ডাঙৰ লোকৰ ঘৰৰ দাসী, মোৰ সমান সুখী অইন কেও নাই। ক'তা? সুখ দেখোন দেখা নাই। যদি সুখ দেখা নাই, তেন্তে সুখৰ বিপৰীত অৱস্থাই দুখ। তালৈকো হেঁপাহ পলুৱাই খাইছোঁ, পিন্ধিছোঁ, শুইছোঁ, ফুৰিছোঁ, আছোঁ। মই দৈৱকী আইক যি কওঁ, তাকে শুনে। অইন কি, মাটিকে সোণ বুলিলে তেওঁৰ মানত মাটিয়ে সোণ। নামতহে মই দাসী, কাৰ্য্যত ঘৰৰ ঘৈণীজনা। এনেস্থলত মোৰ এই অৱস্থা দুখ নহয়। যদি দুখ নহয়, তেন্তে এয়ে মোৰ অৱশ্য সুখ। মই তেন্তে সুখী। মোৰ সুখৰ অন্ত নাই। আহা! মই বৰ সুখী। পৃথিৱীত যদি সুখী আছে, তেনে-হলে ময়েহে মাথোন। আজিৰপৰা ঠিক হ'ল, মই সুখী। ৰাক, চাওঁচোন, আৰু কোনোবা মোৰ নিচিনা আছে নে নাই। ৰাক, মোক ৰাণীয়ে কেতিয়াবা পাগলী বোলে; মই চাওঁতে, মই সুখত থকা খিয়ালতহে সেইদৰে গালি-শপনি পাবে। যদি গালি পাবে, তেন্তে মই পৰৰ অধীন। পৰাধীন জীৱনো ক'ত সুখ? পৰাধীন হওঁনে নহওঁ, চাওঁচোন ৰাক। কেতিয়াও মই পৰাধীন নহওঁ। মই যদি পৰাধীন, সংসাৰ গোটেইখন পৰাধীন। ৰজানো কি স্বাধীন? ৰায়তৰ কৰ আদায় কৰিব নোৱাৰিলে খাবলৈ ভাত নাই। দেশ ৰাখি নেথাকিলে লোকে কৰ নিদিয়ে। কৰ নেপালে কিহৰ ৰজা?' সকলোতকৈ ৰজাকে ডাঙৰ বোলে তেনে ডাঙৰ ৰজাইও ৰায়তৰ কৰ নেপালে খাবলৈ নেপায়। এনেস্থলত ৰজা মোৰ বিবেচনাৰে সুখী নহয়। স্বাধীন নহলে সুখী হ'ব নোৱাৰে, এতেকে স্বাধীন বুলিনো কাক ধৰিম? ৰাক, আই আহক, আজি তেওঁৰে সৈতে এটা মীমাংসা কৰি থিৰ কৰিম। ভাল কথা হ'ল। মোক ঘৰটো সাৰি ঠাইখন ওঁতাৰবলৈ কৈছিল। মই সুখ বিচাৰি থাকোঁতেই গ'ল। ( ভৰিৰ খোজ শুনি ) অ'

লোকে ওলালহিয়েই। ( শোটাটো লৈ ঠাই সাৰে ) মই কিবাবোৰহে ভাবিছোঁ। প্ৰেমৰ মান সুখ নাই। তালৈকো হ'লোঁ বুঢ়ী। বুঢ়া এটা পালে জানিবা হয়। বুঢ়াই জানো বুঢ়ী বিচাৰে ? বিচাৰে যদি গাভৰুহে বিচাৰিব। মই হওঁতে বুঢ়ী হোৱা নাই। ভালকৈ মুৰ-গা অঁতাওঁ মুঠেই, ভাল ভেকাটোবো চকু বৈ যাব।

( দৈৱকী, কৃষ্ণ আৰু বলৰামৰ প্ৰবেশ )

দৈৱ– ক'ত ভেকাৰ চকু বৈ যাব অ' চঞ্চলা ?

চঞ্চ– মোৰ কথাবোৰ আই, শুনিলেনে কি ?

দৈৱ–শুনিলোঁতো পাগলী !

চঞ্চ– তেন্তে ভাবিলে কি হ'ব ? আই, প্ৰেমৰ মান জগতত সুখ নাই, নহয়নে বাৰু ?

বল– বুঢ়ী, তোৰ প্ৰেম কৰিবৰ মন গ'ল ? আহা ! বাপহীৰ বাপ চোৱাঁ। পাগলীৰ চিৰকালেই প্ৰেম। যা বুঢ়ী, গৈ বিচাৰি যা। প্ৰেমিকা হৈ ভিতৰত সোমাই থাকিলে ক'ত প্ৰেম পাবি ? বেটীৰ কথাৰ ভাব চোৱাঁ !

কৃষ্ণ– দদা, চঞ্চলাক মিছাতে খং কৰি ঠাট্টা কৰিছা কিয় ? জগতত কোন অপ্ৰেমিক আছে ? আকাশত চোৱাঁ, প্ৰেমিক চন্দ্ৰই প্ৰেম বিলাইছে; পৃথিৱীত চোৱাঁ, মানুহে-মানুহে, চৰাইয়ে-চৰাইয়ে, সদায় ইটোৱে-সিটোক প্ৰেম বিলাব লাগিছে। সংসাৰ গোটেইখন প্ৰেমৰ হাট। অইন কি— পৰ্ব্বত-নৈ, তৰু-লতা সকলো একোখনি প্ৰেমৰ চিত্ৰ মাথোন।

চঞ্চ– মোৰ বোপাই নে কোন ? মোৰ প্ৰেমময়ে সকৰে পৰা প্ৰেম চিনিলে। মোক মোৰ লাহৰীয়ে বুজাই নিদিলে, দিব কোনে ? এনে প্ৰেমিক নহলে জানো ব্ৰজবালাসকলক বাঁহীৰ মাতত উন্মাৱল কৰিব পাৰে ?

বল– বুঢ়ীয়ে দেখোন আশ পাই গলালৈকে জঁপিয়াল্ল।

দৈৱ– বোপা, তোমালোক মনে মনে থাকাঁ। তাই পাগলীৰ লগত এইবোৰ মুখ-চুপতি নকৰিবাহঁক।

কৃষ্ণ– আইতা, চঞ্চলাৰ কথা শুনি মই তাইক পাগলী বুলিব নোৱাৰোঁ। দদাই কথা নগমি খপহকে মানুহৰ মুখ সংহাৰি দিয়ে। সকলোৰে মনত সুখ আছে, প্ৰেম আছে, আশা আছে, মনে মনে নিজক নিজে ভাল বুলি বিশ্বাস কৰে। তেনে ভাবত আমি কাকো বঞ্চিত কৰিব নেলাগে। মুখৰ মিঠা মাতে মানুহক যিমান বশীভূত কৰিব পাৰে, অইন একোৱে সিমান বশ কৰিব নোৱাৰে। মিঠা মাতেৰে মানুহক তুষ্ট কৰিবলৈ একো খৰচ-ভাগন কৰিব নেলাগে। এনে

স্থলত মানুহক টেঙা মাত দিয়া মোৰ মনেৰে নিতান্ত ভুল।

চঞ্চ- মোৰ সোণাইক মই ক'ত থওঁ, কি কৰোঁ? মোৰ বোপাই মহাজ্ঞানী। মোৰ বোপাইৰ কথাত যে মানুহ মোহিত নহ'ব, হ'ব কাৰ কথাত?

দৈব- বলৰাম! গোপালে চঞ্চলাক তুমি ঠাট্টা-মস্কৰা কৰাত পেটে সমৰ্থিবতে বেয়া পালে। ভাইটিয়েৰাৰ কথাবোৰ ন্যায়সঙ্গত। তুমি ভাইটি-য়েৰাৰ কথা শুনিবা দেই মইনা! এতিয়া ৰ'লা ভিতৰলৈ যাওঁ। তোমালোকৰ ভোক লাগিব পায়, অথনিয়েই খালা—এতিয়া ব'লা, খাই আহিবাহঁক।

বল- আইতা! দেউতা চাগে ভিতৰত বৈ আছে, আমি যাওঁ ব'লক। পঢ়িবলৈ যোৱাৰো এটা ঠিক কৰিব লাগে। মোৰো পঢ়িবলৈ বৰ মন গৈছে।

কৃষ্ণ- মোৰ হ'লে দদা, সমূলি ভোক লগা নাই। কেনেকৈ বিদায় হৈ মুনিৰ পঢ়াশালি পাওঁগৈ, তাকেহে ভাবিছোঁ। ব'লক, এটা যাবলৈ দিন ঠিক কৰোঁগৈ।

(দৈৱকী, কৃষ্ণ আৰু বলৰামৰ প্ৰস্থান)

চঞ্চ- মই এতিয়াহে বুজিলোঁ, কলীয়া প্ৰেমৰ খনি। ভালেতোহে গোপিনীহঁতে বাঁহীৰ মাতত বিভোল হৈ পাগলীৰ দৰে ফুৰিছিল। আজি কলীয়াৰ মৌ-বৰষা মিঠা মাতে মোৰ চিত হৰি নিলে। ঠিক কথা, সংসাৰত প্ৰেমেই সুখ। এতেকে প্ৰেম লাভৰ উপায় চিন্তাহে যুগুত। প্ৰেমনো কি? ভাল পোৱা। ভাল পোৱানো কি? ৰবকৈ মৰমেৰে ভাল পোৱা। ৰবকৈ ভাল পালেই প্ৰেম হয়। তেন্তে সকলোকে ভাল পাম। ভাল পাম হয়, মোক আকৌ অইনে ভাল পালেহে হৈছে। ভাল পায় কেনৈ? কি ভাল পায়? দেখিবলৈ ভাল হ'লে ভাল পায়। দেখিবলৈ ভাল শুৱনী হলে। মই শুৱনী হওঁনে নহওঁ? অৱশ্যে হওঁ, কিয় নহ'ম? শুৱনীনো হয় কিহৰ পৰা? ৰূপনো কি? দেখিবলৈ ধুনীয়া হোৱা। দেখিবলৈ ধুনীয়া হবলৈ হ'লে কি কি লাগে? মূৰত কেঁচা চুলি, সমান ডালিম গুটি যেন দাঁত, সুগোল দেহা, মুখত হাঁহি, চকুত ঠাৰ, হংসৰ গতি। ইয়াৰ উপৰিও কিছুমান উপায় আছে, যেনে: মূৰত সিন্দূৰ, হাতত খাৰু, খোপাত ফুল, গাত চিত্ৰ-বিচিত্ৰ কাপোৰ। আৰু এটা পাহৰিছোঁ— মুখৰ মিঠা মাত। এই আটাইবোৰ গুণ মোৰ গাত একেলগে নাই বুলিলেও হয়। যিবা নহক, চেষ্টাৰ অসাধ্য একো নাই। প্ৰেমৰ জগতত যদি প্ৰেম যাচিব আৰু বিলাব নোৱাৰিলোঁ, তেন্তে জীৱনেই মিছা।

## গীত

চঞ্চ- এতিয়া আদৰে কোনে মোক ?
বয়স দিলেহি ভাটী, যৌৱন কৰিলোঁ মাটি,
সহি আছোঁ দিনে ৰাতি, যত মোৰ দুখ।
ভেকাক দেখালে বুকু, নুঘূৰায় দেখোঁ চকু,
বুঢ়ী বুলি দাঙে ভুকু, পাওঁ কত দুখ।
যেতিয়া পাতক্ক কাল, গপতেই গ'ল ভাল,
প্ৰেমক দেখিলোঁ কাল, এতিয়াহে শোক।

(প্ৰস্থান)

## চতুর্থ দৰ্শন

### দৈৱকীৰ অন্তঃপুৰ

( বসুদেৱ আৰু দৈৱকী )

বসু- প্ৰেয়সি ! পিতৃ-মাতৃৰ দোষত সন্তান-সন্ততি মূৰ্খ হয় । মূৰ্খ সন্তান থকাতকৈ নথকাই ভাল । পুত্ৰই যেতিয়া বিদ্যা শিকিবলৈ নিজেই ইমান আগ্ৰহ দেখুৱাইছে, আমি তাত বাধা দিয়া নিতান্ত গৰ্হিত ।

দৈৱ- হে স্বামী ! মই আপোনাৰ দুটি ভৰিত ধৰি কাকুতি কৰিছোঁ, মোৰ চকুৰ মণি দুটি আঁতৰ নকৰিব । মই প্ৰভু, সিহঁতক নেদেখিলে নিশ্চয় মৰিম । মাইকীৰ পেটে এনে শোক কেতিয়াও সহিব নোৱাৰে ।

বসু- সিহঁতৰ ভালৰ নিমিত্তেহে মই পঠিয়াবৰ মন কৰিছোঁ । কৰ্ত্তব্য কৰ্ম্মত ব্যাঘাত কৰা জ্ঞানীৰ কাৰ্য্য নহয় । সিহঁতে এতিয়া নিজৰ অভাৱ বেছকৈ জানিহে ইমান বিতত্ হৈছে ।

দৈৱ- নাথ ! ল'ৰা মানুহ, বুজিব নোৱাৰি দেখাক দেখি পঢ়িবলৈ ওলাইছে । আপুনি প্ৰভু, মোক হেপাহৰ ধন আৰু চেনেহৰ বস্তুৰপৰা যেন বঞ্চিত নকৰে ।

বসু- বাণি, মই সিহঁতৰ কথা কাটিব নোৱাৰি অনুমতি দিলোঁ । তুমি যদি পাৰা, বুজাই ৰাখাঁ । মোৰ তাত একো আপত্তি নাই ।

দৈৱ- পিতৃ হৈ এনে নিদাৰুণ কাৰ্য্যত প্ৰভু, কেনেকৈ অনুমতি দিছে, মই ইয়াৰ একো মূৰ ধৰিব পৰা নাই ।

( বলৰাম ও কৃষ্ণৰ প্ৰৱেশ )

বল- আইতা ! আমি যাবলৈ ওলালোঁ ।

( দুয়ো সেৱা কৰে )

দৈৱ- নেলাগে মোৰ লাহৰী:হঁত, তোমালোক যাব নেলাগে । মই ইয়াতে পণ্ডিত ধৰি দিয়াওঁ, তোমালোকে ঘৰতে থাকি পঢ়াহঁক ।

কৃষ্ণ- আইতা ! কিয় ইমান ব্যাকুল হৈছে ? আমি নিজৰ জ্ঞান উপাৰ্জ্জন কৰিবলৈ ওলাইছোঁ । সেইবাবে বংমনেৰে আমাক আশীৰ্ব্বাদহে কৰিব লাগে । জ্ঞান অৰ্জ্জাতকৈ পৃথিৱীত আৰু আন কি ভাল কাম আছে ?

দৈৱ- মোৰ সোণাই ! মইনো কাৰ মুখ চাই ইয়াত থাকোঁ ? তোমালোকক এখন্তেকো নেদেখি থাকিব নোৱাৰোঁ, এক পলককে এক যুগ যেন

অনুভৱ হয়। তোমালোকক নেদেখিলে গোটেইখন আন্ধাৰ দেখোঁ। নেলাগে, মোৰ আঁচলৰ ধন আঁচলতে থাকাহঁক। যি বিদ্যাকে শিকিব খোজা, ঘৰতে ওজা আনি দিওঁ, তাকে ৰংমনেৰে শিকি থাকা। দূৰণি বাটত গৈ থাকিব নেলাগে। মই তোমালোকক চকুৰ আঁৰ কৰিব নোৱাৰোঁ। তোমালোকক নেদেখিলে পৃথিৱী গোটেইখন ·আন্ধাৰ দেখোঁ।

কৃষ্ণ- আইতা, আপুনি মোৰ মায়াত মুগ্ধ হৈছে। সংসাৰত কেও কাৰো নহয়। সকলো মিছা। মোৰ প্ৰাণ-পখী঺য় যদি চকুৰ আগতে দেহা-সজা এৰিব লগা হয়, তেন্তে কি উপায়েৰে তাক ধৰি ৰাখিম? চৰ্ম্মচকুৰে ই আপোন, সি পৰ—এনে ভাব হয়; কিন্তু দিব্যচকুৰে সকলো সমান। এতেকে মোহ পৰিহাৰ কৰি বিদায় দিয়ক। আমি তাত বেছি দিন নেথাকোঁ, যিমান সোনকালে পাৰোঁ, আকৌ ঘূৰি আহিম।

বল- আইতা, গোপালৰ নিতান্ত যাবৰ ইচ্ছা হৈছে, বাধা নকৰিব। ভাইটিৰ মুখত আজি কেবাদিনৰো মূৰত হাঁহি দেখিছিলোঁ; আপুনি সেই হাঁহি মাৰ নিয়ালে।' চাই থাকোঁতেই আহি আকৌ পামহি। একো চিন্তা নকৰিব, আমাক শুদ্ধ চিত্তে বিদ্যা শিকিবলৈ বিদায় দিয়ক।

দৈৱ- মোৰ লাহৰীহঁত ঐ! মইনো কেনেকৈ সহোঁ? এক তিলমানো নেদেখি থাকিব নোৱাৰোঁ দেখোন।

(শোক কৰে, চকুৰ পানী বয়)

কৃষ্ণ- আইতা, সহিলে সম্পদ, নসহিলে আপদ। আমাক ৰংমনেৰে বিদায় দিলে অলপতে আমাৰ বাঞ্ছা সফল হ'ব। মাতৃ, শোক পৰিহাৰ কৰি বিদায় দিয়ক। নিজৰ কৰ্ত্তব্য কামলৈ মোহত পৰি পিঠি দিয়া বৰ অন্যায় কাৰ্য্য।

দৈৱ- ঈশ্বৰ তোমালোকৰ সহায় হক; শীঘ্ৰে মনোবাঞ্ছা পূৰ্ণ কৰাই কোলাৰ বস্তু যেন মোৰ প্ৰভুৰ চৰণে কোলালৈ আনক। ইয়াৰ বাহিৰে মই দুখুনীয়েনো কেনেকৈ যোৱা বুলি বিদায় দিওঁ?

(কৃষ্ণ-বলৰামে সেৱা কৰে)

বল- আহাঁ গোপাল, দেউতাৰো বিদায় লওঁ।

(দুইকো সেৱা)

বসু- পৰম পিতা, অনাথৰ নাথ জগবন্ধুৱে তোমালোকৰ মনোবাঞ্ছা সিদ্ধি কৰক।

(চঞ্চলাৰ প্ৰৱেশ)

কৃষ্ণ- চঞ্চলা, আমি লেখা-পঢ়া শিকিবলৈ যাওঁ। থাক দেই। আমি

বেগতে আহিম। মনত একো বেজাৰ-অসন্তোষ নকৰিবি।

চঞ্চ- কলৈ যোৱা, সোণাইহঁত ?

বল- তোক কেলৈ, বুঢ়ী ঘুগুলী ?

কৃষ্ণ- দদা, কেলৈ তুমি চঞ্চলাক তেনে নিষ্ঠুৰ কথা ক'লা ? তাই আমাক কেনে মৰম কৰে! দেখি! মনত দুখ পালে চাগে। ঘৰৰ মানুহ গুণেহে সুধিছে। তাইৰনো আমাৰ বাহিৰে কোন আছে ? আমাক মোৰ বুলিহে ইমান দিন নিজৰ সন্তানৰ দৰে মৰম-যেথা কৰি কোলাত লৈ ডাঙৰ-দীঘল কৰিছে! আমাৰ লগতে তাই মৰিব পাৰে। মই চঞ্চলাক বৰ ভাল পাওঁ। তুমি তাইক একো টান কথা নকবা। দদা! মানুহক কথায়-কথায় ভাৰিকি-হুকি দিলে আৰু ইতিকিং কৰিলে বৰ বেয়া পায়।

চঞ্চ- মোৰ সোণাইৰ নিচিনা জ্ঞানী সংসাৰত ক'ত আছে ?

কৃষ্ণ- চঞ্চলা, আমি ইয়াৰপৰা তিনিমাহৰ বাট গৈ তাত সান্দীপনি মুনিৰ ঘৰত পঢ়িম। তেওঁ বৰ জ্ঞানী মৰমিয়াল পণ্ডিত। আমি তাত সৰহ দিন নেথাকোঁ, বেগতে ঘূৰি আহিম।

চঞ্চ- (দৈৱকীক) আই, ইয়াত আৰু সোণাইহঁতক পঢ়াওঁতা পণ্ডিত নোলালনে ? আহা! সোণাইক মই নেদেখি কেনেকৈ জীওঁ! সোণাই, মোকো লগতে লৈ যোৱা। মই বেটীয়ে নেদেখিলে কেনেকৈ থাকিম ? (কান্দে)

বল- এতিয়া নেদেখিলা— সেইহে তেও মই তাইক আশ নিদিওঁ। আমি যাবলৈ বিদায় লৈ ওলালোঁ। বেটী ক'ৰবাৰপৰা আহি এইখন হকা-বধা কৰিছেহি। গুচ্ পাগলী, ইয়াৰপৰা অফলিয়া হ। মুখৰ থুই দি চকু পানী টুকি সাদৰধন চেলাই দেখুৱাব নেলাগে।

কৃষ্ণ- দদা, তোমাৰ এনে উগ্ৰ স্বভাৱ বধা নিতান্ত অন্যায়। তাই আমাক ভাল পায়, সেইগুণেহে যাবলৈ ওলোৱা দেখি মনত বেজাৰ কৰিছে। মায়াৰ জগতত তাই আমাৰ মায়াত পৰি মনত শোক পাইছে। তুমি চঞ্চলাৰ নিচিনা মৰমিয়ালকে প্ৰেমিক বুলি ধৰিবা। এনে প্ৰেমিক জগতত পোৱা বৰ টান। যি সকলোকে চঞ্চলাৰ চকুৰে চাই মৰম কৰিব পাৰে, সেয়ে আচল প্ৰেমিক। মোৰ চঞ্চলা আপোন, ময়ো চঞ্চলাৰ আপোন। (চঞ্চলাক) তই মনত বেজাৰ নকৰিবি দেই। আমি আকৌ ঘূৰি আহিম। বলাই দদাই তোক এইদৰে খেমালি কৰেই। মোৰ শপত চঞ্চলা! বেয়া নেপাবি, পেটৰ পোৱালিয়ে জগৰ লগালে মাকে জানো ধৰে ? আমি তোৰ ঋণ পৰিশোধ কৰিব নোৱাৰোঁ। তোৰ নিস্বাৰ্থ চেনেহৰ মূল্য নাই।

চঞ্চ- মোৰ সোণাইহঁত ! তোমালোকে মোক নকৈ, ক'বা কাক ? জুইয়ে পোৰে, পানীয়ে চেঁচা কৰে। দুয়ো উপকাৰী। জুই নহ'লেও নহয়, পানী নহ'লেও নহয়। জুই আৰু পানী দুইবো মিল হ'লে মহা পৰাক্ৰম হয়। সংসাৰত উগ্ৰ আৰু শান্ত এই গুণ দুটি তোমালোক দুইতো পাই যে কিমান সুখী, তাক কৈ অন্ত কৰিব নোৱাৰোঁ। মইনাহঁত, তোমালোক দুটিক দেখিলে মই আনন্দ-সাগৰত বুৰি থাকোঁ। এতিয়া যে কেদিনমানলৈ চকুৰ আঁৰ হ'বাহঁক, তাকনো সহিব পাৰিমনে ? তোমালোকৰ পদ-সেৱা কৰিবলৈকে যেন জন্ম-জন্মান্তৰে এইদৰে দাসী জন্ম পাওঁ।

কৃষ্ণ- চঞ্চলা, তোৰ অচলা ভক্তি আৰু অসীম প্ৰেম। তোৰ মৰমত মই পমি আছোঁ। এতিয়া তই মোক বিদায় দে। তই বিদায় নিদিলে, চাচোন, মই কেনেকৈ যাওঁ ?

চঞ্চ- মই সাদৰী, তোমাক যোৱা বুলি ক'ব নোৱাৰোঁ। তোমাক নেদেখি মই কেনেকৈ থাকিম ? ইমান দূৰত থকা সহিব নোৱাৰোঁ। মই দিনে চাই থাকিবলৈ পাব লাগে। তোমাক নেদেখিলে মোৰ পেটত ভাত জীণ নেযাব।

কৃষ্ণ- তই মোক দিনে দেখা পাবি। চকু মুদিও অন্তৰত দেখা পাবি। যি যাক বাঞ্ছে, সি তাক অনায়াসে পায়।

চঞ্চ- মই যেতিয়াই চাম, তেতিয়াই দেখা দিব লাগিব। যাক, যোৱাঁ।

বল- অ' মুগুলী, ময়ো যাওঁ। মোকতো তই ভালকৈ নেপাৱ। থাকিবি দেই।

(দুইবো প্ৰস্থান)

চঞ্চ- ভালপাওঁ বা নেপাওঁ, তোমাক কোলৈ ? মোৰ হিয়াৰ কথা হিয়াৰ ভিতৰত সোমাই চাব পৰা জনেহে জানে। যোৱাঁ, মোৰ সোণাইহঁত।

## গীত

চঞ্চ- দিবা দৰশন প্ৰভু, দিবা দৰশন,
চাওঁ যদি মেলি মই হৃদয়-দাপোণ।
পাৰাহীন কাচপ্ৰায়, অকামিলা হিয়া হায়,
তাতো ভৰি পাপ-ছাই, আছে অগণন।
নকৰিলে নিজ-গুণে নিকা তাক কৰে কোনে ?
তাৰোঁতা তোমাৰ বিনে, নাই নাৰায়ণ।
পামৰ মূৰুখ মতি, নেজানো ভকতি স্তুতি,
ভৰসা কেৱল দুটি, অভয় চৰণ।

000

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

অৱন্তী নগৰৰ ৰাজ আলি

( উপম আৰু চেনিমাই )

চেনি- হঁয়ে, এতিয়ান যাওঁ উঠ ।

উপ- বহচোন হঁয় । আমাৰ এতিয়ান ভাত সাবৰ পৰকে হোৱা নাই। তোৰ চকু ফুটিল, দেসা নাইনে ? এই ঘামমসা অলপ ছাঁতে জিৰাই ভাগৰ পেলুৱাব গুণাইছোঁ হঁয় ।

চেনি- চিকণ চাম, পানী আনোতে ওলাল ঘাম । এনে ৰজাৰ কুঁৱৰীজনী ওলালি হঁয়, অকণমান পাচিৰ বোজাটোকে নিবেলে নোৱাৰে ।

উপ- মোৰ লগত এইসন ভেকচালি নকৰিবি হঁয়, তোৰ দৰে বাবে-পৈয়াতী নহওঁ । চুপতি কৰিলে গালি সাবি ।

চেনি- কিহৰ খলনি গালি সাম হঁয় ? যাবেলে গুণালত জপৰ লাগে। নেযালে থাক হঁয়, অকলৈ যাম; আমাৰ ভাত সাবৰ বেলি হ'ল ।

( বেহেলা বজাই গীত গাই নালিয়াৰ প্ৰবেশ )

### গীত

নালি- হৰি পদ চিন্তা কৰ, হেৰ মূঢ় মন [১] ।

হৰি পদ চিন্তা বিনে বিফল জীৱন ।।

দুৰ্লভ মনুষ্য তনু, লভিছ কথঞ্চিৎ পুনু,

হেৰালে নেপাব [২] আৰু যাব অকাৰণ ।

হৰিৰ পদকে নিতে, চিন্তা কৰ শুদ্ধ চিতে,

হৰিহে সবাৰো গতি জীৱনে মৰণ [৩] ।

দিনে ৰাতি চিন্তা কৰ শ্ৰীহৰি চৰণ ।।

পোহাৰী বাইহঁত ঔ । মোৰ গীত শুনিলি নহয়, এতিয়া মোক কি আছে দে থাওঁ । তহঁত বাই, বৰ দেখিবলৈ ভাল অ' । পাচিত কি আছে চাওঁ ?

চেনি- ক'ৰপেৰা আহিলা, ক'ত লিলা ভৰি; চোতালসন ফাটি গ'ল চেট্ চেট্ কৰি । দে হঁয়, পৈয়েৰে সাবেলে গুণাইছে, নিদিয় কেলৈ ?

---

পাঠান্তৰ: ১ হৰি পদ চিন্তা কৰ হই এক মন

২ নেপাৱ

৩ জীৱন মৰণ

উপ- হঁয়ে দিবৰ মন যায় দে, নিদিবৰ মন যায় নিদিবি। মোক কেলৈ যোৰাই দিছ হঁয় ? তোৰহে মাৰৰ পৈয়েক বাপেৰ।

নালি- তহঁত দুইজনী মোৰ আই হৰহঁত। তহঁতে মিছাতে কেলৈ দন্দ পাতিছ। তহঁত দুয়ো মোৰ আপোন। মই মগনীয়া বুঢ়া, মোৰ সকলো আই-বোপাই। তহঁতে বাইহঁত, মৰম নকৰিলে কোনে কৰিব ?

উপ- বুঢ়া, তোৰ গীতটো শুনি মই বৰ ভাল পালোঁ। আৰু এটা গাচোন বাৰু। মোৰ বোজাত কল, টেঙা, তিওহ, কিবা-কিবি বহুত আছে, দিম। ভাল চাই এটা গা।

চেনি- হঁয়ে, পৈয়েৰৰ গাধৰ ভিভিৰ খম্বটো বজাই হেও কৰটসন টানি আমাক শুনাব নেলাগে। আমি গধুৰ পাই বোজা পাতল কৰিবেলে শুণোৱা নাই। তই নিবেলে নোৱাৰি পৈয়েৰক বিলাব শুণাইছ, বিলা। আমাক দিবেলে নকৰি হঁয়।

নালি- বাইহঁত, তহঁতক দেখিবলৈ বৰ শুৱনী দেখিছোঁ। তহঁত বৰ প্ৰেমিকা যেন লাগিছে। প্ৰেমৰ গীত গামনে ?

চেনি- পৈয়েৰে প্ৰেম বিচাৰিছে, দে এতিয়ান হঁয়। অ' বুঢ়া ককাই, মই এটা গামনে ? মই বনঘোৰা হ'লে বহুত গাবেলে জানো, পিচেন এতিয়ান বনঘোৰা গোৱাৰ খমম নহয়।

নালি- গোৱা বাপহী, জগতত প্ৰেমৰ বাহিৰে একো নাই। যেনিয়ে চাবা, তেনিয়ে প্ৰেম। গোৱা, মোৰ লাহৰী। বনঘোৰাকে এটি গোৱা।

## গীত

চেনি- নহলে ডেকা জ'ৰা, গাভৰু কি এনেই ভুলে ?
প্ৰেম কৰা নহয় চিলা, মন-প্ৰাণ নমজিলে;
গাভৰুৰ মন জানো, বুঢ়াৰে মিলালে মিলে ?
গাভৰু-ডেকাই যেনে সোণত সুহগা দিলে।

নালি- অতি মধুৰ। বেচ পালোঁ, আৰু এটি গোৱা হে প্ৰেম-ৰাণী।

চেনি- আমি তোমাৰ ৰাণী নহওঁ, এইজনাহে তোমাৰ প্ৰেম-ৰাণী, এওঁক গাবলৈ কোৱা।

উপ- বুঢ়া মানুহক কেলৈ ঠাট্টা-মস্কৰা কৰ হঁয়। দুদিন পিছত আমিও বুঢ়ী হ'ম।

নালি- তুমিয়ে এটি গীত গাই মোৰ প্ৰাণ শীতল কৰা। মই বেহেলা বজাওঁ, তুমি এটি গোৱা। এই মই সুৰ ধৰিলোঁ, তুমি গোৱা দেই বা।

( মনোযোগ দি বেহেলা বজায় )

( বলৰাম ও কৃষ্ণ আহি বেহেলা শুনি থাকে )

নালি- ( মূৰ দাঙি ) তোমালোক ক'ৰপৰা আহিছা খোপাহঁত ?

কৃষ্ণ- আমি বহু দূৰৰপৰা আহিছোঁ আপ ! অৱন্তী নগৰ ইয়াৰপৰা কিমান দূৰ ?

নালি- বেছি দূৰ নাই, সোঁৱা । কাৰ ঘৰলৈ যোৱা ?

বল- আপ ! আমি পঢ়িবলৈ আহিছোঁ । সান্দীপনি মুনিৰ পঢ়াশালি তুমি চিনি পোৱানে ?

নালি- ওঁ, পাওঁতো । তেওঁৰ ঘৰৰ আগতে পঁজা এটোখৰি লৈ মই থাকোঁ ।

কৃষ্ণ- তুমি কলৈ গৈছিলা আপ ?

নালি- কলৈ যাম বোপাই ? মগনীয়া বুঢ়া, মাগি ফুৰোঁ । সেই গাঁৱত মাগি এই চাউলদাল আনিছোঁ । দুদুকায়মানে ঘৰত বহি খাই হৰি-কীৰ্ত্তন কৰি থাকিম ।

বল- তুমি ঘৰলৈ কেতিয়া উভতিবা ?

নালি- ঘূৰি আহিলোঁ । এতিয়া একেলগে যাওঁ বলা । মই তেওঁৰ ঘৰ দেখুৱাই দিম । তোমালোক ক'ৰপৰা আহিছা, কাৰ ঘৰৰ ?

কৃষ্ণ- আপ ! মথুৰাৰপৰা আহিছোঁ । আমি বসুদেৱৰ পুত্ৰ । আমাৰ নাম কৃষ্ণ-বলৰাম ।

নালি- তোমালোকৰ ঘৰ বহুত দূৰ । কেইদিনে এইখিনি পালাহি ?

কৃষ্ণ- আজিৰে ৩ দিন হৈছে । পৰ্শুদিনাই ঘৰ এৰিলোঁ ।

নালি- উস ! হৰি ! হৰি !! ৩ মাহৰ বাট ৩ দিনে কেনেকৈ আহিলা বোপাহঁত ? তোমালোকে পাহৰিছে মথুৰা বুলি কৈছা—মথুৰা বহুত দিনৰ বাট ।

বল- আপ ! মিছা কথা কোৱা নাই । মোৰ এই ভাইটোৱে কিবা ভেলেকি মন্ত্ৰ জানে । ই মোক উৰুৱাই অনাদি আনিছে ।

নালি- আহা ! তোমালোকৰ ৰূপ দেখি মোহিত হৈছোঁ । তোমালোকৰ পিতৃ-মাতৃয়ে কি সতে ইমান দূৰলৈ আহিবলৈ অনুমতি দিলে ? ঘৰত বিদায় লৈ অহা নাই হ'বলা ।

কৃষ্ণ- আপ ! পিতৃ-মাতৃৰ সমান গুৰু জগতত আন কোও নাই । তেনে গুৰুৰ আদেশ নহলে আমি কিয় আহিম ?

বল- ( চেনিমাইক ) পোহাৰী বাই, তোৰ পাচিত কিবা খাবলগীয়া বস্তু আছেনে ? গোপালে আজি একো খোৱা নাই; ল'ৰা মানুহ, তোকত ভুখ পাইছে, কি আছে দে ।

চেনি- মৰমত মৰি যাওঁ, খাদৰৰ খেলাই আঁঠুৰ মূৰত তেল দি জৰকীৰে মেলাওঁ । আই ঐ ! সোণাইটি, চাদিং আহা চুমা খাওঁ ।

আমাৰ এনেকৰ খবৰ পেলেক, কুকুৰা-চোৰাৰ ভাগিনীয়েকটো আহিছে, গুড়ে-গাখীৰে জল-পান এবাটি সুৰাওঁ ।

বল- বাই, তই ইতিকিং কৰিবি ? এনেই খোজা নাই, পইচা দিম ।

নালি- বোপাটি, ইহঁতৰ লগত চুপতি নকৰিবা সোণাই ! মোৰ জোলোঙাতে কোমল চাউল গোটাদিয়েক আছে, তাকে খোৱাহঁক ।

কৃষ্ণ- তুমি বুঢ়া মানুহ, মাগি আনিছা, তুমি খোৱা ! তোমাৰ মুখৰ টোপটো কাঢ়ি খোৱা অন্যায় ।

বল- কুঢ়া আপ, তুমি খোৱা, মই ইহঁতৰপৰা কি আছে কিনি লওঁ ।

চেনি- আমি বাটত বেচিবলৈ অনা নাই । হাটতহে বেচিম, ইয়াত নেবেচোঁ ।

নালি- আইটি ! বাটকৰা মানুহ, ভাতে ল'বা, ভোকত দুখ পাইছে । চাচোন, মুখখনি শুকাই গৈছে । দেখি মৰম লগা নাইনে ? দে আইটি ! কি আছে দে । হাটতহে পইচা পাবি—ইয়াত জানো এইবোৰ খোলাকটি ? লাগে দাম সৰহকৈয়ে ল । ময়ো মাগি দুই অনামান পইচা পাইছোঁ, তাকে দিম ।

(বলৰামক পইচা দিয়ে)

ধৰা বোপা, এইয়া মোৰ হাতত আছে । তোমালোকে খৰচ কৰিব নেলাগে ।

কৃষ্ণ- আপ ! মোৰ ভোক লগা নাই । নগৰত সোমাই কিবা-কিবি কিনি খাম । দিব নোখোজে, নেলাগে ।

নালি- (কলকেইটামান দি) মোৰ শপত বোপা, এই কল কেইটাকে খোৱাহঁক । আই ঐ দেহি ! ভোকত মুখ শুকাই গৈছে ।

কৃষ্ণ- তুমি মাগি আনিছা, তোমাৰ ই বহুমূলীয়া বস্তু, ইয়াক খাবলৈ মন নেযায় । তুমি খোৱা আপ !

নালি- মই মাগি অনা বুলি ঘিণ নকৰিবা বোপা ! তোমালোক অতিথি, সাক্ষাৎ ঈশ্বৰ ! তোমালোকক খুৱালে মই পৰম তৃপ্তি লভিম । নেখালে মই বৰ বেজাৰ পাম ।

কৃষ্ণ- তুমি পৰম বৈষ্ণৱ । (বলৰামক) আহা দদা, বৈষ্ণৱৰ ইচ্ছা পূৰ্ণ হক, সকলোৰে ভাগ কৰি খাওঁ ।

(আটাইবোৰে ভাগ কৰি খায়)

উপ- প্ৰভু ! মই তোমাক চিনি পাইছোঁ । মই মহাপাতকিনী । এই দাখীক এবাৰো একো নুগুণালা । মই তোমাক কি অপৰাধ কৰিলোঁ ঈশ্বৰ ! (শোক)

কৃষ্ণ- তুমি কিয় বেজাৰ কৰিছা ? তুমি একো অপৰাধ কৰা নাই । (বলৰামক) দদা, তুমি কিবা জপৰ খগালা নে কি ?

উপ- প্ৰভু, মোৰ পাচিত সাবেলে ভাল ফল-মূল বহুতো আছিল; তাক এবাৰো নেচালা। এবাৰ ওচৰ চাপি বোজাতনো কি আছে, তাকো নুশুধিলা। মোৰ বোজাটো ছিগ কৰিছে চকু দিয়া নাই।

কৃষ্ণ- তোমাৰ বেচিবলগীয়া বস্তু নষ্ট কৰিবৰ মন নাই। থাক, এইয়া ছুই দিলোঁ, এতিয়া যোৱাঁ ?

উপ- ( পাচিটো আগত থৈ মেলি চাই, হীৰা-মুক্তাদি হোৱা দেখি আচৰিত হৈ ) প্ৰভু ! তোমাৰ মহিমাৰ খীমা নাই। দাখীক কেলৈ ইমান ফাকতি কৰিছা ? মই হীৰা-মুকুতা লৈ কি কৰিম ? মোৰ বোজাটো ছুই এইভোৰ অমূল্য ৰতন কৰিলেও বেচীৰ মনত ৰং নেলাগে। মোৰ আগৰ বস্তু হক; তাকে সেঁপাহু পেলুৱাই সাই তুমি তৃপ্তি লভিলেই দাখীয়ে তৰোঁ। প্ৰভু, দাখীক ছল নকৰি অভীষ্ট পূৰণ কৰাঁ। মই চুলি ছিঙি কাতৰ কৰি মাতিছোঁ।

কৃষ্ণ- তোমাক ভালকৈ চিনি পাইছোঁ। ( বলৰামক ) দদা, আহাঁ, সতীৰ নিবেদিত দ্ৰব্য গ্ৰহণ কৰি সুখী হওঁ। ( সকলোৱে ফল-মূল ভগিয়াই খায় )

গীত

উপ- তৰিলোঁ বেচীয়ে প্ৰভু, তযু দয়া পাই,
তোমাৰ দয়াৰ হৰি, আদি-অন্ত নাই।
তোমাৰ পদতে মতি, থাকে যেন দিনে-ৰাতি;
তোমাৰ চৰণ ভাবি, দিন যেন যায়।
তোমাৰ প্ৰেমতে পৰি, তোমাৰ চৰণ ধৰি,
থাকোঁ যেন মহা ৰঙে, ভক্তি মধু খাই।

বল- এতিয়া আমি যাওঁ। তহঁত থাকিবিহঁক। ( নালিয়াক ) আপ ! উঠাঁ।

কৃষ্ণ- কল্যাণি, তুমি ৰংমনেৰে বিদায় দিয়াঁ, আমি মুনিৰ ঘৰলৈ যাওঁ।

উপ- দয়াময়, দাখীয়ে তোমাৰ দয়া পাই পৰিত্ৰ ভাব কৰিছোঁ। যাৱে-ওটি কাল যেন শ্ৰীচৰণত মোৰ মতি থাকে।

( সেৱা কৰে )

( নালিয়া, বলৰাম আৰু কৃষ্ণৰ প্ৰস্থান )

চেনি- হঁয়ে, এই ল'ৰা দুটাক চিনি পাবনে কি হঁয় ?

উপ- মইহে নেলাগে খংখাৰৰ আটাইমসাই চিনি পায়।

চেনি- ল'ৰা দুটা দেসিবলে বৰ চিকুণ। এটা বৰ বগা, এটা আকৌ ক'লা। ক'লা লৰাটো বৰ চেঁওৰ। মই সাবেলে সোজাতো নিদি বৰ বেয়া কাম কৰিলোঁ, নহয় নে হঁয় ? তই উপৰাচি দিবেলে দেসি মই বিচুত্তি হলোঁ। বুঢ়াৰ কলকিটাও ভগাই নিদিলেমানে

নেসালে। মই কলটো সাৰৰপৰা মনটো বৰ পাতল লাগিছে হঁয়। আজি মোৰ মনত বৰ ৰং ও উলাহ লাগিছে হঁয়।

উপ- জগতৰ গুৰুক চকুৰে দেসিলে ইয়াতকৈনো ভাইগ্ কি আছে হঁয়। মুনিৰ ঘৰত গৈ আমি নিতে চাম্‌গৈ। এতিয়ান যাওঁ উঠ।

চেনি- মোকো লৈ যাবি হঁয়। অকলৈ নেযাবি, মোৰ আজি বৰ অনিয়াই হ'ল; বেয়া লাগিছে হঁয়।

(দুইৰো প্ৰস্থান)

০০০

## দ্বিতীয় দৰ্শন

সান্দীপনিৰ পঢ়াশালি

( কিছুমান ছাত্ৰ আৰু সান্দীপনি )

সান্দী- তহঁতে সেইখন কি পুলুঙা-পুলুঙি কৰিছহঁত অ'? মন দি নপঢ়হঁত কিয়? পথৰা সৌকাৰ কোবত টিকা ফাটিব আকৌ।

১ম ছা- দেউ! মোৰ টীকাটো কোনবাই চুৰ কৰিলে।

সান্দী- কি টীকা অ'?

২য় ছা- মিছা কথা দেউ! সি খপিয়াই চকচোন পায়নে নেপায়। তাৰ টিকা তাৰ লগতে আছে।

৩য় ছা- ( টিকাটো খপিয়াই ) মোৰটো হ'লে ভাই, মোৰ লগতে আছে।

সান্দী- হেৰ, কোনে নিছ তাৰ টীকাটো, উলিয়াই দে।

২য় ছা- সি দেউ, বৰ নিধক আৰু মিছলীয়া। তাৰ কথা শুনিলে আমাৰ ফালে আহৰি।

সান্দী- কটা তয়ে নিছ। দে, ভালে ভালে উলিয়াই দে। উলিয়াই দে।

১ম ছা- হয়, দেউ! সিয়ে নিব পায়।

সান্দী- এৰা, সিয়ে নিছে। সি নিনিলে ইমানকৈ উত্তৰ কাটিব কিয়? দে হেৰ, উলিয়াই দে।

২য় ছা- ( নিজৰ টিকাটো উলিয়াই ) চা, এইটো জানো তোৰ টিকা? মোৰ টিকাটো কেলৈ? তোৰটো চপৰিয়াই চাচোন বাজেনে নেবাজে?

১ম ছা-দেউ, এইপিনে চকচোন চকচোন, ই দেখোন কিবাটোহে দেখুৱায়।

সান্দী- হেৰ নিধক! তোৰ পিঠি খজুৱাইছে হবলা। তাৰ টীকাটো উলিয়াই নিদি, কি ধেমালি কৰিছ?

২য় ছা- ( টিকাটো দেখুৱাই ) চকচোন দেউ, এইটো তাৰ নে মোৰ? তাৰটো কাপোৰেৰে ঢাকি থৈ মোৰটো খুজিব পায়নে বাৰু? চুৰিয়াখন দাঙি চক, নেপায় যদি মই দায়ী।

সান্দী- ই কটা গজ-মুৰ্খ! হেৰ, সিদিনা সি লিখি লোৱা শ্লোকৰ টীকা কৰা বহীখনৰ কথাহে কৈছে। এই গৰুবোৰ লৈ ভাল আহুকাল পাব লগা হ'ল।

২য় ছা- আমি ফলা, বাৰেমতৰা, নামখৰি ভঙা শ্ৰেণীত পঢ়ি টীকা-খনেৰে কি কৰিম? অইনেহে লৈছে। তেনে অৰ্থ-বহী টীকাৰ কথা দেউ, আমি হলে ভু নেপাওঁ।

১ম ছা- দেউ, ই বৰ দুষ্ট।
২য় ছা- তোৰ মুখতে কুষ্ঠ।
সান্দী- হেৰ, নপঢ়হঁত কিয় ?
৪ৰ্থ ছা- ক খ গ ঘ ঙ।
২য় ছা- লৰ মাৰি মোৰ·····সুঙ।
৪ৰ্থ ছা- দেউ,. ই মোক কিবা সুঙ সুঙ কৰি আছে।
৪ৰ্থ ছা- ইহ্ হয়, সিয়ে গালি পাৰে, আকৌ সিয়ে গোচৰ কৰে বাটত শৌচ কৰি চকু পকাই ধৰে।
৩য় ছা- তহঁতে মোৰ দৰে তললৈ মূৰে মনে মনে পঢ়ি থাকিব নোৱাৰ ? তহঁতক কিহে পালে ?
২য় ছা- তোক চামোনে পালে।
৩য় ছা- দেউ, দেখিলেনে ? ই বৰ লাঠুৱা।
২য় ছা- দেউ, মোৰ গাত জগৰ নাই, মোক জোকাই আছে; এতিয়া পায়হে লাগে।

( বলৰাম ও কৃষ্ণৰ প্ৰৱেশ )

কৃষ্ণ- গুৰুদেৱ, শ্ৰীচৰণত দাসহঁতে সেৱা কৰিছোঁ।

( সেৱা )

সান্দী- ঈশ্বৰে কল্যাণ কৰক। তাতে বহা বোপাহঁত। তোমালোকক মই চিনি পাওঁ যেন লাগিছে।
কৃষ্ণ- হয় প্ৰভু, চিনি পাব পাৰে। আমি মথুৰাৰপৰা আপোনাৰ ওচৰত লিখা-পঢ়া বিদ্যা শিকিবলৈ আহিছোঁ। আমি দুইটি ককাই-ভাই, দুইটি বসুদেৱৰ পুত্ৰ। মোৰ নাম কৃষ্ণ, এওঁৰ নাম বলৰাম। আপুনি জগত বিখ্যাত পণ্ডিত। কৃপা কৰি আমাক এতিয়া শিক্ষা দিয়ক।
সান্দী- ঠিক কথা, মোৰ মনত পৰিছে। মই বৰ ভাগ্যৱান। আজি মোৰ আনন্দৰ পাৰ নাই। ৰামায়ণত পাইছোঁ, বৈকুণ্ঠেশ্বৰ নাৰায়ণে ৰামৰূপে বিশ্বামিত্ৰ মুনিক গুৰু লৈ বিদ্যা শিক্ষা কৰিলে। সেইদৰে ময়ো তোমালোকৰ গুৰু হৈ শিক্ষা দিম—ইয়াতকৈ কি সুখৰ কথা আছে ? আহা। তোমালোকে বাটত আহোঁতে বৰ কষ্ট পাই আহিছা। ঘৰলৈ বলা, ক্লান্তি দূৰ কৰাহঁত গৈ। ( ছাত্ৰৰসকলক ) আজি বিদায় দিছোঁ, যাহঁক। কাইলৈ ঠিক সময়তে আহিবিহঁক। নাহি গলম কৰিলে সৌকাৰ কোবত পিঠিৰ ছাল ছিগিব আকা। ( গিৰ্-গিৰ্কৈ ছাত্ৰবোৰ লৰ মাৰে)

( পুৰন্দৰৰ প্ৰৱেশ )

পুৰ- দেউ, আয়ে ভাত ৰান্ধি বৈ আছে। পলম হোৱা দেখি মোক

মাতিবলৈ পঠিয়াই দিছে।

সান্দী- মই যাওঁ বাক, তই বোপাই আগধৰি গৈ বামুণীক কগৈ, বুলি আজি দুজন নতুন শিষ্য অতিথি, স্বয়ং বৈকুণ্ঠৰ ঈশ্বৰ দুই অংশে ভগা-বহা পবিত্ৰ কৰিবলৈ আহিছে!

পুৰ- ভাল প্ৰভু, এই দণ্ডেই কওঁগৈ। (প্ৰস্থান)

সান্দী- বোপাহঁত। তোমালোকে দেউতাৰাক সুধি-মেলি আহিছা, নহয় নে?

কৃষ্ণ- গুৰুদেউ! পিতৃ-মাতৃৰপৰা সংসাৰ দেখিছোঁ, পিতৃ-মাতৃ মহাগুৰুৰ অনুমতি নোলোৱাকৈ কিয় আহিম?

সান্দী- এৰা! ঘি ধান বাচে, দুপাতত্তে চিন। এতিয়া উঠাহঁত, যাওঁ।

(সান্দীপনি, কৃষ্ণ, বলৰামৰ প্ৰস্থান)

০০০

## তৃতীয় দৰ্শন

### সান্দীপনিৰ ঘৰ

( সান্দীপনিৰ ঘৈণীয়েক )

সাঃ ঘৈঃ- আজি দেউৰ ইমান পলম হৈছে কিয় ? আনকাল দেখোন ইমান দেৰি নহয় ! বুঢ়া বামুণ দেহি ! ভোকত চাগৈ লাল-কাল হ'ল । দেউৰে দুখ পালে মোৰ মনত বৰ দুখ পাওঁ; আকৌ ৰং পালে মোৰ মনত আনন্দৰ সীমা নেথাকে । চিৰকাল সমান ভাবে যাব লাগিছে । এতিয়া আকৌ লাহে-লাহে বুঢ়ী হৈ আহিছোঁ মানে মনৰ ভাবো ঘন হৈহে আহিবলৈ ধৰিছে । আমি দুয়ো দেহাতহে বিভগ; আত্মাত এক । ইয়াকে দাম্পত্য প্ৰণয় বোলে । মানৱ-সমাজত থাকি এই প্ৰণয় লভিলেহে আচল সংসাৰী; আৰু এয়ে স্বৰ্গীয় প্ৰণয় । দুইৰো মন, দুইৰো আত্মা, দুইৰো ভাব, পৰমেশ্বৰে বান্ধি এক কৰি নথলে এনে প্ৰণয় নসম্ভৱে । তেওঁ ভোকত দুখ পাইছে গুণে মোৰ মন ছাটি-ফুটি কৰিছে । আমাক সকলো প্ৰকাৰে ঈশ্বৰে সুখ দিছে; কেৱল আগলৈ-পিছলৈ চাবলৈহে বাট নথলে । মায়াময়ৰ মায়াৰ অন্ত কেও নেপায় । ( বাটৰ ফালে চাই ) পুৰন্দৰ অথনিয়েই দেউক মাতি আনিবলৈ গ'ল; এতিয়াও আহিব নেপায়নে ? সিও গৈ ল'ৰাৰ লগত ধেমালিতহে লাগিলগৈ । ধুতি গাৰে ময়ো আখলৰ চক এৰি যাব নোৱৰা হলোঁ । ভাল কথাটো হ'ল ।

( পুৰন্দৰৰ প্ৰৱেশ )

পুৰ- আই, যক্ৰ, আকৌ দুজন শিষ্যৰ নিমিত্তে ভাত বান্ধকগৈ । এওঁবিলাক হেনো বৈকুণ্ঠৰ ঈশ্বৰ দুভাগ হৈ আপোনাৰ ঘৰ পবিত্ৰ কৰিবলৈ আহিছে ।

সাঃ ঘৈঃ- দুজন মানুহৰ ভাত আৰু আমাৰ ভাগেৰেপৰা নোজাৰনে ? তালৈকে যে, দেউৰে তোকে কৈ পঠিয়াইছে ? তই নকলি কেলৈ বুলি সকলোৰে হব, আহক বাৰু ।

পুৰ- মই আকৌ জানিলেহে । আপোনাৰ সেই টৈমিৰ মুৰমান চকটিৰপৰা উলিয়াই থাকিলে যে ওলাই থাকে, তাকনো কোনে জানে ? ( বাটৰ ফালে চাই ) সৌৱা, লোকে আহি পালেহিয়েই ।

( কৃষ্ণ-বলৰাম আৰু সান্দীপনিৰ প্ৰৱেশ )

সান্দী- বামুণি ! আজি আমাৰ পৰম ভাইগ্য । চোৱাঁচোন, নাৰায়ণ দুই অংশে বিভগ হৈ পৃথিৱীৰ ভাৰ হৰণ কৰিবলৈ আহি, আমাৰ ভগা পঁজাত পদাৰ্পণ কৰি আমাক কৃতাৰ্থ কৰিছেহি । মই আজি বিষ্ণুৰ গুৰু, তুমি গুৰু-পত্নী মাতৃস্বৰূপা—ইয়াতকৈ কিবা আনন্দৰ বিষয় আছেনে ?

সাঃ ঘেঃ- ( দুইৰো কাণে চাই মধুৰ বচনেৰে ) আহা ! আমাৰ আজি মহা আনন্দৰ দিন । স্বয়ং ভগৱান আমাৰ ঘৰত শিষ্যৰূপে অতিথি । প্ৰভু, আমি নিচেই ভিখহু, আমাৰ কি আছে- কিহেৰে তোমালোকক তুষিম ?

কৃষ্ণ- মাতৃ ! জগতত বচনতকৈ সোৱাদ একো বস্তু নাই । তেনে মধুৰ বচনেৰে আমাক তুষিছে যি স্থলত, আমি পৰম তৃপ্তি লভিছোঁ । আমি পিতৃ-মাতৃৰ পৰিবৰ্ত্তে পিতৃ-মাতৃ পাইছোঁ । আছে পঞ্চামৃত খাম, নাই লঘোনে থাকি বিদ্যা শিক্ষা কৰিম । মাতৃ ! ভিখহু বুলি দুখ প্ৰকাশ কৰিব নেলাগে । যাৰ হিয়াত চেনেহ আছে, তাক কি লাগিছে ?

সাঃ ঘৈঃ- বোপাইহঁত, মোৰ লাহৰীহঁত ! উঠাঁ, তোমালোকে ভোকত বৰ দুখ পাইছা । দেউৰ লগত গৈ স্নান পূজা কৰি আহাৰ কৰাঁগৈহঁক । মই যি আছে তাক ৰান্ধি থৈছোঁ, বাঢ়ি দিওঁগৈ । শুদায়-নিকায় খাই ভোক গুচাই ক্লান্তি দুৰ কৰাঁহি উঠাঁ ।

গীত

সাঃ ঘৈঃ- কিহেৰে পূজিম প্ৰভু ! সকলো তোমাৰ,
তোমাৰ গুণকে কৰে জগতে প্ৰচাৰ ।
অনাদি অনন্ত তুমি মহিমা অপাৰ,
নিচেই নিছলা আমি কি আছে আমাৰ ?
নিজৰ শৰীৰ তাতো নাই অধিকাৰ,
তোমাকে তোমাৰ বস্তু দিওঁ উপহাৰ ।

( সকলোৰে প্ৰস্থান )

০০০

# পট পৰিবৰ্ত্তন

সান্দীপনি মুনিৰ পঢ়াশালি

'( ছাত্ৰসকলৰ প্ৰৱেশ )

১ম ছা- ভাইহঁত ; আজি দেউ আহেমানে আমি ধেমালি কৰোঁহঁক আহ ।

২য় ছা- এই নিধকৰ কথাত কেও কাণ নিদিবিহঁক । সিদিনা সিয়ে নিজৰ টীকাটো লুকুৱাই থৈ আমাক দেউৰ হতুৱাই মাৰ খুৱাব খুজিছিল ।

৩য় ছা- হওঁতে কোনো কম নহয় । সকলোৰে মুখ আছে । সি মাৰ খুৱাওঁ বুলি কাৰবাক মাৰ খুৱাব পাৰিবনে ? ওমলোঁহঁক আহ ।

৪র্থ ছা- অলপমান ৰবিহঁক । ক'লাই—বগাইহঁতো আহক !

১ম ছা- তই কলীয়াক ভাল পাব নে বগাইক ভাল পাব কচোন বাক ?

২য় ছা- মোকে সুধিছ নে ? মই হলে ভাই, কলীয়াকহে ভাল পাওঁ । সি বৰ মৰমিয়াল, তাৰ কথাবোৰ বৰ সোৱাদ ।

৩য় ছা- বগাইকো কম নুবুলিবিহঁক । সিও বৰ ধেমেলীয়া কথাবোৰ ক'ব পাৰে । দেউৰে হলে দুইকো বৰ ভাল পায় ।

৪র্থ ছা- অ', সিহঁত আহিবৰপৰা হবলা তোক সেই লেৰেলা সাদৰখন আৰু নকৰে ?

( কৃষ্ণ-বলৰামৰ প্ৰৱেশ )

কৃষ্ণ- তোমালোকে কি কৰিছাহঁক ?

১ম ছা- নদেখিছা ? আমাৰ যি বন, তাকে কৰিছোঁহঁক । ওমলোঁ আহাঁ, দেউ আহিছেনে ?

কৃষ্ণ- দেউ জানো অহা নাই ? অথনিয়েই আহিল । মই আকৌ পলম হৈছে বুলি মনত শঙ্কাহে কৰিছিলোঁ । তেন্তে কেনিবা যাব পায়, এতিয়া ওলাইছিহে লাগে ।

বল- যেতিয়াই আহক লাগে, আমি পঢ়োঁহঁক । ধেমালি কৰি থকা দেখিলে দেউৱে বেয়া পাব ।

২য় ছা- বগাই, তুমি বাস্তৱিক এটা পুথিৰ পোক । তোমাৰ দৰে আমি ইমান দিন পুথি খাওঁ বুলি ধৰা হলে একলেখীয়া হলোঁহেঁতেন ।

বল- পুথি খোৱা মানে তুমিনো কি অৰ্থ কৰিছা ? ফালি-ছিৰি পেলোৱানে, তাৰ যথাৰ্থ অৰ্থবোৰ হৃদয়ঙ্গম কৰা ?

৩য় ছা- তুমি যিহকে ভাবা সেয়ে ।

৪ৰ্থ ছা- মই হলে শেহৰটো বুলি ভাবিছোঁ ।

বল- ঠিক কথা কৈছা । সেইবাবে আই-বোপাই এৰি, ইমান দূৰত পৰি আছোঁহি । ধেমালি কৰিবলৈ আমাৰ তাত জানো লগ নাই ?

কৃষ্ণ- দদা, মানুহৰ জগতত এটা মাথোন শিকিবলগীয়া কাম নহয় । সকলোৰে সকৰেপৰা ভাওৰ হয় । সকতে ধেমালি নকৰা কেও নাই । সততে যে কেৱল পঢ়িবইহে লাগে এনে নহয় । পঢ়িবৰ বেলিকা পঢ়িব লাগে, ধেমালিৰ বেলিকা ধেমালি কৰিব লাগে ।

১ম ছা- এৰা, কলীয়া নে কোন ! কলীয়াই দেখোন ধেমালিও কৰে, পঢ়াও পঢ়ে । ধেমালিতো আগ, পঢ়াতো আগ । সেইহে তেও দেউৱে বৰ মৰম কৰে ।

কৃষ্ণ- ভাইহঁত, এতিয়া ধেমালিৰ সময় নহয় । পঢ়া হ'লে, যাবৰ সময়ত ধেমালি কৰিম । এতিয়া পঢ়োঁহঁক, আহাঁ ।

বল- কলীয়া, তুমি মিঠা কথাৰে মানুহক বৰ ফুচুলিয়াব জানা ।

( সান্দীপনি মুনিৰ প্ৰৱেশ )

সকলোৰে- ( সেৱা )

সান্দীপনি- বোপাহঁত । তোমালোকে মন দি পঢ়ি থাকাহঁত । মোৰ এঠাইত এটা কাম আছে, তাৰপৰা ঘূৰি আহোঁ । যাৰ যি পঢ়া শিকিব লাগে, আগৰ পঢ়া দি কৃষ্ণ-বলৰামৰপৰা নকৈ সুধি লবাহঁক । আজি মোৰ সলনি তেওঁবিলাক দুজনকে গুৰু বুলি ভাবি হাই-দন্দ নকৰি আনন্দ মনেৰে পঢ়ি থাকাহঁক ।

২য় ছা- ভাল, দেউ ! একো চিন্তা নাই; আপোনাৰ আদেশ মতে আমি পঢ়া পঢ়িমহঁক ।

( সান্দীপনিৰ প্ৰস্থান )

১ম ছা- বুঢ়া বামুণ গ'ল, ওমলিবৰ হ'ল । ঘিলা খেলোঁ আহাঁ ভাই, আৰু মোক কোনে পায় ?

কৃষ্ণ- আমাক বিশ্বাস কৰি ধৰ্ম্মৰ ওপৰত নিৰ্ভৰ কৰি দেউ গৈছে যি স্থলত, আজি আমি ধেমালি কৰা নিতান্ত অন্যায় । বিশ্বাস ও ধৰ্ম্ম—এই দুটি বৰ ডাঙৰ বস্তু । সকলোকে হেৰুৱালে পাব পাৰি, ইয়াক হেৰুৱালে পোৱা নেযায় । গুৰুৰ আদেশ নুশুনিলে অধৰম হ'ব । তেওঁ বিশ্বাস কৰিছে, আমি তেওঁৰ উপদেশ মতে পঢ়িম । তাকে নকৰিলে বিশ্বাসঘাতক হ'ম ।

সাঃ মৈঃ- বোপাহঁত, দেউ কলৈ গল ?

কৃষ্ণ- মাতৃ ! দেউৰ আজি ক'ৰবাত একেৰি কাম আছিল, তাকে কৰিবলৈ গৈছে ।

সাঃ মৈঃ- ভাল কথাটো হ'ল ! আজি আহিবনে নাহে ?

বল– কথাৰ গতিটোলৈ চাই হলে আজি অহাৰ ভৰসা নাই। কিয় সুধিছে, কি হ'লনো আই ?

সাঃ ঘৈঃ- কি কম ? তোমালোকৰ দ্বাৰা নহয়।

কৃষ্ণ- কিয় নহ'ব ? আমি জানো মানুহ নহওঁ আই ? মানুহৰ দ্বাৰা হোৱা সকলো কাম আমাৰ দ্বাৰা হ'ব।

সাঃ ঘৈঃ- তোমালোকক কবলৈ ভাল নেলাগে। আজি ভাত ৰান্ধিবলৈ শুকান খৰি এডালিও নাই। অথনি কেঁচা খৰি ফুৰাই-ফুৰাই চকু-পানীৰে অতকাৰ হলোঁ। দেউৰে তাৰো একো দিহা নকৰিলে।

১ম ছা- কি কথা আছে ? আমি গৈ আনি দিমহঁক।

কৃষ্ণ- তেন্তে উঠাহঁক। আমি মাতৃৰ নিমিত্তে শুকান খৰি বিচাৰি যাওঁহঁক।

বল– যাওঁতে সকলো যাব হয়; কিন্তু যি সৰহকৈ আনিব পাৰিব, তেকেহে শলাগিমহঁক।

কৃষ্ণ–মুখৰ কথা আমাক নেলাগে, কাৰ্য্যতহে চিনাকি দিয়া উচিত।

## গীত

( সকলোৱে )

বলাঁ ভাই যাওঁ আমি খৰি আনো গই,
খৰি আনো গই আমি, খৰি আনো গই।
বিচাৰি শুকান খৰি, আনি সকলোৱে লুৰি,
ঘৰলৈ আহিম ঘূৰি, লৰালৰি কই।
হৈ আমি শাৰী শাৰী, বলাঁ যাওঁ লৰ মাৰি,
নহ'লে হ'ব দেৰি, ঘূৰিম কেনেকই।

( সকলোৱে প্ৰস্থান )

০০০

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

সান্দীপনিৰ ঘৰ

( সান্দীপনি ও ঘৈণীয়েক )

সান্দী- ই কি কথা ! কালিৰেপৰা ইমান পৰলৈ উভতি অহা নাই। কেনি গৈছে—তুমি কব পাৰানে ?

সাঃ ঘৈঃ- মইনো কি জানো ? আটাইকিটাই ভৰকৈ ওলাই গৈছে। মই খৰি নাই বুলিবলৈহে পালোঁ, লোকে ওলালেই।

সান্দী- ল'ৰা মানুহ, কালিৰেপৰা লঘোনে-ভোকে চাগৈ দেহি ! একেবাৰে চেপেটা লাগিল। ঘাইকৈ কৃষ্ণ-বলৰাম নিচেই সুখীয়া। হায় ! হাবিয়ে-বননিয়ে চাগৈ কত দুখ পাইছে! সিহঁতক কৰই নেলাগিছিল।

সাঃ ঘৈঃ- মোৰ কালি গধূলিৰেপৰা গাটো ছাটি-ফুটিকৈ আছে। মই জানিছিলোঁ, ওচৰৰেপৰা ডালচেৰেক শুকান খৰি আনি দিব। আজি দুদিনীয়াকৈ হাবিত লঘোনে-ভোকে আহৰি হ'ল দেহি ঐ !

সান্দী- কৃষ্ণ-বলৰাম দুয়ো পৰম ব্ৰহ্ম নাৰায়ণ, দুই অংশে পৃথিৱীত জন্ম লৈছে ; তেনে সনাতন পুৰুষক তুমি সামান্য খৰি আনিবলৈ পঠালা, তাতহে মই বৰ দুখিত হৈছোঁ। আহা ! কত কষ্ট পাইছে চাগৈ !

সাঃ ঘৈঃ- নাথ ! মোৰ বৰ অপৰাধ হৈছে। মোৰ আৰু এই জন্মত নিস্তাৰ নাই। মই বৰ অন্যায় কৰ্ম্ম কৰিলোঁ। যুগ-যুগান্তৰে তপস্যা কৰি ঋষি-মুনিসকলে যাৰ পাদ-পদ্ম দেখিবলৈ নেপায়, তেনে প্ৰভু ছাতৰ ৰূপে আমাৰ ভগা পঁজাত আৱিৰ্ভাৱ। মই কঙালিনীয়ে হাততে ৰত্ন পাই যত্ন কৰিব নেজানিলোঁ। ( কান্দোন )

সান্দী- প্ৰেয়সী, তোমাৰ শোক পৰিহাৰ কৰা। ভগৱানৰ অপাৰ লীলা, মই তেওঁবিলাকক বিচাৰি যাওঁ। তুমি সুস্থিৰ মনেৰে ভিতৰত গৈ আহাৰৰ উপায় কৰা।

সাঃ ঘৈঃ- মোৰ আধাৰলৈ জুই নেযায়। মই বেচীয়ে বৰ অকথা কৰিলোঁ। মোৰ পাপৰ পৰাচিত নাই। মোক কি শনিয়ে লগ ললে, মোৰ প্ৰভুক খৰিৰ কথা কলোঁগৈ। ( কান্দোন )

সান্দী- তুমি বেজাৰ নকৰিবা। লীলাময়ৰ লীলাৰ, মানুহে নেলাগে দেৱতাইও, একো অন্ত নেপায়। এতেকে আমাৰ বৃথা শোক কৰা

অন্যায়। মই বিচাৰি যাওঁ। তুমি ভিতৰলৈ যোৱা।

(সান্দীপনিৰ প্ৰস্থান)

গীত

সাঃ ঘৈঃ- নিচিনি তোমাক প্ৰভু! অকাজ কৰিলোঁ মই,
মৰষি দাসীৰ দোষ, গুচোৱা মনৰ ভয়।
তুমি নেওঁাৰিলে মোক, তাৰে কোনে দয়াময়।
অজলা তিৰীৰ মতি, সদায় পাপত ৰতি;
কেৱল তুমিহে গতি, জানিছোঁ করুণাময়।
তব পাদ-পদ্মে যেন সদা মোৰ মন ৰয়।

(সাঃ ঘৈঃৰ প্ৰস্থান)

০০০

# দ্বিতীয় দৰ্শন

## অৱন্তী নগৰৰ ৰাজআলি

( সকলোৱে খৰিৰ একো আঁটি আনি বাটতে ৰহে )

১ম ছা- কলীয়া, তুমি ইমানবোৰ বনৰীয়া গুটি কেনেকৈ চিনি পোৱা ? আহা ! খাবলৈ এনে সোৱাদ ! কালিৰেপৰা ভাত খোৱা নাই যেনকে লগা নাই ।

২য় ছা-ভাততকৈ ফল-মূলহে খাবলৈ ভাল । ঋষি-মুনিসকলে ইয়াক খাই বৰ তৃপ্তি লভে । দেখা নাই, আমাৰ দেউৱে নিতৌ নিয়ে ?

৩য় ছা- দেউৱে নিয়ে হয়, এনে ফল নহয় ভাই ! আমাক কালিৰেপৰা যিমানবোৰ ফল কলীয়াই আনি খুৱালে, সিমানবোৰ দেউৱে খক্ ছাৰি নামকে কব নোৱাৰে ।

৪র্থ ছা- আমি চকুৰ আগতে থাকিলেও নেদেখোঁ, বলায়ে-কলীয়াই দেখোন কোঁচ ভৰাই আনি দিয়ে ।

বল- তহঁত সদায় ঘৰৰ বাহিৰ হোৱা নাই । নাদৰ ভেকুলী নাদতে আছহঁত । আমি বোলোঁতে হাবিত সৰুৰেপৰা জাক গৰখীয়াৰ লগত শিঙা বজাই, বাঁহী বজাই গৰু চৰাই ফুৰিছিলোঁ । আমি কেউপিনে সমান ।

কৃষ্ণ- দদা, অহঙ্কাৰ কৰিব নেপায় । কেও মাকৰ পেটতে জানি নাহে । সাংসাৰিক বিষয় ক্ৰমে সংসাৰতে শিকি লয় । এওঁখিলাক বৰ সুখীয়া; ঘৰৰ বাহিৰ নোহোৱা বাবে অলপ দুখকে বৰ দুখ বুলি ভাবে ।

১ম ছা- কালি যে আমি ধুমুহা-বৰষুণত জীয়াই থাকিম, এনে আশাই নাছিল ।

২য় ছা- ভাল কৈছ বোপাই ! গছৰ খোন্দৰপৰা সেই ফেঁটী সাপটোৱে ফোঁচ কৰোঁতেই চুলিৰ আগে জীৱ গৈছিল ।

৩য় ছা- এইবাৰ এই সঙ্কটৰপৰা আমাক ক'লায়ে-বলায়েহে ৰাখিলে । মই আৰু কেতিয়াও হাবিলৈ নাহোঁ ।

৪র্থ ছা- তহঁতৰ কিতাহিখন থ বোপাইহঁত ! বলাইৰ মুঠা খৰিৰ দৰে কাৰো খৰি নহয় । মোৰ মুঠাই হওঁতে অইনতকৈ শকত, তেও বুলি ইহঁত দুটাৰ সমান নহয় ।

১ম ছা-চৰাইহে সৰু, ছলুং গছত বাহ । দেখা নাই কালিৰেপৰা ইহঁতৰ

কীৰ্তি? ইহঁত নথকা হলে, আজি এইখিনি নেপাওঁহিহঁক।

(সান্দীপনিৰ প্ৰৱেশ)

সান্দী- (কৃষ্ণ ও বলৰামক চুমা খাই গাত হাত ফুৰাই অতি মৰমেৰে) মোৰ বোপাইহঁত! তোমালোকে কালিৰেপৰা কেনৈ ইমান দুখ খাই ফুৰিছিলা? উঠা, বামুণীয়ে কালিৰেপৰা কান্দি-কাটি ব্যাকুল হৈছে।

কৃষ্ণ- গুৰুদেৱ, মাতৃয়ে ভাত ৰ'ন্ধোতে বৰ দুখ পায়। ঘৰত খৰি নাই, যি আছে সিও কেঁচা। সেইগুণে আমি খৰি আনিবলৈ গৈ মহা বিপদত পৰিছিলোঁ।

সান্দী- কি বিপদত পৰিছিলা মোৰ সোণাই?

কৃষ্ণ- কালি আমাক হাবিত পকৱাই পাই বাট হেৰুৱাই হাবিত ঘূৰি ফুৰিছিলোঁ। ভোকত আটাইবোৰ কলমলাবলৈ ধৰিলে; পিছে দদা আৰু মই দুয়ো হাবিত ফল-মূল বিচাৰি লগৰীয়াসকলৰ প্ৰাণ ৰক্ষা কৰিলোঁ।

১ম ছা- ধুমুহা, বতাহ, বৰষুণ আৰু ফেঁটী সাপৰ কথা নোকোৱা কেনৈ?

বল- এতিয়া কলেনো কি হব? গ'ল কথা গুচিল।

২য় ছা- মোৰ হলে মনত পৰিলে এতিয়াও গাটো জিকাৰি উঠে।

৩য় ছা- তেতিয়া দেখোন তই মুহুৰ্কহ খাই আছিলি; এতিয়াও তোৰ বুকু কঁপি নেযায় নে?

৪র্থ ছা- উস্! মই বোলোঁ কিহে পাসে? ফুৰাতে ফুৰোঁ, ঘূৰাতে ঘূৰোঁ; তেও বাট-পোঠ নেপাওঁ।

সান্দী- এতিয়া ব'লা বোপাহঁত! মুখ শুকাই আছে, কালিৰেপৰা পেটলৈ কণ এটি যোৱা নাই। উঠাহঁক মোৰ বোপাইহঁত!

(সকলোৰে প্ৰস্থান)

০০০

## তৃতীয় দৰ্শন

সান্দীপনিৰ চোতাল

সান্দীপনিৰ ঘৈনীয়েক

সাঃ ঘৈঃ- ( বিৰস মনেৰে ) মোৰ সমান কাঠৰী জগতত কেও নাই। মই গুকান খবিৰ লগত ল'ৰাহঁতক আজি তিনি সঁজীয়াকৈ লঘোনত মাৰিছোঁ। মোৰ মনত একেৰিও মৰম নেলাগিল। সোণ-বৰণীয়া কোমল আলসুৱা ল'ৰা চাগে খাবলৈ নেপাই গুকান চিৰাছলা যেন হ'ল। মইনো কি সতে এতিয়াও জীয়াই আছোঁ? সেউ অথনিয়েই নোখোৱা-নোবোৱাকৈ সিহঁতকে বিচাৰি গ'ল, এতিয়াও উভতি নোলালহি। সেহি। ওবে ৰাতি ছাটি-ফুটিকেয়ে নিয়ালে। এতিয়াও চাগে সিহঁতকে বিচাৰি ফুৰিছে। কালি ধুমুহা, বতাহ, বৰ-ষুণত বা মোৰ সোণাইহঁতৰ কি বিলাই হ'ল। ( চকুৰ লো টোকে )

( পুৰন্দৰৰ প্ৰৱেশ )

পুৰন্দৰ- আই, কি হ'ল? অথনিৰেপৰা এবাৰ ভিতৰলৈ, এবাৰ বাহিৰলৈ অহা-যোৱাকৈ আছে কিয়?

সাঃ ঘৈঃ- কিনো কম বোপাই ঐ! লৰাহঁত কালিয়েই খৰি বিচাৰিবলৈ গৈ গধূলিও নেপালেহি। সেউৰে-মযে দুয়ো ৰাতিয়েই পায়হি বুলি ভাত-পানী ৰান্ধি ওবে ৰাতি খাপ লৈ থাকোঁতেই গ'ল। নহা দেখি ৰাতিপুৱাই সেউ উঠি সিহঁতক বিচাৰি গ'ল, এতেখিনি পৰেও দেখোন আহি নেপালেহি। ক'ত বা কাৰ কি গতি হ'ল, ভাবি-চিন্তি বিচুতি হৈছোঁ।

পুৰ- কি? কালিৰেপৰা বোপাটিহঁত আহি ওলোৱাহি নাই! মোক কালিয়েই নকলে কিয়? ইস্! হৰি, হৰি! ল'ৰা মানুহ, বাট-পোঠ চিনি নেপাই ক'ৰবাত হাবিতে থাকিল চাগে। হাবিতো চাগে সিহঁতৰ দুখৰ অন্ত নাই। চাৰা ৰাতি বতাহ-বৰষুণৰ কোবতনো কেনেকৈ আছে?

সাঃ ঘৈঃ- কেতিয়াবা কথা এটালৈ পাচিবলৈ হলে হাতাত বোপাই তোকেহে পাওঁ। মই পাগলীয়ে আকৌ কালি পাহৰিলোঁ। ঘনেপতি কথায় কথায় আহকাল কৰিবলৈকো সোণাই তোক বেয়া লাগে।

পুৰ- আই, কিহৰ বেয়া? আমাক নকেনো কৰ কাক? একো আহ-কাল নেপাওঁ। ( বাটৰ পিনে চাই ) সৌৱা—ওলালহিয়েই দেখোন।

( ছাত্ৰসকলৰ প্ৰৱেশ )

সাঃ মৈঃ- ( ৰং মনেৰে কৃষ্ণ-বলৰামৰ গাত হাত ফুৰাই চুমা খায় ) আই ঐ! মোৰ লাহৰীহঁতে দেহি! ভোকত কালিৰেপৰা লাল-কাল হ'ল।

কৃষ্ণ- আই, আমি একো দুখ পোৱা নাই। আমি কালি সকলোৱে মহা ৰঙে ফলাহাৰ কৰিলোঁ।

বল- আই, কলীয়াৰ লগত থাকিলে আমাৰ একো চিন্তা নাই। আমি কলীয়াৰ যত্নতে অতি সুখেৰে কালি বনৰ ফল-মূল আহাৰ কৰি পৰম তৃপ্তি লভিলোঁ।

সাঃ মৈঃ- সুখীয়া ল'ৰাই দেহি! ভাত খাবলৈ নেপাই গছৰ বনৰীয়া গুটি বিচাৰি খাই তাৰে শলাগ লৈছে। মোৰ সোণাইহঁত, তহঁতেনো কাহানি এইদৰে হাবিয়ে-বননিয়ে গছৰ গুটি বিচাৰি খাইছিলি?

১ম ছা- আই, নামতহে বনৰীয়া গুটি, হওঁতে তাৰ লগত অমৃতো ৰিজাব নোৱাৰি। জগতত সোৱাদ বস্তু আছে মানে একো তাৰ সমান মিঠা নহয়। সদায় যেন তাকে খাই থাকিম।

কৃষ্ণ- মাতৃ! আমি আগেয়ে গোকুলত গৰখীয়া ল'ৰাৰ লগত হাবিত গৰু চৰাই ফুৰোঁতে কত যে বনৰীয়া ফল-মূল বিচাৰি আনি খাইছিলোঁ, তাৰ একো সীমা নাই। মই বহুত গুটি চিনি পাওঁ।

বল- আই, কলীয়া বৰ টেঁধৰ; কলীয়াই চিনি নোপোৱা বস্তু হাবিত নাই। আমি হাবিত ফুৰা আগৰেপৰা অভ্যাস আছে। আমি একো দুখ পোৱা নাই। মনত বেজাৰ নকৰিব।

২য় ছা- আই, আমাক পকৰাই নোপোৱা হলে কালিয়েই আহি ঘৰ পালোঁহেঁতেন। পিছে, পকৰাই পাই বাট হেৰুৱাই আঁকাই-পকাই হাবিতে ৰাতি হ'ল। ঈশ্বৰৰ এনেহে মহিমা! কি কম আই? চাই থাকোঁতেই বতাহে-বৰষুণে ওন্দোলাই আনি তত্ হেৰুৱাই দিলে। আন্ধাৰ নিশা ক'তো থাকিবলৈ ঠাই নাই। পিছে, কলীয়াই এজোপা ডাঙৰ গছৰ ধোন্দত আমাক সুমুৱাই ৰক্ষা কৰিলে।

৩য় ছা- সেই ফেটীসাপৰ কথাটো হবলা এৰিলি? উস্! ইমান ডাঙৰ সাপ মই আৰু ইয়াৰ পূৰ্ব্বে কেতিয়াও দেখা নাছিলোঁ, ঈশ্বৰৰ কৃপাতহে মৰা নপৰিলোঁ।

৪র্থ ছা- যি হবৰ হ'ল, এতিয়া ভাবি বেজাৰ বা ভয় কৰিলে কি হব?

বল- আমি গৰু চৰাওঁতে এবাৰ পিয়াহত তাহানিখন এখন যমুনাৰ পানী খাই আটাইবোৰ গৰখীয়া মৰি আছিলোঁ। কলীয়া গৈ যমুনাত নামি বুৰ মাৰি এটা ভয়ঙ্কৰ সাপৰ ফেণাৰ ওপৰতে উঠি নাচি আছিল। অন্তত সাপে তেজ বঁটিয়াই তথা-মথা দেখি গ'ল। নাগ-পত্নীৰ কান্দোনত গোটেইখন খলকি লাগিছিল। এতিয়ানো

এইটো কি ডাঙৰ সাপ ?

১ম ছা- কালি দেখাটোও কম নহয় ভাই ! ফোঁচকৈ উঠিছিল ।

সাঃ ঘৈঃ- মোৰ সোণাইহঁত ব'লা, মই ভাত-পানী বাঢ়ি থৈছোঁ । গা ধুই আহাঁগৈ, মই ভাত বাঢ়োঁগৈ ।

( সান্দীপনিৰ প্ৰৱেশ )

সান্দী- ইয়াত থিয় হৈনো কি মেল পাতিছা ? ল'ৰাহঁতৰ মুখ দেখা নাই ? যোৱা, বেগতে গৈ ভাত-পানী দি সান্ত্বনা কৰা । দেহি ! মোৰ সোণাইহঁতে বৰ দুখ পালে ।

সাঃ ঘৈঃ- বাৰু, মই ভিতৰলৈ যাওঁ । তোমালোকো যোৱা । বোপাহঁত, গা-পা ধুই আহাঁগৈ; মই ভাত বাঢ়োঁগৈ । কালিৰেপৰা মোৰ সোণাইহঁতৰ পেটলৈ এটি কণো যোৱা নাই । ( প্ৰস্থান )

সান্দী- সকলোৰে আমি নৈত গা ধুই আহি আহাৰ কৰোঁ, উঠাহঁক ।

গীত

(কৃষ্ণ, বলৰাম আৰু ছাত্ৰবোৰ)

পিতৃ পালোঁ, মাতৃ পালোঁ, যেনে নিজা ঘৰ;
চোৰাঁচোন কেনেকৈ কৰিছে সাদৰ ।
আইতাৰ সলনি আই, মৰমতে পমি যায়;
দেউতাৰ সলনি দেউ, চেনেহতে লেউ-সেউ;
গোপৰ সলনি ছাতৰ অতি মৰমৰ ।
আমাৰ লগতে চোৱা, বেজাৰতে কেনেকুৱা;
ভাত-পানী নাই খোৱা, শোকত কন্দনামুৱা;
গোটেইখন হুৱা-দুৱা, হ'ল অথন্তৰ ।

( সকলোৰে প্ৰস্থান )

০০০

## চতুৰ্থ দৰ্শন

### সান্দীপনিৰ ঘৰ

সান্দী-(আপোনা-আপুনি) আহা! মোৰ সমান ভাগ্যৱান কোন আছে? সনাতন পূৰ্ণব্ৰহ্ম আহি যাৰ ছাত্ৰ হৈছেহি। লাহে-লাহে শিকিবলগীয়া সকলো বিদ্যাকে শিকিলে। আমাৰ ঘটো প্ৰায় ইমানতে উদং হৈ আহিল। অইনে এবছৰত যিমান শিকিব নোৱাৰে, এওঁবিলাকে এদিনতে তাৰো বেছিহে শিকে। কত ল'ৰা আহি ১০/১২ বছৰেও যি শিকিব পৰা নাই, এওঁবিলাকে এই সামান্য দিনৰ ভিতৰতে শিকি আকৌ সিহঁতক শিক্ষা দিছে। এনে স্থলত স্বয়ং ভগৱান নহে কোন হ'ব? যিদিনাৰেপৰা মোৰ ভগা পঁজাত ভৰি দিছেহি, সেইদিনাৰেপৰা মোৰ ঘৰ শান্তি ও লক্ষ্মীৰ আগাৰ হৈ উঠিছে। সিদিনা পঢ়াশালিত দেৱৰ্ষি নাৰদ আহি কত স্তুতি প্ৰাৰ্থনা কৰি গৈছে। আহা! মই মহাসুখী। ভগৱান দয়াময়ে নিজে কৃপা বিতৰণ কৰি মোক কৃতাৰ্থ কৰিছেহি। মই মহা ভাগ্যৱান। (কৃষ্ণ-বলৰাম আহি সেৱা কৰে) কল্যাণমস্তু। মোৰ লাহৰীহঁত, আজি অসময়ত দেখোন আহিছা, কি হ'ল? (বহিবলৈ আসন দেখুৱাই) সেই কুশাসনতে বহাহঁক। আজি বিৰস বদন দেখিছোঁ কিয়? কি হ'ল—কোৱা মোৰ সোণাইহঁত।

কৃষ্ণ- গুৰুদেৱ, গ'ল ৰাতিৰেপৰা মন বৰ ব্যাকুল হৈ উঠিছে। আমি মথুৰা এৰি আহিবৰ আজি ভালেমান দিন হ'ল। নিশা স্বপ্নত দেখিলোঁ, দৈৱকী মাতৃয়ে আমাক নেদেখি কান্দি-কাটি আউলী-বাউলী হৈছে দেহি। আমি অতি শীঘ্ৰে ঘৰলৈ উভতি যাম বুলি অঙ্গীকাৰ কৰি আহিছিলোঁ। আমি আৰু ইয়াত পলম কৰিব নোৱৰা হলোঁহঁক। আমি শিকিবলগীয়া প্ৰায় সকলো বিদ্যাকে শিকি অন্ত কৰিলোঁ। আপুনি এতিয়া আমাক আনন্দ মনেৰে বিদায় দি বাধিত কৰক।

বল-, প্ৰভু, আজি ৰাতি সপোন দেখি সাৰ পাবৰেপৰা কলীয়াই কান্দি-কাটি ব্যাকুল হৈছে। এতেকে আমাক নেবাধি বিদায় দিয়ক।

(সান্দীপনিৰ ঘৈনীয়েক আহিলত দুয়ো সেৱা কৰে)

সাঃ।ঘৈঃ- কুশলে থাকাহঁক। ৰাতিপুৱাই লাহৰীহঁত, মন মাৰি আছা কিয়? কি হ'ল?

কৃষ্ণ- আই, আমি পিতৃ-মাতৃ এৰি আহিবৰ ভালেমান দিন হ'ল। আমাৰ পঢ়া-শুনাও প্ৰায় শেষ হ'ল। ঘৰলৈ যাবলৈ বিদায় লবলৈ আহিছোঁ। ৰাতি বেয়া এটা সপোন দেখিলোঁ।

সাঃ ঘৈঃ- কিয় মোৰ সোণাইহঁত, এনে নিদাৰুণ বাক্য শুনালা? মই তোমালোকক কি সতে বিদায় দিম? (কান্দি কান্দি) মোৰ ভাল পাহৰা শোক আজি মনত পৰিল। মই কেনেকৈ তোমালোকক চকুৰ আঁৰ কৰোঁ। মোৰো মধুমঙ্গল নামে এটি অতি চেনেহৰ পুত্ৰ আছিল। মোৰ বোপাই পানীত নাদুৰি উমলিবলৈ সমুদ্ৰলৈ গৈছিল। শঙ্খ নামে অসুৰ এটাই মোৰ লাহৰীক মাৰি বংশ লোপ কৰিলে। সদায় তাৰ শোকতে আমি জীয়াতে মৰা হৈ আছোঁ। (কান্দোন)

সান্দী- সিদিনা কপিল, নাৰদ আদি মুনিৰ মুখে তোমালোকৰ কথা শুনিছোঁ, মোৰ সোণাইহঁত, তোমালোক কম পুৰুষ নোহোৱা। আমাৰ দুখৰ কথা কি ক'ম? তোমালোক অন্তৰ্যামী, সকলো জানাই দেখোন। এই বুঢ়া কালত আমিও মৰি যোৱা হলে ভালেই আছিল। কেৱল সুখ-দুখৰ ভাৰ ববলৈহে জীয়াই আছোঁ।

(কান্দোন)

কৃষ্ণ- প্ৰভু, শোক পৰিহাৰ কৰক। আপোনালোক দুইকো বেজাৰ কৰা দেখি মনত বৰ দুখ পাইছোঁ। আপোনাৰ পুত্ৰক আমি এতিয়াই গৈ বিচাৰি আনি দিম। মনত একো শঙ্কা নকৰি আনন্দ মনেৰে বহি থক। গুৰুদেৱ, আপোনাসকলৰ ঋণৰপৰা মুক্ত হব পৰা আমাৰ হাতত একো ধন নাই। আমাক দয়া কৰি নিজে মুক্ত নকৰিলে আমাৰ ইয়াৰপৰা ভৰি দাঙিবৰ শক্তি নাই।

বল- দেউ, আমাৰ কথাত বিশ্বাস কৰি শোক এৰক। আমি আপোনাৰ পুত্ৰ য'তে আছে তলৈকে গৈ বিচাৰি আনিম। আপোনাসকলৰ বেজাৰ দেখি আমাৰ মনত বৰ দুখ লাগিছে। গুৰুদেৱ আৰু মাতৃদেৱী! আপোনাসকলে একো চিন্তা নকৰিব।

(কৃষ্ণ-বলৰাম সেৱা কৰি উঠে)

কৃষ্ণ- মাতৃ! আমাক পুত্ৰ আনিবলৈ আনন্দ চিত্তে বিদায় দিয়ক। আৰু গুৰুদেৱ! আপুনি মনৰ বেজাৰ এৰি মাতৃদেৱীক সান্ত্বনা কৰক, আমি যাওঁহক। (দুইবো প্ৰস্থান)

সান্দী- বামুণী, তুমি চিন্তা নকৰিবা। ভগৱানে নিজে তোমাৰ পুত্ৰ বিচাৰি আনিবলৈ গৈছে। এওঁবিলাক সামান্য পুৰুষ নহয়। আহা! পৰম ব্ৰহ্মক আমি হাতে হাতে পাইছোঁ। আমি বৰ সৌভাগ্যশালী।

সাঃ ধৈঃ- মই নিতান্ত জ্ঞানহীনা নহলেনো মোৰ সত এনে হব কিয় ? জগতৰ কৰ্ত্তা অনাদি অনন্ত সনাতন পুৰুষক ধৰি আনিবলৈ পঠাম কিয় ?

## গীত

সাঃ ধৈঃ- মোৰ সম পাতকিনী নাই জগতত,
নাই পৃথিৱীত হে নাথ। নাই সংসাৰত।
নেজানি লগালোঁ হায়, এনেহে তোমাৰ দায়,
দাসীৰ নিস্তাৰ নাই, এই জনমত।
কৰি অপৰাধ ঘোৰ, অনুতাপ ভুঞ্জি মোৰ,
উঠিছে হিয়াত জ্বৰ, হেৰুৱালোঁ তত্।

০০০

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

কৈলাসপুৰী

শিৱ আৰু গৌৰী

গৌঃ- প্ৰভু, আজি আপোনাৰ মনটো বৰ অথিৰ যেন দেখিছোঁ কেলৈ ?

শিৱ- প্ৰেয়সী ! তুমি এইবোৰ কাৰণ সুধি কি অন্ত পাবা ?

গৌঃ- আপুনি নিজেই অনাদি আৰু অনন্ত, কাযেই আপোনাৰ মনৰ ভাবো অনাদি আৰু অনন্ত। কৃপা কৰি বুজাই দিলে যদিও সমুদায় বুজিব নোৱাৰোঁ, তথাপি অলপ আভাস পাব পাৰোঁ ।

শিৱ- তুমি জানা, মই ভকতৰ আত্মাৰহ । ভকতৰ দুখত দুখী আৰু ভকতৰ সুখত সুখী।

গৌঃ- দাসীয়ে তাক বেছকৈ জানো । আজিনো কাৰ কি হৈছে ?

শিৱ- বৈকুণ্ঠবৰপৰা বিষ্ণু পূৰ্ণ অংশে পৃথিৱীৰ ভাৰ হৰণ কৰিবলৈ নৰদেহত কৃষ্ণ-বলৰামৰূপে অৱতাৰ ধৰিছে । তেওঁবিলাক দুয়ো সান্দীপনি মুনিৰ ঘৰত বিদ্যা শিক্ষা কৰি গুৰু-দক্ষিণা দি ঘৰলৈ যাবলৈ বিদায় খোজোঁতে মুনি-পত্নী আৰু মুনিয়ে কান্দি-কাটি বিস্তৰ স্তুতি-ভক্তি কৰি পুত্ৰদান মগাত, দিবলৈ মান্তি হৈ মোক স্মৰণ কৰি শঙ্খাসুৰক বধি, এতিয়া যমালয়লৈ গৈছে ।

গৌঃ- নাথ, মুনিৰ জানো পুত্ৰ নাই ?

শিৱ- মুনিৰ এটি পুত্ৰ আছিল, সাগৰত জলক্ৰীড়া কৰিবলৈ যাওঁতে শঙ্খাসুৰে বধ কৰিলে । আজি বাৰ বছৰৰপৰা যমালয়ত আছে ।

গৌঃ- এতিয়া বাৰ বছৰৰ মূৰত তাক কেনেকৈ আনিব । যমে বা দিব কিয় ? প্ৰভু, এনে ডাঙৰ কাম কৰিবলৈ মান্তি হ'ল কিয় ?

শিৱ- তেওঁ ভক্ত-বাঞ্ছা কল্পতৰু । ময়ো তেওঁৰে এক অংশ মাথোন । তেওঁ কৰিব নোৱৰা কাম স্বৰ্গ, মৰ্ত্ত্য, পাতালত নাই । তেওঁ সকলোৰে প্ৰভু । তেওঁ গুৰু-দক্ষিণাৰূপ ঋণৰপৰা মুক্ত হবৰ নিমিত্তে মুনিৰ পুত্ৰক নিশ্চয় আনি দিব ।

গৌঃ- তেওঁ যদি সকলোৰে প্ৰভু, তেন্তে আপোনাক স্মৰণ কৰিব কিয় ?

শিৱ- প্ৰিয়া, তুমি মোক সাধু প্ৰশ্ন কৰিলা । বুজাওঁ তেন্তে মন দিয়া । পৃথিৱীত জীৱ আছে মানে সকলো এক পৰম ব্ৰহ্মৰ অংশৰ বাহিৰে আন একো নহয় । স্বৰ্গ, মৰ্ত্ত্য, পাতাল এই ত্ৰিলোক সত্ত্ব, ৰজ, তম

এই তিনি গুণেৰে সৃষ্টি কৰি, সেই অনুসৰি প্ৰত্যেক লোকত জীৱৰ জন্ম দি পৰমেশ্বৰৰ মহিমা ঘোষণা কৰিছে। প্ৰত্যেক লোকত বিধে বিধে কাৰ্য্য বিভাগ কৰি একোজনৰ হাতত শাসনৰ ভাৰ দি থৈছে। স্বৰ্গ, মৰ্ত্ত্য, পাতাল আৰু সত্ত্ব, ৰজ, তম আদি গুণসহ য'ত যি পদাৰ্থ আছে, সকলো তেওঁৰে অংশ মাথোন। তেওঁৰ অংশ আৰু গুণৰ তাৰতম্য অনুসাৰে উৎকৃষ্ট আৰু নিকৃষ্টাদি বুলি ধৰা যায়। এতিয়া তেওঁ নৰ-দেহ ধাৰণ কৰা বাবে মোক স্মৰণ কৰা আৱশ্যক হৈছে।

গৌঃ- মই জানিছিলোঁ, আপোনাতকৈ ডাঙৰ দেৱতা নাই। এতিয়া জানিলোঁ, বিষ্ণু আপোনাতকৈ ডাঙৰ।

শিৱ- প্ৰাণাধিকে, তুমি অলপ ভুল বুজিছা। ডাঙৰ বা সৰু কোনো নহয়; সকলো সমান। যেতিয়া যি অৱস্থাত যি থাকে, সেই অনুসৰি ডাঙৰ-সৰু বুলি নিৰ্ণয় কৰা যায়। জুইৰ ফিৰিঙতি এটাক জানো একুৰা ডাঙৰ জুইতকৈ সৰু বুলিব পাৰা? সেই ফিৰিঙতি সময়ত প্ৰকাণ্ড একুৰা জুইৰ অৱস্থালৈ যাব পাৰে। তাকে বুলি ফিৰিঙতিটোক জুইকুৰা বুলি কোৱা নাযায়। এতিয়াও ঠিক তেনে জানিবা। মোক স্মৰণ নকৰি কাৰ্য্য সমাধা কৰিবলৈ টান পতিকে এই সময়ত মোৰ সহায় লৈছে।

গৌঃ- মুঠতে কবলৈ গলে যদি সকলো সমান, তেন্তে পূজনীয় হয় কোন অৱস্থাত?

শিৱ- গুণৰ অংশ যাৰে যাতকৈ বেছি, সেয়ে তাৰ পূজনীয়। সময়ত তুমিও মোৰ পূজনীয়। এই বিষয়ে পিছে তোমাক মই বিস্তাৰিত ৰূপে বুজাই ক'ম।

গৌঃ- নাথ, আজি মই আপোনাৰ কথা শুনি বৰ সন্তোষ লভিলোঁ। এতিয়া তেন্তে যমৰো দণ্ড হ'ব নেকি?

শিৱ- কি বাবেনো যমৰ দণ্ড হ'ব? যমহে স্বয়ং ধৰ্ম্ম।

গৌঃ- মুনিৰ পুত্ৰক যমালয়ত বধা বাবে কিয় দণ্ডনীয় নহ'ব?

শিৱ- যমৰ কাৰ্য্য মৃত্যু সংঘটন। যাৰ যেনে কৰ্ম্ম, সেইদৰে তাক বিচাৰ কৰি ধৰ্ম্মই বাধে। সেই নিমিত্তে যমৰ অপৰাধ কি?

গৌঃ- মুনিৰ পুত্ৰ কৰ্ম্ম অনুসাৰে যদি পাপত পৰি আছে, তেন্তে উদ্ধাৰ কৰি অনাৰ উপায় কি?

শিৱ- বিষ্ণুনাম ভক্তিভাৱে ললে যিমানখিনি পাপ ক্ষয় হয়, সিমানখিনি পাপ পাপীয়ে এযুগতো কৰিব নোৱাৰে। এনেস্থলত নিজ চকুৰে তেওঁক দেখা পালে যে মহা পাতকীও তৎক্ষণাৎ উদ্ধাৰ হ'ব, তাৰ এক ধনিষ্ঠামানো শঙ্কা নাই। এতিয়া যমালয়ৰ পাপীবোৰ

তেওঁক দেখি উদ্ধাৰ হৈ যায় বুলিহে মোৰ মন বৰ ব্যাকুল হৈছে।

গৌঃ- তেন্তে প্ৰভু উপায় ?

শিৱ- উপায় যমৰ হাতত। মই চাওঁতে, তেওঁ যোৱা মানুহকে বিদায় দিব। যদি যমে সোনকালে বিদায় নিদিয়ে, ময়ো যাব লাগিব। এতেকে আহাঁ, আমি নিলগৰপৰা চাই থাকোঁ।

(দুইবো প্ৰস্থান)

000

## দ্বিতীয় দৰ্শন

### যমপুৰী

( চিত্ৰগুপ্ত, দূত ও পাপীসকল )

যঃ- চিত্ৰগুপ্ত! চোৱাঁচোন, আজি কাক কাক আনিব লগা হৈছে?

চিঃ- আজি প্ৰায় এক কোটিমান অনা হ'ল।

যঃ- পাপ-পুণ্যৰ হিচাপ কৰিলানে?

চিঃ- ধৰ্ম্মৰাজ! পাপ-পুণ্য অনুসৰি সকলোকে ঠায়ে-ঠায়ে ৰখা হৈছে।

যঃ- কিমান খালাচ হ'ল?

চিঃ- খালাচো বহুত হ'ল, পিছে এটাৰ হিচাপহে ঠিক কৰিব পৰা নাই।

যঃ- কেলৈ? নতুন নে পুৰণি কয়দী?

চিঃ- পুৰণি।

যঃ- নাম কি?

চিঃ- মধুমঙ্গল।

যঃ- পিছে কি হ'ল?

চিঃ- হিচাপটো দেখোন একো তৎ ধৰিব নোৱৰা হলোঁ।

যঃ- কোনে অনা, কি বেমাৰত মৰা?

চিঃ- বেমাৰত মৰা নহয়, শঙ্খাসুৰে বধ কৰা। বাপেকৰ নামটো সান্দীপনি।

দূত- ওঁ হয়, সেই বুঢ়া মুনিটো। এবাৰ তাক ভুলত আনিবলৈ গৈ বৰ লাজ পাই আহিছোঁ নহয়?

যঃ- কি ভুল হৈছিল অ'?

দূত- মহাৰাজ! বুঢ়া সন্দিকৈক আনিবলৈ পঠিয়াওঁতে আমি প্ৰথমে সান্দীপনিক ধৰিবলৈ গৈ কেবাদিনো ঘূৰি-পকি আছিলোঁ, পিছে বেঙ্গমুৰা গৈহে কলে বোলে "সান্দীপনি" নহয় "সন্দিকৈ"। তেহে গৈ আকৌ সন্দিকৈক আনিছোঁগৈ।

যঃ- চিত্ৰগুপ্ত, তুমি হিচাপটো তেন্তে ভালকৈ চোৱাঁ। ঘনেশতি তেনেকৈ ভুল হলে কৈফৎ দিওঁতা সাৰিবলৈ টান হব আকৌ। আমালৈ সকলোৰে চকু। পুলিচ আৰু যম ভেটি খোৱাৰ ওজা বুলি প্ৰবাদ আছে নেজানা নে?

( কৃষ্ণ-বলৰামৰ প্ৰবেশ দেখি সকলোৱে নম্ৰভাৱে থিয় হয় )

যঃ- (সেৱা কৰি কৰপুটে) প্ৰভু, কি নিমিত্তে এনে আহিব নলগীয়া ঠাইলৈ হঠাৎ পদাৰ্পণ কৰিছে?

কৃষ্ণ- ধৰ্ম্মৰাজ, মই শঙ্খাসুৰক যে যমালয়লৈ পঠিয়াইছিলোঁ, সি সান্দীপনি মুনিৰ পুত্ৰক বধ কৰিছিল। এতিয়া মই গুৰু-পুত্ৰক নিবলৈ আহিছোঁ।

১ম পা- (কৃষ্ণক সেৱা কৰি) দয়াময়, আজি বহুত দিনৰ মূৰত তেওঁ যমালয় এৰিলোঁ। ধন্য প্ৰভুৰ দয়া। (প্ৰস্থান)

যঃ- এতিয়াই দূত, ধৰি আন। ক'ত আছে যা, বেগতে আন। চিত্ৰগুপ্ত, দিয়াঁ, শীঘ্ৰে দেখুৱাই দিয়াঁহে। পলম নকৰিবা, উঠাঁ।

দূত- মহাৰাজ, মোক দেখুৱাব নেলাগে, মই লৈ আহোঁগে। মই তাক ভালকৈ চিনি পাওঁ।

(দূতৰ প্ৰস্থান)

২য় পা- (কৃষ্ণক সেৱা কৰি) বৰ ভাগ্য, প্ৰভুৰ পাদপদ্ম দৰ্শন কৰি আজি অনেক দিনৰ মূৰত যমৰ যাতনাৰ হাত সাৰিলোঁ। (প্ৰস্থান)

যঃ- হেৰা চিত্ৰগুপ্ত! কি চাই আছা—দেখা নাইনে? লাহে লাহে আটাই-বোৰ যাব। যোৱা, বেগতে মুনিৰ পিতেকক আনি দিয়াঁ।

চিঃ- ভাল, মহাৰাজ! (প্ৰস্থান)

৩য় পা- (সেৱা কৰি) উস্! হৰি হৰি! তোমাৰ কৃপাত আজি ব্ৰহ্ম-হত্যা পাপৰপৰা উদ্ধাৰ হলোঁ।

যঃ- প্ৰভুৰ ইয়াত পলম হলে মোৰ যমালয়ত আৰু এটিও প্ৰাণী নেথাকিব।

কৃষ্ণ- মই মুনিৰ পুত্ৰক লৈ অবিলম্বে প্ৰস্থান কৰিম। মই সকলো কথাকে বেছ জানিছোঁ।

যঃ- মই অধমে প্ৰভুক কি সাধ্যে প্ৰস্থান কৰিবলৈ কব পাৰোঁ? মই বন্দী প্ৰভুৰ দাসানুদাস।

(চিত্ৰগুপ্ত, দূত আৰু মধুমঙ্গলৰ প্ৰবেশ)

চিঃ- (মধুমঙ্গলক উলিয়াই) এইটি মুনিৰ পুত্ৰ প্ৰভু!

কৃষ্ণ- মই তেন্তে আহিলোঁ। তোমালোকৰ কৰ্ত্তব্য কৰ্ম্ম কৰাহঁক। (মধুমঙ্গলক) তুমি মোৰ গুৰুপুত্ৰ যি স্থলত, সহোদৰ সদৃশ হলা। এতিয়া বলা যাওঁ।

(বলৰাম, কৃষ্ণ, মধুমঙ্গলৰ প্ৰস্থান)

চিঃ- মহাৰাজ, মই নকৈছিলোঁ—বোলোঁ এটা হিচাপৰ গোলমাল হৈছে।

যঃ- তাক আগেয়ে ঠিক কৰি থোৱা হলে, অনাহকত এই পাপীকিটা কেনেকৈ তৰি যাব পাৰে? আজি তিনিটা লোকচান হ'ল। এই-বাৰৰপৰা হিচাপ পূৰ্ব্বেই ঠিক কৰি থবা।

চিঃ- মহাৰাজ, স্বয়ং ভগৱান আহে বুলিনো আকৌ কেনেকৈ জানিম? ভাল কথা, এইবাৰৰপৰা সাৱধান হলোঁ।

যঃ- হওঁতে অহাৰপৰা আমাৰ অনেক উপকাৰহে হ'ল। ভগৱানৰ

চৰণ-কমল দেখাও মহৎ ভাগ্যৰ কথা।

চিঃ- মহাৰাজ, আজি মোৰ ধাতু উৰিব লগা আৰু!

ৰঃ- আমাৰ কালেও তথৈবচ।

000

## দ্বিতীয় দৰ্শন

### সান্দীপনিৰ ঘৰ

( সান্দীপনি আৰু সান্দীপনিৰ স্ত্ৰৈণীয়েক )

সাঃ ঘৈঃ- কালি আবেলিয়েই গ'ল প্ৰভু, তেও দেখোন এতিয়াও নাহিল।

সান্দী- তুমি মনত একো শঙ্কা নকৰিবা। ভগৱান আহেহে লাগে। তেওঁৰ বাক্যৰ খণ্ডন নাই। মোৰ ওবে-ৰাতি টোপনি নাই। মনত অপাৰ আনন্দ। আমি আকাশৰ জোন হাততে পালোঁ।

সাঃ ঘৈঃ- মোৰো সেয়ে দশা। নেজানিছে, চাৰাৰাতি ভাবনায়-চিন্তায় ছটফট্ কৰিয়েই গ'ল।

( কৃষ্ণ, বলৰাম ও মধুমঙ্গলে সেৱা কৰেহি )

কৃষ্ণ- এইটি গুৰুদেৱ, আপোনাৰ চেনেহৰ পুত্ৰ। এতিয়া আমি আৰু বিদায়হে হওঁ।

সাঃ ঘৈঃ- ( আনন্দ আৰু বিনয়েৰে কান্দি কান্দি ) প্ৰভু, ভকত-বৎসল দয়াময় হৰি! তোমাৰ অনন্ত মহিমা আৰু অপাৰ লীলা আমি কি বুজিম? ( পিতেকক সাবট মাৰি ধৰি ) মোৰ সোণাই, তোমাৰ চন্দ্ৰমুখ আজি বাৰ বছৰৰ মূৰত ভগৱন্তে দেখুৱালে।

( চুমা খায় আৰু মৰমত কান্দে )

সান্দী- প্ৰভু! তুমি সনাতন পূৰ্ণব্ৰহ্ম। তোমাৰ পাদপদ্ম দৰ্শন কৰি আমি চৰিতাৰ্থ হলোঁ। এই অধমক বঞ্চিত হোৱা পুত্ৰ-মুখ দেখুৱাই পৃথিৱীত জোন-বেলি থাকে মানে কীৰ্তি ৰাখিলা। মই পূৰ্ব্বজন্মৰ, ভাগ্যৰ ফলতহে তোমালোক দুজনৰ গুৰু হবলৈ পালোঁ। মই প্ৰভু ধন্য হলোঁ।

বল- গুৰুদেৱ! আমাক বিদায় দিয়ক। আমি যদি কিবা দক্ষিণা দিব লাগে, আজ্ঞা কৰক।

সান্দী- প্ৰভু, মোৰ গুৰু-দক্ষিণা যথেষ্ট হ'ল। পৃথিৱীত এনে একো ধন নাই যে, তোমালোকে যি বস্তু আনি দিলা, তাৰ মূল্য হ'ব পাৰে। যি অপুত্ৰক, তাৰ পিণ্ড লোপ হয়। পিণ্ডৰ অভাৱত নৰকৰপৰা উদ্ধাৰ হব নোৱাৰি অশেষ যাতনা ভোগ কৰে। মোৰো সেই অৱস্থাই হৈছিল। পিছে, দয়াময়ৰ কৃপাত জানিবা বুঢ়া-বুঢ়ীয়ে তৰিলোঁ। এই উপকাৰৰ ঋণ পৰিশোধ কৰিবৰ শক্তি নাই। অনাথৰ নাথ, দুৰ্ব্বলৰ বল তুমি শক্তি নিদিলে আমি শক্তি ক'ত পাম।

কৃষ্ণ- প্ৰভু, অগৌণে আমাক বিদায় দি বাধিত কৰক। আমি যাবলৈ

সাজু হৈ আছোঁ।

সান্দী- প্ৰভু, অৱন্তীনগৰ আজি হঠাৎ আন্ধাৰ কৰিব খুইছে কিয় ;— অইন এদিন গলে জানো নহব ? এই দুখীয়াৰ ভগা পঁজাত আৰু কেদিনমান থাকিলে বৰ সন্তোষ লভোঁ। প্ৰভুক দেখি মনৰ তৃপ্তি ক্ৰমে বৃদ্ধি হৈহে গৈছে। প্ৰভুক বিদায় দিবলৈ মোৰ একো ৰূপে সত নেযায়।

সাঃ ঘৈঃ- মোৰ দুখুনীৰ কথা ৰাখি কেদিনমান থাকি যক। প্ৰভু গলেনো আমি কেনেকৈ থাকোঁ ?

বল- অনাহকত আপোনাসকলে ইমানকৈ ধৰিছে কিয় ? গুৰুদেৱ আৰু মাতৃ, আমি আপোনাসকলৰ শিচ পুত্ৰ। আমি আপোনাসকলক এৰিব খোজা নাই। আমাৰ পিতৃ-মাতৃ এৰি আহিবৰ আজি দুমাহ হ'ল। তেওঁবিলাক আমাৰ নিমিত্তে ব্যাকুল হৈছে। সেইবাবেহে যাবলৈ ওলাইছোঁ।

কৃষ্ণ- গুৰুদেৱ, আপুনি বহুদৰ্শী, জ্ঞানী আৰু পৰম ধাৰ্ম্মিক মুনি। আপোনাক কবলৈ মোৰ কথা নাই। আপুনি বেছ জানে যে, নিজে অঁতৰাই নিদিলে জ্ঞান-চকুৰ আঁতৰ আৰু হিয়াৰ বাহিৰ হোৱা সম্ভৱ নহয়। এনে স্থলত বৃথা মোহত পৰি মনত ইমান শোক কৰাৰ আৱশ্যক নাই। হৃষ্টচিত্তে বিদায় দিয়ক।

সান্দী- মই জানিও নজনা আৰু বুজিও নুবুজা হৈছোঁ। প্ৰভুৰ মই চৰণাগত। এতেকে অধমৰ ওপৰত সদায় দয়া ৰাখিবা। অৱশ্য পিতৃ-মাতৃ মহাগুৰু, মই মোহত পৰি তোমালোকৰ নিচিনা ধনক তেওঁবিলাকৰ হাতৰপৰা হৰণ কৰা নিতান্ত অন্যায় কাৰ্য্য হৈছে। (পুত্ৰক) তুমি মোৰ লাহৰী, পৰম পিতা অনাথৰ নাথক ভক্তিভাৱে সেৱা কৰা। তেওঁৰ কৃপাত আজি তুমি আমাক আৰু আমিও তোমাক পাইছোহঁক। সকলোৱে মিলি ভগৱানক স্তুতি কৰোঁ আহাঁ। তেওঁক সন্তোষ কৰিবলৈ নামৰ বাহিৰে অইন একো বস্তু নাই।

( সান্দীপনি, সান্দীপনিৰ ঘৈণীয়েক ও মধুমঙ্গলৰ স্তৱ )

## স্তৱ

"মৎস্য কূৰ্ম্ম নৰসিংহ, বামণ পৰশুৰাম,
হলিৰাম ৰবাহ শ্ৰীৰাম,
বুদ্ধ কল্কি নামে দশ, আকৃতি ধৰিছা কৃষ্ণ,
তযু পাৱে কৰোহোঁ প্ৰণাম।
একান্ত ভকতসবে, নিৰ্গুণ কৃষ্ণৰ গুণ,
গাৱে সদা বসিয়া যথাত,

বৈকুণ্ঠকো পৰিহৰি,        যোগীৰো হৃদয় এৰি,
        থাকা হৰি সাক্ষাতে তথাত ।
অব্যক্ত ঈশ্বৰ হৰি,        কিমতে পূজিবা তাঙ্ক
        ব্যাপকত কিবা বিসৰ্জ্জন;
এতাৱন্ত মূৰ্ত্তিশূন্য,        কেনমতে চিন্তিবাহা,
        ৰাম বুলি শুদ্ধ কৰা মন ।
কৰ্ম্মত বিশ্বাস যাৰ,        হিয়াত থাকন্ত হৰি,
        অতিশয় দূৰ হোন্ত তাৰ;
        দূৰতো বিদূৰ হোন্ত [ তাৰ ];
অহঙ্কাৰ থাকন্তেয়ো        সাক্ষাতে কৃষ্ণক পাৰে
        শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম যাৰ ।”

০০০

যৱনিকা পতন

# উপকৰ্‌ৱা গীত

গীত সাহিত্যৰ এটি ঘাই অঙ্গ। আমাৰ ভাষাত গীতৰ বৰ অভাৱ; ঘাইকৈ "বঙ্গালী সুৰৰ নতুন ৰকমৰ গান। অইন গীততকৈ ফুচুৰি গানে মানুহৰ মন সতকাই টানিব পাৰে; সেইবাবে পুথিৰ গা-গীতৰ* বাহিৰেও এইকিটা উপকৰ্‌ৱাকৈ দিয়া হ'ল।

।

গ্ৰন্থকাৰ।

---

*'গুৰু-দক্ষিণা' নাটত সন্নিবিষ্ট গীতসমূহ।

সম্পাদক, ম. ব.

## ১ম গীত

( ভৈৰৱী—মধ্যমান )

থিত হোৱা আহি আই, মোৰ হৃদয়ত;
দুখ পাহৰিম পালে, তোমাক বুকুত।
হৃদয়ত বহৰাই, হৰষিত হই আই,
তযু ভক্তি-সুধা খাই মজিম প্ৰেমত।

০০০

## ২য় গীত

( বেহাগ—আড়াঠেকা )

হৃদি-মন্দিৰত পাই, এনে সাধনৰ ধন;
বিষয়-হাবিত তাক, নকৰিবা অযতন।
মুনীন্দ্ৰ যোগীন্দ্ৰসবে, যাক যোগ-ধ্যানে ভাবে,
দেৱতাসকলো নিতে, যাৰ ভাবতে মগন।
যি ধন বুকুত পালে, ৰাজ-ভোগো তুচ্ছ বোলে
সাধু সন্ন্যাসীসকলে, পূজে যাৰ শ্ৰীচৰণ।
পাপ-হৃদয়ৰ জুই, যাৰ নামে নুমুৱায়;
সদায় ৰাখিবা তাক, কৰি অতি সযতন।

০০০

## ৩য় গীত

( ভৈৰৱী—কাওৱালি )

দেখা দিয়া আহি হে জীৱনৰ জীৱন,
মিছাতে নিয়ালোঁ মই অমূল্য জীৱন।
চাই তযু প্ৰেম-মুখ, দূৰ কৰোঁ সব দুখ,
দয়া কৰি এটিবাৰ দিয়া দৰশন।
পাপ-সাগৰত পৰি, জীৱ মোৰ যায় বুৰি;
দি তযু চৰণ-তৰী, জীওৱা জীৱন।

০০০

## ৪ৰ্থ গীত

(ভৈৰৱী—যৎ)

কিনো আছে প্ৰভু মোৰ, দিওঁ চৰণত ?
দীন-দুখী পাপী মই, মজিছোঁ পাপত ।
নেজানো অৰ্চ্চনা স্তুতি, সদায় পাপত ৰতি;
দিবলৈ একোকে নাই সক হৃদয়ত ।
পাপৰ জুইবে পুৰি, বোলোঁ মই হৰি হৰি,
শান্তি-পানী ঢালা প্ৰভু, জ্বলা হৃদয়ত ।

০০০

## ৫ম গীত

(ইমন কল্যাণ—আড়াঠেকা)

কি ভাবিছা মন ?
মাতাচোঁ তেওঁক মেলি হৃদয়-চাকন ।
প্ৰাণৰ ঈশ্বৰ আহি, হৃদয়ত বহিবহি,
এনেটি সৌভাগ্য কিয় নকৰা যতন ?
ভকতি-ফুলৰ মালা, ভৰি লোৱা হৃদি-মালা,
ওলালেহি প্ৰাণেশ্বৰ কৰিবা অৰ্পণ ।

০০১

## ৬ষ্ঠ গীত

(বাউলসুৰ—একতালা)

কি বুজি তাৰ দিওঁ পৰিচয়,
তেওঁ দয়া-নিধি, প্ৰেমৰ বাৰিধি,
দেখিলে নয়ন শীতল হয় ।
কোটি সূৰ্য্য গোটালেও তুলনা নহয়,
আকাশ বিয়পি আছে হই জ্যোতিৰ্ম্ময় ।

০০০

## ৭ম গীত

( সুৰত মল্লাৰ—আড়াঠেকা )

জীৱনে-মৰণে সখি ! তোমাকে সঁপিলোঁ মন,
মাৰিলে মাৰিব পাৰা, এৰিলে এৰিব পাৰা,
ৰাখিলে ৰাখিব পাৰা, কৰি দয়া বিতৰণ ।
কৰিম তোমাৰ কাম, জপিম তোমাৰ নাম,
তোমাৰ গুণকে গাম, দিনে-ৰাতি অগণন ।

000

## ৮ম গীত

( বাহাৰ—আড়খেমতা )

ৰসিক* নহলে তুমি নিবিলাবা কাকো মন ।
নিবিলাবা কাকো মন, নিবিলাবা কাকো মন ।
নহ'লে মনৰ মিল, সুখ নাই এক তিল,
হিয়া ধাকুৰিবা পাছে, দিনে-ৰাতি অকাৰণ ।
সমানে সমান হলে, সুখ পায় মাগি খালে,
সুখেৰে থাকিবা তেহে, হই শান্তি নিমগন ।
অৰসিকে ৰসিকাৰ, মোল বুজা মহাভাৰ,
নেজানে সমুলি হায় ! কেনেনো প্ৰণয়-ধন ।

000

## ৯ম গীত

( ভৈৰৱী—মধ্যমান )

নেদেখি তোমাক মইনা, ইফালে-সিফালে চাওঁ,
পালেই তোমাক মই হাততে আকাশ পাওঁ ।
দেখিলে তোমাৰ মুখ, পাহৰোঁ সকলো দুখ,
ওচৰলৈ চাপি আহাঁ, এটি মই চুমা খাওঁ ।

000

---

*পাঠান্তৰ : প্ৰেমিক ।

১০ম গীত

( খাম্বাজ—ঠুংৰী )

মনে যাৰ আশাত মৰে,
সি কিয়নো লগ নিদি সততে ফাকতি কৰে।
তাকে ভাবি নিৰন্তৰ, ভুগি মৰোঁ চিন্তা-জ্বৰ,
তাঁকেহে সদায় তেও, পাৰলৈ বাসনা কৰে।
মোৰ মন সিয়ে নিলে, তাৰ মন আনক দিলে,
ঠগক সঁপিলোঁ মন, কোনে মোক শাঁত কৰে।

০০০

১১শ গীত

( সিন্ধু-ভৈৰৱী—মধ্যমান )

এৰি দে এৰি দে মোৰ, চেনেহী চৰাই,
চেনেহী চৰাই হেৰ' লাহৰী চৰাই।
কোনেনো ক'ত ৰাখিছ ধৰি, দেচোন দেখুৱাই।
ঠেঙৰপৰা প্ৰেম-শিকলি, কোনে তাৰ দিলে মেলি,
আছে ক'ত কচোন মোক, থওঁ হিয়াত ভৰাই।
দেখা পালে এইবাৰ, ধৰি নিয়া সাধ্য কাৰ,
পলাব নোৱাৰে আৰু একেখিৰে থাকিম চাই।

০৩০

১২শ গীত

( পৰজ—ঝাঁপতাল )

আহাঁ হে প্ৰেয়সি আহাঁ, এটি মাই চুমা খাওঁ,
দেখিলে তোমাক প্ৰিয়ে, হেঁপাহ চকুৰে চাওঁ।
তুমি হৃদয়ৰ জোন,
তুমি বিনে আছে কোন,
তুমি মোৰ কেঁচা সোণ, মৰমতে পমি যাওঁ।

০০০

## ১৩শ গীত

( সিন্ধু-খাম্বাজ—মধ্যমান )

জীৱ থাকেমানে নাথ, তুমি মোৰ অধিপতি,
তোমাৰ চৰণ বিনে নাই মোৰ আন গতি ।
শুনিলে তোমাৰ মাত, হয় মোৰ হিয়া শাঁত,
অমৃত বৰষে গাত, তুমি অধিনীৰ পতি ।
দাসীৰ যৌৱন-ধন, চৰণত অৰপণ,
কৰিলোঁ সাদৰে মই, তাৰা মোক প্ৰাণ-পতি ।

০০০

## ১৪শ গীত

( খাম্বাজ—মধ্যমান )

প্ৰাণ যে সদায় কান্দে তোমাৰ কাৰণ,
কিৰূপে সাদৰী মই শাঁত কৰোঁ মন ।
তোমাৰ কথাতে কাণ, তোমাৰ ৰূপকে ধ্যান,
হাজাৰো কথাত আন, নলওঁ বুজন ।

০০১

## ১৫শ গীত

( পৰজ—ঝাঁপতাল )

যোৱাঁহে বুজিলোঁ তুমি কেনে মোক ভাল পোৱা,
সেবেলা সাদৰ কৰি তিকতাৰ মন লোৱা ।
মুখতে অমৃত সানি,
খাব জানা মউখিনি,
চুকালে ফুলৰ মউ দূৰতে আঁতৰ হোৱা ।

০০০

## ১৬শ গীত

( মুলতান—আড়াঠেকা )

নকওঁ মনৰ কথা কি হ'বনো কলে;
মনত পৰিলে দেখোঁ বুকুখনি জ্বলে।
পাহৰি গলেও হায়, সপোনতো দেখা পায়,
মনত তৰণি নাই, ৰাতিপুৱা হলে।

০০০

## ১৭শ গীত

( সিন্ধু-ভৈৰৱী—মধ্যমান )

সত্যে কৰি কোৱা প্ৰাণ, কাক তুমি ভাল পোৱা;
তোমাৰ লগত মই হইছোঁ ফাপৰে-খোৱা।
নেপালে তোমাৰ স্নেহ, হ'ব এই প্ৰাণ শেহ,
নেদেখিবা এই দেহ, জনমতো আৰু প্ৰিয়া।
তুমি হৃদয়ৰ ধন, তুমি মোৰ প্ৰাণ-মন;
নকৰিলে তুমি শাঁত, কৰে কোনে জ্বলা হিয়া।

০০০

## ১৮শ গীত

বিমল অন্তৰে বীণা    কৰা হৰি-সঙ্কীৰ্ত্তন,
    হৰিৰ প্ৰেমতে কৰা মন তুমি নিমগণ।
নললে হৰিৰ নাম,    আছে কিনো আন কাম?
মিছাতে কেৱল হায়!    ভাব বোৱা ই জীৱন।
শীতল পৰক প্ৰাণ,    গোৱা হৰি গুণ-গান,
চেওঁৰ নামতে বীণা,    ৰত থাকা অনুক্ষণ।
জয় ৰাধা-মাধৱ,    জয় ৰাধা-মাধৱ।

০০০

## ১৯শ গীত

দেহত আছা হে হৰি ! তুমি মোৰ বিদ্যমান ;
নিশ্বাসে-প্ৰশ্বাসে নিতে কৰে তযু গুণ গান ।
তুমি সকলোৰে বল, জ্ঞান-বিদ্যা সসম্বল,
আশা-ভৰসা কেৱল, আমি মাথোঁ তৃণমান ।
তুমিয়ে স্ৰজিছা প্ৰাণী, দিয়াছি আহাৰো আনি;
তোমাৰ বলেৰে কৰা সকলোকে বলীয়ান ।
অতি বংমনে আছি, ভক্তৰ হিয়াত বহি,
শুনোৱা আত্মাক তুমি পুণ্যময় হৰিৰ গান ।

০০০

## ২০শ গীত

কয় ফুলে হাঁলি-জালি, নিয়াঁ কোনে পাৰা তুলি ।
কাহানি কৰিবা স্নেহ, যাৰ মৌ হলে বেলি ।
উলাহতে আছোঁ ফুলি, নিয়াঁ মোক হাত মেলি ।
নহলে নোপোৱা মৌ, মৰহিলে যাব গেলি ।

০০০

## ২১শ গীত

ৰাধা-কৃষ্ণ ভজ মন, নেথাকিবি বহি;
নেথাকিবি বহি মন, নেথাকিবি বহি ।
কি কাম কৰিলি মন, সংসাৰত আহি;
সংসাৰত আহি মন, পৃথিৱীত আহি ?
নভজি হৰিৰ পদ আছ তই আজি বহি,
আছ তই বহি মন, আছ তই বহি ।
অন্তত ভিজিত যমে টিপিবহি আহি;
টিপিবহি আহি মন, টিপিবহি আহি ।

০০০

## ২২শ গীত

তালে তালে ভৰি পেলা, হৰি বুলি নাচি ফুৰোঁ,
সুৰে সুৰে সুৰ মিলা, হৰি-গুণ গান কৰোঁ।
হাতেৰে চাপৰি ধৰ, তালে–সুৰে মিল কৰ,
ভক্তি-সুধা দান কৰ, হৰি–প্ৰেম মাগি ফুৰোঁ।

০০০

## ২৩শ গীত

হৰি বোলা হৰি বোলা হৰি বোলা ভাই।
হৰি-নাম বাজে আৰু আন গতি নাই।
যায় কত পাপী তৰি হৰি–গুণ গাই।
ভৱ–সিন্ধু পাৰ কৰি নামে লই যায়।
হৰি বোলা হৰি বোলা হৰি বোলা ভাই।
হৰি নাম মহামন্ত্ৰ ফুৰোঁ আমি গাই।
হৰি–নাম বাজে আৰু আন গতি নাই।

০০০

## ২৪শ গীত

ঘৰে ঘৰে নাচি নাচি প্ৰেমকে বিলাওঁ।
দিম মাথোঁ হৰি-নাম যাকে য'তে পাওঁ।
জগতৰ একো নাই, ভক্তিৰ সমান ভাই,
আহাঁ সকলোৰে মিলি হৰি-গুণ গাওঁ।

০০০

## ২৫শ গীত

মদন-মোহন সখি! মদন-মোহন।
প্ৰাণ ভৰি চোৱা সখি, কেনে বিতোপন!
মুখত মধুৰ হাঁহি, হাতত মোহন বাঁহী;
পোহৰ কৰিছে আহি, অতি সুশোভন।
আহাঁ আমি ভক্তি ভাৱে, গান কৰোঁ উচ্চ ৰৱে।
পুলকিত হক সবে, শুনি সঙ্কীৰ্ত্তন।

০০০

# প্ৰথম অঙ্ক

## প্ৰথম দৰ্শন

কৈলাস

( হাতত শোটা লৈ নন্দী, আৰু কণ্ঠ লৈ ভৃঙ্গীৰ প্ৰৱেশ )

### গীত

নন্দী- দেগা ঝাড়ু ভাই, ৰহ খাড়া।
ৰহ ফাৰাক্ ভাই, ৰহ খাড়া ॥
ভৃঙ্গী- লাগায়া দিগদাৰি, ইয়েহ জুলুম ভাৰি,
বিস্তাৰা কেইসে হাম্ বিছায়েগা ॥
নন্দী- আব্বা, দেখ্তা নাহি, ময়লা মোকান।
ময়লা মোকান্ দেখ ময়লা মোকান ॥
ভৃঙ্গী- মহাৰাজা শিৱ, আতাহে মুনিব।
খাড়া ৰহ্নে নাহি সেক্তা বেইমান ॥
নন্দী- লাগাতা ৰাজা গাঁজেকি দম্।
গাঁজেকি দম্ ভাই গাঁজে কি দম্ ॥
আনেকা বহুত্ দেৰি কাঁহেকো দৌড়া-দৌড়ি,
ভৃঙ্গী- ঘাবৃৰানেকা তব্ নাহি কুচ্ কাম ॥
দুয়ো- বজায়া কাম ভাই, কৰো পিয়াৰ।
কৰো পিয়াৰ ভাই, চল ইয়াৰ ॥

( প্ৰস্থান )

( লগত ব্ৰহ্মা আৰু বিষ্ণুক লৈ শিৱৰ প্ৰৱেশ )

ব্ৰহ্মা- শুনিছানে বান্ধ, সৃষ্টি যায়হে লাগে। আমাৰ ভেটি উছন হব লগীয়া হ'ল। খাবলৈ নেপাই নাভি-পদ্ম লেবেলি গ'ল।

বিষ্ণু- মিতা শিৱ, কথাটোনো টং নকৰা কিয়? কলিযুগত নৰ-মনিচৰ মূৰ্খালিত আমাৰ ফালে পৰালি পৰিল। যাগ-যজ্ঞ, জপ-তপ, পূজা-পাতল, আগ-ভাগ, নাম-কীৰ্ত্তন, সবাহ-হৰুমা একো নাইকিয়া হ'ল। এতিয়াহে মোৰ খিতিঙালি কৰি খাই ফুৰা দেৱতাৰ কপালখন মুকলি হ'ল!

ব্ৰহ্মা- ভৈয়াই ঐ, ভাবিছিলোঁ আমাৰ দিনকেইটা এইদৰে পেট মোহা-বিয়েই যাব। কালৰ দশা! খাবলৈ নেপাই কমণ্ডলু হাতৰপৰা সৰি কতনো থেকেচা নেখাইছে! মইনো ক'ত নমৰি আছোঁ, মোৰ জাহ্নৱী গঙ্গা আই জানো কমণ্ডলুৰ ভিতৰতে থেকেচাত

পানী হৈ গল! (কমণ্ডলুৰ ভিতৰলৈ জুমি) হায়, হায়, গঙ্গা মোৰ "পানীকৃত" হৈ পৰিল! (শিৱলৈ চাই) বোলোঁ, জলকা মাৰি যে আছা, তোমাৰ জটাৰ গঙ্গাৰ স্নানে কি হ'ল নোচোৱা কেলৈ?

শিৱ- (গা খজুৱাই খজুৱাই) হেৰ', কোন আছ, এচিলিম লৈ আহ। (জটা মেলি) উহ্, উহ্, মোক খালি খালি! ইমান দিন আতোল-তোলকৈ মূৰত লৈ ফুৰাৰ পোতক এতিয়াহে দিলি। কোনটো সতেৰেনো তই লুপ্ত হলি! হায় হায়। (বেজাৰ)

(ভাঙৰ চিলিমে সৈতে নন্দীৰ প্ৰৱেশ)

নন্দী- দেউতা, ধৰক, টানকৈ হোপাটো মাৰক। উৰিয়ামৰ খৰি চেচেৰা পৰি যাব। (প্ৰস্থান)

বিষ্ণু- এতিয়া ভাঙৰ হোপাত বুদ্ধি উজাৰ খাইছেনে? এটা বুদ্ধি সাজি-পাৰি উলিওৱাঁ। তুমিহে আমাৰ বুদ্ধিৰ ভুকুকা, বিহুৰ জেতুকা, চোলৰ শাৰি, বিপদ-সাগৰত ভীম কলৰ গুৰি, এক্কাৰত বোন্দা কেঁচুৰ ৰস।

শিৱ- এতিয়া ৰাগিটো পকিছে। এটা বুদ্ধি কৰিব লাগিল। সকলো দেৱতা গোট খাই এখন মেল পাতি এই কথাৰ আলচ কৰোঁহঁক। গয়ৰহ ৰায়তক জাননী দিয়া যাওক। সকলো ভদ্ৰলোকক, আৰু মণ্ডল, গাঁওবুঢ়া, মেধি, বায়ন, ওজা আদি মুখিয়াল দেৱতাক নিমন্ত্ৰণ কৰিব লাগে।

ব্ৰহ্মা- এৰা, এনে এটা উপায় নকৰিলে নহয়। নাৰদকে এই মেলৰ নিমিত্তে নিমন্ত্ৰণৰ ভাৰ দিয়া যাওক।

বিষ্ণু, শিৱ- এ হয়, সেয়ে হওক।

ব্ৰহ্মা- ৰাইজ গোটাবলৈ এখন জাননী লিখা যাওক। কাপ-মৈলামযোৰ আৰু তুলাপাত এডোখৰ আনিবলৈ কোৱাচোন।

শিৱ- ভৃঙ্গী, তুলাপাত এডোখৰে সৈতে কাপ-মৈলামযোৰ লৈ আহ।

(লেখাৰ সঁজুলি লৈ ভৃঙ্গীৰ প্ৰৱেশ)

শিৱ- (ব্ৰহ্মালৈ চাই) ধৰাঁ, তুমিয়েই জাননীখন লিখাঁ।

ব্ৰহ্মা- এ, মোৰ বিত-চকুযোৰ আনিবলৈ নহ'ল। তোমাৰ যোৰকে আনিবলৈ কোৱাঁহে।

শিৱ- হেৰ', মাৰক খুজি মোৰ বিত-চকুযোৰ লৈ আহ।

(ভৃঙ্গীৰ প্ৰস্থান)

ব্ৰহ্মা- বাস্তৱিকতে কলিযুগে মানুহক ৰবকৈ পীড়িছে। আমিনো মেল-দোৱান কৰি, সিহঁতক ভাল বাটলৈ আনিব পৰা আগন্তুক আছেনে?

বিষ্ণু- যত্নৰ অসাধ্য কি আছে?

শিৱ- মৰিলেও লোকে হাত-ভৰি এছাৰিহে মৰে। আমি ভাল কৰিব

পাৰোঁ-নোৱাৰোঁ, তাৰ মীমাংসা এতিয়া হ'ব নোৱাৰে। সকলো মেলুৱাইৰ ভিতৰত আলোচনা হলেহে ইয়াৰ প্ৰকৃত সিদ্ধান্ত হ'ব পাৰে। সাগৰ মন্থন নহলে লক্ষ্মীৰ আবিৰ্ভাৱ হ'ব নোৱাৰে। হেৰ' ভৃঙ্গী, বেগাই লৈ আহ।

(ভিতৰৰপৰা ভৃঙ্গীয়ে মাতে)

ভৃঙ্গী- গৈছোঁ দেউতা, ওঁ বোলোঁতেই ওলাইছোঁ ?

(ভৃঙ্গীৰ প্ৰৱেশ)

ভৃঙ্গী- (বিত-চকু দি) ধৰক দেউতা, আইয়ে ভুতুনী বাহৰ পেনেৰা গো-নাতিবোৰক এমুঠি নিদিলে জানো এৰাব পাৰে ? সেই দেখিহে বেলি হৈছিল।

( ভৃঙ্গীৰ প্ৰস্থান )

ব্ৰহ্মা- ( বিত-চকু পিন্ধি জাননী লিখি এঁতাই ) শুনাচোন, জাননীখন গাওঁ।

বিষ্ণু- কি শুনাব লাগিছে ? তুমি জানো লিখিব নেজানা ? যমক ল'ৰা মাৰিবলৈ শিকাব লাগিছেনে ?

ব্ৰহ্মা- ব'লা তেন্তে যাওঁ। নাৰদক জাননীখন দিওঁগৈ। লেহেম কৰি থাকিব নোৱাৰি। জোৰ পুৰি বৰলাৰ হাত পালেগৈ।

( সকলোৰে দিহা-দিহি প্ৰস্থান )

০০০

## দ্বিতীয় দৰ্শন

( অমৃতাৰ ঠাৰি বজাই বজাই নাৰদৰ প্ৰৱেশ )

### গীত

জয় সাধু নাশন, অসাধু তাৰণ, দেৱগণ ভাতহৰণ হে ।
খাবলৈ নেপাই, কাহুটি নৰয়, খহি খহি সঘন হে ॥
তুমি অসমীয়া, সোৰোপা কানীয়া অনন্ত শয্যাত শয়ন হে ।
উপদেশ ধৰা, সৃষ্টি ৰক্ষা কৰা, বাদু টানি মেলা নয়ন হে ॥

[ ব্ৰহ্মাৰ প্ৰৱেশ ]

ব্ৰহ্মা- বোপা নাৰদচন্দ্ৰ, তোমাক বাটতে পালোঁ, ভালেই হ'ল । মই তোমাক বিচাৰিহে আহিছিলোঁ । বোপা, কলিযুগত সংসাৰত নৰ-মনিচে ধৰ্ম্ম-কৰ্ম্ম জলাঞ্জলি দি আমাৰ মেনে অথন্তৰ মিলাইছে, জানিছাই । বিষ্ণু, শিৱ আৰু মই তিনিও পৰামৰ্শ কৰি সিহঁতক সনাতন ধৰ্ম্মৰ বাটলৈ আনিবলৈ মনত ঠিক কৰা হৈছে । তালৈকে এখনি ৰাজহুৱা মেল কৰিবলৈ সিদ্ধান্ত কৰি, তোমাক সম্পাদক পাতি, মেলুৱাই গোটাবলৈ ভাৰ দিয়া হৈছে । পুতাই, তুৰন্তে এই মহৎ কাম সমাধা কৰা ।

নাৰদ- আপুটি, তুমি আৰু সৰহ কব নেলাগে । মই ৰঙেৰে এই কামৰ ভাৰ ললোঁ । নেদেখিছা, বীণাৰ তাঁৰ কিনিবলৈ বিত নোহোৱাত অমৃতাৰ ঠাৰি বজাই ফুৰিছোঁ । যিবা ফুৰিবলৈ ঢেঁকী এপাট আছিল, ইন্দ্ৰৰ পৰিবাৰ শচী আইদেৱে ধান বানিবলৈ তাকো লৈ গ'ল । এতেকে বোপাই, তোমাৰ ৰাজহাঁহটোকে দিয়াঁ । তাতে উঠি মই বেগতে ৰাইজ মাতি আনো ।

ব্ৰহ্মা- সোণাই, তোমাৰে বস্ত । মোকনো খুজিব লাগিছে কেলৈ ? মাথোন যাতে হুঁশিয়ালে নিব নোৱাৰে, তাৰ তদাৰক কৰিবা । আৰু মুখেৰে ৰাইজক মাতিব নেলাগে । এইখন জাননী লিখি আনিছোঁ, তুমি ইয়াতে প্ৰত্যেকৰ চহী লবা ।

( জাননী-পত্ৰ দিয়ে )

### জাননী

নাৰদ- (পঢ়ে) ইয়াৰ দ্বাৰা, স্বৰ্গ মিউনিচিপেলিটিৰ ভিতৰৰ আমোলাপটি, বঙালীপটি, চকবজাৰ আদি ঠাইৰ "ৰেট-পেয়ৰ"সকলক, আৰু সূৰ্য্যলোক, চন্দ্ৰলোক আদি মৌজাৰ ৰায়তসকলক, আৰু কমাৰ,

কুমাৰ, ধোবা, নাপিত আদি গয়ৰহ প্ৰজাক জনোৱা যায় যে অহা দেওবাৰৰ দিনা বেলি পৰোঁতেই 'নাচনী ঘৰত' এখনি ৰাজ-হুৱা মেল বহিব। বিষয়-"মনুষ্য জাতিৰ মুক্তিৰ উপায়" (Salvation to mankind)। সকলোৱে যেন ঠিক সময়তে মেলত উপস্থিত হয়।

স্বৰ্গ-ধাম
খৃষ্টাব্দ ১৯০৪/১২ জুলাই

শ্ৰীনাৰদ চন্দ্ৰ ভট্টাচাৰ্য্য,
স্বৰ্গৰ হিতকাৰী সম্পাদক

নাৰদ- অতি সুন্দৰ জাননী হৈছে। মই এই মুহূৰ্ত্তেই ওলালোঁ।

(দুইবো প্ৰস্থান)

০০০

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

বিবাট মেল

( ইন্দ্ৰ, নাৰদ, বিশ্বকৰ্ম্মা, মণ্ডল, গাঁওবুঢ়া আদি উপবিষ্ট। কুবেৰৰ প্ৰৱেশ )

নাৰ- ( আথে-বেথে উঠি ) আহক, বহকহি। নবহিল দেখোন— থিয় হৈ থাকিল। বহক।

কুবে- ( খঙেৰে ) তুমি মিছাতে বুঢ়া হ'লা। যথাযোগ্য মান-সম্ভ্ৰমৰ হিচাপ নেজানা যদি, সম্পাদকৰ ভাৰ লৈছিলা কিয়? এইজন বাটৈ-টোকাৰ শাৰীতে মোক বহিবলৈ দিলানে?

বিশ্ব- অতি-কৰালী ধন-গুলৈ, গঁইতা ভাতত খৰিকা-মৰা পালি নেকি?

কুবে- হাতুৰি পিটোঁতে ছালৰ এমোট গ'ল। এতিয়া মথুৰা পাগটো মাৰি নেদেখিছা, ভীমটোকাটো হৈ ডাঙৰীয়া বোলাইছেহি।

বিশ্ব- ( ইন্দ্ৰক দেখুৱাই ) এইজন হাতী-গিৰীয়া ইমান ডাঙৰ লোক, তেও একে শাৰীতে বহিছে। সৌবোৰ গাঁওবুঢ়াই চৰ্কাৰৰ ঘৰৰপৰা দুপুৰাকৈ মান-মাটি পাইছে; তেওঁলোকৰ হোঁ-হেঁকো একো নাই। মণ্ডল ডাঙৰীয়া গাঁৱৰ ৰজা; কেনেকৈ ৰৰলোকৰ দৰে বহি আছে! এখেতৰহে বহিবলৈ ইয়াত ঠাই নাইকিয়া হ'ল।

নাৰ- আহক, আহক, শুভ কাৰ্য্যত বিঘিনি নঘটাব।

( কুবেৰক নি বেলেগে বহুৱায়। হেট্-কোট্ পিন্ধি ধন্বন্তৰীৰ প্ৰৱেশ )

নাৰ- আহক, বেজবৰুৱা হুজুৰ, বহকহি।

( ধন্বন্তৰীৰ আসন গ্ৰহণ। অশ্বিনী কুমাৰৰ প্ৰৱেশ )

নাৰ- অশ্বিনী বাবু, আসুন, আসুন, বসুন।

অশ্বি- কি নাৰদ বাবু, খাবাৰ জোগাৰ-টোগাৰ সব ঠিক আছে ত? আমি ত বাড়ীতে ভাই খেয়ে আসি নি।

( অগ্নিৰ প্ৰৱেশ )

অগ্নি- আমি এক পেট খেয়ে এসেছি। এক দিস্তা লুচি আৰ সেৰ খানিক ঘোল। কিন্তু ভাই, এ পেটে এতক্ষণ কি তা থাকে? সব খতম্, সব খতম্। কিছু খেতে না পেলে আমাৰ ত দফা সাড়া।

( অশ্বিনী কুমাৰ আৰু অগ্নি বহে। যম, চন্দ্ৰ, সূৰ্য্য, বায়ু, বৰুণ আদিৰ প্ৰৱেশ আৰু উপবেশন )

নাৰ- সৌৱা, ব্ৰহ্মা, বিষ্ণু আৰু শিৱ আহিছে। কাৰ্য্য আৰম্ভ কৰিব পৰা হলেই।

( ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ প্ৰৱেশ। সমজুৱাসকল থিয় হৈ হাত-চাপৰি। তেওঁবিলাক বহাৰ পাছত সকলো নিজ নিজ ঠাইত বহে। হাহা-হুহু গন্ধৰ্ব্বৰ গীত )

হে প্ৰভু করুণাময়, কৰিছোঁ কাকুতি আমি।
দেখিছা দুৰ্গতি হৰি, তুমি হে অন্তৰ-যামা ॥
দেহত দিয়াঁ শকতি, উলাহ-প্ৰাণত অতি,
পুৰোৱাঁ মন-বাসনা, তুমি ত্ৰিজগত স্বামী ॥

নাৰ- আপোনালোকে এতিয়া এজন সভাপতি মনোনীত কৰক।

ধ্ৰুব- আমি প্ৰস্তাৱ কৰে, শ্ৰদ্ধাস্পদ ব্ৰহ্মা সভাপতি হইতে পাৰে।

ইন্দ্ৰ- মই প্ৰস্তাৱ কৰোঁ, বৈকুণ্ঠ সত্ত্বাধিকাৰ শ্ৰীশ্ৰীশ্ৰীশ্ৰীল বিষ্ণু চন্দ্ৰ গোস্বামীয়ে সভাপতিৰ আসন গ্ৰহণ কৰক।

যম- ৰেভাৰেণ্ড্ ফাদাৰ ( Reverend Father ) শিৱক সভাপতি বৰণ কৰা যাওক।

নাৰ- যেতিয়া মত-ভেদ হ'ল, ভোটৰ দ্বাৰা এই বিষয়ে মীমাংসা কৰা হওক।

সম- হয়, হয়।

নাৰ- সকলোৱে হাত দাঙি নিজৰ মত প্ৰকাশ কৰিব, আৰু মোৰ বন্ধু চিত্ৰগুপ্তই ভোট গণনা কৰিব। প্ৰথমতে যিসকলে ব্ৰহ্মাৰ পক্ষে ভোট দিয়ে, তেওঁবিলাকে হাত দাঙক।

( কেতবিলাকে হাত দাঙে আৰু চিত্ৰগুপ্তই লেখে )

নাৰ- কাৰ কিমান ভোট হ'ল, অনুগ্ৰহ কৰি চিত্ৰগুপ্ত কেৰেণী বাবুৱে মাতি শুনাওক।

চিত্ৰ- ব্ৰহ্মা — ৯ কোটি ভোট।
বিষ্ণু — ১৩ ,, ,,
শিৱ — ১১ ,, ,,

নাৰ- প্ৰভু জগন্নাথ বিষ্ণুচন্দ্ৰ সভাপতি হ'ল।

( সকলোৱে হাত-চাপৰি, আৰু বিষ্ণুৰ সভাপতিৰ আসন গ্ৰহণ )

সভা- ( থিয় হোৱাত সমজুৱাৰ হাত-চাপৰি ) চতুৰ্ব্বেদ স্ফীতোদৰ গজ্জাটোপ ব্ৰহ্মা ঠাকুৰ, জটীয়া মোহিনী ঘোঁটাপাগ্নী ভতৰা-বাহন শিৱজী, উচ্চৈঃশ্ৰৱা চেকুৰাওঁতা সুৰা-মতোৱাল মহাৰাজ ইন্দ্ৰ প্ৰমুখ্যে ভদ্ৰলোক-সকল!

আমাৰ আজিৰ বিষয়-"মনুষ্য জাতিৰ মুক্তিৰ উপায়"। বৰ বেজাৰৰ কথা, কলিযুগত মানুহবিলাক ঘোৰ অধৰ্ম্মত লিপ্ত হ'ল। অৱশ্যে মানুহৰ অধৰ্ম্ম দ্বাৰা আমাৰ নিজৰ অনিষ্ট ঘটিছে। কিন্তু মই কওঁ, ইয়াৰ দ্বাৰা আমাৰ, আন কি চালৰ পানী কাণে নোযোৱা

হেঁতেনো পৰৰ হস্তেই আমি তেওঁবিলাকক উদ্ধাৰ কৰিব লাগে। নহলে উদাৰ-চৰিত দেৱতাৰ দেৱত্ব লোপ পাব। "পৰোপকাৰায় সতাং হি জীৱনম্।" এতিয়া কি উপায়েৰে এই পতিত মনুষ্য জাতিৰ উদ্ধাৰ সাধন কৰিব পৰা যায়, তাৰ উপায় স্থিৰ কৰা হওক। মোৰ নিজৰ বক্তব্য পিছলৈ থলোঁ। আপোনালোকৰ নিজ মন্তব্য অনুগ্ৰহ কৰি প্ৰকাশ কৰক।

(বহে, আৰু সমাজৰ হাত-চাপৰি)

ইন্দ্ৰ- মোৰ মনেৰে, আমি পৃথিৱীত আদেশ প্ৰচাৰ কৰি দিওঁ যে, যি সনাতন শাস্ত্ৰৰ বহিৰ্ভূত কাম কৰিব, ধৰ্ম্ম-দণ্ড বজ্ৰৰ আঘাতত সি চূৰ্ণ-বিচূৰ্ণ হৈ যাব।

গণে- শিক্ষাৰ অভাৱতহে মানুহৰ এনে দুৰ্গতি হৈছে। এতেকে বিদ্যা-বাগীশ বৃহস্পতি গুৰুৱে পৃথিৱীলৈ নামি, কাশী বা শান্তিপুৰ নাইবা শালমৰা মাজুলীত এখন টোল পাতি প্ৰাচীন শাস্ত্ৰৰ শিক্ষা দিয়ক।

ব্ৰহ্মা- লোকক ভাল কৰিবলৈ হলে আগেয়ে নিজে ভাল হোৱা। আমি নিজে অধৰ্ম্মত মজিছোঁ; পৰৰ ধৰ্ম্মভাৱ বিচৰা মূৰ্খালি। দুখীয়া হ'ল বুলি বিশ্বকৰ্ম্মাই জোতা বেচিব পায় নে? ঋষিসকলে শূদিৰৰ শৰাধত গুদা গৰুৰ গাখীৰটোপা পি খাব লাগে। তাকে নকৰি তেওঁ-বিলাকে বাৰু পকা জলপান খায় কিয়? আমাৰ ল'ৰাবিলাকে বিস্কুট, পাওৰুটী, মিঠা পানী, বজাৰৰ মিঠৈ, এইবিলাক খায় কিয়? টিকনি কটাটো মহাপাপ নহয় নে? এনে স্থলত তুমি নমৰি মৰে কোন? এতেকে আমি নিজে সদাচাৰী হবলৈ চেষ্টা কৰোঁহঁক। দিনটোত তিনি বেলি গা ধুম, ৰঙা ধুতি কাপোৰ সলাম, দীঘলকৈ কপালত গঙ্গা-মৃত্তিকাৰ বেঘা ল'ম, গৰু মূত পিম, তুলসী পাত চোবাম, টিকনিত নিৰ্ম্মালিযে থাকিবই। বৰ শৰাই পাতি, চাপৰিৰ কোবত, তালৰ মাতত, ঢোল-খোলৰ বেবনিত স্বৰ্গ ফালি দিম। তেতিয়া চামচোন, মানুহে কেনেকৈ আমাক পূজা নুখুৱায়।

(সমাজুৱাৰ হাত-চাপৰি আৰু "সজ" "সজ" মাত)

শিৱ- মোৰ অনুচৰবিলাকক পৃথিৱীলৈ পঠিয়াই অধৰমীহঁতৰ ভিতৰত মহামাৰী লগাই দিওঁ। ডাইনী-যোগিনী, ভূত, প্ৰেত, পিশাচ আদি লৈ যাকে যতে পায়, তাৰ গাতে লম্ভিবলৈ। তেতিয়া আমি যে পূজা পামেই, খালে-বিলে হাবিয়ে-বননিয়ে পূজা-পাতল দিও মানুহে তৰলি নেপাব।

সভা- মই দুখেৰে আপোনালোকৰ মতত মত দিব নোৱাৰিলোঁ। কথা অতি গুৰুতৰ, আমি বৰ সাৱধানেৰে খোজ দিব লাগে। এনে ডাঙৰ কামৰ মীমাংসা আমি নিজে কৰাটো বৰ ভাল নুবুজিলোঁ,

কিয়নো হিতে বিপৰীত হব পাৰে। এতেকে পূৰ্ণব্ৰহ্ম শ্ৰীকৃষ্ণৰ গুৰিলৈ কেইজনমানক প্ৰতিনিধি কৰি, উপদেশ সুধিবৰ নিমিত্তে পঠোৱা যাওক। তেওঁ যি কয়, সেয়ে আমাৰ সিদ্ধান্ত হ'ব।

(সভাপতিৰ উপবেশন। সমজুৱাৰ "হয়" "হয়" মাত আৰু হাত-চাপৰি)

ইন্দ্ৰ- মই প্ৰস্তাৱ কৰোঁ, সভাপতি ডাঙৰীয়া নিজে, ব্ৰহ্মা আৰু শিৱ এই তিনিজনকে প্ৰতিনিধি মনোনীত কৰা যাওক।

যম- মই আনন্দেৰে প্ৰস্তাৱ সমৰ্থন কৰিলোঁ।

(এক বাক্যে প্ৰস্তাৱ গ্ৰহণ কৰা হয়)

ব্ৰহ্মা- মোৰ আপত্তি নাই।

শিৱ- ভাল, আমিও যাবলৈ গাত ললোঁ।

সভা- এতিয়া বতৰ বাৰিষা; মহ-ডাঁহ, জোক-পোক, বোকা-পানী দূৰলৈ যোৱা অসুবিধা। এতেকে আহিন মাহৰ বিজয়া দশমীৰ দিনাই আমাৰ গোলোক ধামলৈ যোৱাৰ দিন ঠিক কৰা হ'ল। শিৱই ভূত-ভাৰী কেইজনমান দিব, বাটত খাবলৈ কেইকঠামান পঁইতা বৰাৰ কোমল-চাউল আৰু চুঙাদিয়েক টেঙা দৈ আৰু গোটাদিয়েক কেৰিগুড় লৈ যাব লাগিব।

শিৱ- ভাৰীৰ বিষয়ে কি চিন্তা আছে? মই এতিয়াই বীৰভদ্ৰ ববা নাজিৰ বাবুক হুকুম দি থম।

সভা- এতিয়া সভা ভঙ্গ হওক।

ধন্ব- আমি মান্যবৰ চৌকী টেবিলেৰ প্ৰতি ধন্যবাদ প্ৰস্তাৱ কৰে।

(সকলোৰে হাত-চাপৰি আৰু দিহা-দিহি প্ৰস্থান)

০০০

# তৃতীয় অঙ্ক
## প্ৰথম দৰ্শন
### গোলোক ধাম

( সিংহাসনত ৰাধা-কৃষ্ণৰ উপবেশন। কৃষ্ণই ডবা ধোঁৱা খোৱাত ধঁপাত টানে। তেওঁৰ পাৰিষদ জয়ে পেটত হাত বুলায়, আৰু বিজয়ে পেট বিচে। বিষ্ণু, শিৱ আৰু ব্ৰহ্মাৰ প্ৰৱেশ। ৰাধাই ওৰণি টানি মুখ ঢাকে )

বন্দনা

বিষ্ণু-

তুমি অগতিৰ গতি, ৰাধা-গিন্নী মাৰ পতি,
কৰাঁ কৃপা কৰ্ত্তা বাবু, পশিলোঁ শৰণ হে।
চাপলিকা গিৰি জিনি, বিচিত্ৰ পেটৰ জনি,
কেনে তাক মোহাৰিছে, কৰিছে ব্যজন হে ॥
মকৰাৰ জাল যেন, পাতল চুৰিয়াখন,
ভীমকায় গাৰু পাৰি, কলমটিয়ন হে।
মুখত শোভিছে চোৰাঁ, কেনে ডবা ধোঁৱা-খোৱা,
জাহাজ ধোঁৱাৰ দৰে, ধোঁৱাৰ উৰণ হে ॥
লাহতী সেওঁতা ফালি, বান্ধিছা প্ৰেমৰ আলি,
মহিষাসুৰৰ শৃঙ্গ, গোঁফ বিতোপন হে।
ওখ গলধন ছোৱে, মন-মোহা খোপাটোৱে,
পিন্ধা তাতে কাঠফুলা, ফুল সুশোভন হে ॥

কৃষ্ণ- ডাঙৰীয়াসকল, আপোনালোকৰ অভিপ্ৰায় ব্যক্ত কৰি কৃতাৰ্থ কৰক।

ব্ৰহ্মা- ( বেজাৰেৰে ) হজুৰ, গৰিপ-পৰোৱাৰ, দেৱতাৰ আলৈ-আথানিৰ কথা শুনিলে শ্ৰীচৰণৰ নাকৰ পানীয়ে চকুৰ পানীয়ে একাকাৰ হব।

( কান্দিবলৈ ধৰে )

কৃষ্ণ- হে ব্ৰহ্মাণ্ডপতি, আপুনি উলিয়াই দিয়া জীয়াৰী ছোৱালীৰ নিচিনাকৈ হুক্-হুক্ কৰে কিয় কান্দিছে? হে যোগীন্দ্ৰ মহেশ্বৰ, আপোনাৰ ধৈৰ্য্য অসীম। আনুপূৰ্ব্বিক ঘটনা অনুগ্ৰহ কৰি বৰ্ণনা কৰক।

শিৱ- ওহে পতিতপাৱন জগদীশ্বৰ। এই কলিযুগত পৃথিৱীত মনুষ্য জাতিয়ে ব্ৰহ্মাৰ বেদ অৱজ্ঞা কৰিলে। শাস্ত্ৰ-ভাগৱত দলিয়াই পেলাই ঘোৰ নাস্তিক হ'ল। পূজা-পাটল, আগ-ভাগ, হোম-যজ্ঞ আদি লোপ

পালে। দেৱতাসকলৰ তিৰ্কাচন ভাগিল। খাবলৈ নেপাই গৰৈ পোনাৰ দৰে আমাৰ কমনি লাগিছে। কি উপায়েৰে মানুহৰ ধৰ্ম্মভাব-হব পাৰে, তাকে মীমাংসা কৰিবলৈ আমাৰ ভিতৰত এখনি বিৰাট মেল বহিছিল। সেই মেলৰ আদেশ অনুযায়ী আমি তিনিও প্ৰতিনিধি হৈ, মানুহৰ উদ্ধাৰৰ উপায় সুধিবৰ নিমিত্তে আপোনাৰ শ্ৰীভৰিত পৰিছোঁহি। বিশিষ্ট উপায়ৰ দ্বাৰা মনুষ্য জাতিৰ পৰিত্ৰাণ কৰি দেৱতাৰ হিত সাধক।

কৃষ্ণ- একো ভয় নাই। দেৱতাবিলাকে পৃথিৱীলৈ গৈ ঠায়ে ঠায়ে মানুহৰ গৰ্ভত জন্ম ধৰি চাৰিওপোনে সুনীতি বিস্তাৰ কৰকগৈ। পূজা-পাটল কৰি ডবা-শঙ্খ-ঘণ্টাৰ দ্বাৰা দিক-বিদিক খলকনি লগাই দিয়ক। গেৰুৱা বসন পিন্ধি বক্তৃতাৰ সোঁত বোৱাই দিয়ক। নগৰ-সঙ্কীৰ্ত্তনৰ দ্বাৰা অলিয়া-বলিয়াৰ দৰে নাচি-বাগি মানুহক মোহিত কৰক। বাৰে কুৰি গোঁসাই-মহন্ত ওলাই চাহ বাগিচাৰ কুলী, মিকিৰ, নগা, মিৰি, ভোট, ডফলা আদি পৰ্ব্বতীয়া মানুহবিলাকক ভক্তিৰ ৰস কচুপাতৰ ঠোলা ভৰাই কাঁউত কাঁউত কৰে পিয়াই দিয়ক। লেতেৰা অন্ত্যজাতিক কোচ কুললৈ তোলক। বাৰে হেজাৰ ডেকা গোসাঁই মহন্ত গাঁৱে গাঁৱে কৰ-পচা তুলি শিচক সৰ্ব্বস্বান্ত কৰি ভক্তিৰ কঠিয়া পাৰক। তেতিয়া চাব, আপোনা-লোকৰ সুখৰ মন্দাকিনী ওফন্দি পৰিব, দানা খাবলৈ পাই সুৰভিৰ গাখীৰ উভৈনদী হব, পাৰিজাতৰ গোন্ধত স্বৰ্গপুৰী আমোলমোল্ হব।

বিষ্ণু- সাধু, সাধু। আমি কৃতাৰ্থ হলোঁহঁক। প্ৰভুৰ আদেশ মূৰত তুলি ললোঁ।

ব্ৰহ্মা- ( হৰিষ মনেৰে ) প্ৰভু, বেদ উদ্ধাৰ হ'ল। এতিয়া বিদায় মাগিলোঁ, কৰ্ত্তব্য কামত কাচি-পাৰি লাগোঁগৈ।

( ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ প্ৰস্থান )

০০০

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

কৈলাস

( সকলো দেৱতা উপস্থিত )

ইন্দ্ৰ- পৃথিৱীত গৈ ঠায়ে ঠায়ে মানুহৰ পেটত জন্ম লোৱাই আমাৰ এতিয়া কৰ্ত্তব্য কাম। মই ইংৰাজ ৰজাৰ পেটত জন্ম ধৰিমগৈ। বিচক্ষণ তৰ্ক-জাল মেলি ইংৰাজবিলাকক সনাতন পবিত্ৰ ধৰ্ম্মৰ বাটলৈ আনিম। দেখিবা, তেওঁবিলাকে তেতিয়া কেনেকুৱা দীঘল ৰেখা মাৰিব, মূৰত টিকনি ৰাখিব, গা ধুই ৰঙা চুৰিয়া পিন্ধিব, বৰ-সবাহ, নাম-কীৰ্ত্তন আদিত মন দিব, পূজা-পাতল, যাগ-যজ্ঞ কৰি মুক্তি লভিব।

সূৰ্য্য- মই বুঢ়া-গোহাঁইৰ পেটত জন্ম দিম।

চন্দ্ৰ- মই বৰ-গোঁহাইৰ বংশত জাত হম।

বৃহ- মই বৰপাত্ৰ গোঁহাই ডাঙৰীয়াৰ গৰ্ভেদেও হম।

কুবে- তোমালোকে যি কৰা কৰা, মই হলে কেঞাৰ গো হম। শাক-ভজাৰে টিকিৰা খাই বৰ গাৰুত আঁউজি ঘাঁউত্-ঘাঁউত্ কৰে উগা-ৰিম, মচৰ্-মচৰ্ কৰে কেঁচা মূলা চোবাই, মূলাৰ বংশ নিৰ্ব্বংশ কৰিম। মৌজাদাৰ ডাঙৰীয়াসকলক ধন ধাৰে দিম। ব্যৱসায়-বাণিজ্য কৰি দৌলৎদাৰ হৈ ঠাকুৰবাৰী পাতি সত্যনাৰায়ণ পাঠ কৰাম, "গণেশজী" আৰু "শনিচৰজী"ৰ পূজা কৰাম।

বৰুণ- মই কিন্তু ডোমৰ ল'ৰাহে হ'ম। নামদাঙৰ পুঠি, বলমীয়াৰ চিতল, কাকডোঙাৰ বৰালি, সোৱণশিৰীৰ বোকা-ঘৰিয়া, দিহিঙৰ শিলঘৰিয়া, ধনশিৰীৰ বৌ, কলঙৰ কচ—অ' ভীমপৰা বিলৰ কাছটো কবলৈ থাকিলেই—তাৰেও যাতে ডোমে ভৱিষ্যতে দেৱতা-সকলক সিধা যোগায়, তাৰ দিহা কৰিম। নিজেও অতপালিকৈ মাছ-কাছ দকচি গেলাম।

বিশ্ব- মই চাৰিগাঁৱৰ সোণাৰি হম। মোৰ তিৰোতাৰ হাতে-কাণে লমা-লমকৈ অলঙ্কাৰ আঁৰি দিম। ডিঙিত মৃদঙ্গীয়া বাখৰবাম্মি, কৰদৈ-শিৰীয়া, মাছ-বাকলীয়া, বেঙৰাৰ বিৰি, গোটখাই বাখৰবাম্মি চাকলি, প্ৰকাণ্ড মিনা কৰা গেজেৰা, কাণত নেজত বাখৰ পতোৱা থুৰিয়া, হাতত দাঙিব নোৱৰা সঁচাৰ মৰা সোণৰ খাৰু, দহো আঙুলিয়ে

জেঠী নেজীয়া আঙুঠি পিন্ধাম। কপালত কপালী আৰু সেওঁতাত চিপিপাচি পিন্ধাই, মোৰ লাহৰী তিৰোতাক মোখোৰা পিন্ধোৱা ভালুকী গাভৰুৰ নিচিনা মোহিনী কৰিম। তেতিয়া অলঙ্কাৰ-পাতি লগৰীয়াহঁতক দেখুৱাবলৈ মোৰ তিৰোতাৰ স্বভাৱতে হেঁপাহ হব। তেওঁৰ উদ্যোগতে আই নাম, গোপিনী সবাহ আদি হৈ, সকলো তিৰোতা ধৰ্ম্মকাৰ্য্যত লাগি যাব।

বায়ু- মই মেতৰৰ বংশত উপজিম। মদ খাই কালীৰ পূজাত মতলীয়া হম।

যম- মই ধোবা হম। বুঢ়া ম'হৰ বাজহাড় এৰি গাধৰ পিঠিত উঠি ফুৰিম। গোসাঁই-মহন্তৰ কাপোৰ এহাৰি, ভাতৰ মাৰেৰে ইস্ত্রি কৰি বগলী পাখিৰ দৰে নিকা কৰি তেৰাসবৰ মনত পৱিত্ৰ সাত্ত্বিক ভাব প্ৰকাশ কৰিম।

ব্ৰহ্মা- মই যি বামুণ, বামুণেই থাকিম। এই পেটজনী লৈনো ভলাৰ বগৰীৰ দৰে ক'ত বাগৰি ফুৰিমগৈ? ঘৰতে বহি বহি মাননী চাই ব্যৱস্থা দিম। বিয়াৰ জোৰা-সম্প্ৰদা চাই দিম। চন্দ্ৰ-তৰা নাহিলে বা অৱিষড়ণ্টক হলে তাৰ দিহা কৰিম। স্বগোত্ৰ বা স্ববংশত বিয়াৰ বিধি দিম। "চিত্তশুদ্ধি গৰীয়সী" এইফাঁকি সৰ্ব্বচাক মন্ত্ৰ হোম-যজ্ঞ, দান-দক্ষিণা আদি সকলো কামতেই চলাই দিম।

বিষ্ণু- মই চিতল-লুটীয়া সন্তৰ অধিকাৰ হৈ কুন্‌কী লগাই পালে পালে শিচ ভজাম। গুমুণি গৰুৰ চালৰ দৰাৰ কোবত শিচবিলাকৰ কাণ তাল মৰাই দিম। গাঁৱে গাঁৱে ভাওনা পাতি ধৰ্ম্মৰ দোকান মেলি দিম।

শিৱ- মই ফকীৰ হৈ দুৱাৰ-মুখে দুৱাৰ-মুখে "আলেখ জগাই" চাউল-সিধা লৈ কোনেও নেদেখাকৈ বজাৰত বেচি, বাঁজী তিৰোতাক ল'ৰা হোৱা ফাচ-ফুচ মাদলী দি আৰু বাহুনিৰে পোতা ধন বাছি, এজোপা বেলৰ তলত আসন পাতি ভাং-ধুঁতুৰা খাই, আবকাৰী মহল দখল কৰিম। তাৰ লগে লগে সনাতন শাস্ত্ৰৰ ব্যাখ্যা কৰি, মানুহক ঘৰ-বাৰী একৰাই সৰ্ব্বস্বান্ত কৰি, ধৰ্ম্ম-নৈৰ পাৰ ভাঙি দি, দশোদিশে ভক্তিৰ পানী বোৱাই দিম।

ধন্ব- আমি বৈদ্যকুলে জন্ম ধাৰণ কৰিতে হইবে। আমি সৰ্ব্বদা কায়স্থেৰ উপৰে থাকিবে।

চিত্ৰ- আমি ত চিৰকাল কায়স্থ, পৃথিবীতেও কায়স্থ হব। কায়স্থ কখনই বৈদ্যেৰ নীচে নয়। ধন্বন্তৰী সাহেবেৰ উক্তিতে আমি বড়ই দুঃখিত হইলাম।

ধ্ৰুৱ- এই বৃহৎ বিষয় অদ্য মীমাংসা হইতে পাৰিবেক না। ইহাৰ বিচাৰ পশ্চাৎ হইবেক।

অগ্নি- আমি ত ভাই সৰ্ব্বভক্ষ; সুতৰাং ব্ৰাহ্ম।

অশ্বি- আমি বাক্যবীৰ হইব। বাক্যেৰ দ্বাৰা মানুষ মাতাইয়া দিব। নাস্তিককে ধৰ্ম্ম-শিক্ষা দেওয়া বই ত নয়! সে ত পাঁচ মিনিটেৰ কাজ।

কাৰ্ত্তি- মই বাবু হৈ উপজিম। ধৰ্ম্ম বিষয়ৰ বক্তৃতাৰে মানুহক তবধ লগাম। কিন্তু মই নিজে হলে বক্তৃতাৰ উপদেশ মতে কেতিয়াও নচলোঁ। কিয়নো নিজে ধাৰ্ম্মিক হৈ নিৰীহ ভাৱে থাকিলে মোৰ influence নেথাকিব। মানুহে গণিতা নকৰিলে, উপদেশ লব কোনে? চাৰিও পিনে Executive Religion চলাই দিম। ঘৰত বোপাইক টঙনিয়াই নিজৰ মহত্তালি দেখাম। তেতিয়া থৰহৰি কম্পমান হৈ পালে পালে মানুহ আহি মোৰ পিতৃ-ভক্তি বিষয়ৰ বক্তৃতা শুনিবহি।

গণে- মই পণ্ডিত অৱতাৰ হম। বেজালি, খোবা-খুবুনী, শু-কৰতী, স্বপ্ন-চৰিত, ফুলকোঁৱৰ, মণিকোঁৱৰ, ডাক-চৰিত, এনেবিলাক শাস্ত্ৰ ৰচনা কৰি ধৰ্ম্মৰ বাঁও সিচি দিম। পাপৰ পানী বাঢ়ে মানে মোৰ বাও দোপে দোপে দাং খাই আহিব।

নাৰ- মই পৃথিৱীত টেটোন-টামন নাম লৈ পূজা-সবাহ আদিত দন্দ-হাই লগাই ফুৰিম। কাঁজিয়া-পেঁচাল নহলে যে ধৰ্ম্ম নপকে।

শিৱ- কোন ক'ত জন্ম লব, সেইবাবে তৰ্ক কৰি হেবাথুৰি খাই মৰিব লাগিছে কিয়? যাৰ যেনে সুবিধা হয়, তেনে কৰিব। আমাৰ এতিয়া মিছাতে সময় নষ্ট কৰিছাহঁক কিয়? সুখৰ আগন্তুক হলেই। এতিয়া ৰং-ধেমালি কৰি পৃথিৱীলৈ যাওঁহক বলা। হেৰ' নন্দী, ভৃঙ্গী ঔ। (নন্দী আৰু ভৃঙ্গীৰ প্ৰৱেশ)
তহঁত দুয়ো অমৃত কেইভাণ্ডমান সাজীভাৰ কৰি লৈ আহ। বেগতে যা। (নন্দী আৰু ভৃঙ্গীৰ প্ৰস্থান)

অশ্বি- তাই ত, তাই ত, শুধু কথায় চিড়ে ভিজে না, যেম্‌নি নোক, তেম্‌নি কাজ। শিৱ বাবু না হলে কি আসড় জমে?
(নন্দী আৰু ভৃঙ্গীৰ অমৃতৰ সাজীভাৰ লৈ প্ৰৱেশ)

ধ্ৰুৱ- নন্দী, হামাৰ ওৱাস্তে এক পেগ্।
(সকলোৱে অমৃত পান কৰি মতলীয়া হয়।)

ইন্দ্ৰ- (ঢলি ঢলি) ইয়াত এইদৰে থাকিলেই জানো হব? পৃথিৱীত উপজিবগৈ লাগে নহয়। যাওঁ বলা।

(মতলীয়া গান)

নাব- চেঁকী নেহি মেবা, ( ম্যায় ) কেইসে যাওঁ।
ঘূবত ফিবত বহুত তক্লিফ্ পাওঁ॥
নবলোক জ্যাদা দূব, কমব্‌মে কম্‌তি জোব,
পয়দল্ চল্‌নে দবদ কবেগা পাও॥
( সকলোবে প্রস্থান )

৩০০

## দ্বিতীয় দৰ্শন

### অমৰাৱতী

অপ্সৰী-

আহাঁ সবে মিলি,　　　নাচি হালি-জুলি,
　　আনন্দ-ৰসত বুৰাওঁ মন ।
গুচিব প্ৰলয়,　　　হব ভাগ্যোদয়,
　　পাব পুনু সুখ দেৱতাগণ ॥
উলাহ-প্ৰাণেৰে,　　　বিজুলী-হাঁহিৰে,
　　ছটিয়াওঁ ভনী সুখ-কিৰণ ।
বুকু উদঙাই,　　　আঁজলি ভৰাই,
　　কৰোঁ পুষ্প-বৃষ্টি, শুভ লক্ষণ ॥
হিয়া জুৰি বয়,　　　আনন্দৰ নই,
　　খেলিছে প্ৰেমৰ চউ সঘন ।
তালে তালে ভৰি.　　　পেলাই লগৰী
　　মিচিকি হাঁহিৰে ধৰোঁ নাচন ॥
　　　　( পটক্ষেপ )

০০০

# পঞ্চম অঙ্ক

## প্ৰথম দৰ্শন

মিৰিকামৰা সত্ৰ

( ভাগৱতী আৰু কেইজনমান মথিয়ন শিচেৰে সৈতে বিষ্ণুদেৱ মহন্তৰ শাস্ত্ৰালাপ )

ভাগ- ( পুথি গায় )

"যি থানে থাকে সিটো স্যমন্তক ।
নাহিকে দুৰ্ভিক্ষ ম্মাৰি মৰক ।।
নাহিকে ব্যাধি ব্যাঘ্ৰ সৰ্প-ভয় ।
একো উপসৰ্গ নোপজে তয় ।।

( দুজন শিক্ষিত ডেকাৰ প্ৰৱেশ আৰু উপৱেশন )

ভাগ- প্ৰভু জগন্নাথ, এইফাকিৰ বা অৰ্থ কি ?

মহ- ইয়াৰ অৰ্থ এই : স্যমন্তক মণি আনি যদি কোনোৱে আমাৰ সাধু-মহন্তৰ থানত থৈ দিয়ে, তেনেহলে তেওঁৰ আকাল বা ৰোগ-ব্যাধি একো নহয় ।

১ম শিচ- স্যমন্ত মণিতকৈ আৰু মণি নাই । তেনে অমূল্য বস্তুকো সাধু-মহন্তৰ সত্ৰত থবৰ নিমিত্তে শাস্ত্ৰত বিধি দিছে । আমাৰ মানুহে আজি-কালি গোসাঁইক চাউল এটোম আৰু পইচা চাৰি অনা দিবলৈও কেঁকায় ।

মহ- বাঘ আৰু সাপৰ ভয় নেথাকে, আন আৰু উপসৰ্গে তাক নেপায় ।

২য় শিচ- জগন্নাথ, উপসৰ্গনো কাক বোলে ?

মহ- ৰত্নমালা ব্যাকৰণৰ মতে প্ৰাই উপসৰ্গ ২০টা । ভূতকেই উপসৰ্গ বোলে । ভূতবিলাকৰ তাত নামো দিয়া আছে । সিহঁতৰ এই এই নাম : প্ৰ, পৰা, অপ, সং, অনু, অব, নিৰ, দুৰ, অভি, বি, অধি, সু, উৎ, অতি, নি, প্ৰতি, পৰি, অপি, উপ, আ ।

৩য় শিচ- প্ৰভু জগন্নাথ, এইবিলাকনো কেনেকুৱা ভূত ?

মহ- প্ৰত্যেকৰ ব্যাখ্যা কওঁ শুনা ।

প্ৰ- যি সাধু-মহন্তক প্ৰণাম নকৰে, সেই পাপিষ্টক "প্ৰ" ভূতে ধৰে ।

পৰা- যি গুৰু-কৰ দিবলৈ পৰাঙ্মুখ, তাক "পৰা" ভূতে পাই ধন-ৰিত নাশ কৰে ।

অপ- গুৰুৰ অপকাৰ চিন্তিলে সি "অপ" ভূতৰ ঠগনা খায় ।

সং- বৈষ্ণৱৰ সং নললে "সং" ভূতে লটি-ঘটি কৰে।
অনু- সাধুৰ অনুগ্ৰহ নেপালে "অনু" ভূতে মন বাতুল কৰে।
অব- গুৰুলৈ অৱহেলা হলে "অব" ভূতে ধৰি, ধুতি-বিধুতি নমনা কৰি অনাচাৰী কৰে।
নিৰ- যি গুৰুৰ নিৰ্ম্মালি লবলৈ টিকনি নেৰাখে, তাৰ মূৰৰ তালুত "নিৰ্" ভূত উঠি চুলি খাই তাক টপা কৰে।
দুৰ- যি সাধু-মহন্তৰ দুৰ্ণাম ৰটে, তাৰ জিভাত "দুৰ" ভূত লম্ভি কথাত ঘাটি খুৱায়।
অভি- যি অভিমান কৰি গুৰুৰ আগত বহিবলৈ আসন বিচাৰে, তাৰ শৰীৰত "অভি" ভূতে ব্যাধি জন্মায়।
বি- গুৰুৰ বিধি-ব্যৱস্থা উলঙ্ঘা কৰিলে "বি" ভূতৰ পাটলিত পৰে।
অধি- অধিকাৰ পুৰুষৰ সেৱা চুৰ কৰিলে "অধি" ভূতে সপোনত তাৰ কাণ মলি দিয়ে।
সু- সুযোগ পালে লুকাই চুৰ কৰি যি অভক্ষ্য ভক্ষণ কৰে, "সু" ভূতে তাৰ পেটত সোমাই পেট গেৰেলা কৰে।
উৎ- যি সাধু-সন্ত নেমানি উত্তগুালি কৰি ফুৰে, "উৎ" ভূত লাগি তাৰ থান-থিত নোহোৱা কৰি গৃহস্থালি ভাঙে।
অতি- অতিকৈ ইংৰাজী পঢ়িলে "অতি" ভূতে নাস্তিক কৰে।
নি- নিজে আগেয়ে খাই, পাছে কোনো বস্তু সাধু মহন্তক লগালে, তাৰ পেটত "নি" সোমাই অজীৰ্ণ ৰোগ জন্মায়।
প্ৰতি- গুৰুৰ কথাত প্ৰতিবাদ কৰিলে "প্ৰতি" ভূতে পাই চেল্‌বেলীয়া কৰে।
পৰি- যি নিজ গুৰু পৰিহাৰ কৰে, তাৰ গাত "পৰি" ভূত লাগি পৰলোকত গৰু-নেজত ধৰি বৈতৰণী পাৰ হওঁতে, নেজ ছিঙি পানীত উটাই লৈ যায়।
অপি- যদ্যপি কোনো শিচে সিধাৰ লগত নিজলৈ চিতলৰ কোলঠি ৰাখি গুৰুলৈ গদা দিয়ে, তেনেহলে মৰিলে "অপি" ভূতে তাক ধৰি গদাৰে কুবিয়ায়।
উপ- হাতী কিনিবলৈ গুৰুক ধন দি উপকাৰ নকৰিলে "উপ" ভূতে তাৰ সাঁচতীয়া ধন লুপ্ত কৰে।
আ- আশা-গুধীয়া হৈ মহন্তক ধন-বস্তু সৰ্ব্বস্ব অৰ্পণ কৰি কটাকানি পিন্ধিলে, মৰাৰ পাছত "আ" ভূতে তেৰাক হোৰাত ভৰাই ধ্ৰুৱ লোকলৈ নি ধ্ৰুৱক খেদাই সেই পৰম ভকতক তাতে থাপেগৈ।
২য় শিচ- (আথে-বেথে) সাক্ষাৎ ঈশ্বৰ নহলে এনে গুপুত ৰহস্য কোনে ভেদাব পাৰে!

৩য় শিচ- জগন্নাথ, "নোপজে তয়" ইনো কি ?

মহ- "তয়" অর্থাৎ গালি নোপজে। স্যমন্ত মণি যাব হাতত থাকে, তেওঁক সকলোৱে মান-সম্ভ্রম কৰে। অমৰ-কোষত লিখা আছে ঃ "মই পদে অহঙ্কাৰ, তই পদে গালি।"

১ম শিচ- ( প্ৰেম-ৰসত ফেঁকুৰি ) মোৰ ভগৱন্তৰ লীলা ! প্ৰভু জগন্নাথ এখেত সাক্ষাৎ যাইজনা ঈশ্বৰ। কৃপা কৰি সন্দেহ ভঞ্জন কৰক।

মহ- ( গহীনকৈ ) মই এই কথা অতদিনে গুপুতে ৰাখিছিলোঁ। কিন্তু তোমালোকৰ একান্ত ভকতি দেখি, মই আৰু স্বৰূপ লুকাই ৰাখিব নোৱাৰোঁ। আমিয়েই বৈকুণ্ঠৰ বিষ্ণু। কলিযুগত ধৰ্ম্মৰ তিনিপদ খহিল দেখি, নিজে অৱতাৰ ধৰি নৰ-মনিচক ভৱ-সাগৰ পাৰ কৰিবলৈ আহিছোঁ।

১ম শিক্ষি- প্ৰভু জগন্নাথ, অপৰাধ নধৰিলে দাসে এটি কথা জনাব খোজোঁ।

মহ- ভাল, কোৱা যাওক।

১ম শিক্ষি- প্ৰভু ঈশ্বৰে যি শাস্ত্ৰ ব্যাখ্যা কৰিলে, তাৰ অৰ্থ আমি এইদৰেহে বুজিছোঁ ঃ যি ঠাইত স্যমন্তক মণি থাকে, তাত আকাল বা মাৰি-মৰক নহয়। ব্যাধি নোপজে। বাঘৰ আৰু সাপৰ ভয় নেথাকে। আৰু কোনো আনুষঙ্গিক বিপদো তাত নঘটে। থানৰ অৰ্থ ঠাই। উপসৰ্গৰ অৰ্থ ভূত নহয়। যাই ৰোগৰ ঠাল-ঠেঙুলিবিলাকক উপ-সৰ্গ বোলে। "তয়" বুলিলে "তাত" বুজায়।

মহ- সেইটি পদাৰ্থহে। মই কোৱাটি গূঢ়াৰ্থ। ইংৰাজী পঢ়া মানুহ তোমালোকে গূঢ়াৰ্থ কেনেকৈ বুজিবা ?

২য় শিক্ষি- প্ৰভু জগন্নাথ, পদাৰ্থ আৰু গূঢ়াৰ্থ দুইটি কটা-মৰা শব্দ নহয়। ইটিৰ বুকুত সিটি থাকে। তিলৰ গৰ্ভত তেল থকাদি পদাৰ্থৰ গৰ্ভত গূঢ়াৰ্থ থাকে।

মহ- পদাৰ্থ-গূঢ়াৰ্থ স্বৰ্গ-মৰ্ত্ত্য আঁতৰ। ভকত নহলে গূঢ়াৰ্থ বুজিব নোৱাৰে। পদাৰ্থ যেয়ে-সেয়ে বুজিব পাৰে।

ভাগ- প্ৰভু ঈশ্বৰে তোমালোকে যে বাদ কৰিছা, তুমিনো শাস্ত্ৰ ভাগৱত কেইখন লুটিয়াইছা ? "ভকত ভোবোলা, ঠেং পথৰা, উছন্নিবলৈ নেপালে ঠাই, ভকতটো কেতকুৰি পাতত বহিছে, পিছলি পিছলি যায়।" বাৰু এইফাঁকিৰ অৰ্থ কোৱাঁচোন, চাওঁ, তোমালোকনো কিমান পানীৰ মাছ।

১ম শিক্ষি- ( হাঁহি, লগৰীয়া বন্ধুলৈ চাই ) What non-sense he talks. ( ভাগতীলৈ চাই ) কি অৰ্থ নাইকিয়া কথা কৈছে !

ভাগ- ইমানৰহে পঁৰিত !

( ভাগতী আৰু শিচকেইজনে খল-খলকৈ হাঁহে। )

২য় শিষ্য- আমি আপোনালোকেৰে চুপতি কৰিবলৈ অহা নাই। আমি প্ৰভুক অৰ্থ সুধিছোঁ।

১ম শিষ্য- জগন্নাথ, মনত আৰু এফেৰি খুকুৰি আছে, ভাঙি কলে বৰ ভাল হয়। শাস্ত্ৰত যে লিখিছে, স্যমন্ত মণি থাকিলে কোনো বিপদ নঘটে, তেনেহলে প্ৰসেনক সিংহে কেনেকৈ মাৰিলে, আৰু সেই সিংহকনো ভালুকে কেনেকৈ মাৰিলে, আৰু ভালুকনো যুদ্ধত হাৰিল কিয় ?

মহ- সাধু প্ৰশ্ন কৰিছা। "যি থানে থাকে সিটো স্যমন্তক"—থানত দিলে হে বিপদ নঘটে। আক্ৰোহ কৰি নিজে ৰখা বাবে এনে লটি-ঘটি নহব কিয় ?

২য় শিষ্য- জগন্নাথ, এই ফাক্ৰিৰ অৰ্থ কি ? "মুক্তিত নিস্পৃহা যিটো, সেহ ভকতক নমো, ৰসময় মাগোঁহো ভকতি"।

মহ- ই গুপুত কথা। তোমালোকে যে সুধিলা, বাৰু কওঁ শুনা। ভকতি অৰ্থে ভকতনী। যি গৰাকী ভকতনীৰ মুক্তিত স্পৃহা নাই অৰ্থাৎ মুকুতি খাবলৈ যাৰ মন নাই, সেই ভকতক নমঃকাৰ কৰি ৰস বিচাৰে। ।ভাঙি নকলে নুবুজা। ৰস অৰ্থে ভক্তিৰ ৰস। ভকতনীজনা গাভৰু হব লাগে। ফলিতাৰ্থে, জনা-বুজা গোপিনীয়ে ভক্তিৰ ৰস পিবলৈ শ্ৰীকৃষ্ণক বনে বনে বিচাৰি ফুৰিছিল।

১ম শিষ্য- মুকুতিনো কাক বোলে ?

মহ- কিয়, খকৰা-মুকুটি।

২য় শিষ্য- তেনেহলে, "কৃষ্ণৰ নামেসে সাধে ভুকুতি মুকুতি" ইয়াৰ অৰ্থ কি হব ?

(মহন্তই মেহেঙা-মেহেং কৰে)

ভাগ- (ভুকু আৰু মুকটিৰ মুদ্ৰা দেখুৱাই) ভুকুতিৰ অৰ্থ ভুকুটি আৰু মুকুতিৰ অৰ্থ মুকুটি। ইয়াৰ অৰ্থ বুজিব নোৱাৰিলানে ?

২য় শিষ্য- (হাঁহি হাঁহি) তেনেহলে কৃষ্ণৰ নাম ললে ভুকু আৰু মুকুটিহে খাবলগীয়া হয়।

মহ- মোৰ 'পেটটো দেখোন খোচা-বিন্ধা কৰিছে। ভাগতী, পুথি সামৰা। মই ভিতৰলৈ যাওঁ।

(মহন্ত, ভাগতী আৰু শিচকেইজনৰ প্ৰস্থান)

১ম শিষ্য- কথাৰ যাঠিয়ে পেটত কুচয়া-খোচা দিলে। এইদৰেই মহন্তবিলাকে দেশ ভাঙিলে।

২য় শিষ্য- ভুৱা দিয়া দিন লাহে লাহে উকলিছে। ভেটা ভাগিবলৈ ধৰিলে যেতিয়া আৰু তাক ৰখা টান। (দুইৰো প্ৰস্থান)

০০০

# দ্বিতীয় দর্শন

## মায়া-কানন

( মূৰ্ত্তিমান কলিযুগৰ প্ৰবেশ )

### গীত

কলিযুগ-

আনন্দে ভুঞ্জিম ৰাজ্য, নোৱাৰে ভাঙিব মোক।
মোৰ শাসনত কাৰো নাই কোনোকালে শোক ॥
সুখেৰে পালিছোঁ প্ৰজা — মইহে ধৰমী ৰজা,
প্ৰেমৰ জৰীৰে মই, বান্ধিছোঁ সৱৰ লোক ॥

( স্বগত ) দেৱতাবিলাকে যিমানেই কি পুৰুষাৰ্থ নকৰক, মানুহক মোৰ অধিকাৰৰপৰা বাজ কৰিব নোৱাৰে। মই থাকোঁমানে, সিহঁত মোৰ সদায় বশ হৈ থাকিব। কিয়নো, মোৰ শাসনত সকলো প্ৰজা সুখী। মই কাকো অত্যাচাৰ কৰা নাই। সকলোকে সমান অধিকাৰ দিছোঁ। কাৰো জাতীয় ধৰ্ম্মত হাত দিয়া নাই। ইচ্ছা অনুসৰি নিজ যুক্তি মতে যেনেকৈ চলিব খোজে, তাত মোৰ হলে বাধা নাই। মোৰ ৰাজ্যত পক্ষপাতী শাস্ত্ৰৰ বিধান মতে বামুণে শূদ্ৰিক, মতাই তিৰোতাক স্বাৰ্থৰ জৰীৰে বন্ধা নাই। সকলো বিধ স্বাস্থ্যকৰ পান-ভোজনত মানুহক অধিকাৰ দিছোঁ। আত্মোন্নতিৰ নিমিত্তে সাগৰ-যাত্ৰা নিষেধ কৰা নাই। জী-জোৱাঁইৰ ঘৰত টৌ-খুটি মাৰিবলৈ ব্যৱস্থা দিয়া নাই। প্ৰামাণিক ডাক্তৰী ঔষধ ঘিণ কৰি, ক্ষণপহুতা অসমীয়াৰ বেজৰ দৰৱ খাই, আৰু আগ-ভাগ, পূজা-পাতল কৰি, কাকো মৰিবলৈ দিহা দিয়া নাই। মই যি স্থলত ইমানবিলাক সুবিধা দিছোঁ, প্ৰজাই বিদ্ৰোহ আচৰিবলৈ আগ নেবাঢ়ে। মোৰ বিপদৰ কোনো কাৰণ নাই। দেৱতাৰ ভাবুকিয়ে মোৰ বুকু কঁপাব নোৱাৰে। এতেকে বাৰেওটি কাল নিষ্কণ্টকে মই ৰাজ্যভোগ কৰি থাকোঁ।

( প্ৰস্থান )

# তৃতীয় দর্শন

প্ৰলয়-পয়োধি ।

( নিয়তিৰ আৱিৰ্ভাৱ )

## গীত

নিয়তি-

বিশ্ব-জগতৰ বিধি, কোনেনো লঙ্ঘিব পাৰে ।
সত্য, ত্ৰেতা আছে চলি, আৰু হে দ্বাপৰ, কলি,
যুগে যুগে যুগ-ধৰ্ম্ম, আপোন গুণ বিস্তাৰে ।
প্ৰলয়-পয়োধি এই, গৰজিছে কেনেকই,
ভীষণ ঢৌৰ স্তূপ, গৰ্ব্বৰ পৰা উগাৰে ।
দশোদিশ জুৰি শুনি, ভয়ঙ্কৰ খলকনি,
মলয়-গহ্বৰ এৰি, সঘনে ধুমুহা মাৰে ।
দুৰ্জ্জয় মূৰতি ধৰি, শতেক যোজন জুৰি,
অনন্ত নাগৰ ৰজা, আছে সহস্ৰ ফণাৰে ।
বুকুত বিজুলী ধৰি, ঘোৰ ভেৰেকনি মাৰি
ক'লা-মলা মেঘবোৰ আকাশধ্বনি এন্ধাৰে ।
স্তম্ভিত বিশ্ব-জগত, মায়া-জালে অবিৰত,
অসীম অব্যয় কাল, ঘূৰি আছে চক্ৰাকাৰে ।

( যৱনিকা পতন )

সম্পূৰ্ণ ।

## চতুৰ্থ দৰ্শন

### ৰাজ-আলি

( বৃষকেতু আৰু কিছুমান ল'ৰা )

কৰ্ণ- ( বহুত নিলগৰপৰা চিঞৰি ) মোৰ সোণাই বৃষকেতু, ক'ত আছা, এইপিনে আহাঁ। মই অধমে তোমাক বিচাৰি ফুৰিছোঁ।

বৃষ- ( ল'ৰাবোৰক ) মোক ভাই! দেউতাই অথনিৰেপৰা বিচাৰি ফুৰিছে। তোমালোকে ধেমালি কৰি থাকা, মই কিবা-কিবি খাই আহোঁগে। মই অথনিয়েই একো নোখোৱাকৈ শুচি আহিলোঁ শুণে দেউতাই বিচাৰি ফুৰিছে। মই নগলে দেউতাই খং কৰিব। তেওঁ তু নোপোৱাকৈ আয়ে উমলিবলৈ পঠিয়াই দিছিল। এতিয়া দেউতাই কিয় বিচাৰিছে, বুজ লৈ আকৌ আহিম। এতিয়া মই যাওঁ দেই। ( গৈ আধা বাটৰপৰা উভতি আহি ) ভাই! আকৌ আহিম বুলি প্ৰতিজ্ঞা কৰাটো মোৰ অন্যায় হ'ল। মানুহৰ জীৱনৰ কি ঠিক আছে? এই আছোঁ, এই নাই। যদি জীয়াই থাকোঁ, তেন্তে আকৌ আহি তোমালোকৰ লগত ধেমালি-ধুমুলা কৰিমহি। যদি নোৱাৰোঁ, এয়ে বিদায় হলোঁ বুলি জানিবাহঁক। সময়ত তোমালোকক অনেক কথাত আহকাল কৰিছিলোঁ, সেইবোৰ ক্ষমা কৰিবাহঁক।

১ম ল'ৰা- ভাই! তোমাৰ মুখে আগেয়ে কেতিয়াও এনে কথা শুনা নাছিলোঁ। আজি শুনি বৰ আচৰিত হৈছোঁ।

২য় ল'ৰা- ভাই! তোমাৰ কথা শুনি মোৰ মনত বৰ বেজাৰ লাগিছে।

৩য় ল'ৰা- ভাই, হঠাৎ এনে কথা কেলৈ কলা?

কৰ্ণ- ( আহি ওচৰ চাপি ) মই তোমাক বিচাৰি ফুৰিছোঁ নহয়, আহাঁ, ঘৰলৈ যাওঁ। ( কোলাত তুলি চুমা খাই ঘৰলৈ প্ৰস্থান )

০০০

# পট পৰিবৰ্ত্তন

ৰজাৰ অন্তঃপুৰ

( পদ্মাৱতী আৰু কণ্টকী )

কৰ্ণ- ( বৃষকেতুক কোলাত লৈ উপস্থিত হৈ বিৰস মনেৰে ৰাণীক ) এইটি তোমাৰ হেঁপাহৰ ধন।

পদ্মা- ( উজ্বল মনেৰে ৰজাক ) চাওঁ, মোৰ সোণাইক চাওঁ। ( কান্দি কান্দি বৃষকেতুক ) অ' মোৰ লাহৰী। তুমি তোমাৰ খাইমুৰী কাঠ-ৰীক এবাৰ আই বুলি মাতা। তুমি মোক জন্মৰ নিমিত্তে সেন্দূ-ৰীয়া মুখখনিৰে চুমা এটি দিয়া। মই নমৰি এতিয়াও ভাল জীয়াই আছোঁ। ( ক্রন্দন )

বৃষ- আই। তুমি বিয়াকুল হৈ কেলৈ কান্দিছা? তুমি কান্দা দেখিলে মই মনত বৰ দুখ পাওঁ। তুমি নেকান্দিবা।

পদ্মা- মোৰ দেহাভুখৰি। মই যখিনীয়ে তোমাক মাৰিব খুজিছোঁ। তোমাক আৰু জন্মলৈ দেখা নেপাওঁ। মই বৰ কুলক্ষণী। মই নেকান্দি নোৱাৰোঁ, মোৰ সোণাই।

বৃষ- আই। মোক কেলৈ মাৰিব খুজিছা? মাৰিব খুজিছা যদি কান্দিছা কিয়?

পদ্মা- আই ঔ। মোৰ লাহৰীৰ কপালত এয়েহে আছিল। ইয়ালৈ-কেহে মই তুলি-তালি ডাঙৰ-দীঘল কৰিলোঁ। মোৰ পেটত জন্ম নিদিয়া হলেই ভাল আছিল। ঈশ্বৰে দি আকৌ এনে প্রতাৰণা কৰি নিয়ে কিয়? ( দীঘল হুমুনিয়া কাঢ়ে )

বৃষ- আই। মোক কোনে নিব?

পদ্মা- মোৰ সোণাই। আজিৰপৰা তোমাৰ চন্দ্রমুখ দেখিবলৈ নেপাওঁ আৰু। ক'ৰবাৰপৰা বুঢ়া বামুণ এজন আহি তোমাৰ দেউতা-ৰাক অঙ্গীকাৰ কৰাই সত্যত বন্ধ কৰি পিছত তোমাৰ মঙহেৰে হেনো একাদশীৰ পাৰণ কৰে।

বৃষ- তাৰ নিমিত্তে আই, তুমি ইমান শোক কৰিছা কিয়? এইটো বৰ সজ কৰ্ম্ম। মোৰ যথাৰ্থতে জীৱন সাৰ্থক। আহা। এই ক্ষণস্থায়ী অকৰ্ম্মণ্য মাংসপিণ্ড-ৰূপ দেহাটি মৰিলে ছাই হ'ব, নাইবা পকৰা-পিপৰাই খাব। এনে স্থলত মই বামুণৰ ভোজ্য হ'ম, ইয়াতকৈ আনন্দৰ কথা জগতত কি আছে? মোৰ কথা ধৰা,

দুয়ো আনন্দ মনেৰে মোৰ মঙহ বামুণক খুৱাই অতিথি সৎকাৰ-ৰূপ ঈশ্বৰক পূজা কৰাহঁক ।

কৰ্ণ- আহা ! মোৰ বোপাই কেনে জ্ঞানবান !

বৃষ- দেউতা ! আপোনাৰ জীৱন ধন্য । আই ! তুমিও মহা পুণ্যৱতী । তোমালোকৰ মৰমৰ বস্তুৰে আজি পৰমেশ্বৰে পূজা পাব । মোৰ জীৱনো ধন্য । মোৰ আজি জন্মৰ সাৰ্থক হ'ল । মোৰ অপবিত্র সামান্য মাংসক্ষেৰা বামুণে খাব; ইয়াতকৈ কি সুখৰ বিষয় আছে ? আজি মোৰ শুভ দিন, আক ৰাতিও শুভ ক্ষণত্তে পুৱাল । বামুণ সকলো জাতিৰে ৰজা । সকলোৱে বামুণৰ পূজা কৰে । বামুণেৰে সৈতে ঈশ্বৰৰ ভেদ নাই । যি বামুণক মানে, সেয়ে ভগৱানক পায় । ভৃগুৱামে খং উঠি কৃষ্ণৰ বুকুত লাঠি মৰাত কৃষ্ণই বামুণে ভৰিত দুখ পালে বুলি তৎক্ষণাৎ ভৰিত ধৰি কত দুখ প্ৰকাশিলে । গোলোক-বিহাৰী শ্ৰীহৰিৰ চাৰিখন বেদেও সীমা নেপায় । তেনে শ্ৰীহৰি বামুণৰ দাস । ব্ৰহ্মশাপত দশৰথৰ দশা কি হ'ল ? শ্ৰীকৃষ্ণই বামুণক সিংহাসনত বহুৱাই চৰণ পূজা কৰে । গঙ্গাকে আদি কৰি যিমান তীৰ্থবিলাক আছে, সকলোবোৰ বামুণৰ বুঢ়া আঙুলিৰ ওপৰতে বিৰাজ কৰিছে । যিজনে ভক্তিভাৱে বামুণৰ পাদোদক খায়, তেওঁ অবিৰামে স্বৰ্গলৈ গতি কৰে । বামুণে একান্ত মনেৰে যাক আশীৰ্ব্বাদ কৰে, তেৱেঁই স্বৰ্গত পূজনীয় । বামুণৰ সমান খণ্ডাল পৃথিৱীত কেও নাই । ব্ৰহ্মশাপত পৰীক্ষিত ৰজাৰ সৰ্ব্বনাশ ঘটিল । এতেকে মোক অবিলম্বে বামুণক অৰ্পণ কৰি কৰ্ত্তব্য পালন কৰাহঁক ।

পদ্মা- ( কান্দি কান্দি ) মোৰ সোণাইকনো কৰতেৰে ৰেপি ৰেপি এনে নিদাৰুণ ৰূপে কেনেকৈ বধ কৰোঁ ! ( কান্দে )

কৰ্ণ- ( বেজাৰ মনেৰে ) উস্, কি নিদাৰুণ কথা, উস্ ! উস্ !

বৃষ- বৃথা মোহ পৰিহাৰ কৰাহঁক । জীৱৰ মৰণ নাই, অৱস্থান্তৰ মাথোন । অজ্ঞান-ৰূপ মায়াৰে চকু চাক খাই থকাতহে এইবিলাক নিদাৰুণ বুলি ভাব হৈছে ।

বুঃ বামুণ- ( খং কৰি ) আজি মোক অনাহাৰে মাৰে । মহাৰাজ ! ভোকত প্ৰাণ যায় । আছে দান, নাই সন্নিধান । অবাবত মোক কেলৈ বহুৱাই ৰাখিছা ? মই যাওঁ ।

কৰ্ণ- প্ৰভু ! দাস গৈছোঁ । ক্ৰোধ পৰিহাৰ কৰক । মই সকলো ঠিক কৰিছোঁ ।

বৃষ- আহা ! বামুণে ভোকত কষ্ট পাইছে । লৰালৰিকৈ খাবলৈ উপায় কৰি নিদিয়া নিতান্ত অধৰ্ম্ম হৈছে । শোক কৰিবৰ আৱশ্যক

নাই। খং উঠি গুচি যাব।

কৰ্ণ- কণ্টকী, যা, কৰতখন লৈ আহগৈ। বামুণৰ আগতে কাটি দিব লাগে। (পটক্ষেপণ)

০০০

## পঞ্চম দৰ্শন

বজাৰ সভা-ঘৰ

(বামুণ বহি আছে)

কৰ্ণ- ( কৰযোৰ কৰি ) প্ৰভু ! সেৱকে সকলো ঠিক কৰি আহিছোঁ ।

বৃঃ বা- ( খং কৰি ) উস্ ! মোৰ ভোকত তৰণি নাই । ভাল টু-টুৱাই আছা । ক'তা ? মই খাওঁ ।

কৰ্ণ— প্ৰভু ! ৰাণীয়ে লৈ আহিছে ।

পদ্মা- ( বৃষকেতুক কোলাত লৈ উপস্থিত হৈ, লাহেকৈ কোলাৰপৰা নমাই থৈ বামুণক সেৱা কৰি ) প্ৰভু ! দাসীয়ে বহুত পলম কৰিলোঁ, ক্ষমা কৰক ।

বৃঃ বা- তোমালোকৰ কেৱল এইখন ফাকি । মই যাওঁ । ( যাবলৈ উপক্ৰম কৰি লাখুটি লয় । তিনিও বামুণৰ ভৰিত পৰিল । কণ্টকীয়ে হাতত কৰতখন লৈ আঠু কাঢ়ি অলপ নিলগতে থাকে) ।

কৰ্ণ— দ্বিজৰাজ ! সেৱকৰ দোষ মৰ্ষণ কৰি পণ-বাপ ঋণৰপৰা উদ্ধাৰ কৰক ।

বৃঃ বা- মোক প্ৰতাৰণা কৰা নিতান্ত অযুগুতি । মই আগেয়ে কৈছোঁ, আছে দান, নাই সন্নিধান । বাৰু যোৱাঁ, মই চাই আছোঁ, সৌখিনিতে দুয়ো হাঁহি হাঁহি কাটি পেলাই নি ৰান্ধি আনাগে ।

বৃষ- ( কণ্টকীক ) বাই ! তুমি মোক গোসাঁই ঘৰত থকা সেই ফুলৰ থালখন আনি দিয়াঁ । ( কণ্টকী আনিবলৈ গ'ল । অতি ভক্তি-ভাৱে বৃষকেতুৱে বামুণৰ চৰণত ধৰি ) হে বিশ্বময় জগৎকৰ্ত্তা দয়াময় ভকত-বৎসল হৰি ! অনন্ত ব্ৰহ্মাণ্ড-পতি অগতিৰ গতি প্ৰভু ! তোমাৰ করুণাৰ সীমা নাই । আহা ! মোৰ পামৰৰ মাংসকেৰা আজি ধন্য । প্ৰভু ! তুমি পাপীক সংসাৰ সাগৰৰপৰা উদ্ধাৰ কৰিবলৈ আহিলা । ধন্য প্ৰভু তোমাৰ মহিমা । ( কণ্টকী আহি ফুলৰ মালাৰ কাঁহীখন দিয়ে, বৃষকেতুৱে চৰণত অৰ্পণ কৰি মাকক আৰু বাপেকক পিন্ধাই এধাৰ নিজেও পিন্ধি নাচি নাচি গায় )

### গীত

কি সুন্দৰ কথা আহা শুনো আজি মই,
আজিহে গুচিল প্ৰভু ! মোৰ ভৱ-ভয় ।
হৰি হৰি হৰি বুলি, নাচোঁ আহাঁ বাহু তুলি,
হিয়া মেলি, হৰি বুলি হওঁ হৰিময় ।

বুঃ বা- উস্! বাৰু দেখিছা, বোলে মোৰ ভোকত জীৱ যায়, তেও দেখোন মন-কাণ নাই। হ'ল হ'ল যোৱা, কাটি-বাছি ৰান্ধি-বাঢ়ি দিয়াঁহি, পেটৰ খজুৱতি মাৰোঁ। (পুৰমুৱাকৈ বৃষকেতু বহে, কৰ্ণ আৰু পদ্মাৱতী দুয়ো কাটিবলৈ উদ্যোগ কৰাত) বোলোঁ সৌখিনিত কাটা-হুঁক, মই চাই আছোঁ। এইখন তেজ-কুৰে অটকাৰ কৰিব নেলাগে। (তিনিও ভিতৰ সোমাই গৈ ভিতৰত কাটে, বামুণে হাঁহে)

বৃষকেতুৰ কটা মুৰটোৱে—ৰাধাকৃষ্ণ, ৰাধাকৃষ্ণ, গোলোক বিহাৰী হৰি।

বুঃ বা- ধন্য দাতাকৰ্ণ, তোমাৰ যশ পৃথিবীত চন্দ্ৰ-সূৰ্য্য থাকে মানে ৰ'ল। তুমি যথাৰ্থ সুপণ্ডিত আৰু সাধু ৰজা। এতিয়া সেইবোৰ ভিতৰলৈ নি ভালকৈ ভাত-আঞ্জা ৰান্ধি-বাঢ়ি লৈ আহাঁগৈ। অলপো পেলাই নিদিবা। যোৱাঁ যোৱাঁ, বেগতে লৈ যোৱাঁ। মোৰ ভোকত পেট কলমলাবলৈ ধৰিছে। (অকলৈ বহি আপোনা-আপুনি) বুঢ়া মানুহ, দাঁতকেইটাও সৰিছে, কেইটামান গলেই। কোমলকৈ সিজাই নিদিলে কথাৰে আহৰি। (ইফালে-সিফালে চাই পেটটো খপিয়াই) উস্! ভাল পলম হৈছে। ৰাণীয়ে মুৰটো লুকুৱাই ৰাখিছে। মই যেতিয়া যাম, তেতিয়া বৃষকেতুৰ মুৰটো আগত লৈ বিনাই বিনাই কান্দিবলৈ মনত আলচ কৰিছে। বাৰু, ৰহ, ময়ো বাপেকে এটা কথা কৰিম। যেতিয়া আটাইবোৰ আনিব, মোৰ টেঙা আঞ্জা নহলে খোৱা নহয় বুলি আকৌ মুৰটোৰ টেঙা ৰন্ধাম। (চিঞৰি) মহাৰাজ! হ'ল নে নৌ? মোক আজি ভাল মুৰত টঙনিয়াই মাৰিলা।

কৰ্ণ- (আহি সভক্তি অন্তৰে) আৰু বিলম্ব নাই প্ৰভু। ৰাণীয়ে লৈ আহেহে লাগে।

বুঃ বা- তুমি আজি মোক ইমান শাস্তি তেও দিব নেলাগিছিল।

কৰ্ণ- প্ৰভু! বন্দীৰ অনেক অপৰাধ হৈছে। পাপীক চৰণ-তৰী দি নতৰালে উপায় নাই।

বুঃ বা- মিঠা কথাৰে জানো পেট ভৰে? যোৱাঁ, বেগতে লৈ আহাঁগৈ।

কৰ্ণ- (ভিতৰলৈ গৈ ভাত-আঞ্জা আনি বুঢ়া বামুণৰ আগতে থয়)।

বুঃ বা- ইঃ। ইয়াৰে কি হ'ব? টেঙা আঞ্জা নহলে মই লঘোণীয়া মানুহে কেনেকৈ খাম? এইবোৰ দেখোঁ ৰাবে-মছলাৰে কিবাখন কৰিলে। ইস্! মই কি বিপদত পৰিলোঁহি। যোৱাঁ. মঙহৰ টেঙা এখন বেগতে ৰন্ধাই আনাগৈ।

কৰ্ণ- প্ৰভু! যি আছিল সকলো ৰান্ধি দিলে। মঙহ এক্কেবাৰে নাই। অইন মঙহ দিলে জানো নহব?

বুঃ বা- আছে, আছে যোৱাঁ। ৰাণীয়ে মুৰটো লুকুৱাই থৈছে। তাৰেই

বাক্সি দিবলৈ কোৰাগৈ। নহলে মই নেখাওঁ, যাওঁ। এইবোৰ থাকিল আকা। তুমি এতিয়া নিশ্চয় নৰকলৈ যাবা।

কৰ্ণ- প্ৰভু! দাস বেগতে ভিতৰৰপৰা আহোঁ, এখন্তেক ৰ'ব, নেযাব '
(ভিতৰলৈ যায়) (পটক্ষেপণ)

০০০

# ভাৱৰীয়াবিলাক

## মুনিহ

হৰিনাথ শৰ্ম্মা— ধনী বয়সীয়া উকীল
কুঞ্জলাল— হৰিনাথৰ প্ৰথমগৰাকী পত্নীৰ ল'ৰা
মহেশ— হৰিনাথৰ দ্বিতীয়গৰাকী পত্নীৰ ল'ৰা
বুদু— হৰিনাথৰ চাকৰ
ফকীৰ, সোণাৰি, ঠাকুৰ আৰু গাঁৱলীয়া

## তিৰোতা

বিমলা— হৰিনাথৰ প্ৰথমগৰাকী পত্নী
চিন্ময়া— হৰিনাথৰ দ্বিতীয়গৰাকী পত্নী
শুৱনী, সুৰাগী, শুৱলা — হৰিনাথৰ দ্বিতীয়গৰাকী পত্নীৰ ছোৱালী
চণ্ডী— হৰিনাথৰ চাকৰণী

০০০

# প্ৰথম অঙ্ক

## প্ৰথম দৰ্শন

হৰিনাথৰ ভিতৰ ঘৰ

( হৰিনাথ শৰ্ম্মা আৰু চিন্না সুন্দৰী )

চি— আপুনি মোক নিগমে মাৰিলে।

হ— কেনেকৈ ?

চি— মইনো কিমান কদৰ্থনা খাই থাকিম ? মানুহে ভাতৰ তিতা খাব পাৰে, কিন্তু মাতৰ তিতা খাব নোৱাৰে।

হ— সহিলে সম্পদ, নসহিলে আপদ। কিছুদিন বাট চোৱা, এটা উপায় কৰিম।

চি— সহিব নোৱৰাতহে আপোনাক কৈছোঁ। নিজে যি লঘু-লাঞ্ছনা কৰিছে, তাক এৰিলোঁ। সিদিনা চাকৰণী লগাই দি নকৰিব লগা কৰিছে। কালি আপুনি কছাৰীলৈ যাওঁতে যি কৰিছিল, সিও আঁটিছে। আজি বঠিখন লৈ কাটিব লগীয়া। মই লৰ মাৰি ফটাকানিৰ ঘৰত সোমাইহে ৰাইখ। দিনে-ৰাতিয়ে এনে আহুকালত মই থাকিব নোৱাৰোঁ।

হ— মই ভাবি-চিন্তি এটা কৰিম, তুমি তত্ নোৱাৰা।

চি— কিনো ভাবিব-চিন্তিব লাগিছে ? আপুনি বামুণ, মই হ'লোঁ হাৰিয়নী। নিলগতে ছেই ছেই। আপুনি মোক এৰি দি, আপোনাৰ ল'ৰা-ছোৱালী ডাঙৰ-দীঘল হ'ল, তাকে লৈ সুখেৰে ঘৰ পাতি থাওক।

হ— তোমাৰ দশা কি হ'ব ?

চি— যি হয় হ'ব। কাউৰী-শগুণে খাব।

হ— মই সহিব নোৱাৰোঁ। তোমাৰ মই ধৰ্ম্ম নষ্ট কৰি বিপদত কোন সতে পেলাওঁ ?

চি— মোলৈ ভাবিব নেলাগে। নমৰোঁ মানে হাট-বজাৰ কৰি মোৰ পেটটো পুহিব পাৰিম। আপোনাৰ ল'ৰা-ছোৱালী আপুনি চম্ভালি লওক, আৰু মোক বিদায় দিয়ক। আপুনি বামুণ মানুহ, পৰাচিত কৰি বামুণে লৈ ল'ব। মোৰ নিমিত্তে আপুনি নষ্ট হ'ব নেলাগে।

হ— তোমাক যদি এৰিব লাগে, তেন্তে বিয়া হ'লা কিয় ?

চি— কিনো বিয়াখন হলোঁ ? সেইখন বিয়া নহয় চিয়া। বঙালীহঁতে ল'ম ল'ম বুলি ফাঁকি দি টকাবিলাক ভাজি খান্তাং কৰিলে।

আগৰ যি পাট, এতিয়াও সেই পাট। মাজতে ধনখিনি গ'ল। বামুণী আহিলত আকৌ বামুণীক লগাই এইখন উৎপাত সিহঁতেই লগাইছে। বঙ্গালী মানুহক বিশ্বাস কৰিব নেপায়। বিশেষকৈ বামুণ হলে যে আৰু কথাই নাই।

হ- ব্ৰাহ্মমতে বিয়া কৰালে, ভোজ দিলে আৰু সমাজক মন্দিৰ আৰু নাট্যশালা দান কৰিলে অভেদ ভাৱে সিহঁতৰ লগত মিল হ'ব বোলাতহে মই ২৫,০০০ হাজাৰ টকা খৰচ কৰিলোঁ। এতিয়া দেখিছোঁ, সকলো সিহঁতে ফাঁকি দিলে। তথাপি মই অধৰ্ম্মত খৰচ কৰা নাই।

চি- মই হলে বঙ্গালৰ ফাঁকিত পৰিব বুলি আগতেই জানি থৈছিলোঁ। আপুনি নকৈছিল—সিহঁত ভদ্ৰ সন্তান, তাতে ব্ৰাহ্ম, এতেকে মনত একো শঙ্কা কৰিব নেলাগে। এতিয়া মোৰ কথাহে ৰজিল। মনে মনে আঁহি খোৱাটো কেলৈ লাগিছে? দেখুৱাই নিলগতে হাৰি বুলি হেই হেই।

হ- ধন সাঁচি ভূত হোৱাতকৈ সজ কামত ধন খৰচ কৰা ভাল। সিহঁতে ফাঁকি দিয়ক, মইতো একো অন্যায় কৰা নাই।

চি- তাকে নকৈনো কি ক'ব? বেতনিত ঔ পৰিল, বাসুদেৱক দিলোঁ।

হ- তোমাৰ নিমিত্তে মই যি কৰিম, ভালকে কৰিম, ভয় নকৰিবা। কেঞা কেটামান বহি আছে, মই এতিয়া আহিলোঁ। (গুচি যায়)

চি- বুঢ়ীমাকে এইবাৰ মোৰ চুলি ছিঙিবলৈ আহিলে তাইৰে চুলি ভাল ভাল কৰিম।

## দ্বিতীয় দৰ্শন

### বিমলাৰ ভিতৰ

(বিমলা আৰু কুঞ্জ)

বি- বোপাই, তুমি থকাত মোৰ এনে দশা হ'ব লাগেনে?

কু- দেউতা বুঢ়া মানুহ। তেওঁনো কিমান দিন জীয়াই থাকিব? তেওঁক এই সময়ত আমি মনকষ্ট দিয়া উচিত নহয়। চকচোন আই, তেওঁ আপোনাক কিমান ভাল পায়, আমাক কিমান ভাল পায়, আমাৰ লগত কত টকা ভাঙি আমাক ডাঙৰ-দীঘল কৰি পঢ়াই-শুনাই নিজে ওকালতি কৰি খাব পৰা কৰি দিলে। ভাই বুদ্ধীন্দ্ৰক বেৰিষ্টাৰ কৰিলে, চেনেহী ভনীক কত ধন-বিত ভাঙি উপযুক্ত দৰাত বিয়া দিলে। তাইৰ কপালে নেটানিলে, মৰি গ'ল, কি কৰিব? আপোনাৰ খোৱা-বোৱা, থকাৰ বিভগে সুন্দৰ বন্দবস্ত কৰি আপোনাক মালিক পাতি থৈছে। এনে স্থলত আপুনি নিঃতৌ বেজাৰ-অসন্তোষ কৰি কান্দি-কাটি হিয়া ঢাকুৰি থকাটো জানো ভাল?

বি- ভাল কৈছা বোপা, জাত গ'ল, কুল গ'ল, মান গ'ল, সমাজত ঠাই নাইকিয়া হ'ল। বামুণ হৈনো হাৰিয়নীত পতিত হ'ব লাগেনে? মই কিয় নমৰি জীয়াই আছোঁ? (কান্দে)

কু- এইবোৰ ভাবিবৰ দিন এতিয়া নহয়, পূৰ্ব্বেই আছিল। এতিয়া যি হ'বৰ হ'ল। যাতে দুয়ো কুল ঠিক থাকে, তাকে কৰাহে যুগুত।

বি- মই এতিয়া ঠিক জানিলোঁ, অসমীয়া হাৰিণী ডাকিনীয়ে তোমাৰ বাপেৰাক যে ভেড়া কৰিলেইনে, তোমালোককো এনেই নেৰিলে। হায়! মোৰ কপাল, মই নমৰি কিয় জীয়াই আছোঁ?

কু- আই, আই! আপুনি মিছাতে বেজাৰ কৰিছে। যাৰ ভাগ্যত যি আছে, সি কেতিয়াও নঘটি নেথাকে। মাহীৰ ল'ৰাটো আৰু ছোৱালী তিনিজনী আমাৰ পিতাৰপৰা হৈছে যেতিয়া আমি যেনে সিহঁতো তেনে নহয়নে? নিজক চিকোটিলে যি দুখ পায়, আইনেও সেই দুখকে পায়।

বি- তোমাৰ কথা শুনি মোৰ গাত জুইহে লাগিছে। তুমি হাৰিয়নীক মাহী বুলিবলৈ আৰু তাইৰ ল'ৰা-ছোৱালীক ভাই-ভনী বুলিবলৈ যেতিয়া লাজ নেপালা, এনে স্থলত তোমাক মোৰ কবলৈ একো নাই। মোৰ কপাল! মই আপোনঘাতী হৈ মৰি যোৱাই ভাল।

কু- কি কৰিলেনো ভাল পায় ?
বি- তাই মোৰ চকুৰ আগৰপৰা আঁৰ হ'ব লাগে ।
কু- তেন্তে দেউতা ?
বি- তেৰোঁ ক'ত মৰে মৰকগৈ । মই মুখ নেচাওঁ ।
কু- তেন্তে আপোনাক ধন লাগে ?
বি- ধন লাগেতো । ধন নহ'লে খাওঁ কি ?
কু- বাৰু, মই দেউতাৰ লগত পৰামৰ্শ কৰি যাতে আপোনাৰ ভাল হয়, তাকে কৰা হ'ব । এতিয়া আহিলোঁ । ( গ'ল )
বি- ( আপোনা-আপুনি ) বুঢ়া হাবি মৰে মৰক । মোৰ ধন হলেই হ'ল । কুঞ্জই বি, এল, পাছ কৰিলে । বুদ্ধীন্দ্ৰ বেৰিষ্টাৰ হৈ আহিব । যিবা চেনেহী আছিল, তাই এই সংসাৰৰপৰা বিদায় ললে । লাহৰী মোৰ থকা হলে ভালেই আছিল ! মোৰ ভৈয়াই কলৈ গল্নি ঐ ! ( কান্দে )

০০০

## তৃতীয় দৰ্শন

### হৰিনাথৰ বৈঠকখানা

হ- (আপোনা-আপুনি) মই ইয়াৰপৰা কলিকতাত থাকিলেও হানি নাই। বাগিচাত যথেষ্ট আয় হয়। হাতত নগদ টকাও বহুত আছে। বুঢ়ীয়ে আকৌ এৰিলেহে হৈছে। বাৰু, ল'ৰা-ছোৱালীক বাগিচা, ঘৰ-বাৰী, সম্পত্তি দিম। এজনীক 40 হাজাৰ টকা দিম। যি জনীয়ে একো নলয়, তাইৰ লগতে মই থাকিম। মোৰ হাতত যি ধন-বিত আছে, সেয়ে তাইৰ হ'ব। বাৰু, কোনে কি কয়, সুধি-পুচি চোৱা যক। এটা উপায় নকৰিলে ঘৰুৱা কোন্দল নমৰে।

(কুঞ্জৰ প্ৰৱেশ)

কু- (বাপেকৰ ভৰিত সেৱা কৰি) দেউতা, ঘৰ ভাগিব।

হ- কি হ'ল বোপা?

কু- আইক বুজালে নুবুজে। মাহীক খেদি দিলেহে ভাল পায়।

হ- কি কৰোঁ?

কু- আইক কিছু টকা দি দেশলৈ পঠিয়াই দিয়ক।

হ- যাব নে?

কু- নগৈ কি কৰিব?

হ- বুঢ়া কালত তেওঁক মনকষ্ট দিয়া ভাল নহয়। তেওঁ যাতে শান্তি পায়, তাকে কৰিব লাগে।

কু- তেওঁৰ শান্তিলৈ চালে মাহীৰ ফালে আইধা পৰিব। ল'ৰা-ছোৱালীকিটাৰ কি দশা হ'ব?

হ- সোপাকে কলিকতালৈ পঠিয়াই দিম।

কু- সিও বেয়া নহয়। ইয়াত ঘৃণনীয় হৈ থকাতকৈ তাত মিলিব পাৰিব। মহেশ এইবাৰ নিশ্চয় বেৰিষ্টাৰি পাছ হ'ব। ছোৱালী কিজনীয়েও তাত মাইকী স্কুলত পঢ়িব পাৰিব। বেয়া নহয়।

হ- মাৰা ৰাজী হলেহে!

কু- ৰাজী নহ'ব কিয়? নিশ্চয় ৰাজী হ'ব। তেওঁ চকুৰ আঁতৰ হলেই ভাল পায়।

হ- বাৰু, আজি গধূলি সোধা-পোচা কৰি কি হয় এটা কৰিম।

কু- আপুনি যাতে শান্তি পায়, আই যাতে সুখী হয়, আৰু ইহঁতবো যাতে ভাল হয়, তাকে কৰক। মই এতিয়া যাওঁ। (সেৱা

কৰি বিদায় হয় )

হ- ( চিগ্ৰৰ মাৰি ) বুদু, হেৰ' ধঁপাত এ'চিলিম দি যাহি ।

( ফকীৰৰ প্ৰৱেশ )

ফ- হৰে ৰাম হৰে ৰাম ৰাম ৰাম হৰে হৰে ।

হৰে কৃষ্ণ হৰে কৃষ্ণ কৃষ্ণ কৃষ্ণ হৰে হৰে ।

বু- ( ধঁপাত দি ) দেউতা, আয়ে মাতিছে ।

হ- ( ধঁপাত খায় ) এই ফকীৰজনক পইচা চাৰি অনা দি যাহি ।

বু- ভাল দেউতা ।

ফ- দেউতাৰ ভাগ্য বৰ ডাঙৰ । দেউতাৰ এই বছৰ বহুত লাভ হ'ব । দেউতা কলিকতালৈ যাব লাগিব । কপালত তীৰ্থ আছে ।

( পিয়নৰ প্ৰৱেশ )

পি- ( কিছুমান চিঠি, খবৰ কাগজ দি গুচি যায় ) ।

( এজন গাঁৱলীয়া মানুহ আহে )

গাঁ- ( আহি ওচৰত বহি ) দেউতা, সিদিনা মোৰ ল'ৰাটোক অনাহকত ফাটেক দিলে । আপিলৰ বাট আছেনে ? ( কাগজ এখন দিয়ে )

হ- মই ওকালতি এৰিছোঁ । মোৰ পো কুঞ্জলাল শৰ্ম্মাক চিনি পোৱানে ? তেওঁ ভাল উকীল ।

গাঁ- দেউতা, পাওঁ ।

হ- তেওঁক দিয়াঁগৈ ।

গাঁ- ভাল । ( যায় )

বুদু- ( আহি চাৰি অনা ফকীৰক দি গুচি যায় )

ফ- নমো নাৰায়ণ । ( গুচি গ'ল )

000

## চতুৰ্থ দৰ্শন

চিত্ৰাৰ ভিতৰ

চি- (তামোল কাটি থুৰিয়াই বটাত থৈছে)

হ- কি হে, কি কৰিছা? বিয়াৰ তামোল নেকি?

চি- কাৰ বিয়া?

হ- তোমাৰ।

চি- কাৰ লগত?

হ- মোৰ।

চি- এবাৰ বিয়া হৈ যি হ'বৰ হৈছে। তেনে বিয়া নহলেই ভাল।

হ- তুমি কলিকতালৈ যাবানে?

চি- কেলৈ?

হ- ছোৱালীকিজনীক তাত ইংৰাজী স্কুলত পঢ়াবলৈ।

চি- আপুনি আকা?

হ- ইয়াত থাকি ধন-বিত পঠিয়াই থাকিম।

চি- মোক হবলা এতিয়া দলনিত পোনা মেলিবৰ মন গ'ল? মই কলিকতা-ফলিকতালৈ নেযাওঁ। দেশতে মাগি-খুজি খাম, সিও ভাল। আপোনাৰ ল'ৰা-ছোৱালী যি কৰে কৰক।

হ- বাৰু, ঠিক কথা কৰা, তোমাক 80,000 হাজাৰ টকা লাগে নে, মোক লাগে?

চি- টকা কেলৈ? আপোনাকহে লাগে।

হ- বৰঘৈণীয়ে বা কি কয়?

চি- কি কব, মোক খেদাই দিবলৈ কব।

হ- বাৰু, সুধি চাওঁচোন, কি কয়।

চি- তেওঁৰ কথা মোক নকব, বুইছেনে। গোটেইজনী বাই বাঘিনী, কথা কলেই দাং খাই উঠে। মই মৰিবলৈ কত শাও-শপনি দি থাকে। আপুনি মোক ভাল কৰিলে।

হ- তোমাৰ কিহৰ চিন্তা? মোৰ কি নাই? ঈশ্বৰৰ কৃপাত তোমাৰ একো বেয়া নহয়। মই মৰিলেও কুঞ্জই তোমাৰ কেতিয়াও অহিত নিচিন্তে।

চি- সতিনীৰ হাড়েও কন্‌কনায়, গো-জীৰ যে কথাই নাই।

হ- মূৰ্খৰ নিমিত্তে সঁচা, কিন্তু সি জ্ঞানী।

চি- দেখিলেহে জেখিম। এতিয়া মনে খনা পুখুৰীত পানী নোখোৱাই ভাল।

হ- মই যাওঁ। অলপতে ঘূৰি আহিম।

চি- (বাপৰ বটাত তামোল দিয়ে)

হ- মোৰ কুজ বৰ জ্ঞানী ল'ৰা। (গ'ল)

চি- (আপোনা-আপুনি) আপোনাৰ ৰৰঘৈণীও বৰ জ্ঞানী বুলিছিল। এতিয়াহে জ্ঞানৰ অৰ্থ পালোঁ। বেটী বজালনী কম নহয়। মাছ দুলুটিকৈ ভাজে, মোক এই ৪ লুটিকৈ ভাজিছে। বুঢ়া কুটীয়াই এৰি দিলেও তৰোঁ। নাইবা ইয়াৰপৰা নি অইন এঠাইত থলেও হয়। কুঠুনীক এৰি মোৰ লগত নগলেহে পাৰিছ? ঈশ্বৰেনো মোৰ কপালত কি থৈছে কব নোৱাৰোঁ। হাৰিয়ে-বামুণে আদ-ৰাঙ্গী বুলি লোকে হাঁহে। ছোৱালীকিজনীনো কাক দিম, কি কৰিম? "আগ নুগুণি গুণি পাছ, লোভত মৰে বৰশীৰ মাছ।" মোৰ দশাও তেনে হ'ল।

ooo

## পঞ্চম দৰ্শন

### বিমলাৰ ভিতৰ-ঘৰ

( চণ্ডী আৰু বিমলা )

চ- আইদেও ! মোক সিদিনা আপুনিহে খালে। মই বেটীক একে মাৰে মাৰি থলোঁহেঁতেন। আপুনি কেলৈ টানি আনিলে ?

বি- তোৰে শপত, তই ফাটেক খাব বুলি ভয় খালোঁ। সেইহে টানি আনিলোঁ।

চ- মাইকী মানুহক জানো ফাটেক দিয়ে ?

বি- কিয় নিদিব ? যাৰে জগৰ তাৰে দণ্ড।

চ- হঁ হয় ? দেউতাই একবাই আনিলেহেঁতেন।

বি- থ, তাইৰ পিনে ৰাও নেকাঢ়ি তোৰ পিনে ৰাও কাঢ়িব ? এনেকৰ পেলেক কুকুৰা চোৰাৰ ভাগিনীয়েক।

( হৰিনাথ আহে )

হ- এইখন কিহৰ আলচ ?

চ- ( থিয় হৈ, ভয় খাই, শুনিলে যেন ভাবি কেঁকাই কেঁকাই ) মেকুৰীটো মাৰিব খোজাত আইদেৱে কৈছে মেকুৰী মাৰিলে হেনো সোণৰ মেকুৰী দিব লাগে। আকৌ ফাটেকতো দিব।

হ- ওঁ, হয়, নেমাৰিবি। ধঁপাত আন। ( চকীত বহি বিমলাক ) হয় নে, মনটো পধুৰকৈ আছা কিয় ?

বি- কোন দিনানো মোৰ মন পাতল ?

হ- কি কৰিলেনো পাতল হ'ব ?

বি- বাৰু হৈছে, থৈ দিয়ক।

হ- মই কথা এটা মনত ভাবিছোঁ। ল'ৰা-ছোৱালীক সম্পত্তি দিম। 40,000 হাজাৰ বাপ এফালে, মই এফালে। কোনে কি লয় ?

বি- জানো কি কৰে ?

হ- তেন্তে তাইক 40,000 হাজাৰ টকা দি বিদায় দিওঁ।

বি- তাইক কিয় টকা দিব ? তাই কোন ?

হ- তেন্তে তুমি টকা লবা ?

বি- ওঁ লমতো। তাইক কিয় দিম ?

হ- মোক নেলাগে নেকি ?

বি- কেলৈ লাগিছে ?

হ- মই কলৈ যাম ?

বি- মোৰ টকা দি যল'কে লাগে তল'কে যক ।

হ- বাৰু, তেন্তে তুমি একো দন্দ-হাই নকৰিবা । তোমাক ৪০,০০০ টকা দিম । তাইক লৈ মই কলিকতালৈ যাম । ভাল হব নে ?

বি- হবতো । তাইক ইয়াৰপৰা বেগতে আঁতৰাই দিয়ক । নহলে মই লাজত কাৰো আগত মুখ দেখুৱাব নোৱৰা হলোঁ ।

হ- এয়ে ঠিক হ'ল । পিছত ঘূৰিলে নহ'ব আকা । (যায়)

বি- যি কৰে বেগতে কৰক । (আপোনা-আপুনি) শলাগি থৈছে হয়, ডাকিনীৰ লগত পৰামৰ্শ কৰি বা কি কৰে ।

(চণ্ডী আহে)

চ- আই, আজি নিগমে মৰিছিলোঁ ।

বি- তই বেটী বৰ টেঙৰ, খুব কথা ঘূৰাব জান ।

চ- কিবা মোৰ কথা কৈছিল নে ?

বি- তই চুঙা চাই সোপা দিলি, কি ক'ব ?

চ- আজি দেখোন খণ্ডা-খণ্ডি নাই, কি কথানো হৈছিল ?

বি- মোক হেনো ৪০,০০০ টকা দি, তেওঁ তাইক লৈ কলিকতালৈ যায় । যাব জানো ?

চ- ক'ত যাব ? মুখৰ মহলা মাৰিছে । ভালৰি বোলাইছে ।

বি- এৰা, গলে জানিবা তত্ পাওঁ । বুঢ়া কুঠীয়াটোক লৈ কি কৰিম ? ৰূপগাল পালে নমৰো মানে বহি বহি খাই থাকিম ।

চ- এপাচিমান হব নে ?

বি- হেৰ', দুকুৰি থৈলা ।

চ- আও, ইমানবোৰ ধন ক'ত থব ?

বি- ঈশ্বৰে দিয়ালে ক'ত থম দেখিবি নহয় ।

চ- আই, বেগতে ধন লৈ দেউতাক বিদায় দিয়ক ।

০০০

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

হৰিনাথৰ বৈঠকখানা।

( হৰিনাথ ও কুঞ্জ )

হ- বোপা, 80,000 টকা পালেই মাৰাৰ মনত সন্তোষ। মই তাকে দিবলৈ ঠিক কৰিলোঁ। তুমি 80,000 টকাৰ চে'ক নি তেওঁক দি দিবা। বুদ্ধীন্দ্ৰ বোপাই বেৰিষ্টাৰি কৰিনো কি পাব? তেওঁ বাগিচাতে মেনেজাৰি কৰক। তুমি তেওঁক বুজাই কৰা। মই মাহীয়েৰা আৰু ছোৱালী তিনিজনীৰ কলিকতাত এটা দিহা লগাই থওঁগৈ। তালৈকে পলম কৰিব নোৱাৰোঁ। বুদ্ধীন্দ্ৰক ততালিকে মোক দেখা কৰিবলৈ কৰা। তুমি মাৰাৰ সততে সাৱধান লবা। মোলৈ সদায় সকলো কথা জনাই চিঠি দি থাকিবা। মহেশ কলিকতাত আছে। তাক মই হাইকোৰ্টত প্ৰেক্‌টিছ কৰিবলৈ নিদি চাকৰি কৰিবলৈহে ক'ম। বেৰিষ্টাৰি পাছ কৰিলে কি হ'ল,—জনা-শুনা হৈ নাম জুলাব পাৰিলেহে বেৰিষ্টাৰৰ উন্নতি হয়; তাকে কৰিব নোৱাৰিলে মিছা। তেওঁ নতুন মানুহ, উন্নতিৰ বহুত পলম হেন জানি গৱৰ্ণমেণ্ট মেজিষ্ট্ৰেটি দিব খুজিছে, তাকে গ্ৰহণ কৰক। তুমি কেনে দেখা?

কু- একো বেয়া নহয়।

হ- ছোৱালী কিজনী তাত পঢ়াব পাৰিলে, ভাল হ'লে ব্ৰাহ্ম মতে বিয়া কৰাওঁতা বহুতো ওলাব।

কু- নিশ্চয়, তাত অকণো শঙ্কা নাই।

হ- এতেকে মই সোনকালে যোৱাই যুগুত।

কু- পলম কৰিবৰ কোনো আৱশ্যক নাই। আপোনাৰো বহুমূত্ৰ ৰোগৰ দোষ আছে, তাতে চিকিৎসা কৰাব পাৰিব। মহেশ অতি সুন্দৰ ল'ৰা। আপুনি যি কয়, তাকে শুনিব।

হ- মাহীয়েৰাই অলপ যাবলৈ আওহেলা কৰিব পাৰে। তুমি ভালকৈ বুজাই দিবা। অসমীয়া মানুহে নিজৰ দেশত মাগি খোৱাও ভাল পায়; তথাপি বিদেশত ৰজা হবলৈকো ইচ্ছা নকৰে।

কু- মাহী তেনেই অবুজন নহয়। তেওঁ অৱশ্য ভৱিষ্যত যাতে ছোৱালী কিজনীৰ ভাল হয়, তাৰ উপায় কৰাত বেয়া নেপায়, এাগ বাঢ়িব।

হ- তুমি সময় মতে বাগিচাৰ খবৰ কৰি থাকিবা। মোৰ ষেতিয়া

যিমান টকাৰ দৰ্কাৰ হয়, তাত কোম্পানীৰ পৰা ল'ম, আৰু মেনেজাৰলৈ লিখিম। সেইমতে প্ৰতি বছৰ হিচাপ পৰিষ্কাৰ ৰাখিবাঁ। তোমাৰো টকাৰ দৰ্কাৰ হলে বুদ্ধীন্দ্ৰৰপৰা চে'ক লবাঁ। মই সকলো ঠিক কৰি থৈছোঁ, যাতে কোনো কথাৰ বেমেজালি নহয়।

কু- একো বেমেজালি নহয়। নিয়ম মতে সকলো কাম চলি থাকিব।

(সোণাৰি এটা আহে)

সো- (চেলাম কৰি) দেউতা, কিবা মালৰ আৱশ্যক হ'বনে?

হ- কি মাল?

সো- ভাল ভাল মাল। গেজেৰা, বানা, থুৰীয়া, দুগদুগী, সোণৰ সাৰু,—বহুত ৰকম মাল আনিছোঁ।

হ- ভিতৰত দেখুৱাঁ, মাইকী মানুহে মন গলে ল'ব পাৰে।

সো- ভাল। (চেলাম দি ভিতৰলৈ যায়)

কু- আপুনিনো কাঁহানিকৈ যায়?

হ- যদি একো লেঠা নোলায়, মই পৰ্শু দিনালৈকে যাম

(পট পৰে)

০০০

## দ্বিতীয় দৰ্শন

চিন্ৰাৰ ভিতৰ-ঘৰৰ বেৰেণ্ডা

( চিন্ৰা আৰু শুৱনী )

চি- তুমি মোৰ লাহৰী, বৰ মাৰাই যি কয় কওক, সহি থাকিবা। ভনীয়েৰাহঁতক ভাল শিকনি দিবা।

শু- আই, এইবাৰ দুয়ো মহলাত ভাল মতে পাছ হৈছে। সুৱাগীতকৈ শুৱলাই নম্বৰ সৰহ পালে। আমাৰ ইংৰাজী পঢ়িবৰ বৰ মন গৈছে।

সোণাৰি- ( চেলাম দি ) আই, মাল আনিছোঁ।

চি- কি মাল চাওঁ।

সো- ( মোনা মেলি ) দেউতাই আপোনাৰ ওচৰলৈ পঠিয়াই দিছে। ( মাল দেখুৱায় )

( শুৱলা ও সুৱাগী আহে )

চি- আইহঁত চোৱা, কাক কি লাগে কোৱা।

( শুৱনী, শুৱলা, সুৱাগীয়ে মাল চায় )

সো- আই, এইবোৰ ঘৰুৱা মাল। ইয়াত একণিও ভাঁজ নাই। মাল-টিহঁতিও ভাঠ।

চি- তোমাৰ ঘৰ ক'ত ?

সো- আই, যোৰহাটৰ চাৰিগাঁৱত। এইবোৰ হাৰিয়ে কৰা বিকৰুৱা বেয়া মাল নহয়। আমাৰ ঘৰুৱা সোণাৰিৰ মাল।

চি- তুমি সোণাৰি নে কি ?

সো- নহওঁ আই, মই কেওঁট মানুহ। বেপাৰ কৰি ফুৰোঁ।

চি- মোৰ মাল বহুতো আছে. বুইছা। ছোৱালীহঁতে ললে লব পাৰে। মই যিবোৰ লৈছোঁ, ঘৰতে কৰাই লৈছোঁ।

শু- কাক লাগে লোৱা।

শু- মোক নেলাগে। এইবোৰ আমাৰ মাল নহয়।

সু- হেৰা ককাই, তুমি এইবোৰ মাল ভদ্ৰলোকৰ ঘৰলৈ নিলে তোমাৰ বিক্ৰী নহয়।

চি- তিনিও তিনিখন দুগ্‌দুগীকে লোৱা।

সো- বেনাখিনিও দেখিবলৈ বৰ ধুনীয়া।

সু- তোমাৰ চকুতনো কোনখন অধুনীয়া ? মানুহক বিদ্যা-বুদ্ধি-জ্ঞানে ধুনীয়া কৰে নে অলঙ্কাৰ-পাতিয়ে ধুনীয়া কৰে, কোৱাঁচোন।

শু- ককাই, তুমি এইবোৰ ইয়াত বেচিব নোৱাৰা। সৌ বজাৰত লৈ ফুৰিলেহে বেচিব পাৰিবা।

শু- আজি-কালি বাগিচাৰ ভিতৰতো বিক্ৰী হ'ব, কাৰণ, কুলীয়নী মেমবোৰে বৰ ভাল পায়।

সু- বাইদেৱে ঠিক কৈছে। পূজাত কুলীয়নী মেমবোৰে হাতে-ভৰিয়ে, নাকে-কাণে অলঙ্কাৰ পিন্ধি ৰমক-জমক হৈ আহিছিল। দেখি মোৰ হাঁহিকে সামৰিব নোৱৰা হলোঁ।

শু- সিহঁতে মনত ভাবে, অলঙ্কাৰ পিন্ধিলেই বৰ ডাঙৰ মানুহ।

সু- আমাৰ গাঁৱলীয়া মানুহৰ ভিতৰতো বহুতে এইবোৰ পিন্ধে। কিন্তু যিবোৰে সভ্যতা পাইছে, সেইবোৰেহে ঘিণ কৰে। মকবাৰ ঘৈনীয়েকে জানো সিদিনা জাংফাই কেৰু এযোৰৰ বাবে গিৰিয়েকৰ সৈতে কমখন কাজিয়া কৰিলে?

(হৰিনাথ সোমাই আহে)

হ- মাল মন খাইছে নে?

চি- (বহিৰলৈ চকীখন দি) ছোৱালীহঁতে চাই ভাল বোলা নাই।

হ- সিহঁতেনো কি জানে? কুঞ্জ ও মাকৰ লগত মীমাংসা কৰি আমি পৰ্শু দিনা কলিকতালৈ যোৱাটোৰেই থিৰাং হ'ল। এইবোৰ মাল তাত নেপায়। তোমাক কিবা লাগে যদি লোৱাঁ।

চি- মোৰ ইয়াতোকৈ ভাল বহুত মাল আছে। ছোৱালীহঁতেও নলয়, মই কি কৰিম?

হ- দুগ্‌দুগী একোখনিকে তিনিও লক।

শুৱনী, শুৱলা, সুৱাগী- (তিনিও উচপ খোৱাদি খাই) আমাক এইবোৰ নেলাগে। নিপিন্ধো।

সো- নেলাগে যদি আই, তেন্তে মই যাওঁ। (টোপোলা বান্ধি) এৰা, যি ধনী, ল'ব পৰা, সি নলয়। যি ছাল-ছিগা ভিকহু, সিহে বাৰেজোৰা মাৰি লয়। আমাৰ আইদেওহঁতে কোৱা কথা সঁচা। বাগিচাৰ ধেঙৰণী মেমহঁতৰ ভিতৰতহে অলঙ্কাৰ-পাতিয়ে ঠাই পায়। নগৰৰ ভাল মানুহে অলঙ্কাৰ নিপিন্ধাই হ'ল। কেও নিপিন্ধিলেও নাম মাত্ৰ নিচেই সৰু সৰু পিন্ধে। আমাৰ লাহে লাহে চাউল মৰি আহিছে।

হ- কিবা লোৱা বুলিহে বপুৰীক পঠিয়াই দিলোঁ, নললে সি জানো ৰাক পাব?

চি- একো নললে, আঙঠি একোটিকে তিনিও লোৱাঁ।

শুৱনী, সুৱাগী, শুৱলা- (তিনিও ঘিণ কৰি, লবৰ মন নকৰি) আমাক একো নেলাগে।

চি- তেন্তে ককাই, বেয়া নেপাবা, যোৱাঁ। এওঁৰিজাকে নললে মইনো বাৰু কি কৰোঁ ? ( সোণাৰি প্ৰ'ল )

সু- দেউতা, কলিকতাত আমি ক'ত থাকিম ?

হ- আই, তাত থাকিবলৈ ঠাইৰ অভাৱ নাই। কেৰেয়া দিলে যেনে ঘৰ বিচাৰে, তেনে ঘৰকে পায়। মই ঘৰ ঠিক কৰিবলৈ তোমাৰ মহেশ দদাৰালৈ এইখন টেলিগ্ৰাম কৰি আহিছোঁ।

শু- দেউতা, আমি তাত ইংৰাজী পঢ়িব পাৰিম ?

হ- পাৰিবাতো।

০০০

## তৃতীয় দৰ্শন

বিমলাৰ ঘৰ

( বিমলা ও কুঞ্জ )

কু- আই, দেউতা কলিকতালৈ যাবলৈ ওলাইছে। মই তেওঁবিলাকক জাহাজ-ঘাটত আগবঢ়াই থৈ আহোঁগৈ। আপুনি ইমান দিন যিবা নকৰিলে, আজি কিন্তু ভালমতে বিদায় দিব।

বি- মোৰ আগ মগুহ তিতা হ'ল, এতিয়া ভাল মাত ক'ত পাম? সকলো মোৰ ভাগ্যৰহে দোষ।

কু- সেইবোৰ আটাইবোৰ পাহৰি যক।

( হৰিনাথ আহে )

হ- বোপা, মই ওলালোঁ। তুমি ইয়াত কি কৰিছা? ব'লা।

কু- ভাল।

হ- ( বিমলাক ) তুমি মনত একো বেয়া ভাব নকৰিবা। তোমাৰে মনত সন্তোষ হক বুলি সিহঁতক কলিকতাতে থবলৈ ওলাইছোঁ।

বি- ( কান্দি কান্দি ) কাৰো গাত দোষ নাই। মোৰ কপাল মন্দ। মই সিহ জনমত কাৰবাক কিবা বেজাৰ দিছিলোঁ, সেইবাবে বিধ-তাই মোক এনে সন্তাপ দিছে। আপোনাৰেই বা কি জগৰ? তাইকেবা কি দোষ দিম?

হ- সকলো পৰমেশ্বৰৰ ইচ্ছা। ঈশ্বৰে যি কৰে ভালকে কৰে। ইয়া-তকৈ কলিকতাত সিহঁতৰ কিছু সুবিধা হ'ব, আৰু ছোৱালীকিজ-নীক দিহা লগাব পাৰিম।

বি- ( ফেকুৰি ) সিহঁতক গত লগাই আপুনি গুচি আহিব।

হ- মোৰ বহুমূত্ৰৰ দোষ আছে। তাত ভালকৈ চিকিৎসা কৰাবৰ ইচ্ছা।

বি- হয়তো, তাত অৱশ্যে চিকিৎসা কৰাব।

কু- ওলাওক, পলম নকৰিব।

বি- ( সেৱা কৰি ) মোক শাও-শপনি নিদিব।

হ- তুমি বলিয়া হৈছা নেকি? আশীৰ্ব্বাদ কৰিছোঁ, তোমাৰ ঈশ্বৰে মন-বাঞ্ছা পূৰ্ণ কৰাওক।

( হৰি ও কুঞ্জ যায় )

বি- ( আপোনা-আপুনি ) বিধতাৰ বিধান কেও লৰ-চৰ কৰিব নোৱাৰে। মোৰ ভাগ্যত কি নাই? ধন-ধান, পুত্ৰ-কন্যা, অৰ্থ-বিভূতি সকলো

সম্পূৰ্ণ। বিদ্বান, বুদ্ধিমান, গুণৱন্ত স্বামী থাকিও মনত সুখ নাই। মই এতিয়া জীয়া বাঁৰী। মই সকলো সাধি আছিলোঁ; কিন্তু সুখ সাধি নাছিলোঁ। সেয়েহে মনত সদায় দুখ।

০০০

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

কলিকতাৰ ভাড়া ঘৰ

( হৰিনাথ ও মহেশ )

হ- বোপা, ঘৰ ভাল হৈছে।

ম- দেউতা, এশ টকাত ইয়াতকৈ ভাল ঘৰ পোৱা নেযায়।

হ- অৱশ্য। মই কেৰেয়া সৰহ হোৱা বোলা নাই। তুমি বেৰিষ্টাৰি কৰাতকৈ মেজিষ্ট্ৰেট হোৱাহে ভাল দেখোঁ। ইয়াত বহুত পুৰণি বেৰিষ্টাৰ আছে। নাম কৰা টান হ'ব। নাম কৰিব নোৱাৰিলে ধন পোৱাও টান।

ম- হয় দেউতা, ময়ো বুজিছোঁ। ইয়াত আপোনাসকলক বন্ধু-বান্ধ-বেৰে চিনা-জনা কৰি দি মই কামত সোমাম। মই কাম গ্ৰহণ কৰি গৱৰ্ণমেণ্টলৈ জনাইছোঁ। কেতিয়া কামত হাজিৰ হব লাগে, খবৰ পালেই যাম।

হ- সজ কথা। ভনীয়েৰাহঁতক শীঘ্ৰে কলেজত নাম লগাই দিয়াঁ।

ম- ভাল। দুইদিনমান ফুৰি-চাকি লওঁ। অৱশ্য নাম লগাই দিম।

হ- তুমি যি কিদিন থাকা, ইয়াতে থাকিবাঁ। বেলেগে থাকিব নেলাগে। মাৰাই কোৱা নাই জানো?

ম- কৈছে। আইদেওহঁতে বহুত দিনৰ মুৰত দেখি এখন্তেকো আঁতৰি-বলৈ নিদিয়ে।

হ- বুদ্ধীন্দ্ৰই বেৰিষ্টাৰিতকৈ এতিয়া বাগিচাত বেছ উন্নতি কৰিছে।

ম- কুঞ্জদাদাৰ কেনে চলিছে?

হ- মোৰ আটাইবোৰ কাম তেওঁৰ হাততে দিছোঁ। আগতকৈ এতিয়া বেছ উন্নতি হৈছে।

ম- বৰ মাৰ গছ-গতিবোৰ কেনে?

হ- পাগলীৰ গছ-গতি আগৰ যেনে এতিয়াও তেনে। আহিবৰ সময়ত বৰ বেজাৰ কৰিলে।

ম- বৰ মাক আপুনি পাগলী বুলিছে হয়; কিন্তু বৰ মৰমিয়াল।

## দ্বিতীয় দৰ্শন

ভিতৰ ঘৰ

( চিন্ময়, শুৱনী, সুৰাগী, শুৱলা )

চি- কলিকতা বৰ ভাল ঠাই পাই। ঠাইতোখৰ যেনে, মানুহবোৰো তেনে। এনে বুলি জনাহেঁতেন, আৰু আগেয়ে আহিব পাৰিলোঁ-হেঁতেন! দেউতাৰে শুৱনী কেঁচুৱা থাকোঁতেই আনিব খুইছিল, মইহে ভয় কৰি নাহিলোঁ।

শু- মই হলে ইয়াৰপৰা নেযাওঁ। ইয়াতে থাকি পঢ়িম।

শু- যাদুঘৰ যে যাদুঘৰেইহে হয়।

সু- সেইঃহ তুমি তাত ৰ লাগি আছিলা?

চি- জীৱ-জন্তুবোৰ থোৱা কিবা বাগিচা এখন আছে, তালৈ যোৱা নাই হবলা?

শু- দদাই তালৈ অইন এদিনহে নিয়াৰ কথা কৈছে। কালি তাতে পধূলি হ'ল।

শু- সেইখনক হেনো জু গাৰ্ডেন বোলে।

সু- নহয়, চিৰিয়াখানা বোলে।

শু- আঁকৰী, জু গাৰ্ডেনকে চিৰিয়াখানা বোলে।

ম- ( চিন্ময়ক সেৱা কৰি হোৱালীহঁতক ) তোমালোকে চিৰিয়াখানা চাবলৈ কাইলৈ ওলাবা।

শু- দদা, বৌক নানিলা কেলেই?

ম- আইদেও, মই বন্ধু এজনৰ লগত দেখা কৰিবলৈ গৈছিলোঁ। বাহিৰে বাহিৰে এইপিনে মাত দি যাবলৈ আহিলোঁ।

শু- দদা, বৌ হ'ল ইংৰাজ, তেওঁনো শহুৰ-শাহুৰেকক সেৱা কৰিব লাগে বুলি কেনেকৈ জানিলে?

সু- ই আঁকৰী, দদাই শিকাই দিছে।

শু- থৈ দে পাই, ইমানজনী মানুহক আকৌ শিকাই দিব লাগিছে?

শু- ইংৰাজৰ দেশত সেৱা কৰা নিয়ম জানো আছে? তেন্তে নিশি-কালে কেনেকৈ জানিব?

ম- আই, আপুনিও ওলাব। ফুৰি-চাকি আহিলে মন ভাল লাগিব।

( হৰিনাথ আহে )

চি- ( থহিবলৈ হৰিনাথক আসন আগবঢ়াই দিয়ে ) এৰা বোপাই,

যাবৰ মন যায়, পিছে আহিবৰেপৰা গাটোকে ভাল লগা নাই।

হ- ইফালে-সিফালে অহা-যোৱা কৰিলেহে গা ভাল লাগিব।

ম- মই এতিয়া যাওঁ। কাইলৈ আটাইবোৰ ফুৰিবলৈ যাম ওলাবা।

চি- বোপা, ভাত হ'ব পায়, ইয়াতে খাই যোৱাঁ।

হ- হয়, ভাত খোৱা সময় হ'ল, ইয়াতে খাই যোৱাঁ।

ম- মই নেখাওঁ মানে বোৱাৰীয়েকে ভাত নেখায়। আজি থক, কাইলৈ ইয়াতে খামহি। এতিয়া আহিলোঁ।

(গুচি যায়)

চি- আমি আহি পাবৰ ভালে দিন হ'ল। ঘৰলৈ চিঠি-পত্ৰাদি লিখিছে নে?

হ- চিঠি পাবগৈয়ে পায়। অলপতে উত্তৰো পাম।

শু- দেউতা, বৌ ইংৰাজ মেম। তেওঁৰ ভাব-ভঙ্গী, মৰম-বেথাবোৰ দেখিলে বৰ ভাল লাগে। সিদিনা আমাক বৰ মৰম কৰিছিল।

হ- শিক্ষিতা মহিলা, তাতে ইংৰাজ, সভ্য দেশৰ মানুহ। কিয় ভাল নহ'ব আই?

(ঠাকুৰ আহে)

ঠা- আপোনাসকল ভিতৰলৈ উঠক।

হ- ব'লা, ভিতৰলৈ যাওঁ।

(উঠি যায়। আটাইবোৰ যায়)

000

## তৃতীয় দৰ্শন

(হৰিনাথ ও মহেশ)

হৰি-

(অসম্পূৰ্ণ)

# উৎসৰ্গা

শ্ৰীযুত ৰাধানাথ ফুকন
এম, এ, বি, এল ।

ভাই !

এই কুমলীয়া মঞ্জৰিটি তোমাৰ পৱিত্ৰ নামত উৎসৰ্গা কৰি মনত শান্তি লভিলোঁ ।

তোমাৰ—
দুৰ্গা

# প্ৰস্তাৱনা

প্ৰকৃত জ্ঞান লাভ কৰিবলৈ হলে, ল'ৰাৰ মনত আদিৰেপৰ স্বাধীনভাৱে চিন্তা কৰিবলৈ শিক্ষা দিয়া নিতান্ত কৰ্ত্তব্য। যেতিয়ালৈকে চিন্তা কৰিব নেজানে, তেতিয়ালৈকে একোকে ভালকৈ বুজিব নোৱাৰে। আমাৰ ভাষাত ল'ৰাৰ মনত স্বাধীন ভাব-উত্তেজনা কৰোৱা তেনে পুথিৰ অভাৱ যেন দেখি এই পুথিখনি বিস্তৰ শ্ৰম আৰু যত্নেৰে যুগুত কৰা হৈছে। এতিয়া ইয়াৰ দ্বাৰা আমাৰ উদ্দেশ্য যৎকিঞ্চিত সিদ্ধি হলেই শ্ৰম আৰু যত্নৰ সাৰ্থক হ'ল বুলি ভাবিম।

এই পুথি যুগুত কৰোঁতে আমাৰ বন্ধু মিণ্টাৰ উইলিয়েম স্কট চাহাবে অনুগ্ৰহ কৰি লিখি দি বাধিত কৰাত অন্তৰ সমস্বিতে শলাগ নলৈ নোৱাৰিলোঁ।

অন্তত, মজাৰিৰ আগৰপৰা শুৰিলৈ মৰম কৰি চকু ফুৰাই দি, ছপাবলৈ উৎসাহ দিওঁতা বন্ধুজনৰ [ লগত ], যাৰ নামে এই পুথি উৎসৰ্গা কৰা হৈছে, কৃতজ্ঞতা জৰীৰে [ লিখোঁতা ] মেৰ খাই থাকিল।

শিৱসাগৰ }
২৮।২।৯৯ }

শ্ৰীদুৰ্গাপ্ৰসাদ দত্ত।

# জ্ঞান-মঞ্জৰি

## সৃষ্টি

নিচেই অকণমান ল'ৰাকালতে যেতিয়া আমি আমাৰ ওচৰ-চুবুৰীয়া সকজনা গোসাঞিৰ ঘৰত প্ৰথমে ফুৰি লওঁ, তেতিয়া টাঙোন এডোখৰেৰে মৰিয়ালে যিবোৰ বাজে, সেইবোৰকে ঘড়ী বুলি ভাবিছিলোঁ। তাৰ বাহিৰে আপুনি চলা, আপুনি বজা, এনে ঘড়ী যে আছে তাক সমূলি নেজানিছিলোঁ। এইটি ভালেমান দিনৰ কথা। এতিয়া গাঁৱলীয়া ভদ্ৰলোকৰ ঘৰতো ঘড়ীৰ অভাৱ নাই। যেতিয়া অলপ ডাঙৰ-দীঘল হলোঁ, বাৰেমতৰা, নেওতা আদি পঢ়ি এঁতাই স্কুলত নাম লগালোঁ, তেতিয়াই প্ৰথমে ঘড়ী দেখা পালোঁ। সক এটি আলমাৰিৰ নিচিনা, তাৰ সোঁ-মাজতে লোৰৰ লাটুমৰ নিচিনা এটা শিকলি এগছেৰে ওলমাই দিয়ে; সেই লাটুমটো আপোনা-আপুনি লৰ্‌ফৰ্‌কৈ থাকে। প্ৰত্যেকবাৰ জোকাৰত টক্‌টক্‌কৈ একোটা শব্দ হয়। বহুত পৰলৈকে তধা লাগি একেথৰে চাই থাকিলোঁ। অলপমান পিছত দেখোঁ, ভিতি ভগা মাতেৰে ঢং ঢংকৈ বাৰ বেলি টঙনিয়ালে। তেতিয়ানো মোৰ ৰং চায় কোনে? এটা ওচৰতে বুঢ়া চকীদাৰ আছিল, তাক মই সুধিলোঁ—আপ! সেইটো বজালে কোনে? টক্‌টক্‌কৈ মাতিছে কিহে? সি কলে—তাৰ ভিতৰত ধৰ্ম্মৰাজ আছে, তেৱেঁই বজায়। সেইবাবে ইয়াক ধৰম-ঘড়ী বোলে। ধৰম ঘড়ী আপোনা-আপুনি বাজে। সেইদিনাৰেপৰা ঘড়ীৰ ওচৰত মিছা কথা বা কাকো গালি-শপনি পাৰিবলৈ মনত শঙ্কা হ'ল। কাৰবাক কিবা কব লাগিলে ধৰম-ঘড়ীয়ে ভু পাব, শুনিব বুলি নিলগতহে গৈ কৈছিলোঁ। পিছত লাহে লাহে চাই থাকোঁতে, মনৰপৰা সেই ভাব আঁতৰিল। ঘড়ীৰ ভিতৰত যে কিবা আচৰিত ঘটনা ঘটিছে, ই যে এটা আশ্চৰ্য্যৰ বিষয়, এই কথা পাহৰি গলোঁ। বয়সৰ লগে লগে বহুত এনে কথা মনত উদয় আৰু অস্ত হবলৈ ধৰিলে। অৱশেষত ভালেমান দিনৰ মূৰত যেতিয়া কলিকতা পালোঁগৈ, তাতো প্ৰথমে বহুত আচৰিত বিষয় দেখা পাই, শেহত সেইবোৰ ভাব নিতৌ পৰিবৰ্ত্তন হবলৈ ধৰিলে। কলিকতাত থাকোঁতেই এবাৰ এটা মেলা হৈছিল। মেলা কাক বোলে জানানে? অৱশ্যে নেজানা। কাৰণ, আমাৰ ইয়াত মেলা হোৱা মনত নপৰে; এতেকে তোমালোকক বুজাই দিওঁ। মেলাত দেশ-বিদেশৰপৰা নানা তৰহৰ বস্তু-বাহানি

আনি বিক্ৰী কৰে আৰু গান-বাজানা, নাচ-খেল, ভোজ-বিদ্যা আদি বহুত ৰকমৰ ৰং-ধেমালি কৰে। কোনো বিস্ময়জনক বিষয় থাকিলে, তাক দেখুৱাই মানুহক স্তম্ভিত কৰে। কলিকতাৰ সেই মেলাতো এনে হৈছিল। তালৈ মানুহে কত কল-কাৰখানা সাজি আনিছিল, তাক দেখি তবধ লাগিছিলোঁ। কৃষ্ণনগৰৰপৰা যিবিলাক ধুনীয়া ধুনীয়া মাটিৰ পুতলা আনিছিল, তাৰ লগৰ বহুত এতিয়াও যাদুঘৰত ৰখা দেখা যায়। সেইবিলাক দেখি মনত এনেহে ভাব হৈছিল যে, যিজন মানুহে এই পুতলাবোৰ গঢ়িছে, তেওঁৰ বৰ অসাধাৰণ বুদ্ধি। এনে ৰূপে সাজিছে, জীৱ দিলেই যেন পুতলাবোৰে মুখেৰে মাতি সিহঁতৰ সুখ-দুখৰ কথা কৈ মানুহৰ মনত অপূৰ্ব্ব ভাবৰ সৃষ্টি কৰিব। যিমান দিন কলিকতাত আছিলোঁ, মেলাৰ নাম শুনিলেই খোৱা-শোৱা এৰি লৰ মাৰি গৈ চাই চকু সাৰ্থক কৰিছিলোঁ। থিয়েটাৰ, চাৰ্কাছ আৰু বাজি চোৱা মোৰ প্ৰায় আহাৰৰ নিচিনা এটা অভ্যাস হৈ উঠিছিল। ক'ৰবাত কেতিয়াবা সেইবিলাক হলে, মই ভাত-পানী এৰিব পাৰিলেও তাক নোচোৱাকৈ থাকিব নোৱাৰিছিলোঁ। ক্ৰমে মোৰ এইটো এটা কৰ্ত্তব্য কাম বুলিহে মনত ঠাই পাবলৈ ধৰিলে। যিমান চাবলৈ ধৰিলোঁ, ক্ৰমশঃ মনৰ আশ্চৰ্য্য ভাববোৰ আঁতৰি যাবলৈ ধৰিলে। এইবোৰ আচৰিত কথাৰ বিষয়ে দেখোন কাকো মই ধৰ্ম্মৰাজৰ কথা উল্লেখ কৰা শুনিবলৈ নেপালোঁ। ল'ৰাকালতে দেশীয় পঢ়াশালিত পঢ়োঁতে যি বুঢ়া চকীদাৰে ধৰ্ম্মৰাজৰ কথা কৈছিল, সি থকা হলে এতিয়ানো কি কলেহেঁতেন, তাক হলে থিৰাং কৰিব নোৱাৰোঁ। এতিয়া মানুহে কাৰ্য্য-কাৰণ নিৰ্ণয় কৰিহে সকলো বিষয় মীমাংসা কৰিবলৈ চেষ্টা কৰে। ধৰ্ম্মৰাজৰ ওপৰত নিৰ্ভৰ কৰি মনে মনে বহি নেথাকে। মানুহ যিমান কি শিল্পী নহওক, সৃষ্ট পদাৰ্থবিলাককে নানা উপায়েৰে মিলাই তাৰেপৰা আমাৰ সকলো অভাৱ পূৰ্ণ কৰিছে; কিন্তু বালি এটিকো সেই পৰম শিল্পীৰ বাহিৰে অইনে সৃজন কৰিবৰ শক্তি নাই। মানুহে যত্নত কৰা কলতকৈও সহস্ৰ গুণ অধিক আশ্চৰ্য্যৰ বিষয়বোৰ আমাৰ কেয়োফালে দেখিবলৈ পাইছোঁ। সেইবিলাকৰ সম্বন্ধে আমি এবাৰো গমি নেচাওঁ, আৰু সেইবিলাকৰ বিষয়ে একো বুজিবৰো চেষ্টা নকৰোঁ। ক্ষৰকাল জোনাক ৰাতি ঘৰৰ বাহিৰলৈ গৈ এবাৰ ওপৰলৈ চকু কৰিলে দেখিবলৈ পাওঁ, অসংখ্য একোডুখৰি হীৰা তিৰ্‌বিৰকৈ জিলিকিছে। আকৌ ৰাতিপুৱা চাওঁ, দেহি ঐ! কৰবালৈ গুচি গ'ল। পুণিমাৰ নিশা যি জোনৰ পোহৰত মন ৰঙত নাচে আৰু চকুত শাঁত লাগে, ৰাতি পুৱালে সেই জোন, সেই শান্তিপ্ৰদ পোহৰ সমূলি নেথাকে। আকৌ, পাছদিনা নিশা সেই জোন চাবলৈকে খাপ লৈ আকাশৰ ফালে চাই

থাকোঁ। সন্ধ্যাদেৱীয়ে নিজৰ গা দেখা দি লচ্ পচ্ কৈ স্বগৃহলৈ প্ৰস্থান কৰে, সেই জোন আৰু নোলায়। ধৰং কৰিয়েই নে লাজতে, কিয় যে দেখা নিদিয়ে তাক বিধতাইহে জানে। কেয়োপিনে স্নোপ মৰা এন্ধাৰ। একোবাৰ মনত ভাবোঁ, আজি জোনবাইৰ গা ভাল নহয়; আৰু নোলায়। বহুত পৰৰ পিছত জোন ওলাল; কিন্তু আগদিনা দেখাৰ নিচিনা ঘূৰণীয়া জোন নহয়, এফেৰিমান যেন ভাগি গৈছে। তাৰ পিছদিনা আৰু পলম কৰিহে জোন ওলাল। দেখিলোঁ, আকৌ এফেৰিমান ভাগি খহি গৈছে। এইদৰে দিনে দিনে যিমান জোন খহি সৰু হৈ আহে, সিমান পৰিমাণে এন্ধাৰো ক্ৰমে বাঢ়ি আহে। অন্তত অমাৱস্যাৰ দিনা একেবাৰেই জোনৰ মুখ দেখিবলৈ পোৱা নেযায়। ক্ৰমে অলপ অলপকৈ আকৌ জোন ডাঙৰ হবলৈ ধৰে; কিছুমান দিনৰ পাছত সেই পূৰ্ণিমাৰ জোন পুনৰ দেখিবলৈ পাওঁ। কাৰ আদেশমতে জোন এইদৰে অনন্তকাল উদয় হৈছে আৰু ভৱিষ্যততো উদয় হব? আৰু যি জনা সূৰ্য্যদেৱে দিনৰ দিনটো তেওঁৰ ৰশ্মিজালেৰে কেয়োফালে পোহৰ কৰে, সন্ধ্যাৰ পিছত তেওঁৰ সেই পোহৰ, সেই গৌৰৱ, সেই জ্যোতি, সেই তেজনো কলৈ যায়? কাৰ আদেশমতে সূৰ্য্যদেৱে সদায় নিয়মিতৰূপে কৰ্ত্তব্য-কৰ্ম্ম সম্পাদন কৰিছে? জোন, বেলি, তৰা এইবোৰনো কি? ক'ৰপৰা আহিল? কলৈ যাব? এওঁবিলাকৰ গতিৰ কিবা নিয়ম আছেনে? নাইবা যাৰ যি ইচ্ছা, সেইদৰেই ফুৰে; নতুবা এটিৰ লগত অইনটিৰ একো সংস্ৰৱ নাই? এইবোৰ কথা ভাবিলে, আমি নিতৌ চকুৰ পচাবেপতি যে কত আশ্চৰ্য্য বিষয় দেখিছোঁ; অথচ তাক বুজিবলৈ চেষ্টা কৰা নাই, তাক সহজে জানিব পাৰোঁ। গঙ্গাৰ তীৰত ফুৰিবলৈ গৈ এবাৰ দেখিলোঁ—পানীৰ সোঁত খিদিৰপুৰৰ পিনে বৈ গৈছে, ঘাটৰপৰা বহুত তললৈ পানী নামি গৈছে, অলপ পানীবোৰো বোকা হৈছে, মানুহে গা ধুবলৈ বৰ আহুকাল পাইছে। আকৌ এসময়ত দেখোঁ,—পকা ঘাটৰ চিৰিৰ ওপৰৰ চাপলৈকে পানী উঠিছে। কাশীপুৰৰ পিনে পানীৰ সোঁত ববলৈ ধৰিছে। মানুহ এজনক তেনেতে সুধিলোঁ,—পানীবোৰ কেনেই কেতিয়াবা উজাই যোৱা আকৌ কেতিয়াবা ভটীয়াই যোৱা দেখোঁ? সেই মানুহজনে আমাক কলে, জোৱাৰৰ সময়ত পানী বাঢ়ে, কাশীপুৰৰ ফালে বৈ যায়। আকৌ ভাটাৰ সময়ত পানী কমে, খিদিৰপুৰৰ পিনে বৈ যায়। এদিন গঙ্গাৰ পাৰত ফুৰিছোঁ—চাই থাকোঁতেই দেখোন বৰ হাই-উৰুমি হৈ উঠিল, নাৱৰীয়াবোৰে বিতত হৈ নাওবোৰ সাৱধানে গঙ্গাৰ পাৰলৈ নি বান্ধিবলৈ ধৰিলে। কেয়োপিনে চিঞৰ-বাখৰত খলক লাগি উঠিল। ধুমুহা নাই, হঠাৎ এটা প্ৰকাণ্ড ঢৌ আহি নৈৰ বুকু চপ্‌চপীয়াকৈ গেলালে। লগত যাওঁতা লগৰীয়াজনক সুধিলোঁ—ইনো কি কথা হে? তেওঁ কলে,

ইয়াকে নৈত বান অহা বোলে। আকৌ সোধা হ'ল যে, জোৱাৰ-ভাটানো কিয় হয়? নৈত বান কিয় আহে? তেওঁ কলে—পৰমেশ্বৰে কৰি দিছে গুণে সকলো তেওঁৰ ইচ্ছানুসৰি হয়। কিন্তু আমি পশ্চিম ফ্ৰান্সৰ দেশৰ ফ্ৰান্সে কেবাবাৰো গৈছোঁ হয়, তাত হলে গঙ্গাৰ পানী একেপিনেই বৈ থকাহে দেখিছোঁ। তাৰ মানুহে জোৱাৰ-ভাটা বা বান অহাৰ কথা দেখা বা জনা নিলগতে থওক, কাণেৰেও এবাৰ শুনা নাই। তেতিয়া মনত ভাব হ'ল যে, এইবোৰ ঘটনা প্ৰকৃততে কোনো বিশেষ নিয়মৰ বশবৰ্ত্তী হৈহে ঘটিব লাগিছে।

নিচেই অকণমান বালিচাঁহীৰপৰা প্ৰকাণ্ড গজ-হস্তীলৈকে কি নিয়মে জন্ম গ্ৰহণ কৰিছে, কি উপায়েৰে বাঢ়িছে, কি কাৰণেইনো মৰিছে, মৰিলেনো সিহঁতৰ শৰীৰ কলৈ যায়, প্ৰাণীবিলাকে যিবোৰ আহাৰ কৰে তাৰ ভিতৰত এনে কি গুণ আছে যাৰ দ্বাৰাই সিহঁতৰ শৰীৰ শকত-আৱত হৈ বলী হয় — এইবোৰ বিষয় ভালকৈ আলোচনা কৰিলে আমি দেখিবলৈ পাওঁ যে একে নিয়মৰে বশবৰ্ত্তী হৈ জীৱবিলাকৰ পোহ-পাল চলিব লাগিছে। আকৌ মন কৰা, এটি অকণমান তিল বা আফুগুটি বৈ তাত পানী সিঁচিলে লাহে লাহে এজুপি গছ হয়, গছত আকৌ ফুল ধৰি তেনেকুৱা বহুত গুটিৰ সৃষ্টি হয়। যি আঁহতৰ গুটি কাউৰীৰ ঠোঁটৰ আগত থাকে, সেই গুটিৰে একোজোপা প্ৰকাণ্ড গছ হয়। অকণমান কোমল গুটিটিৰ সাহ বা কণটিৰ ভিতৰত এনে কি গুণ আছে, নাইবা অইন কি বস্তুৰ আশ্ৰয় গ্ৰহণ কৰি সময়ত এনে ডাঙৰ-দীঘল এজোপা প্ৰকাণ্ড গছ ৰূপে পৰিগণিত হৈছে?

পানীতেইনো এনে কি মহাশক্তি আছে, যাৰ পৰা এনে আচৰিত পৰিবৰ্ত্তন সম্ভৱিছে? জীৱ-জন্তুবিলাকৰ আৰু গছৰ পোহ-পাল কি নিয়মেৰে চলিছে, ভিন ভিন নিয়মেৰে নে একে নিয়মেৰে চলিব লাগিছে, এই প্ৰশ্নটি নিতৌ মনত পৰে। গছ-গছনিৰ দেখোঁ মুখ নাই, দাঁত নাই, পেট নাই; তেন্তে কেনেকৈ একে নিয়মে এই গছ-গছনিবোৰ ডাঙৰ-দীঘল হৈছে? দেখিবলৈ আমি আকাৰত একে দেখোঁ বা নেদেখোঁ, স্ৰজনকৰ্ত্তাৰ একে নিয়মে একে উপায়ে এই গছ-গছনি আৰু জীৱ-জন্তুবোৰ শকত-আৱত হবলৈ ধৰিছে। যেতিয়া আমি এনেকৈ বুজি উঠোঁ, তেতিয়া আমি আচৰিত নহৈ, তবধ নেলাগি থাকিব নোৱাৰোঁ। আমি যি পৃথিৱীত আছোঁ, যি বায়ুত উশাহ-নিশাহ লৈছোঁ, যি পানী পি প্ৰাণ ৰাখি শান্তি লভিছোঁ, যি জোন-বেলি-তৰাই আমাৰ মূৰৰ ওপৰত চন্দ্ৰতাপৰ দৰে বিতোপন শোভা কৰি আছে, সততে যিবিলাক নানা তৰহৰ জীৱ-জন্তু চকুৰে দেখিবলৈ পাওঁ, বিধে বিধে যিবোৰ গছ-গছনিয়ে নানা ৰকমৰ ফুল-ফল ধৰি আমাৰ চকুত তৃপ্তি দান কৰিছে, এইবিলাকৰ জন্ম-মৃত্যুৰ

ঘটনাবোৰৰ সম্বন্ধে আমি দকৈ ভাবিলে বাস্তৱতে আচৰিত হওঁ। এই বিষয়ে আমি কিছু কিছু জানিবলৈ যত্ন আৰু চেষ্টা কৰা নিতান্ত যুগুত।

মৰিলে জীৱৰ বা গছৰ একো ধ্বংস নহয়। ৰূপান্তৰ হৈ মিলি থকা অনুবিলাকে মাথোন নিজ নিজ অৱস্থা পায়। বিশ্বকৰ্ত্তাৰ এটি নেদেখা নিয়মেৰে সকলো কাৰ্য্য সম্পাদন হব লাগিছে। জীৱ-জন্তুৰ শৰীৰৰ দ্বাৰাই উদ্ভিদৰ শৰীৰ, আকৌ উদ্ভিদৰ শৰীৰৰ দ্বাৰাই জীৱ-জন্তুৰ শৰীৰৰ পোহ-পাল হৈছে। বতাহ, পোহৰ আৰু পানীয়ে সদায় গঢ়া-পিটা কৰি পৰিবৰ্ত্তন ঘটাবলৈ ধৰিছে। এই সম্বন্ধে সকলোৱে যথাসাধ্য চেষ্টা কৰি জনা উচিত। এই নিগূঢ় সত্য জানিব পাৰিলে পৰম পিতা ভগৱানলৈ আমাৰ ভক্তি আৰু শ্ৰদ্ধা ক্ৰমশঃ বৃদ্ধি হৈ আহিব। সৰু ল'ৰা-ছোৱালীবিলাকে কোমল অৱস্থাত পৰমেশ্বৰৰ অদ্ভুত সৃষ্টি সম্বন্ধে যিবিলাক বিষয় আদিৰেপৰা স্বাধীনভাৱে চিন্তা কৰিলে মনৰ এন্ধাৰ গুচি ফৰকাল হব পাৰে, তাকে কৰা নিতান্ত যুগুত।

এই অদ্ভুত সৃষ্টি সম্বন্ধে চিন্তা কৰি প্ৰকৃত সত্যতা বুজিবলৈ সৰুৰেপৰা চেষ্টা কৰিলে শেহত সেয়ে এটা অভ্যাস হৈ উঠিব, আৰু এইবিলাক বিষয় আলোচনা কৰি, মনত অপূৰ্ব্ব আনন্দ অনুভৱ কৰিব পাৰিব। পৃথিৱীত মানুহৰ জানিব লগা কথাৰ অন্ত নাই। যি লোকে যিমান পৰিমাণে জানে, সেই জ্ঞান অনুসৰি আমি গুণাগুণ নিৰ্ণয় কৰোঁ। এতেকে ল'ৰা-ছোৱালীবিলাকে নিজৰ স্বাধীন চিন্তা কৰি, সৃষ্টি সম্বন্ধে জানিবলগীয়া বিষয় যিমান পাৰে, সেই পৰিমাণে জ্ঞান লাভ কৰিবলৈ হেলা নকৰিলে, বা অমনোযোগী নহলে নিশ্চয় উন্নতি নহৈ নেথাকে।

০০০

# অনুমান

প্ৰাকৃতিক নিয়মানুসাৰে যিবোৰ ঘটনা সদায় আমাৰ চাৰিওফালে ঘটিব লাগিছে, তাক বিশদৰূপে বুজিব লাগিলে আমাৰ মনটিকো সেইদৰে গঢ়ি লোৱা আৱশ্যক। মনত কৰা—তুমি আলিবাটত চেলুৱাই এটা হুপি হুপি আছা, দূৰত ঘোঁৰাৰ ভৰিৰ খুৰাৰ টাব শুনিবলৈ পালা, ক্ৰমে সেই টাব তোমাৰ ওচৰ চাপিল, অলপ পিছতে এজনী মেমচাহাব ঘোঁৰাত উঠি তোমাৰ কাষেদি গুচি গল। সেই সময়তে এটি বৰ ভাল গোন্ধ তোমাৰ নাকত সোমালহি, আৰু এডুখৰি মাটি ঘোঁৰাৰ টাবৰপৰা গাত উফৰি পৰিলহি। এতিয়া ভাবি চোৱা, তোমাৰ কোন ইন্দ্ৰিয়ৰ দ্বাৰা কি অনুমান কৰিব পাৰিলা। শ্ৰৱণেন্দ্ৰিয়ৰ দ্বাৰা ঘোঁৰাৰ টাবৰ শব্দ কাণেৰে শুনিলা, দৰ্শনেন্দ্ৰিয়ৰ দ্বাৰা অশ্বাৰোহী মেমচাহাবক তুমি চকুৰে দেখিলা, ঘ্ৰাণেন্দ্ৰিয়ৰ দ্বাৰা মেমচাহাবে গাত ঘঁহি অহা সুগন্ধি দ্ৰব্যৰ নাকেৰে গোন্ধ পালা, গাত ঘোঁৰাৰ টাবৰ মাটিডুখৰি পৰাত স্পৰ্শেন্দ্ৰিয়ৰ দ্বাৰা স্পৰ্শটি অনুভৱ কৰিলা, আৰু তোমাৰ মুখৰ চেলুৱাইৰ সোৱাদ জিভাত লগা বুজিব পাৰিলা। ঘোঁৰা, মেম, শব্দ, গোন্ধ আৰু আস্বাদ এইবিলাক ইন্দ্ৰিয়ৰ গ্ৰাহ্য। এইবিলাককে আমাৰ অনুমানৰ কাৰণ বোলা যায়। পূৰ্ব্বে যি বিষয় উল্লেখ কৰিছোঁ, তাত ঘোঁৰা দৌৰা বাবে তুমি শব্দ শুনিছা। যি পৰ্য্যন্ত মেম চাহাব তোমাৰ চকুৰ সন্মুখলৈ অহা নাছিল, সেই সময়লৈকে মেমৰ প্ৰতিৰূপ তোমাৰ চকুত প্ৰবেশ কৰা নাছিল। কাষেই মেমচাহাব তোমাৰ চকুৰ আগত পৰাতহে তুমি মেমক দেখিবলৈ পালা।

কোনো এটা ঘটনা ঘটিলে, তাক বুজিব পৰাকে তাৰ কাৰণ নিৰ্ণয় কৰা বোলে। মনত ভাবা—তুমি এটা কোঠাত বহি পঢ়ি আছা, এনে সময়তে ওচৰৰ মানুহ এঘৰত এটা ভয়ানক শব্দ হ'ল, আৰু তাৰে মানুহ এজনে দুখ পাই নেঠাই নেঠাই কান্দিছে। মানুহজনেনো কিয় কান্দিছে? কাৰণ, তেওঁৰ মূৰত ঘৰ ভাগি হেঁচা মাৰি ধৰিছে। ঘৰটোনো তেওঁৰ মূৰৰ ওপৰত পৰিল কিয়? ধুমুহা-বতাহে পেলাই দিলে। কেলৈই ধুমুহা-বতাহ আহিল? কেনেকৈ ধুমুহা-বতাহৰ উৎপন্ন হ'ল? ধুমুহা-বতাহ কোন ফালৰপৰা আহিল? ইত্যাদি বহুত প্ৰশ্ন হব পাৰে।

ইয়াৰ দ্বাৰা বুজা যায় যে, এটি ঘটনাৰ কাৰণ নিৰ্ণয় কৰি, কাৰণৰ কাৰণ সঠিক কৰিবলৈ আমাৰ সততে মন যায়। এইদৰে অনেক দূৰ কাৰণ অনুসন্ধান কৰিলে, প্ৰাকৃতিক ঘটনাৰ মূল পৰ্য্যন্ত

পাব পাৰি। কিন্তু প্ৰাকৃতিক ঘটনাৰ মূল পৰ্য্যন্ত অনুসন্ধান কৰিবৰ ক্ষমতা আজিলৈকে মানুহৰ হোৱা নাই। কিয়নো, মানুহৰ জ্ঞান নিচেই অলপ দূৰ পৰ্য্যন্তহে যাব পৰা হৈছে। যিবিলাক ঘটনাৰ কাৰণ যিমান দূৰ অনুসন্ধান কৰা হৈছে, সেইবিলাক বিষয়ে আমি সিমান ভালকৈ বুজিব পাৰিছোঁ বুলি ধৰিব লাগে।

কোনো দ্ৰব্যই যি কাৰ্য্য সততে সংঘটন কৰে, বা সদায় যি ফল উৎপন্ন কৰে, তাকে তাৰ গুণ বা শক্তি বোলে। যেনে, ফুলৰ সুগন্ধই তাৰ গুণ। কাৰণ, ফুল নাকত লগা'লই তেনেকুৱা প্ৰীতিদায়ক জ্ঞানৰ উত্তৱ হ'ব। বতাহত এফেৰিমান তুলা এৰি দিলেই উৰি যাব, কাযেই বতাহৰ তুলা উৰুৱাই নিবৰ শক্তি আছে বুলি কোৱা যায়।

আমি যিবিলাক বস্তু দেখিবলৈ পাওঁ, সেইবোৰ সাধাৰণতঃ দুভাগত বিভক্ত কৰা যায়— (১) প্ৰাকৃতিক বা ভৌতিক (২) শিল্পজাত অৰ্থাৎ মানুহে সজা। পূৰ্ব্বেই কৈ অহা হৈছে যে, মানুহে সজা বস্তুবোৰ প্ৰাকৃতিক দ্ৰব্যৰেপৰা যুগুত কৰা হয়। মানুহে মাটি কিম্বা লো নাইবা গছ সৃষ্টি কৰিব নোৱাৰে। গছ, লো, মাটি, পানী আদি কৰি এইবোৰ প্ৰাকৃতিক দ্ৰব্য। কিন্তু মানুহে সেই দ্ৰব্যৰ দ্বাৰা চকী, মেজ, দা, কটাৰী, চৰু, কলহ এইবিলাক গঢ়ি লয়। কিন্তু কুমাৰে মাটিৰ, বাঢ়ৈয়ে কাঠৰ, কমাৰে লোৰ গুণ নজনাহেঁতেন সিহঁতে বিধে বিধে নিত্যাৱশ্যকীয় বস্তুবোৰ গঢ়ি-পিটি আমাক ব্যৱহাৰ কৰিবলৈ দিব নোৱাৰিলেহেঁতেন। কাযেই, মানুহৰ অভাৱ মতে বস্তু সাজি লবলৈ প্ৰাকৃতিক পদাৰ্থৰ কিছু পৰিমাণে গুণ বা শক্তি জনা আৱশ্যক। মানুহে অধ্যৱসায়েৰে সৈতে ভালেমান দিনৰপৰা অনুসন্ধান কৰি কিছু পৰিমাণে প্ৰাকৃতিক দ্ৰব্যৰ গুণ আৰু শক্তিৰ বিষয় জানি, সেইবিলাক দ্ৰব্য বিধে বিধে নিজৰ ব্যৱহাৰত লগাইছে। লোৰৰ দ্বাৰা সূক্ষ্ম বেজীটিৰপৰা প্ৰকাণ্ড প্ৰকাণ্ড খুটা, চ'তি, মাৰলি আৰু নানা তৰহৰ কল-কাৰখানা; মাটিৰ দ্বাৰা সামান্য চিলিমৰপৰা ডাঙৰ ডাঙৰ চৰু, কলহ, থালী, মুট্‌কী; কাঠৰ দ্বাৰা সামান্য পেঞ্চিলৰপৰা বৰ একোখন নাও, একোটা বঙলা ঘৰ পৰ্য্যন্ত সাজি লৈছে। কিন্তু কিছুমান ভৌতিক পদাৰ্থ এতিয়াও এনেই আছে, যিবিলাকৰ সম্বন্ধে মানুহৰ জ্ঞান আজিলৈকে একোকে কৰিবলৈ সমৰ্থ হব পৰা নাই। মানুহে মন কৰিলে এখন লোৰৰ কেৰাহীত কিছুমান পানী জ্বাল দি ভাপ উৎপন্ন কৰি তাৰে ভাপনাও, কলগাড়ী চলাব পাৰে; কিন্তু শত-সহস্ৰ বাৰ ইচ্ছা কৰি যত্ন কৰিলেও সূৰ্য্যাস্তৰ সময় হলে তাক এখন্তেকো ধৰি বান্ধিব নোৱাৰে। চন্দ্ৰ, সূৰ্য্য, নক্ষত্ৰাদিৰ গতি ৰোধ বা পৰিবৰ্ত্তন কৰিবৰ শক্তি মানুহৰ হাতত নাই। আগদিনা বতৰ বৰ ভাল, মুকলি, ফৰকাল; পিছদিনা তাৰ সম্পূৰ্ণ বিপৰীত—

হয়তো বতাহ-বৰষুণ-ধুমুহাৰে পৃথিৱীত প্ৰলয়ৰ নিচিনা হ'ল। মানুহৰ ইচ্ছামতে ইয়াৰ কেতিয়াও পৰিবৰ্ত্তন ঘটি নুঠে। জহকাল হ'ল, আমি হাজাৰো পুৰুষাৰ্থ কৰো, জাৰকালি কেতিয়াও ঘূৰাই আনিব নোৱাৰো।

প্ৰাচীন কালৰেপৰা যিসকল জ্ঞানী মানুহে প্ৰাকৃতিক ঘটনা-বোৰ পৰ্য্যালোচনা কৰিছে, তেওঁবিলাকে দেখিবলৈ পাইছে যে, কিছুমান ঘটনা নিৰ্দিষ্ট শৃঙ্খলানুসাৰে ঘটে। আৰু কিছুমানৰ ভিতৰত এনে সম্বন্ধ আছে যে, এটা ঘটিলে তাৰ পিছতে অইন এটি নঘটি নেথাকে। সূৰ্য্য পুবে উদয় হয়, পশ্চিম ফালে অস্ত যায়। নিৰ্দিষ্ট কালক্ষেৰাৰ অন্তৰতে চন্দ্ৰৰ হ্ৰাস-বৃদ্ধি হয়। পানী বাকি দিলেই দৰ ফাললৈ বৈ যায়। জুইত হাত দিলেই পোৰে। গুটিৰপৰা গছ হয়। সেই গছতে গুটি ধৰি, আকৌ সেই গুটিৰেপৰা গছ হয়। এইবোৰ দেখি মানুহে স্থিৰ কৰিছে যে, কেতবিলাক প্ৰাকৃতিক নিয়মানুসাৰে এই প্ৰাকৃতিক ঘটনাবোৰ ঘটিছে। আগেয়ে যিবিলাক ঘটনাৰ কাৰণ নিৰ্ণয় কৰিব নোৱাৰিছিল, তাক দৈৱাৎ হৈছে বুলি দৈৱৰ গালে ঠেলিয়াই কথা কৈছিল, কিন্তু এতিয়া আৰু কেৱে দৈৱৰ আশ্ৰয় গ্ৰহণ কৰিবলৈ ভাল নেপায়। আমি দৈৱ ঘটনাৰ কথা যি কওঁ, তাৰ দ্বাৰা ইয়াকে বুজিব লাগিব যে, তাৰ আচল কাৰণ নিৰ্ণয় কৰিবলৈ আমি অসমৰ্থ হৈছোঁ।

যেতিয়া আমি কোনো বিষয় ঘনেপতি পৰীক্ষা কৰি চাই দেখিবলৈ পাওঁ যে, এটি কাৰণৰপৰা অইন এটি কাৰ্য্য সদায় উৎপন্ন হয়, যেনে, জুইত হাত দিলেই পোৰে, নাইবা যেতিয়া দেখোঁ যে, এটি ঘটনা পৰ্য্যায়ক্ৰমে ঘটিছে, যেনে, নিতৌ ৰাতিপুৱা আমাৰ ঘৰৰ পুব পিনে সূৰ্য্য উদয় হৈছে, তেতিয়া আমি সেই শৃঙ্খলাক প্ৰাকৃতিক নিয়ম বুলি কওঁ।

সকলো ঘটনা প্ৰাকৃতিক শৃঙ্খলামতে ঘটে। দৈৱাৎ একো নঘটে। আমাৰ প্ৰয়োজন-সাধন অৰ্থাৎ আমাৰ জীৱন, মৰণ, সুখ, দুখ, সকলো এই শৃঙ্খলাৰ অনুমানৰ ওপৰত সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰে। গতিকে, সেইবিলাক প্ৰাকৃতিক নিয়ম সম্বন্ধে আমি যিমান পাৰো, শিক্ষা কৰা নিতান্ত কৰ্ত্তব্য।

আমাৰ ওপৰত আকাশ, চাৰিওফালে বায়ু, তলপিনে চকুৰ আগতে সসাগৰা সদ্বীপা পৃথিৱী, বিস্তীৰ্ণ জলৰাশি আৰু সুবিস্তাৰিত শ্যামল ক্ষেত্ৰৰে সৈতে স্থাৱৰ-জঙ্গম প্ৰাণীবিলাকেৰে জগত ভৌতিক পদাৰ্থেৰে পৰিপূৰ্ণ। এই সম্বন্ধে যি পৰা যায় জ্ঞান মানুহ মাত্ৰকৰে পাবলৈ চেষ্টা কৰা কৰ্ত্তব্য।

দৰ্শন, শ্ৰৱণ, ঘ্ৰাণ, স্পৰ্শ আৰু আস্বাদন এই ইন্দ্ৰিয় পাঁচোটা আমাৰ প্ৰত্যক্ষ জ্ঞানৰ দুৱাৰৰ নিচিনা। এই ইন্দ্ৰিয়বিলাকৰ দ্বাৰাই আমাৰ অনুমান প্ৰত্যক্ষ কৰিব পাৰো। ইন্দ্ৰিয়বিলাকৰ দ্বাৰা পাৰ্থিৱ

আটাইবিলাক বস্তু সম্বন্ধে প্ৰত্যক্ষ জ্ঞান লভিবলৈ পুৰুষাৰ্থ কৰি ভৰি আগ-বঢ়ালে যদিস্যাৎ সম্পূৰ্ণৰূপে কৃতকাৰ্য্য হব নোৱাৰো, তথাপি আংশিক-ৰূপে অৱশ্য নজনাকৈ নেথাকিম। হঠাৎ ভৌতিক পদাৰ্থৰ প্ৰকৃত গুণ জনা বা প্ৰত্যক্ষ জ্ঞান লভা, মুখেৰে কোৱা উক্ত কথা নহয়। সামান্য এটা বস্তুৰ অলপীয়াকৈ জ্ঞান লাভ কৰিবলৈকে কিমান দিন, কিমান পৰীক্ষা কৰিব লাগে, তাৰ কি সীমা আছে? আমি যে সদায় ব্যৱহাৰ কৰিছোঁ, এই অগ্নিৰ দাহ্য গুণটো নিৰ্ণয় কৰি ব্যৱহাৰ কৰিবলৈকে কিমান দিন কত মহাত্মাই যত্ন কৰিছিল, তাক কোনে কব পাৰে? আৰু বা, এই অগ্নিৰ দাহিকা শক্তিৰ দ্বাৰা কত কি অদ্ভুত ঘটনা ঘটাব পাৰি, তাক কোনে বিশদৰূপে জানে? এই পৰিমিত কোনো ভৌতিক পদাৰ্থৰে সম্পূৰ্ণ গুণ আবিষ্কাৰ কৰিব পৰা নাই। মানুহে যিমান পৰীক্ষা কৰি জানিবলৈ চেষ্টা কৰিব, সিমান জ্ঞান বৃদ্ধি হ'ব আৰু উন্নতি লাভ কৰিব। ভৌতিক দ্ৰব্যৰ গুণ নিৰ্ণয় কৰি ব্যৱহাৰ কৰিবলৈ জ্ঞান লাভ কৰাই উন্নতি আৰু সভ্যতাৰ ঘাই চিনাকি। যি দেশ যিমান উন্নত আৰু সভ্য হ'ব, সেই দেশৰ মানুহে সিমান ভৌতিক বস্তু সম্বন্ধে প্ৰকৃত জ্ঞান লাভ কৰিব। এতেকে আমি নিজৰ জ্ঞান পুৰঠ কৰিবলৈ হলে, এই পঞ্চেন্দ্ৰিয়ৰ দ্বাৰা সদায় বিশেষ সাৱধানেৰে ঈশ্বৰ-দত্ত ভৌতিক পদাৰ্থ সম্বন্ধে আলচ কৰি গুণানুভৱ কৰিবলৈ পুৰুষাৰ্থ কৰা নিতান্ত যুগুত। আমি আমাৰ ভৌতিক বস্তুৰ গুণাগুণ নিৰ্ণয় কৰিলে কেৱল জ্ঞান যে লভিম সেয়ে নহয়; তাৰ লগে লগে অইনকো পথ প্ৰদৰ্শন কৰাই প্ৰকৃ-তিৰ ৰহস্য জানিব পাৰি মনত বিমল আনন্দ উপভোগ কৰিব পাৰিম। আমাৰ মনুষ্য জন্মৰ জ্ঞান লভাই এটা প্ৰধান উদ্দেশ্য; সিও সিদ্ধি হ'ব। হেনজানি, আমাৰ মন চহকী আৰু গুৱনী কৰিবলৈ হলে, মানু-হৰ সমাজত মানুহ বুলি চিনাকি দিবলৈ হলে, নিজে নিজৰ সুখ-শান্তি লভি আনন্দ লাভ কৰিবলৈ হলে, জগতত প্ৰকৃত জ্ঞান পাবলৈ বাঞ্ছা কৰিলে, আমাৰ পঞ্চেন্দ্ৰিয়ৰূপ দুৱাৰকেখনি মেলি, বিশেষ যত্নেৰে ভৌতিক পদা-ৰ্থৰ প্ৰকৃত গুণাগুণ অনুমান ও পৰীক্ষা কৰি যিমান দূৰ পৰা যায়, তাক নিৰ্ণয় কৰিবলে ভৰি আগবঢ়াব লাগে। তাকে কৰিব নোৱাৰিলে, জ্ঞান পোৱা, আমাৰ আকাশতে ফুলনিবাৰী পাতি ফুল তুলি মলা গঁথাহে হ'ব।

# জীৱ

পৰম পিতা ভগৱানৰ এই বিচিত্ৰ জগতত কত কি আচৰিত বস্তু আছে, তাৰ একো সীমা নাই। জীৱবোৰ সেই আচৰিত বস্তুৰে এটি কণিকা মাথোন। কত ৰকমৰ জীৱ আছে, তাক সঠিক কৰা বৰ টান। কিন্তু আমি সদায় যিবোৰ জীৱ চকুৰে দেখোঁ, সেই জীৱ বিলাকৰো প্ৰকৃত বিভিন্নতা বুজা টান।

গছ আৰু জীৱৰ বিভিন্নতা কি? এই কথাকে লৈ অতি প্ৰাচীন কালৰপৰা তৰ্ক চলি আহিব লাগিছে। তোমালোকে এই কথা শুনিয়েই হয়তো নেহাঁহি থাকিব নোৱাৰা। লাগিলে তোমালোকে কবা—"কিয়? যাৰ ঠাল-ঠেঙুলি, ফল-ফুল-পাত আছে, তাকে বোলে গছ; আৰু যাৰ হাত-ভৰি, নাক, মুখ আছে, তাকে বোলে জীৱ।" কিন্তু এনে কথা নেখাটে। অনেক গছ আছে যাৰ ঠাল-ঠেঙুলি, ফল-ফুল নাই। আকৌ অনেক জীৱ আছে যাৰ হাত, ভৰি, নাক, কাণ একো নাই। কিছুমান জীৱ আছে, সিহঁতৰে সৈতে গছক পৃথক কৰা বৰ টান কথা। এই কথা লৈ বহুত সময়ত বৰ আহুকালত পৰিব লগা হয়।

লিনিয়চ নামে এজন বৰ উগ্ৰ পণ্ডিত আছিল। তেওঁৰ মতে যাৰে বোধশক্তি নাই, সেয়ে গছ; যাৰ বোধশক্তি আছে সেইবিলাকেই জীৱ। এতিয়া জানিবলগীয়া যে বোধশক্তিনো কাক কয়? চকু, নাক, কাণ প্ৰভৃতি আমাৰ যি পাঁচোটি ইন্দ্ৰিয় আছে, তাৰ দ্বাৰাই আমি যি জানিব বা অনুভৱ কৰিব পাৰোঁ, তাকে বোধশক্তি বোলে। জুফাইট প্ৰভৃতি বহুত অকণ অকণ পোক আছে; সিহঁতৰ নাক, কাণ প্ৰভৃতি কোনো ইন্দ্ৰিয়েই নাই। সিহঁতে দেখিবলৈকো নেপায়, শুনিবলৈকো নেপায়। তাকে বুলি সিহঁতক গছ বুলি কব নোৱাৰি। আকৌ নিলাজী, সূৰ্য্যমুখী প্ৰভৃতি গছ দেখি বোধ হয় যেন সিহঁতৰ স্পৰ্শ-শক্তি আছে; তাকে বুলি তাকে সিহঁতকো জীৱ বুলি কব নোৱাৰি।

গ্ৰীচ দেশৰ প্ৰাচীন পণ্ডিত আৰিষ্টটল মহাশয়ে কৈছে—যিবোৰৰ জীৱ আছে অথচ মুখ নাই, সেইবোৰেই গছ; আৰু যিবোৰৰ মুখ আছে, সেইবোৰেই জীৱ। হওঁতে ব্যাখ্যাটি বৰ বেয়া নহয়। তেনেকৈ ধৰিলে গছেও শিপাৰে মাটিৰপৰা ৰস লৈ আপোনাৰ শৰীৰ পোষণ কৰে। পাতেৰে বায়ুৰপৰাও খাদ্য সংগ্ৰহ কৰে। সেই হিচাব মতে গছৰ শিপা আৰু পাতেই হ'ল মুখ। কাযেই গছ আৰু জীৱক পৃথক

কৰা সহজ কথা নহয়। যিবা নহওক, আৰিষ্টটলৰ মতে যাৰ মুখ আৰু পেট আছে, তাকে জীৱ বুলি ধৰি লোৱা হ'ল। গছৰ খাদ্য পৰিপাক হয় শৰীৰৰ বাহিৰত, জীৱৰ খাদ্য পৰিপাক হয় শৰীৰৰ ভিতৰত। গছৰ শিপাই যিবিলাক ৰস মাটিৰপৰা শুহি লয়, পাতত গৈ সেইবোৰ সূৰ্য্যৰ কিৰণৰ প্ৰভাৱত তাতে পৰিপাক হয়। পাতে নিজেও বতাহৰ-পৰা কাৰ্বন (এঙাৰ) প্ৰভৃতি পদাৰ্থ লয়, আৰু তাৰ সাহায্যেৰেই ফুল-ফলৰ সৃষ্টি হয়। কাযেই গছৰ পৰিপাক কামটি শৰীৰৰ বাহিৰত হয়। কিন্তু জীৱৰ পৰিপাকৰ কামটি শৰীৰৰ ভিতৰত হয়। শৰীৰৰ ভিতৰত পাকস্থলী আৰু অন্ননলীত গৈ খাদ্য পৰিপাক হোৱাৰ পিছতহে শৰীৰৰ যন্ত্ৰবিলাকেৰে নিজ নিজ ঠাইলৈ গৈ দেহ বৃদ্ধি হয়। জীৱৰ শৰীৰটি যদি লুটিয়াই ভিতৰৰ ফাল বাহিৰ কৰা হয়, তেন্তে খাদ্য পৰিপাক সম্বন্ধে ঠিক গছেৰে মিলি পৰে।

জীৱৰ খাদ্য মুখৰপৰা পাকস্থলীলৈ যায়। পাকস্থলীত পৰি-পাক হৈ শৰীৰ গঢ়িবলৈ যিবিলাক বস্তুৰ আৱশ্যক হয়, তাক যুগুত কৰে। গতিকে পাকস্থলী জীৱ-দেহৰ এটি প্ৰধান অঙ্গ। পাকস্থলীৰ ওপৰতে ৰোগ আৰু স্বাস্থ্য, সুখ আৰু অসুখ, সকলো সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিছে। ৰক্ত, মাংস, হাড় প্ৰভৃতি যিবোৰ উপাদানৰপৰা জন্মে, সেইবোৰ এই পাকস্থলীৰপৰা উৎপন্ন হয়।

গছেও খাদ্যৰেপৰা আপোনাৰ শৰীৰ পোষণ কৰে, জীৱইও খাদ্যৰেপৰা নিজৰ শৰীৰ পোষণ কৰে। কেৱল জীৱৰ খাদ্য আৰু পাক-প্ৰণালী এক প্ৰকাৰে হয়, গছৰ খাদ্য আৰু পাক-প্ৰণালী অইন প্ৰকাৰে হয়। জীৱৰ শৰীৰৰপৰা যিবোৰ পদাৰ্থ বাহিৰ হৈ যায়, সেই-বোৰেই গছৰ প্ৰধান খাদ্য। আকৌ ইপিনে চোৱা, গছৰ শৰীৰেই হ'ল জীৱৰ খাদ্য। গছৰ শৰীৰৰপৰা যি পদাৰ্থ ওলায়, সেয়ে জীৱৰ জীৱন স্বৰূপ। জীৱই নিজৰ শৰীৰৰপৰা 'কাৰ্বন' আৰু 'এমোনিয়া' নামে পদাৰ্থ পৰিত্যাগ কৰে; গছৰ সেয়ে সুখাদ্য। উশাহ-নিশাহত আমি এৰা 'কাৰ্বন' ভাপ আমাৰ পক্ষে হলাহল বিহ। বায়ুত এই 'কাৰ-বন' অধিক থাকিলে জীৱ জীয়াই থাকিব নোৱাৰে। প্ৰতিদিনে পৃথিৱীৰ আটাইবোৰ জীৱই যিমান 'কাৰ্বনিক' ভাপ পৰিত্যাগ কৰে, সেইবোৰ যদি পৃথিৱীত বাহি হৈ থাকিলহেঁতেন, তেনেহলে আৰু জীৱৰ ৰক্ষা নাছিল। কিন্তু সেই বিহ গছৰ পক্ষে সুখাদ্য। গছবোৰে বায়ুৰপৰা তাক শুহি লয়। সেই নিমিত্তেহে জীৱ জীয়াই আছে। গছে আকৌ উশাহ-নিশাহৰ লগত 'অক্সিজেন' বায়ু পৰিত্যাগ কৰে। সেই ভাপ আমি নিশ্বাসেৰে টানি লওঁ; সেই নিমিত্তেহে আমি জীয়াই আছোঁ। অলপমান সময় জীৱই এই ভাপ নোপোৱা মাত্ৰকে মৰি যাব। ইয়াৰ

বাহিৰেও গছৰপৰা ফল-মূল, পাত প্ৰভৃতি লৈ জীৱ জীয়াই থাকে। এতিয়া তেন্তে বুজা গ'ল যে জীৱৰপৰা গছৰ জীৱন, আকৌ গছৰপৰা জীৱৰ জীৱন।

জীৱৰ মাজত মানুহেই প্ৰধান। এই মানুহৰ শৰীৰ কিহেৰে উৎপন্ন হৈছে, তাৰে এটি মোটামুটি হিচাব কৰি চোৱা যক। হাড়, মঙহ, তেজ এই তিনিটি বস্তুৰে শৰীৰটি নিৰ্ম্মিত হৈছে। হাড়, মঙহ, তেজ এই বস্তুকেটাও আকৌ অইন বস্তুৰপৰা উৎপন্ন হৈছে। এজন ডেকা,-পূৰ্ণ মানুহৰ গাত প্ৰায় দহ সেৰ ৰক্ত থাকে। এই দহ সেৰ ৰক্তৰ সাত সেৰ আধেৰ পানী, বাকী আঢ়ৈ সেৰ অন্যান্য পদাৰ্থ। মঙহ আৰু হাড়তো বহুত পানী আছে। এই পানী আঁতৰালে মানুহৰ শৰীৰৰ হিচাবটি এনে হৈ উঠে ঃ— হাড় সাত সেৰ; তেজ আৰু মাংস দুয়ো মিলি (১২) বাৰ সেৰ; পানী অইনকিটা উপাদানৰপৰা আঁতৰাই ললে ৫৮ আঠাৱন সেৰ। এতেকে মুঠ ১/২৭ এমোন সাতত্ৰিশ সেৰ মাথোন।

ঘাইকৈ চূণ আৰু জিলাটিন নামক বস্তুৰে হাড় যুগুত হয়। কাৰবন বা এঙাৰ আৰু বায়ুৰে সৈতে জিলাটিন উৎপন্ন হয়। মানুহৰ শৰীৰৰ এইযে সাত সেৰ হাড়, তাৰে পাঁচ সেৰ চূণ, এসেৰ এঙাৰ, আৰু এসেৰ বায়ু। তেজ-মাংসও এইদৰে এঙাৰ আৰু বায়ু মিলি উৎপন্ন হৈছে। বাৰ সেৰ ৰক্ত-মাংসত ছসেৰ এঙাৰ আৰু ছসেৰ বায়ু থাকে। শেষ হিচাব এই হ'ল,—সাত সেৰ এঙাৰ, পাঁচ সেৰ চূণ, আঠাৱন সেৰ পানী আৰু সাত সেৰ বায়ু। এইকেটা মূল পদাৰ্থৰে সৈতে মানুহৰ শৰীৰটি সৃষ্টি হৈছে। এতিয়া দেখা গ'ল যে শৰীৰটি এটি চূণ, এঙাৰ আৰু পানীৰ পিণ্ড মাথোন। এই পিণ্ডটিৰ জন্ম, মৃত্যু, হ্ৰাস আৰু বৃদ্ধিৰ কাৰণ ভৌতিক এই মূল উপাদানকেটাৰ পৰিৱৰ্ত্তন বা অৱস্থান্তৰৰ বাহিৰে আন একো নহয়। আমি দেখাক দেখি আমাৰ এই দেহাটি বা পিণ্ডটিৰ যত্ন বা অযত্ন কৰোঁ। যত্নত প্ৰকৃতিৰ শৃঙ্খলা-নুসাৰে, আৰু অযত্নত তাৰ বিপৰীত ৰূপে ফল ভুগিবলৈ পাওঁ। এই পিণ্ডৰ শোভা, এই পিণ্ডৰ সুখ, এই পিণ্ডৰ স্বভাৱজ ইচ্ছা পূৰ্ণ কৰিবলৈ আমি সততে যত্নৱান হওঁ। কিন্তু সৰ্ব্বশক্তিমান পৰমেশ্বৰৰ সৃষ্টিৰ মাজত এই-পিণ্ডটি এটি বৰ বিস্ময়জনক পদাৰ্থ নহয় নে? আমি নিজেই একোটি এনে অদ্ভুত বস্তু হৈও যদি নিজক নিজে জানিবলৈ মন নকৰোঁ বা নেজানো, তেন্তে ই কেনে নিন্দনীয় কথা! পূৰ্ব্বেই কোৱা হৈছে, যদিও সকলো জীৱ একে ভৌতিক পদাৰ্থবোৰৰপৰা উপাদান লৈ উৎপন্ন হৈছে, তথাপি অন্যান্য সকলো জীৱতকৈ মানুহ শ্ৰেষ্ঠ। এই শ্ৰেষ্ঠতা পূৰ্ব্বে কৈ অহা অনুমানৰ ওপৰতে সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰে।

আমি কেৱল আমাকহে জানিব লাগে এনে নহয়; পাৰিতপক্ষে দয়াময় সৃষ্টিকৰ্ত্তাৰ ভৌতিক জগতৰ সকলো পদাৰ্থৰে বিষয় জানিবলৈ পুৰুষাৰ্থ কৰিব লাগে। এতেকে আমি মনত ৰখা উচিত যে আমি যি পৰিমাণে জনা-বুজা হবলৈ ইচ্ছা কৰোঁ আৰু পুৰুষাৰ্থত কৃতকাৰ্য্য হওঁ, সেই পৰিমাণে অন্যান্য জীৱতকৈ শ্ৰেষ্ঠতা লাভ কৰি নিজে একোটি জ্ঞানী জীৱ হৈ ঈশ্বৰৰ সৃষ্টিৰ উদ্দেশ্য পূৰ্ণ কৰিব পাৰোঁ।

000

# মস্তিষ্ক

পিতৃ-মাতৃয়ে সৰুতে সময়ৰ খেদাত তৰণি নেপাই হাবিয়ে-বননিয়ে, বাটে-অবাটে লৰি সুখ-দুখ ভুগি, জীৱন-যাত্ৰা সমন্ধে বিস্তৰ জ্ঞান লভি, সন্তান-সন্ততিৰ কল্যাণৰ অৰ্থে সিহঁতৰ ভৱিষ্যতৰ যাবলগীয়া বাটে যাতে সুকলমে মনৰ এন্ধাৰ গুচাই যাবলৈ সমৰ্থ হয়, তাৰ নিমিত্তে সততে প্ৰাণটাকি পুৰুষাৰ্থ কৰিবলৈ বাকী নথয়। আমি ভালকৈ তকিব নোৱাৰি যদি তেওঁবিলাকৰ ইচ্ছাৰ বিপৰীত কোনো কাৰ্য্যত লিপ্ত হওঁ, তেন্তে তাত তেওঁবিলাকৰ হৃদয়ত শোকানলে দগ্ধ কৰি অশেষ কষ্ট দিয়ে। তেওঁবিলাকে ভাল অৱস্থাতে হওক বা বেয়া অৱস্থাতে হওক, আমাক মানুহ কৰিবলৈ কেতিয়াও আওঃহেলা নকৰে। সৰুতে আমাৰ কোমল মন চঞ্চল থকা হেতুকে বহুত কথাত তেওঁবিলাকক সময়ত অনেক বেজাৰ দিওঁ; কিন্তু শেহান্তৰত নিজৰ দোষ বুজিব পাৰি শুধ-ৰাব নোৱৰা দোষৰ হন্তে অনুতাপ কৰি মনত শোক কৰোঁ, আৰু তাৰ কৰ্ম্মফল ভুগিবলৈ বাধ্য নহৈ নোৱাৰোঁ। মনত ভাবোঁ—এইটো কৰ্ম্মৰ এনে ফল বুলি জনাহেঁতেন তেনে কাম কৰি এই ফল নুভুগিলোহেঁতেন। কিন্তু হায়! এতিয়া সেই অনুতাপ আৰু শোকে আগৰ কুফলৰ ঠাইত কস্মিন কালেও সুফল ফলাব নোৱাৰে। আমি অলপমান দকৈ গমি চালেই বৰ্‌ঢ়িয়াকৈ তত্ ধৰিব পাৰোঁ যে, কোন কৰ্ম্মৰ বাবে কি ফল ভুগিবলৈ পাইছোঁ, তাক বুজাই দিওঁতা আমাৰ মুৰত যি এটি অদ্ভুত পদাৰ্থ আছে, তাকে মস্তিষ্ক বোলে।

সৰুতে আমি কেতিয়া কাৰ লগত কিহৰ হৈ হাই-দন্দ কৰি-ছিলোঁ, কেলৈ কাৰ লগত মৰা-মৰি কৰিছিলোঁ, কেতিয়া গছৰপৰা পৰি-ছিলোঁ, কেতিয়া পানীত পৰিছিলোঁ, আৰু কোনে পানীৰপৰা তুলি আনিলে, কোনে মৰম কৰিছিল, কোনে ডাবি-হুকি দিছিল—এই আটাইবোৰ কথা কোনে আমাৰ হৃদয়-ফলিত কল্পনাৰ তুলিৰে স্ফুট্-স্ফুটীয়াকৈ আঁকি অতীতৰ অপূৰ্ব্ব দৃশ্য দেখুৱাই দিয়ে? আগেয়ে হৈ যোৱা সমুদায় কথা সোঁৱৰাব পৰা এনে অসাধাৰণ শক্তিশালী কোন? এই মহাশক্তিশালী পদাৰ্থ যুগুত কৰোঁতা সৰ্ব্বশক্তিমান ভগৱানৰ অদ্ভুত সৃষ্টিৰ বিষয় ভাবি দৰাচলতে মন স্তম্ভিত নহৈ আৰু তেওঁলৈ ভক্তি নহৈ নোৱাৰে। সেই পৰম শক্তিৰ নামকে স্মৃতি বোলে। এই স্মৃতি আমাৰ মস্তিষ্কৰ এটি প্ৰধান কাৰ্য্যৰ বাহিৰে অইন একো নহয়।

ভোমালোক বোপাইহঁত! লালী কৰি খুটা পুতি, তাঁৰ এডাল

মেৰিয়াই নানা দেশত ঘূৰাই-পকাই, ঠায়ে ঠায়ে আপিচ পাতি থোৱা নেদেখিছা? সেইভালেই টেলিগ্ৰাফৰ তাঁৰ। সেই তাঁৰভালেদি বৈদ্যুতিক উপায়েৰে তৎক্ষণাৎ এঠাইৰ বাতৰি অইন এঠাইলৈ নিব পাৰে। কলিকতালৈ ইয়াৰপৰা বামে যাবলৈ হলে কম পক্ষেও চাৰি-পাঁচ মাহমান লাগিব; কিন্তু ৰেল-জাহাজে গলেও আজি-কালি পাঁচ দিনৰ কমে নেপায়। এনে স্থলত, কলিকতাৰ এজন মানুহক কোনো খবৰ দিব লাগিলে তুমি টেলিগ্ৰাফৰ দ্বাৰা এতিয়াই দিব পাৰা। অইন কি, আপিচত বহিয়েই মন কৰিলে, তোমাৰ কোনো প্ৰশ্নৰ উত্তৰো পাব পাৰিবা। এক নিমিষৰ ভিতৰতে পৃথিৱীৰ য'ত যিমান তাঁৰ-আপিচ আছে, ইচ্ছা কৰিলে, সেই সকলো ঠাইতে কোনো এটা বাতৰি ৰজন্‌জনা কৰি দিব পৰা যায়। আমাৰ মস্তিষ্কও ঠিক তেনে। আমাৰ মস্তিষ্কতকৈ তাঁৰৰ ক্ষমতা কোনো অংশে বেছি হব নোৱাৰে। কিয়নো, সিও আমাৰ মস্তিষ্কৰ কৃপাতহে আবিষ্কাৰ হৈছে। সময়ত আৰু কিমান কি বস্তু উলিয়াই আমাৰ উপকাৰত লগাব, 'তাৰ কিবা ঠিক আছে জানো? দিনে দিনে, পলে-পলে, পৃথিৱীৰ ভাবুকসকলে মস্তিষ্কৰ চিন্তা-সাগৰ মথি কিমান যে অমূল্য ৰত্ন উদ্ধাৰ কৰিব লাগিছে, তাক কোনে সঠিক কৰিব পাৰে? পাৰ্থিৱ ভৌতিক পদাৰ্থৰ তত্ত্ব নিৰ্ণয় কাৰ্য্যত যিসকল মহাজনৰ মস্তিষ্ক চিন্তা-সাগৰত সদায় মগ্ন, সেই সকলৰহে জগতত জন্ম লোৱা যথাৰ্থতে সঁচা। সেই মহাত্মাসকলেই অমৰ, আৰু তেওঁবিলাকৰ গুণ ও কৃপাতে অন্যান্য জীৱবিলাকেও যথেষ্ট সুখ লাভ কৰিব পাৰিছে। তোমালোকে বিবেচনা কৰি চোৱাঁচোন, একোজন মহাপুৰুষৰ মস্তিষ্কজাত চিন্তা-সাগৰৰপৰা উদ্ধাৰ কৰা অমূল্য বস্তুৰ দ্বাৰা সংসাৰৰ শত-সহস্ৰ লোকে সপৰিবাৰ বন্ধু-বান্ধৱ সমন্বিতে দুবেলা দুসাজ খাবলৈ অন্ন সংস্থান কৰি কেনে মহানন্দে দিন নিয়াব পাৰিছে! প্ৰকৃততে সেই সাধুসকলৰ বলতে পৃথিৱী বলী, আৰু সেইসকলেই সৰ্ব্বশক্তিমান বিশ্বকৰ্ত্তাৰ সৎপুত্ৰ। জগৎ তেওঁবিলাকৰ জ্যোতিত পোহৰ নহে কাৰ জ্যোতিত জিলিকিব? পৃথিৱীৰ যি অংশতে তেনে মহাজনসকলৰ আৱিৰ্ভাব, সেই অংশেই পূজ্য আৰু শ্ৰেষ্ঠ।

আমাৰ শাৰীৰিক অঙ্গ-প্ৰত্যঙ্গাদিৰ সৰ্ব্বোৎকৃষ্টাংশই মস্তিষ্ক। মস্তিষ্কৰ ঘাই কাম সকলো বিষয় স্মৰণ ৰখা। মস্তিষ্কৰ যি শক্তিৰ দ্বাৰা স্মৰণ ৰখা এই মহৎ কাৰ্য্যটো সম্পাদিত হয়, তাকে স্মৃতি বোলে। এই স্মৃতিৰ চিৰসহচৰী চিন্তা আৰু কল্পনা। এই তিনিজনা স্বৰ্গীয় দেৱীৰ বলত যি বলী, তেৱেঁই ভূমণ্ডলত প্ৰতিভাশালী বুলি গণ্য হয়। প্ৰতিভাশালীৰ প্ৰতিভাই ভানুৰ কিৰণমালাকো চেৰ পেলাই জগতক প্ৰতিভাৰ জ্যোতিৰে বিভোপন দীপ্তি নকৰাকৈ নেৰে। যি ঠাইলৈ সূৰ্য্যৰ

তেজো কোনো কালে ওচৰ চাপিব নোৱাৰে, তাতো প্ৰতিভাই নিজৰ স্বৰ্গীয় তেজ প্ৰকাশ কৰিবলৈ অক্ষম নহয়। প্ৰতিভাৰ গুণ আৰু কাৰ্য্য অসীম আৰু অনন্ত। প্ৰতিভা মস্তিষ্কৰ অপূৰ্ব্ব ফুল। যি মহাজন সেই অদ্বিতীয় ক্ষমতাযুক্ত ফুলৰ অধিকাৰী হয়, তেওঁৰ কথাকে নেলাগে, যি তাৰ গোন্ধ বা এটি ৰেণু মাথোন লাভ কৰিব পাৰে, তেৱেঁই পৃথিৱীত প্ৰধান পণ্ডিত, আৰু তেওঁৰেই জীৱন সংসাৰত ধন্য।

কবি-গুৰু মহামতি বাল্মীকিৰ মস্তিষ্কই ভৱিষ্যতৰ গৰ্ভত শ্ৰীৰামচন্দ্ৰ জন্ম লোৱাৰ ভালেমান দিন পূৰ্ব্বেই কল্পনাৰ সহায়ত চিন্তাৰ বলেৰে ৰামায়ণ ৰচি অসীম প্ৰতিভাৰ চিনাকি দিলে। সেই পথকে অৱলম্বন কৰি অন্তত মৰ্ত্ত্যৰ কত লোকে অমৰত্ব লভিছে, তাৰ কিবা সংখ্যা আছেনে? মহৰ্ষি ব্যাসদেৱৰ চিন্তাশীল মস্তিষ্কজাত ভাৰত যুদ্ধ-ৰূপ কল্পনাৰ দৃশ্যই আজিও সকলোকে প্ৰতিভাৰ জ্যোতি বিলাই বিমোহিত কৰিছে। সেইদৰে মনুৰ সংহিতাই, ভাস্কৰাচাৰ্য্যৰ মতে, যাজ্ঞবল্ক্যৰ উপদেশে, পাতঞ্জলৰ যোগ-শিক্ষাই, বুদ্ধৰ বৈৰাগ্যই, বৰাহ-মিহিৰ, চৰক আদিৰ বিদ্যাই, আৰু কালিদাস, মাঘ, ভৱভূতি প্ৰভৃতি জ্ঞানীসকলৰ প্ৰতিভাই তেওঁবিলাকৰ মস্তিষ্কৰ অনন্ত মহিমা কীৰ্ত্তন কৰিছে। ধৰ্ম্মবীৰ শঙ্কৰাচাৰ্য্য, চৈতন্য, শঙ্কৰদেৱ, মাধৱদেৱ, নানক, কবীৰ, যীশুখ্ৰীষ্ট, মহম্মদ প্ৰভৃতি মহাসাধুসকলৰ মস্তিষ্কত যি সুগন্ধি প্ৰতিভা-ফুল ফুলিছিল, তাৰ মনোহৰ গোন্ধত আজিও জগত মতলীয়া। পূজনীয়া ভাৰত-মাতৃৰ সুকোমল কণ্ঠ কিমান মহাত্মাই নিজৰ মস্তিষ্কৰ প্ৰতিভা-ফুলেৰে বিতোপন মালা গাঁথি বিভূষিত কৰিছে, তাক কোনে নিৰ্ণয় কৰিব পাৰে? ভাৰত কিয়, গোটেইখন ভূমণ্ডলতে অসংখ্য অসংখ্য মহাজনে তেওঁবিলাকৰ মস্তিষ্কৰ অনন্ত শক্তিৰ চিনাকি দিব লাগিছে। ইংলণ্ডীয় গণক-প্ৰৱৰ মহাত্মা নিউটনৰ পূৰ্ব্বে তাত কোনে পৃথিৱীৰ মাধ্যাকৰ্ষণৰ বিষয় তত্ ধৰিব পাৰিছিল? জ্ঞানী কুপাৰনিকচ্, গেলিলিও, কলম্বচ প্ৰভৃতিৰ আৱিষ্কাৰৰ পূৰ্ব্বে কোনে জানিছিল যে, ইউৰোপৰ বাহিৰেও মহাসমুদ্ৰৰ সিপাৰে পৃথিৱীৰ পিঠিত আৰু অইন এখন মহাদেশ আছে? আজি যি আমেৰিকা বিদ্যা-বুদ্ধিত অদ্বিতীয়, আৰু সভ্যতাৰ সকলোৰে ওপৰ খাপত, সেই আমেৰিকা এসময়ত দুৰ্ঘোৰ আন্ধাৰত অসভ্যৰ বাস-ভূমি আছিল। কিন্তু এতিয়া জ্ঞানী কলম্বচৰ মস্তিষ্কৰ গুণ ঘোষণা কৰি, অপূৰ্ব্ব ৰূপ ধৰি দিনক দিনে উন্নতিৰ বাটত আগ-বাঢ়িবলৈ ধৰিছে। কত জনে কত যুগ জুই-পানীকে ব্যৱহাৰ কৰি নিয়ালে, তথাপি যেতিয়ালৈকে মহাত্মা ওৱাটৰ মস্তিষ্কজাত প্ৰতিভাৰ দ্বাৰা কল্পনাৰ গৰ্ভত ভাপৰ পৰাক্ৰম সৃষ্টি নহৈছিল, তেতিয়ালৈকে সেই জুই-পানীৰ প্ৰকৃত শক্তিৰ লীলা কোনে সুন্দৰৰূপে বুজিব পাৰিছিল? এতিয়া

আমি ৬ মাহৰ বাট ৬ দিনে যাওঁ; সহস্ৰ মানুহে বলে নোৱৰা ভাৰটো আঙুলিৰ টিপা এটাতে গৈ ক'ত পৰে তাৰ ঠিক নাই। কি দিন কি ৰাতি এখন্তেকো বিশ্ৰাম নোহোৱাকৈ জলে-স্থলে কেৱল সেই মহাত্মাৰ ভাপ-কলৰ প্ৰতাপতে কেউফালে টিম্ঘিল্ঘিলাই ফুৰিছোঁ। দূৰবীক্ষণ, অনুবীক্ষণ, বিজুলীডাক, বিজুলীচাকি, বেলুন প্ৰভৃতি আচৰিত গুণসম্পন্ন বস্তুবিলাক একোজন মহাজনৰ মস্তিষ্কজাত প্ৰতিভাৰ অমূল্য ফলৰ বাজে আন একো নহয়। আই সৰস্বতীৰ প্ৰিয় পুত্ৰ কবীন্দ্ৰ ছেক্‌ছপীয়াৰৰ মস্তিষ্কজাত কল্পনা-প্ৰসূত কবিতা-ফুলৰ সৌৰভে সমুদায় জগতক মোহিত আৰু স্তম্ভিত কৰিছে। আহা! মস্তিষ্কৰ কেনে অসীম শক্তি আৰু অনন্ত লীলা!

পৃথিৱীপতি ৰজাৰ আপোন মীমাংসানুসৰি ৰাজকীয় সকলো কাৰ্য্য বিভিন্ন বিভাগৰ বিষয়াৰ দ্বাৰা বিভগে যেনেকৈ সুসম্পন্ন হয়, সেইদৰে আমাৰো মন, ইন্দ্ৰিয় আৰু শাৰীৰিক সকলো অঙ্গ-প্ৰত্যঙ্গাদি কেৱল মস্তিষ্ক-সম্ভূত বিবেকৰ মীমাংসানুসাৰে পৰিচালিত হয়। ৰাজ্যৰ কোনো এঠাইত কোনো ঘটনা ঘটা মাত্ৰকে যেনেকৈ ৰজাৰ কাণত পৰেগৈ, সেইদৰে আমাৰো শৰীৰৰ কোনো এঠাইত যৎসামান্য দুখ বা সুখানুভৱ কৰা মাত্ৰকে তৎক্ষণাৎ মস্তিষ্কই বুজিব পাৰে। চোৰ, ডকাইত, ঠগ, প্ৰবঞ্চকাদি দুষ্টবোৰে যেনেকৈ সময়মতে ৰাজ্যৰ শান্তি বিনাশ কৰি ভূপতিক আহুকাল কৰে, সেইদৰে কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য্যাদি ৰিপুবিলাকৰ দ্বাৰা সময়ত শৰীৰ-ৰাজ্যৰো শান্তি ভঙ্গ কৰি মস্তিষ্কক অশেষ যাতনা দিয়ে। আকৌ ৰাজ্যৰ মঙ্গলাকাঙ্ক্ষী সাধুসকলৰ যত্নত যেনেকৈ ৰাজ্যৰ কল্যাণ বৃদ্ধি হয়, সেইদৰে দয়া, ক্ষমা, ধৈৰ্য্য, শ্ৰদ্ধা, ভক্তি, নম্ৰতা আদি সদ্‌গুণ বিলাকৰপৰা দেহা-ৰাজ্যৰো শ্ৰীবৃদ্ধি হয়। কিন্তু বাহ্য জগতৰ ভূপতিৰ ক্ষমতাতকৈ আভ্যন্তৰিক জগতৰ বিবেকৰ পৰাক্ৰম অনেকাংশে প্ৰবল। ৰজাৰ জাত আৰু বিবেকৰ জাত স্বৰ্গ-মৰ্ত্ত্যৰ অন্তৰ, গতিকে বিবেকৰ কাৰ্য্যৰ লগত ৰজাৰ কাৰ্য্য একেবাৰে ৰিজাব নোৱাৰি। বিবেক ৰজাৰো ৰজা, মহাৰজা। চোৱাঁ, তেনে একোজনা মহা পৰাক্ৰান্ত ৰজাই তোমাৰ, আমাৰ, অইন কি, জগতৰ সমুদায় মানুহৰ মস্তিষ্কত বাস কৰিছে। মস্তিষ্ক নহলে বিবেক, আৰু ৰাজ্য নহলে ৰজা কেতিয়াও থাকিব নোৱাৰে। ইতৰ জন্তুবিলাকৰ জানো মস্তিষ্ক নাই—মানুহৰহে আছে? সকলোৰে আছে। কিয় নহব? কিন্তু উৎকৃষ্ট বা নিকৃষ্টানুসাৰে প্ৰভেদ। ইতৰ জন্তুৰ মস্তিষ্ক কেৱল নামতঃ কাৰ্য্যত নহয়। মস্তিষ্কৰ সেই তাৰতম্যৰেপৰা আমি ইতৰ জন্তুৰে সৈতে বিভগ। ইতৰ জন্তুবিলাকৰ ভিতৰতো ইজাতিৰ লগত সিজাতিৰ মস্তিষ্কৰ বহুত তাৰতম্য দেখিবলৈ পোৱা যায়। এই

সম্বন্ধে বিশদৰূপে জানিবলৈ হলে শৰীৰতত্ত্ব বিষয়ৰ গ্ৰন্থাদি পঢ়িলে বেছিকৈ জানিব পৰা যায়। অইন নেলাগে, মানুহৰ ভিতৰতে মস্তিষ্কৰ বহুত বিভিন্নতা দেখিবলৈ নোপোৱা নহয়। শিক্ষিত মানুহৰ সংস্কৃত মস্তিষ্কৰ লগত অশিক্ষিত মানুহৰ অসংস্কৃত মস্তিষ্ক কোনো মতে মিলাব নোৱাৰি। শিক্ষিত মানুহে যি পৰিমাণে শিক্ষা পায় আৰু মস্তিষ্ক মাৰ্জ্জিত কৰে সেই পৰিমাণে বুদ্ধিও প্ৰখৰ আৰু বিবেকো ন্যায়ৱান হয়। বাহ্যিক জগত শাসন কৰা একো টান কথা নহয়; কিন্তু আভ্যন্তৰিক জগত শাসন কৰাতকৈ পৃথিৱীত একো টান কাম নাই। বাহ্যিক জগত সুশাসনকাৰী কত নৃপতিয়ে আভ্যন্তৰিক জগত শাসন কৰিবলৈ সম্পূৰ্ণ অসমৰ্থ হৈ ইহলোক পৰিত্যাগ কৰিছে, তাৰ কি অন্ত আছে ? অশিক্ষিত দুৰ্ব্বল অমাৰ্জ্জিত মস্তিষ্কত কেতিয়াও ন্যায়ৱান সূক্ষ্মদৰ্শী বিবেকৰ উৎপত্তি হব নোৱাৰে। মানুহে যথাৰ্থ মনুষ্যত্ব লাভ কৰিবলৈ হলে সকলো প্ৰকাৰে মস্তিষ্কৰ যত্ন কৰা নিতান্ত কৰ্ত্তব্য।

মস্তিষ্ক পৰমপিতা সৰ্ব্বশক্তিময় পৰমেশ্বৰৰ সৃষ্টিৰ এটি আলৌকিক, অদ্ভুত আৰু অমূল্য ৰত্ন-বিশেষ। এয়ে মাথোন মানুহৰ মনুষ্যত্বৰ মূল পদাৰ্থ। এই মস্তিষ্কৰ উৎকৰ্ষ সাধনানুসাৰে মানুহে দেৱত্ব লভিবলৈ সক্ষম হয়। তেন্তে ই কিহৰপৰা উৎপত্তি হৈছে, আৰু পদাৰ্থটোনো কেনে ? এটি সামান্য গুটি মাটিত পুতি সাৰ দি পানী সিঁচিলে, কিছুমান দিনৰ পিছত এটি পোখা গজি আমাৰ চেষ্টাত আৰু প্ৰকৃতিৰ যত্নত ক্ৰমশঃ ডাঙৰ-দীঘল, শকত-আৱত হৈ ঠাল-ঠেঙুলি মেলি ফুলে-ফলে যেনেকৈ পৰিপূৰ্ণ হয়, ঠিক সেইদৰেই আমিও দৈনিক আহাৰৰ বলত প্ৰকৃতিৰ যত্নত ক্ৰমশঃ ডাঙৰ-দীঘল, শকত-আৱত হৈ মানুহৰূপে পৰিণত হওঁ। গছে মাটিৰ ৰস ও বতাহৰ বলত, প্ৰকৃতিৰ যত্নত যিৰূপে শাৰীৰিক অৱয়ব গঠন কৰে, আমিও সেইৰূপে আহাৰ আৰু বতাহৰপৰা আমাৰ দেহোপযোগী উপাদানবিলাক প্ৰকৃতিৰ যত্নত সংগ্ৰহ কৰি গঢ়ি লওঁ। আজি যি ভাত-আঞ্জা, ঘিউ-চেনি, মাছ-মঙহ আদি আহাৰ কৰিছোঁ, সেয়ে কাইলৈ আমাৰ শৰীৰৰ তেজ, মাংস, হাড়, চাল, নখ, চুলি, নাড়ী, ভুঁৰু, মস্তিষ্কাদি অঙ্গ-প্ৰত্যঙ্গ ৰূপে প্ৰকৃতিৰ যত্নত তেওঁৰ নেদেখা নিয়মানুসাৰে পৰিণত হবগৈ। গতিকে আমাৰ আহাৰেই আমাক "আমি" কৰেগৈ। সেইবাবে আমি আহাৰ সম্বন্ধে বিশেষ বিবেচনা কৰি অতি সাৱধান হৈ ব্যৱহাৰ কৰিব লাগে। হাঁহ, পাৰ, ছাগলী আদি জন্তুৰ মূৰত যি ঘিউৰ নিচিনা এবিধ পদাৰ্থ দেখিবলৈ পোৱা যায়, আমাৰ মস্তিষ্কও প্ৰায় দেখিবলৈ তেনেকুৱা ; কিন্তু গুণত আৰু কাৰ্য্যত যি বিভিন্নতা আছে, তাক ইয়াৰ ওপৰতে উনুকিয়াই অহা হৈছে।

এই ঈশ্বৰ-দত্ত অদ্ভুত পদাৰ্থৰ বিষয় সকলোৰে যথাশক্তি

অভিজ্ঞতা লাভ কৰি পৃথিৱীত নিজে প্ৰতিভা-ফুলৰ সৌৰভেৰে মোহিত হবলৈ পুৰুষাৰ্থ কৰা মানুহ মাত্ৰকৰে নিতান্ত কৰ্ত্তব্য। বোপাহঁত, তোমালোকে হেন জানি নিজৰ কৰ্ত্তব্য কৰ্ম্মলৈ কেতিয়াও পিঠি নিদিবাঁ। নিজৰ যত্ন আৰু চেষ্টা নহলে. কেও সংসাৰত কাকো একো শিকাব নোৱাৰে। তুমি বা আমি নিজে জানিবলৈ মন নকৰি আওকাণ কৰি অবাবত দিন নিয়ালে, আমাৰ মস্তিষ্ক আমি সংস্কৃত কৰিবলৈ পুৰুষাৰ্থ নকৰিলে, আমাৰ মনৰ এন্ধাৰ আমি জ্ঞান-চাকি লগাই পোহৰ নকৰিলে কোনে কৰিব? এতেকে আমি সদায় মনত ৰাখিব লাগে যে, আমি যি পৰ্য্যন্ত আমাৰ মস্তিষ্কৰ উৎকৰ্ষ সাধন কৰি মনৰ এন্ধাৰ আঁতৰাব নোৱাৰোঁ, সেই পৰিমিত আমি প্ৰকৃত মনুষ্যত্ব লাভ কৰিছোঁ বুলি সপোনতো ভাবিবৰ অধিকাৰ নাই। বুকত সাহ আৰু মূৰৰ ওপৰত ঈশ্বৰ আমাৰ সাহায্যাৰ্থে প্ৰস্তুত আছে বুলি ভাবি, কঁকালত টঙালি বান্ধি সকলোৱে নিজ নিজ মস্তিষ্কৰ উন্নতিৰ অৰ্থে সাজু হওঁহক। নিজৰ মস্তিষ্কৰ উন্নতি নহ'লে, অইন একোৰে উন্নতি কৰিব নোৱাৰে। এতেকে জানিব লাগে যে, মস্তিষ্কৰ উন্নতি সধাই প্ৰকৃত মনুষ্য জন্মৰ ঘাই উদ্দেশ্য।

০০০

# ভাষা*

আজি দুই বজাৰ সময়ৰপৰা মিউনিচিপিলিটীৰ স্কুল ঘৰত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ তৃতীয় বাৰ্ষিক উৎসৱ হব বুলি মনত গুণা-গঁথা কৰি মহাৰঙে ৰাতিপুৱা বহি আছোঁ। কি আচৰিত কথা! তেনেতে হঠাৎ মোৰ সন্মুখত এজনী শ্যাম বৰণীয়া যুৱতী আহি নিমিষতে মোৰ মন অধিকাৰ কৰি পেলালে। মই জানিবা তাইৰ হাতৰ পুতলা হৈ পৰিলোঁ। মই মোত নাইকিয়া হৈ কেৱল তাইময় হলোঁ। সকলো শ্যাম বৰণীয়াহে দেখিলোঁ। গোটেইখন পৃথিবীত যি দেখোঁ মানে সকলোতে তাইৰ বাহিৰে অইন একোকে থিৰ কৰিব নোৱৰা হৈ এতবধ লাগিলোঁ। মোৰ মনৰ ভাব, গড়-গতি অকস্মাৎ এনে আচৰিতৰূপে সলনি হোৱা দেখি সুমধুৰ মাতেৰে মাত দিলে— "মনে মনে বহি আছা কেলৈ? ফুৰিবলৈ যাওঁ আহাঁ, আমি তোমাক নেদেখা নেদেখা বস্তু দেখুৱাম দেই।" ময়ো বিভোল হৈ আছিলোঁ, কাযেই সেই কথাতে মান্তি হৈ লগতে ফুৰিবলৈ বুলি ওলাই গলোঁ। অলপমান দূৰ গৈয়ে আকৌ সুধিলে, "হেৰা, মোৰ ইয়াতে সৌটো সখীৰ ঘৰ। তেওঁকো লগত মাতি লওঁ। মোৰ লগত তুমি লাহে লাহে ফুৰোঁতে দুখ পাবা আৰু আমনি লাগিব। তেওঁৰ বৰ বেগী এখন ৰথ আছে, তাতে উঠি গলে বেগতে সকলো চাই-চিতি ঘূৰি আহিব পাৰিম।" এই বুলি এখোজ-দুখোজকৈ আগবাঢ়োঁতেই সখীয়েকৰ ঘৰ পালোঁ। মোৰো ৰথত উঠি যাবৰ মন গ'ল। "সখি আছাঁ নে? ওলাই আহাঁ। মই তোমাৰ লগত ফুৰিবলৈ আহিছোঁ।" এই কথা কোৱা মাত্ৰকে বলাতী বিৰী যেন বগা বৰ সুশ্ৰী গাভৰু এজনীয়ে পখিলাৰ ৰথ এখনত উঠি ফুৰিবলৈ ওলাই আহিল। পখিলাৰ ৰথ দেখি আৰু বিচুতি হলোঁ। বিচুত্তি হলেনো কি হ'ব? বিচুত্তিৰ ৰাজ্যত সোমাই বিচুত্তিৰ লগত ফুৰিবলৈ আহিয়েই নিজেও এজন বিচুত্তি ৰূপ ধৰিছোঁ।

পিছে সেই পখিলাৰ ৰথতে ক'লী সখী আৰু বগী সখী দুইকো দুফালে লৈ ঘপহকৈ উঠিলোঁ। বোপা ঐ কি ক'ম, বায়ুৰ আগত বিজুলী বেগেৰে উৰি সঁচাসঁচিকৈয়ে কোনোবা নেদেখা ৰাজ্য পালোঁগৈ। কত অপৰূপ, কত অদ্ভুত, কত ভয় লগা, কত ৰং লগা কত কিয়ে দেখিলোঁ তাৰ সীমা-সংখ্যা নাই। এবাৰ অকস্মাৎ বৰ বগা স্ফটিকৰ স্তম্ভ এটা

*এইখনি শিৱসাগৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ তৃতীয় বাৰ্ষিক উৎসৱত পাঠ কৰা হৈছিল।

দেখিলোঁ। প্ৰথমে সেই স্তম্ভটো এটা স্বৰ্গীয় দেৱতাৰ আনন্দভৱন বুলিহে ভাব হৈছিল। পিছে ওচৰ পাই বুজিব পাৰিলোঁ যে মন্দিৰ বা ঘৰ নহয়। তাৰ গাটোত অসংখ্য সিৰ পতোৱা। দুই সিৰৰ মাজে মাজে সোণোৱালী জ্যোতিৰ্ময় পৃথিৱীৰ আটাইবোৰ ভাষাৰে লিখা আখৰ দেখা পালোঁ। তাত নথকা ভাষা নাই। তেনেতে মোৰ হঠাৎ মনত পৰিল যে বহুতে আমাৰ ভাষাক বিভগ বুলি নেভাবে, এতিয়াও ইমান ভ্ৰম কৰে। বাৰু, ইয়াত আছেনে চাওঁচোন। এই বুলি ভালকৈ ঘূৰি-পকি চাওঁ যে, আই ঐ, মইনো ক'ত মৰোঁ ঐ? সংস্কৃত, হিন্দী, উৰিয়া, বঙলা আদি ভাৰতবৰ্ষৰ ভাষাৰ শাৰী থকা দুই সিৰৰ মাজত ফটফটীয়াকৈ সুকীয়াকৈ লিখি থোৱা আছে। মোৰ মাতৃভাষাই তেনে যত্নেৰে নেদেখা ৰাজ্যত ঠাই পোৱা দেখি হিয়াত আনন্দৰ ঢৌৱে তোল-পাৰ কৰিবলৈ ধৰিলে। আমাৰ ভাষাৰ সেৱক আসামৰ গুণী পুত্ৰ-সকলৰ নামৰ এখনি তাত লিপিট দেখিলোঁ। শঙ্কৰদেৱ, ৰাম সৰস্বতী, অনন্ত কন্দলী প্ৰভৃতি প্ৰাচীন কবিসকলৰ তলতে আনন্দৰাম ঢেকিয়াল ফুকন, আনন্দৰাম বৰুৱা, লম্বোদৰ বৰা, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা এওঁবিলাকৰো নাম দেখি মোৰ মন বং আৰু উলাহত নাচিবলৈ ধৰা দেখি তেওঁবিলাক দুয়ো এটা বৰ ভাওৰ অপূৰ্ব্ব মন্দিৰত মোক সুমুৱালৈগে। সেই মন্দিৰৰ চূড়াত অসংখ্য ভাষাৰ জ্বলন্ত আখৰেৰে লিখা অসংখ্য নিচান উৰি আছে। এডাল নিচানত অসমীয়াৰে লিখা আছিল 'সাহিত্য মন্দিৰ'।

মই পিছে অন্যান্য ভাষা সম্বন্ধে জানিবৰ মন নকৰি আমাৰ ভাষাৰ বিষয়ে জানিবলৈ মনত বৰ ইচ্ছা হোৱাত যি কোঠাত অসমীয়া ভাষাৰে লিখা ফলিখন ওলমি থকা দেখিলোঁ, দুয়ো সখীৰ লগত সেই তালৈকে সোমাই গলোঁ। গৈ দেখিলোঁ, সুবৰ্ণ বিনিৰ্ম্মিত ৰত্ন-সিংহাসনত মাতৃ-ভাষা মহাৰঙে বহি আছে। যিসকল মহাত্মাৰ নাম সেই স্ফটিক স্তম্ভ বা কীৰ্ত্তি স্তম্ভত লিখা আছিল, সকলোৱে সেই সভাত বা পুথিৰ ভঁৰালত বহি ভাষা সম্বন্ধে নানাৰূপে আলোচনা কৰিছে। মই আমাৰ ভাষাত য'ত যি পুথি দেখিছিলোঁ, আটাইবিলাকৰে তাত বিভগে ভাগ ভাগকৈ যতন কৰি থোৱা দেখি বৰ আচৰিত হলোঁ। আৰু সেই পবিত্ৰ স্বৰ্গীয় মহাপুৰুষসকলক দেখি মন বিমল আনন্দ-সাগৰত মগ্ন হ'ল। তাত কেবা ঠাইতো কেবাখন ফলিত নানা ৰকমৰ নীতিকথা লিখা আছিল। পিছে এখনত ভাষা সম্পৰ্কে লিখা গোটাদিয়েক কথা দেখি মনত ভালকৈ সামৰি ললোঁ। তাৰ ভিতৰৰ প্ৰথমটি ঃ

যিদেশত যাৰ জনম, যি ভাষাৰে সকলোবা যাৰ মনৰ ভাব প্ৰকাশ কৰে, সেই দেশ আৰু সেই দেশৰ ভাষাই তাৰ মাতৃভাষা।

দ্বিতীয়টি ঃ

হাজাৰো দুখীয়া-নিচলা হওক, নিজৰ ভাষাৰূপী মাতৃৰ প্ৰতি ঘিণ বা হতাদৰ কৰিব নেপায়। যি চিনিব নোৱাৰি আপোনাৰ মাকক আই নুবুলি অইনৰ মাকক নানা অলঙ্কাৰেৰে শুৱনি দেখি আই বোলে, তাকে ব-চেৰা বা কুপুত্ৰ বোলে।

তৃতীয়টি ঃ

যি সজ পুত্ৰ, তাৰ নিজৰ মাতৃভাষাৰ প্ৰতি যত্ন আৰু আদৰ কৰি নানা ৰকম বস্ত্ৰাদি অলঙ্কাৰেৰে নিজৰ মাতৃক দেখিবলৈ শুৱনা কৰে, আৰু দিনে-ৰাতিয়ে প্ৰাণ টাকি ভাষাৰ উন্নতিৰ অৰ্থে পুৰুষাৰ্থ কৰিবলৈ বাকী নথয়।

চতুৰ্থটি ঃ

সাৱধান! সাৱধান!! অনেকে অইনৰ হতুৱাই নিজৰ মাকক আই বুলি মতাৰলৈ আৰু সেৱা কৰাবলৈ ভাল পায়। তেনে ভ্ৰমত যি পৰে, সি অন্ধলা।

পঞ্চম, ষষ্ঠ, সপ্তম এই অনুক্ৰমে আৰু বহুত আছিল, তাক কোৱাৰ এই ঠাইত একো সকাম নাই।

তাৰ পিছত তাত এঠাইত কবিতাৰ পুথি কেখনমান চাবলৈ গৈ গিৰিসকৈ এখন কাকতত হাত পৰিল। কাকতখনত এটি অমিত্ৰাক্ষৰ ছন্দৰ কবিতা আছিল। কবিতাটি পঢ়ি মোৰ নিজৰ ৰচনা যেন বোধ হ'ল। মনত ভাবিলোঁ, ক'তো একো লুকুৱাই ৰাখিব নোৱাৰি। ক'ত এটা কবিতা লিখি মনে মনে বেতৰ পেটাৰিত ভৰাই থলোঁ, সিও এই-খিনি পালেহি বুলি মোৰ মনত আশ্চৰ্য্যৰ অন্ত নাইকিয়া হ'ল। কবিতাটি এই ঃ—

বন্দোঁ মই মাতৃ-ভাষা তয় পদাম্বুজ,
বাগেদৱি! তুমি মাতৃ জিহ্বা প্ৰবাসিনী;
তোমাৰ সেৱক বুলি মই মনে মনে
নিজক নিজেই ধন্য দিওঁ শতবাৰ;
কিন্তু হায়! মূৰ্খ মই একোকে নেজানো ঃ
মিছাতে পাতিছোঁ ভেম। খুদৰ ভিকহু,
নামত ভোগাই, কিন্তু অনাহাৰে মৰোঁ।
অন্ধলা মানুহে হায়! নেদেখি চকুৰে
কৰে দেখি! সকলোকে একে যেন মন;
নাইবা বাওনা হই, চন্দ্ৰলই হাত
মেলা দৰে, কৰোঁ ময়ো মিছা আকিঞ্চন;
কিন্তু মাতৃ সেৱকৰ তাতে সুখী মন।

কৰ্ত্তব্য কামত যেন দৃঢ় থাকে চিত,
মাগোঁ এই ভিক্ষা মাতৃ! তযু চৰণত।

নেদেখা ৰাজ্যত নিজৰ এই কবিতাটি পাই মোৰ মনত যি ভাব হ'ল, তাক লিখিবলৈ কাপৰ আৰু কবলৈ মুখৰ শক্তি নাই। তেনে আনন্দত বিভোল থাকোঁতেই দুই সখীয়ে পখিলাৰ বস্ত্ৰত তুলি শূন্যত উৰুৱাই ফুৰাবলৈ ধৰিলে। এঠাইত ঘপহ কৰে বগী সখী নামি আমাক নমোৱাই "ঘৰ পালোঁ, তোমালোক যোৱাঁ" বুলি বিদায় ললে। আমি দুয়ো অলপ আঁতৰ হৈ আহিলত কলী সখীয়ে মোক সুধিলে, "হেৰা, সেই বগী সখীজনাক তুমি চিনি পোৱামে?" তেনেতে মই ক'লোঁ, "তেওঁ কহে নেলাগে মই হলে তোমাকে দেও চিনিব পৰা নাই।" মোৰ এই কথা শুনি গম্ভীৰ ভাবে অলপ হাঁহিলে আৰু কলে, "তুমি বাস্তৱতে বৰ অজলা। সদায় মই লগতে ফুৰোঁ, তেও চিনি নোপোৱা। অৱশ্যে তেওঁ তোমাক অকলৈ দেখা নিদিয়ে; কিন্তু কেতিয়াবা মোৰ লগত তোমাক অহা দেখিলে তেওঁ ভুমুকিয়াই চায়। তুমি নিচিনিবও পাৰা, তেওঁ মোৰ প্ৰিয় সখী, তেওঁৰ প্ৰকৃতি বৰ চঞ্চলা; তৎক্ষণাৎ স্বৰ্গ-মৰ্ত্ত্যাদি চৌধ ভুবন ঘূৰি আহিব পাৰে। নামটি বৰ ভাল, 'কল্পনা'। মোৰ নাম চিন্তা, মোৰ প্ৰকৃতি গম্ভীৰা। মোৰ গতিও ধীৰ।

এই বুলি চকুৰ আগতে চাত্‌কৈ নাইকিয়া হৈ কৰবালৈ গ'ল। মই গোটেইখন মুকলি পোহৰ দেখিলোঁ। চাওঁ, মই আগৰ বহা ঠাইতে বহি আছোঁ।

০০০

# জ্ঞান

বতৰটোও ভাৱৰীয়া—গোমাই আছে। সময়ে সময়ে আকাশত ৰথৰ চকৰিৰ ঘৰ্ঘৰণিৰ দৰে একোবাৰ প্ৰকাণ্ড শব্দ কাণত পৰিছেহি। গাও অসুখ, জ্বৰ। গতিকে মনো ভাল নহয়, বিছনাত শুই আছোঁ। পিয়াহ লাগিল, "কোন আছ, পানী এটুপি দেহি ঔ" বুলি চিঞৰ-বাখৰ কৰি কাঁৰো মাত নেপাই ভাবিলোঁ যে, সংসাৰত হিয়া নাই। হিয়া থাকিব ক'ত? মানুহৰহে হিয়া থাকে। সংসাৰত মানুহ নাই, জীৱ আছে। তাবে লগৰ মধ্যে এটি, মোৰনো ক'ত হিয়া আছে? এইদৰে যিহকে পাই তিহকে সাজি-পাৰি থাকোঁতেই মোক শুই থকা মুৰৰ শিতানৰ কোনোবা এজন নে এজনীয়ে সাউৎকৈ চকু দুটা মুদাই ধৰি খিল্‌খিলকৈ হাঁহিবলৈ ধৰিলে। হাঁহিত কোনো চিনাকি মানুহ যেনকে লাগিল, কিন্তু ভালকৈ তৰ্কিব নোৱাৰি মই হয় হাত মেলি খপিয়াই চালোঁ, কিন্তু একোকে সঠিককৈ বুজিব নোৱাৰিলোঁ। খপিয়াই চাওঁতে হাতত হাত দুখন লাগিলত বৰ মিহি আৰু কোমল পালোঁ। গাটো বৰ চেঁচা—জাৰকালি চেঁচা পানীত পৰি তাৰ পৰা উঠি অহা যেন ভাব হ'ল, অথচ গাটো পানী লগা তিতা নহয়। গাৰ কানি-কাপোৰসোপাও শুকান; তথাপি চেঁচা। মই বুজিবৰ মনেৰে বিশেষ পুৰুষাৰ্থ কৰি খপিয়াবলৈ ধৰিছোঁ, তেও একো তত্‌ ধৰিব পৰা নাই। মুঠতে এটা নহয় এজনী যে সঁচা, ইয়াকে থিৰাং হল। কিয়নো— বিহা লোৱা, মেখেলা পিন্ধা, হাতৰ খাৰু, আঙুলিৰ আঙঠি, এইবোৰ হাতত লাগি অনেক পৰিমাণে তিৰোতাৰ সাঁচ মনত আঁকি দিলে। তিৰোতা বুলি সঠিক হ'ল, কিন্তু কোন, তাক ভাবি ভাবৰ অন্ত নাইকিয়া। একোবাৰ ভাবোঁ, মই অকলৈ পৰি থকাত ক'ৰ চিনাকি তিৰোতাজনী আহি এইদৰে চকু মুদাই ধৰিবহি? মোৰ দেখোঁ এনে চিনা-জনা ঘনিষ্ঠ ভাৱ থকা তিৰোতা বন্ধুও নাই—অচিনাকি তিৰোতাই বা এইদৰে হঠাৎ মতা মানুহ এটাৰে চকু মুদাই ধেমালি কৰিব কেলৈ? বাৰু, বয়স কিমান হ'ব—এইবুলি আকৌ খপিয়াই চাওঁ; হাত দুখনি যেচ সুগোল, মণ্ডহে-হাড়ে উত্তমৰূপে লগ লগা, আঙুলিৰ গাঁথিবোৰ পাৰেৰে সৈতে সমান। হাত দুখন দাঙিলত ঘপহকৈ অকস্মাৎ মুখত লাগিল, খপিয়াই চাই বুজিব পাৰিলোঁ—মুখখনি যেন বৰ শুৱনী আৰু কোমল, গাল দুখনি পুৰ, গতিকে পূৰ্ণ যুৱতী ললনা বুলি ভাব নহৈ নেথাকিল। তাতে আকৌ ডিঙিটি খপিয়াই ডিঙিত মণি পিন্ধা জানিব পাৰি তেওঁ যে এজনা ৰূপৱতী

ভুবন মোহিনী কোমলাঙ্গী বসিকা যুৱতী, তাত মোৰ এক ধনিষ্ঠামানো শঙ্কা নেথাকিল।

এনে অকলশৰীয়া অৰণ্যাত লাজ আৰু ভয়ত মোৰ গাৰ নোম-বোৰ শিয়ঁৰি উঠিল। অনেক পৰ চকু মুদ খাই থকা বাবে চকুৰে গোটেইখন ধুৱঁলি-কুৱলী' দেখিছো। লাজত এৰি দিয়া বুলি মুখেৰে মাত দিবলৈকো ভয়ত শৰীৰ কঁপি উঠিছে। ই কি কথা! এনে সময়ত ভবিৰ নাৱনি ফালৰপৰা আকৌ দেখোন এজনী নে এটাই ভৰি দুখনত হেঁচা মাৰি ধৰিলে। হেঁচা মাৰি ধৰিলে হয়, কিন্তু দুখ হলে সনুনকে নেপালো। ধৰাৰ গচ্-গতিবোৰ মন কৰি গাত স্পৰ্শটো গম ধৰি, তেওঁকো মুৰৰ ফালৰ জনাবে নিচিনা বুলি অনুভৱ হ'ল। অনুভৱটো অলপ, এনে অৰণ্যাত ভুল হোৱাবো একো টান নাই। এনে ভাবি অলপ তত্ লৈ গম ধৰি বেছ বুজিব পাৰিলো যে, ভুল হোৱা নাই। কাৰণ—গোটেইজনী মানুহে গাৰ বলেৰে তাইৰ গাৰ ভৰটো দি থিয় হৈছে, তথাপি মই অলপ পাইছো, দুখ পোৱা নাই। গতিকে তিৰোতা মানুহ নহে নোৱাৰে। এইবোৰ ভাবনা-চকৰিত ঘূৰি থাকোঁতেই হঠাৎ মোক যেন দুয়ো দাতি কমোৱা কপাহ বতাহে উৰুৱাই নিয়াদি ওপৰলৈ উৰুৱাই লৈ গ'ল। লৈ গৈ আকাশত মেঘৰ ওপৰত চাকুৰী ঘূৰোৱাদি ঘূৰাই দলি মাৰি শূন্যতে পেলাই দিলে। মই আলাসতে ঘূৰি ঘূৰি দেখিলো কি—চক্ চক্ কৰে বগা প্ৰকাণ্ড মদমত্ত ওকুলা হাতী এটাৰ ওপৰত বগা সাজ-পাৰ কৰা সুন্দৰ যুৱা পুৰুষ এজন উঠি বৰষুৰ মাজে মাজে হাতীটো দৌৰাই ফুৰিছে। এখন হাতেৰে বৰষুবোৰ চপৰাই চপৰাই বতাহত তুলা উৰো-ৱাদি চাৰিওপিনে দলিয়াবলৈ ধৰিছে, আৰু ইখন হাতে এডাল প্ৰকাণ্ড অঙ্কুশ লৈ সময়ে সময়ে সজোৰে আঘাত কৰাত কাঁউৎ কৰি চিঞৰ মাৰি গৰ্জ্জিবলৈ ধৰি, শুঁৰেৰে ৰ্ফুচ্ছ্ক পানীবোৰ দুই ভৰিৰ মাজলৈ মাৰি পঠিয়াইছে। সেই কাঁউৎকৈ মাতোঁতেই মুখৰপৰা নিশাহ ওলাই আহোঁতেই জুইকুৰাৰ দৰে বিদুলিয়াই গৈছে, আৰু গৰ্জোঁতেই হিয়া কঁপি গৈছে। এবাৰ আকৌ সেইদৰে বৰ বলেৰে মুৰত খোঁচ মাৰি দিওঁতেই মোৰ কাণ তালমাৰি গ'ল। হাতীৰ চিঞৰৰপৰা ওলোৱা বতাহত জুই যেন কিবা এটা গোটেইখন আকাশ জলকি জলাই আছি, ক'ৰবাত পৰিবলগে। মযো সেই পিনেই মুহু-কঁহ খাই কৰবাত পৰিলোঁগৈ।

কিছু পৰৰ পিছত, অলপ গাত তত্ আহিলত চাওঁ যে, যুৱতীয়া, কেউপিনে বৰ ওখ প্ৰাচীৰেৰে ঘেৰা ঠাই এডোখৰত বৰষুণত তিতি জাৰত ঠক্-ঠক্কৈ কঁপি চেপেটা খাই পৰি আছো। মনত ভাবিলো যে ইয়াৰ পৰা উঠি গৈ এটা ঘৰত আশ্ৰয় লওঁ, আৰু একুৰা জুই পাৰে কাপোৰ-কানিসোপা সেকি ওকুৱাই গাৰ জাৰ গুচাই লাহে লাহে ঘৰমুৱাকৈ

গতি কৰোঁ। জাৰত হাত-ভৰি ঠেঁৰেঙা লাগিল, চিকুটিলেও সাৰ নোপোৱা হলোঁ। হে ঈশ্বৰ! মোৰ কপালত ভাল বিপদ থৈছিলা। বাস্তৱতে মোৰহে হ'তে-ত'তে এনে 'দশা হয়। অইনে হলে এনে দশাত পৰা নিজগতে থক, মনতো এবাৰ আলচিবলৈ নেপায়। যি হবৰ হ'ল, এতিয়াও নিজৰ ভগা পঁজা পালেই তৰিলোঁ। এই বুলি কেউপিনে চকু ঘূৰাই চাওঁ যে, কতো কেনিও কাৰো ঘৰ-বাৰী নাই। যি ঠাইডোখৰত আছোঁ, হওঁতে সেয়ে বৰ চিকুণ থল। থলডোখৰ মাটি নহয়, (মাৰ্ব্বল) বগা শিলেৰে অতি উত্তমৰূপে কতো যোৰা এটা নথকাকৈ, অৰ্থাৎ মানুহৰ চকুৰে যোৰা আছে বুলি মণিব নোৱৰাকৈ বন্ধোৱা। চাৰিউ দাঁতিৰ প্ৰাচীৰবোৰো চকুৰে দেখিব পৰালৈকে ওখ, সমান, মিহি আৰু সেই বগা শিলেৰেই সজা। প্ৰাচীৰৰ গাটোত বহুত ধুনীয়া লতা-ফুল বছা। ফুলবোৰ দেখিবলৈ এনেহে বড়িয়া যেন জালি পাতি বগা পদুমবোৰহে ফুলি জিৰবিৰাই আছে। ঠাই ভুখৰিও মিহি, সমান, চেঁচা; বাগৰ কাঁহীও তুলনাত হাৰে।

পিছে, ঘৰ-বাৰী নাইকিয়া প্ৰকাণ্ড শিলৰ কাঁহীখনত বাৰি-চাঁহীটোৰে মগাই ফুৰি ভয় আৰু বিস্ময়ত অধীৰ হলোঁ। এবাৰ অকস্মাৎ মাজলৈ চকু কৰি পঠিয়াই দেখোঁ যে, এটা সোণৰ গছাত জুই একুৰাৰ দৰে চাকি এটি জ্বলি আছে। দেখি তধা লাগিলোঁ—এতিয়া দিন নে ৰাতি? দিন নহ'লে, ইমান পোহৰ কিয় হব; অৱশ্যে দিন। নহয়; যদিহে দিন হ'লহেঁতেন, তেন্তে দিনত সেইগছ চাকি জ্বলিব কিয়? ভানুৰ কিৰণত অগ্নি মলিন নহৈ নোৱাৰে। এতেকে ৰাতিহে সঁচা। এইদৰে ভাবিছোঁ হয়; কিন্তু দিন নে ৰাতি তাক সঠিক কৰিব পৰা নাই। ভাবিলোঁ—দিনেই হওক বা ৰাতিয়েই হওক, মোৰ জাৰ গুচিব লাগে, আৰু কাপোৰ-কানি শুকাব লাগে। জুই যে হয়, তাত অকণো আশঙ্কা নাই। হেন জানি মোৰ তাৰ ওচৰলৈকে যোৱাইহে যুক্তি-সঙ্গত। এইবুলি থৰক-বৰককৈ, এখোজ-দুখোজকৈ চাকি-টোৰ পিনে ভৰি আগবঢ়ালোঁ।

গৈ গৈ আমনি লাগিল, একোৰূপে চাকিৰ ওচৰকে নেপাওঁ। যিমান ওচৰ চাপোঁ, সিমান আঁতৰি যায়। আগে সেই বিশ্বব্ৰহ্মাণ্ডৰূপ শিলৰ প্ৰকাণ্ড কাঁহীৰ একাষত আছিলোঁ, অন্ত পাইছিলোঁ। এতিয়া অনন্ত কাঁহীৰ সীমা হেৰুৱাই অনন্ত সাগৰত পৰা যেনহে অনুভৱ হ'ল। মোৰ মনত বৰকৈ উগুল-থুগুল লাগিবলৈ ধৰিলে। একেথিৰে চাকিটোৰ ফালে চকু দি যিমান খৰকৈ পাৰোঁমানে কেৱল মনত তাকে ধাউতি কৰি গৈ আছোঁ, মনত তাৰ হৈছে যেন কত দিন, কত ৰাতি, কত সপ্তাহ, কত মাহ, কত বছৰ, কত যুগ গৈছোঁ, তাৰ একো সীমা-সংখ্যা নাই।

সেইদৰে এক্কেমনে গৈ সেই প্ৰকাণ্ড শিলৰ কাঁহীৰ সোঁ-মাজতে ঘূৰণীয়া ফুলনি বাৰী এখন দেখিলোঁ। ঠাইডোখৰ পায়ে বসন্ত কালৰ ভাব হ'ল। ওপৰলৈ চাওঁ, নীল বৰণীয়া চন্দ্ৰতাপে বিতোপন শোভা বিস্তাৰ কৰিছে, মলয়ানিলে মন্দ মন্দ গতিৰে সকলোকে পুষ্পৰেণুবিলাক বিলাই নিজৰ ৰঙতে মত্ত হৈ চঞ্চল চিত্তে ঘূৰি-পকি ফুলনিৰ শোভা বঢ়াইছে, গছে গছে নানা তৰহৰ অসংখ্য সুগন্ধি ফুল ফুলি ফুলনিৰ মনোহৰ কান্তি সম্পাদন কৰিছে। লাহে লাহে ফুলনিৰ মাজলৈ ভৰি আগবঢ়াওঁতেই গাটো চক্ খাই জিকাৰি উঠিল। হঠাৎ আকৌ মোৰ কি হ'ল ঐ! কেউফালে ঘূৰি-পকি চাই কেনিও একো নেদেখিলোঁ। কেৱল ফুলৰ শোভালৈ চকু দিয়াত দেখিলোঁ ফুল গছৰ তলে তলে মানুহ জাক জাক। মানুহবোৰ নিচেই অকণ অকণ পুতলাৰ দৰে; কিন্তু আকৃতি ঠিক আমাৰ নিচিনা। দেখিবলৈ হলে নিপোটল একোকণি, এনে ভাল। মই দেখি আচৰিত হলোঁ; ভাবিলোঁ, কোনোবা কণ মানুহৰ দেশতহে ওলালোঁহি। আকৌ কণ মানুহবোৰ দেখি বৰ মৰম লাগিছে। গোটাদিয়েক যেন টোপোলা বান্ধি লৈ যাম। এইদৰে ভাবি লাহে লাহে এখোজ-দুখোজকৈ ফুলনিৰ ফালে ভৰি চলালোঁ। যাওঁমানে মনৰ আনন্দই বাৰিষা নৈৰ চল অহাদি ঘনাই ঘনাই বেগেৰে অন্তৰত তোল-পাৰ লগাবলৈ ধৰিলে। মই যেন এজন বৰ জনা-শুনা বহুদৰ্শী বিজ্ঞ প্ৰাচীন মানুহ; সদৰ্পে সু-গম্ভীৰ গতিৰে ৰাজবেশে লগত অনেক পাৰিষদ লৈ দেৱৰাজ ইন্দ্ৰৰ দৰে নিজৰ আনন্দ-কাননত ফুৰিবলৈ গৈছোঁ। মোৰ মন উদাৰ ভাবেৰে পৰিপূৰ্ণ। মোক যোৱা দেখি যেন সম্মান কৰি মলয়া পৱনে চামৰ লৈ শীতল সুগন্ধি বায়ু দি মনত শান্তি প্ৰদান কৰিছে, আৰু মৌ, ভোমোৰা, মইনা, ভাটৌ, কুলি আদি গাওঁতা পক্ষীসকলে সুললিত তানেৰে পঞ্চমত বীণাৰ সুৰ বান্ধি একেলগে সুমধুৰ ৰৱ কৰি গীত গাই কাণ শীতল কৰিছে। মই আনন্দত চেতনা হেৰুৱাই বিভোল হলোঁ। কণ মানুহৰ দেশত বিচিত্ৰ ভোজ-বাজী দেখি আশ্চৰ্য্য নহৈ কোন থাকিব পাৰে? লাহে লাহে গৈয়ে আছোঁ, দেখোঁ কি আচৰিত! মোৰ আগৰ পৰিচিতা কলী আৰু বগী দুয়ো সখী দুই কাষে লগে লগে আহি আছে। তেওঁ-বিলাক দুজনাক দেখি মোৰ মন আনন্দত নাচি উঠিল। মনত আপোনা-আপুনি ভাব আহিল—সম্পদত সকলো ওচৰ চাপে। যেতিয়া সম্পদৰ সূৰ্য্য উদয় হয়, তাৰ লগে লগে আশাৰ জোনেও পোহৰ কৰে। বসন্তৰ বতাহে লগ নেৰে। সৌভাগ্য লক্ষ্মীৰ মনমোহা হাঁহিয়ে সকলোকে আপোন কৰে। সুখৰ প্ৰদীপে দীপ্তি কৰি সকলোকে মোহিত কৰে। পৰ হলেও আপোন হয়। কত বন্ধু-বান্ধৱ আহি ওচৰৰপৰা আঁতৰি যাবলৈ নোৱাৰা পাই ওচৰতে বহি মধুৰ আলাপ কৰি দিন নিয়ায়। ভাগ্যত যাৰ

সম্পদ নাই, তাৰ পৃথিৱীত একো নাই। আকৌ মোৰ মনত পৰিল, ভালেতোহে জ্ঞানীসকলে কয়—

"গগন-নগৰকল্পং সঙ্গমং বল্লভানাং
জলদপটলতুল্যং যৌবনং বা ধনং বা।
স্বজনসুতশৰীৰাদীনি বিদ্যুচ্চলানি
ক্ষণিকমিতি সমস্তং বিদ্ধি সংসাৰ বৃত্তম্।
শৰণমশৰণম্ বা বান্ধবো বন্ধমূলম
শৰণমপি তদাৰাদ্ দ্বাৰমাপদ্ গ্ৰহাণাম্।"

দৰাচলতে সংসাৰ অসাৰ আৰু সংসাৰৰ সকলো অনিত্য, এই ভাবি মোৰ হাঁহি থকা মুখত অলপ বিষাদৰ চিনে ভুমুকিওৱা দেখি, মই কিবা ভয় খাইছোঁ যেন ভাবি, সুগম্ভীৰ ভাৱে কলী সখীয়ে কলে— "ত্বং চেতসি কিমপি ভয়ং মা কাৰ্ষীঃ।" মই এই কথা শুনি অবাক। সখীয়ে দেখোঁ এই ভাষাৰ আগেয়ে মোৰে সৈতে কেতিয়াও কথা পতা নাছিল। আজি কিয় এনে অপূৰ্ব্ব ভাষাৰে মোক তেওঁ কথা কৈছে ঐ। মনত ভাবিলোঁ, অ', মই সেই শ্লোককেটা ভবা জানিলে, মোৰ যে মন বৈৰাগ্য ভাবে অধিকাৰ কৰিছে, তাক বুজ পাইহে এনেকৈ নিৰ্ভয় দিছে। মই কলোঁ, কিহৰ ভয়? বৰং এই ফুলনিত সোমাবৰে-পৰা মোৰ সাহ ক্ৰমে বাঢ়িবহে লাগিছে। এই বুলি কৈ তিনিও ফুলনিৰ ৰূপ-ৰং চাই লাহে লাহে ভিতৰ সোমাই গৈ আছোঁ; মই তকিবকে নোৱাৰিলোঁ, সাউৎ কৰে আমাৰ আগত ৰক্তবৰ্ণা এজনা গোসাঁনী আহি মোৰ ফালে চাই খঙেৰে কলে, "কহিং পথি যাসি?" অৰ্থাৎ কলৈ যাব? মই দেখিয়েই সেই ফুলনিৰ গৰাকী গোসাঁনী বুলি জানি, অতি ভক্তিভাৱে সেৱা কৰিলোঁ। গোসাঁনীয়ে মুখলৈ চাই হাঁহি গেলাই কোমল মাতেৰে কলে,—"ভয় খালি নে? আহ, ভয় নকৰিবি।" এই বুলি ওচৰলৈ মাতি নি সখী দুজনাক কলে,— "তোমালোকে ইয়াক মোৰ ইয়াৰ সকলো দেখুৱাই ফুৰা। কোনোবাই কৰবাত কিবা হকা-বধা কৰিলে, মোৰ কথা কবা। তাতো যদি মাত্তি হৈ এৰি নিদিয়ে, তেন্তে মোক জনাবা।" এই বুলি কৈ গুচি গ'ল। মই দুই সখীৰ লগত মহানন্দে আটাইবোৰ চাই ফুৰিছোঁ। দূৰৰপৰা যে সেই কণ মানুহবোৰ দেখিছিলোঁ, সেইবোৰ কণ মানুহ নহয়; ওচৰৰপৰা দেখিলোঁ, ই! একোজন স্থূলত্বৰ বৰ শকত-আবত মহা প্ৰতিভাশালী সাধু পুৰুষ। বৰ আচৰিত কথা! দূৰৰপৰা ডাঙৰ বস্তুকো অকণমান দেখি! নেজানো—এই চন্দ্ৰ, সূৰ্য্য পৃথিৱীতকৈও কিমান ডাঙৰ একোটা প্ৰকাণ্ড গ্ৰহ! তৰাবোৰো কম ডাঙৰ নহয়। সৌৰ জগতৰ লীলা বৰ আশ্চৰ্য্যজনক। নিলগৰপৰা যিবোৰ অকণ অকণ একোজুপি ফুলগছ বুলি বোধ হৈছিল, সিও বৰ একোজোপা ডাঙৰ ডাঙৰ গছ।

তাকে খুজি আঁতিৰৰপৰা দেখা তৰনী ৰূপতকৈ এতিয়া শোভা হ্রাস হোৱা নাই, বৰং আকৃতি অনুসৰি গছৰ শোভা অনেক গুণে বাঢ়িছে। আটাই-বোৰ যে ডাঙৰ, সিও নহয়; বিধে বিধে ডাঙৰ, সৰু, আৰু মজলীয়া নানা তৰহৰ গছ। গছবোৰৰ শ্যামল জেউতিয়ে চকুত অমৃত ঢালি মনুৰাই আনে। চাই থাকিলে চায়েই থাকিবৰ মন যায়। গছৰ আকাৰ অনুসৰি ফুলবো আকৃতি ডাঙৰ, আৰু ৰং বিতোপন সুগন্ধি কান্তিযুক্ত মনোহৰ চাপ। এই ফুলবোৰক একেবাৰে মৰ্ত্ত্যলোকৰ ফুলেৰে সৈতে বিজাবৰ সাধ্য নাই। বাস্তৱতে দেৱতাবো দুৰ্লভ অমৰাৱতীৰ ইন্দ্ৰৰ ফুলনিৰ ফুলো ইয়াৰ আগত তুচ্ছ। ঠায়ে ঠায়ে ফুলে-পাতে সুশোভিত ধুনীয়া লতা একেবাৰুপিয়ে গছৰ গাতে একাকাৰ হৈ মেৰাই ধৰি ৰমণীয় অপূৰ্ব্ব শোভা সম্পাদন কৰিছে। সেই ফুলনিত মই তিনি জোপা গছ আটাই-বোৰতকৈ ডাঙৰ দেখিলোঁ, আৰু দীঘলেও বহুত দূৰ পাইছেগৈ। চকুৰে তালকৈ মনিব নোৱাৰি। গছৰ ওপৰতে আকৌ একেজোপা ডাঙৰ ডাঙৰ গছ গজি বহুত অসংখ্য ঠান-ঠেঙুলি মেলি প্ৰকাণ্ড ৰহল ঠাই এভুৰুৰি ভুৰি পেলাইছে। তাক দেখি আচৰিত নহৈ নোৱাৰি। তাতে তালেমান পৰ তধা লাগি ৰৈ থকা দেখি মোক ক'লী সখীয়ে সুধিলে—"এই গছ তিনিজোপা চিনি পাইছানে?" মই কলোঁ, "নাই পোৱা, কিহৰ গছ?" তেওঁ কলে, "সোঁহাতৰ জোপা গণিত, বাওঁহাতৰ জোপা সাহিত্য আৰু মাজৰ জোপা দৰ্শন।" এই তিনিজোপা গছক ঘেৰিহে অন্যান্য গছবোৰ আছে। মোক সেই ঠাইৰপৰা সখীহঁতে অইন এপিনে লৈ গ'ল। অলপ-মান গৈয়ে এটা পুখুৰী পালোঁগৈ। পুখুৰীটো মাটিত নহয়; মাৰ্ব্বেল শিলেৰে তলে-ওপৰে কেউদাঁতিয়ে অতি পৰিপাটিকৈ বন্ধোৱা। তাৰ ভিতৰ-খনলৈকে জলজলকৈ নিৰ্ম্মল পানীৰ মাজেদি সুন্দৰৰূপে দেখা যায়। পানীৰ তলভুৰবিও মাৰ্ব্বেল শিলেৰে খুণ্ডত কৰা। পুখুৰীটো চাই তাৰ হয় যেন সমান মাৰ্ব্বেল শিলভোখৰৰ সোঁ-মাজতে ঘূৰণীয়া গাঁত এটা খানি পুখুৰীটো সাজিছে। পুখুৰীত অনেক বিধৰ বহুত ৰকমৰ ফুল ফুলি শোভি আছে। নিৰ্ম্মল পানীত মাছ, কাছ, মগৰ, শামুক, শঙ্খ আদি জল-জন্তুবিলাকে আনন্দ মনেৰে খেমালি কৰি ফুৰিছে। পৰিষ্কাৰ পানীত আটাইবোৰ ফটফটীয়া দেখা গৈছে। অসংখ্য পদুম; তাতে ভোমোৰাবিলাক লৈ গুণগুণকৈ পদুমৰ গুণ বৰ্ণাইছে। অন্যান্য ফুল-বিলাকে মনত বিমল আনন্দ লভি উলাহত হালি-জালি ভোমোৰাৰ গীতৰ লগে লগে হাবিয়াস পলুৱাই নাচিছে। ধৱল কমলত ধৱল কান্তিযুক্তা শুক্লবেশী বীণাপাণি আইয়ে নিজ হাতত বীণা লৈ সুললিত সুৰেৰে বীণা-ধ্বনি কৰি, সকলোৰে হিয়াত আনন্দৰ সোঁত বোৱাই দিছে। অসংখ্য অসংখ্য গাওঁতা ও বজাওঁতা ৰসিকসকলে গীত—বাদ্যত খিতোল হৈ বীণা-

পাখিৰ কেউকাষে বহি মাছুৰ সৌন্দৰ্য্য বৰ্দ্ধন কৰিছে। সকলোৰে মন-প্ৰাণ মোহিত কৰি পৱনে ফুলৰ ৰেণু বিলাই সুগন্ধি বায়ুৰে সকলোৰে হিয়াত শান্তি দান কৰিছে। আহা! এই পৃথিবীৰ অনুপম ৰূপ-ৰং দেখি কাৰ মন-প্ৰাণ মুগ্ধ নহ'ব?

পিছে, আমি সেই ঠাইৰপৰা অলপ আগবাঢ়ি গৈ আকৌ ৰাঙলী গোসাঁনীজনাক দেখা পালোঁ। তেওঁ আমাৰ সঙ্গিনী আগে আগে যাওঁতা বগী সখীজনাক কিবা এটা আঙুলিয়াই দেখুৱাই কলে। তেওঁ তাতে মাত্তি হৈ "ওঁ" বুলি মূৰটি দুপিয়াই সেই পিনেই ৰাঙলী গোসাঁনীৰ লগে লগে ভৰি চলালে; গতিকে আমিও তাকে কৰিলোঁ। অলপ-মান গৈয়ে, এটা ঘূৰণীয়া (মাৰ্ব্বেল) বগা শিলৰ বৰ ওখ দ'লৰ নিচিনা ঘৰ পালোঁগৈ। ঘৰটোৰ গাত বহুত লতাফুল বছা, দেখিবলৈ বৰ সুন্দৰ। তাৰ ওপৰত গছাৰ মূৰত চাকি জ্বলাদি বৰ উজ্জ্বল জ্যোতিৰ্ম্ময় সূৰ্য্যৰ নিচিনা কিবা বস্তু এটাই পোহৰ কৰি আছে। সূৰ্য্য বা জুই নহয়, কাৰণ সূৰ্য্যৰ কিৰণ উগ্ৰ আৰু জুইৰ তাপো তপত। ই তেনে উগ্ৰও নহয় আৰু তপতো নহয়; কেৱল চন্দ্ৰৰ নিচিনা শান্তি ও অমিয়া সনা কিৰণ। তাকে বুলি চন্দ্ৰৰ কিৰণতকৈ বেছি উজ্জ্বল। এইদৰে গুণি-গাঁথি কিহৰ পোহৰ, বস্তুটো কি- তাক একো ঠিৰাং কৰিব নোৱাৰিলোঁ। ৰবকৈ মন থিৰ কৰি চিনিবৰ অভিপ্ৰায়েৰে কিছুমান পৰ চাই আছোঁ হয়, কিন্তু মিছা হ'ল। কিয়নো, ইমান ওখ, তালৈ চকুৰে ভালকৈ মনিবই নোৱাৰে। তাতে আকৌ বস্তুটো এনে জ্যোতিৰ্ম্ময় যে ঘন জ্যোতি ভেদ কৰিও দৃষ্টিশক্তি যাবৰ সাধ্য নাই।

দুয়ো সখীৰ লগত ঘৰটোৰ দুৱাৰ মুখত থিয় হোৱাৰ মাত্ৰকে ভিতৰ সোমাই গৈ চ'বৰ নিমিত্তে বৰ খাউতি হ'ল। মোৰ মনৰ ভাব সখীহঁতে বুজিব পাৰিছিল হবলা, নহলে মোৰ মুখলৈ চাই তেওঁবিলাকে অলপ হাঁহিব কিয়? সেইবোৰ যিবা নহওক, ৰাঙলী গোসাঁনীজনাই সখী দুজনাক কলে, "তোমালোক যোৱাহঁক, কিন্তু বৰ সাৱধানে যাবা, বাটত বহুত ঠগ আছে, ফাঁকিত পেলাই সৰ্ব্বনাশ কৰিব চাবা। সিহঁতৰ বহুত কৌশল আছে, মানুহক প্ৰবঞ্চনা কৰিবলৈ অনেক প্ৰলোভন দেখুৱায়। সিহঁতৰ কথাত এবাৰ কাণ দিলেই সমূলি আহৰি হবাহঁক।" এই বুলি তেওঁ, দুৱাৰ মুখৰ ওচৰতে ভিতৰ ফাললৈ এটা মনোৰম কোঠা আছে, সেই ঠাইতে হেমকান্তি মণিমুক্তাযুক্ত সিংহাসন এখন আছিল, তাতে বহি থাকিল। আমি ভিতৰমুৱা হৈ আগবাঢ়িলোঁ।

ভিতৰ সোমাই দেখোঁ, কি আশ্চৰ্য্য! এই ঘৰটো বাহিৰৰ-পৰাহে মন্দিৰ বা দ'লৰ যেনীয়া দেখিছিলোঁ। কিন্তু ভিতৰ ফালে বিপৰীত কাণ্ড; এখন সিও বিৰাট ব্ৰহ্মাণ্ড। লোকে লোকাৰণ্য তাত অসংখ্য

মানুহ। ঘিৰ দি ৰাটি পাৰলৈ নাই। আহা! তাৰ মানুহে বিবাদ কি বস্তু, তাৰ নামকে নেজানে। সকলোৰে মনত ৰং, সকলোৰে মনত উলাহ, সকলোৰে হিয়াত প্ৰেম, সকলোৰে মুখত হাঁহি; অন্তৰতে কন্দৰে পলে এখন দেৱলোক। ত'ত বুঢ়া বা ল'ৰা নাই; আটাইখিনিয়েই ডেকা আৰু গাভৰু। সকলোৰে ৰূপময়—সিহঁতৰ গাত ৰূপৰহে অলঙ্কাৰ মাথোন। লাহে লাহে ওচৰৰ পৰা চাওঁ, ই কি কথা ঐ! এই নিৰ্দ্দয় ৰূপময় মানুহবোৰৰ মাজত বহুত লোক আছে। মই অনুভৱত পৰৰ 'পধিবলৈ পাই মৰণান্তিক বেজাৰ পালোঁ। মনত ভাব হ'ল যে নিষ্কলঙ্ক বস্তু জগতত নাই। ক্ৰমে বিমান কাষ চাপিলোঁ,—দেখোঁ যে কি ভয়ানক ঘটনা। মানুহবোৰৰ গাৰ ভেকেটা-ভেকেট গোন্ধে ইমান সুগন্ধি ফুলৰ গোন্ধকো চেৰ পেলাই নাকত বেজ-বেজ কৰে ধৰি বাঁতি অহাৰ খুজিছে। অ' ইয়াকেহে কয় "বাহিৰে ৰং ঢং, ভিতৰে কোৱা-ভাতুৰী।" তদুপৰি দেখোঁ যে, মানুহবোৰৰ চৰিত্ৰ বৰ দূষিত। সিহঁতক দেখিবলৈ প্ৰেমিক যেন দেখি; কিন্তু কামত বৰ নিষ্ঠুৰতা প্ৰকাশ কৰিছে। নিলগৰ পৰা যি বিমল শোভা দেখি চকু শাঁত লাগিছিল, এতিয়া ওচৰ পাই শত গুণে কদৰ্য আৰু ঘৃণনীয় দেখি মনত বেয়া লাগিছে। ঠায়ে ঠায়ে মদ, গাহৰী, কুকুৰা লৈ মতা-তিৰোতাই মিলি ভোজ পাতি খাই খলি-য়ালি পাইছে। মইনো ক'ত মৰোঁ ঐ! এই ডেকা-গাভৰুৰ মাজত সোমাই ল'ৰাবোৰে সিহঁতৰ গাত আঁৰ লৈ লুকাই একেলগে বিতহ আমোদত যোগ দিছে। সেইদৰে দুই-চাৰিজন বুঢ়ায়ো সিহঁতৰ লগত মিলিবলৈ লাজ কৰা নাই। উস্! ই কি বিপৰীত কাণ্ড! কোনো কোনো ঠাইত মুনিহ-তিৰোতা সকলোৱে মিলি ভাং, ঘোঁটা, মজুম আদি ৰাগি লগা বস্তু খাই বিতত হৈ ফুৰিছে। একোজনে মুখত বৰ বৰ একোটা চেলুৱাই, কোনোৱেবা মজাৰ্থপাত, কেৰেবা বাত্তি চাই খাই গোটেইখন ধুঁৱলী কৰিছে। আকৌ এঠাইত অনেক ভকত মিলি কানিগানৰ খোলা পাতি ভলী উৰাই, মুখত কিৰা-কিৰি পকাইয়াই ৰাগিত লাল-কাল হৈ জলকা লাগি বৈ আছে। এই আটাইবোৰ মানুহৰ মন কেৱল ইন্দ্ৰিয়-সুখ চৰিতাৰ্থ কৰিবৰ নিমিত্তেই উন্মত্ত আৰু উন্মাদ হৈছে বুলিছে জানি। এনে ঘোৰ মদপী, দুৰ্ঘোৰ ভণ্ডুৰা আৰু ভাং কানীয়া মানুহবোৰৰ আপচু স্বভাৱ-চৰিত্ৰ দেখি মনত বৰ বিস্ময় আৰু ঘিণ লাগিবলৈ বাকী নেথাকিল। হায়, হায়! তাৰ পচা গোন্ধে মগজুৰ কান্ধত উঠি নাকৰ লগত ভয়ানক যুঁজ পাতিবলৈ ধৰিলে। দুৰ্গন্ধৰ প্ৰতাপত বিমান সোনকালে সেই ঠাই এৰিব পাৰোঁ, সিমান ভাল যেন বিবেচনা কৰি লৰালৰিকৈ ভৰি চলাবলৈ ধৰিলোঁ। পিছে কেবাজনমান আগবাঢ়ি গৈ সেই ঘিণ লগা লেতেৰা ঠাইৰ পৰা বজা-বাণীক দেখা

পাৰোঁ। ৰজা-ৰাণী দুয়ো ফুলৰ ধুনীয়া সিংহাসনত মহাৰঙে বহি আছে। ৰজাৰ হাতত ফুলৰ ধেনু-কাঁড়, আৰু ৰাণীৰ হাতত ফুলৰ মালা। তেওঁবিলাক দেখিবলৈ বৰ ভাল। মনত ভাব হ'ল যেন এই ৰজা-ৰাণীয়েই সকলোৰে মূল। এওঁবিলাকৰ পোহৰতে সকলোৰে এনে উজলী ৰূপ লাভ কৰি টিমিল-মিলাই ৰংকৈ ফুৰিছে। ৰজা-ৰাণীয়ে তেওঁবিলাকৰ মৰমৰ প্ৰজাবোৰৰ লীলা-খেলা চাই আনন্দত হাঁহি আছে। তেওঁবিলাকৰ ৰূপ দেখি মোৰ মনটো বৰ ভাল লাগি মোহিত হৈ সেই ৰাজ্যৰে প্ৰজা হৈ থাকিবৰ ইচ্ছা হ'ল। সেই সময়তে মোক টান মাৰি সখীহঁতে ওপৰলৈ তুলি লৈ গ'ল। সেই মনমুগ্ধকাৰী ৰূপ চকুৰপৰা আঁতৰিলত জানিবা মনৰপৰাও আঁতৰিল। মই তেহে ৰক্ষা পৰিলোঁ। সেই সময়তে ক'লী সখীয়ে মোক ক'লে, "আজি তোমাক গত লগালে-হেঁতেন, মইহে ৰাখিলোঁ।" মই বিচুতি হৈ ক'লোঁ, "আই ঔ! কিনো কয় ঐ! কি ভূত লগালেহেঁতেন? তুমি মোক টানি আনি বেয়াহে কৰিলা।" এই বুলি কোৱাত ক'লে, "সেই ফুলৰ ধেনুখনেৰে কাঁড়-পাট মাৰি পঠোৱা হ'লে তুমিও আজি সেই ৰজাৰে প্ৰজা হৈ থাকিব লাগিলহেঁতেন। তুমি কোন পদাৰ্থ? কত যোগী-মুনিকো সেই শৰে বিন্ধি থকা-সৰকা কৰিছে, তাৰ কি সীমা আছে? স্বয়ং শূলপাণিয়েও এসময়ত উন্মাদ হৈ জ্ঞান হেৰুৱাই বিভোল হৈছিল।"

কথা অন্ত হোৱা মাত্ৰকে ৰঙী সখীয়ে মোক আঙুলি টোঁৱাই এঠাইলৈ দেখুৱালে। চাওঁ কি! ইও অইন এখন সুকীয়া ৰাজ্য। ইয়াত ল'ৰা-ছোৱালী ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলো আছে। আটাইবিলাকৰে চকুবোৰ ৰঙা, অন্তৰত মৰমৰ লেশমাত্ৰ নাই। ভাবি-হুঁকি, গালি-শপনি, মাৰ-কিল, হাই-উৰুমিৰে গোটেইখন কোলাহল লাগি আছে। ইয়াত মৰা-মৰি, কটা-ছিঙাৰ বাহিৰে কাৰো আন একো বন নাই। গোটেই ৰাজ্য মাথোন ধ্বংসময়। পানী কেঁচুৱাৰেপৰা আদৰ বুঢ়ালৈকে ধ্বংসশূন্য প্ৰাণী নাই। ডকাইত, ঠগ, চোৰ আদি অনেক দুষ্ট মানুহ এই ৰাজ্যত বাস কৰিছে। সদায় খঙৰ বশীভূত হৈ হাই-উৰুমিত থাকি, সেই অনু-সৰি সিহঁতৰ হৃদয়ো গঠিত হৈছে। হিতাহিত বোধ হেৰুৱাই দিনে-ৰাতি তাতেই দিন নিয়াৰ লাগিছে। দেহি! শান্তি কেনে বস্তু সিহঁতে নেজানে। কি কৰা ভাল, কাক কেনেকৈ মান, মৰম, শ্ৰদ্ধা আৰু ভক্তি কৰিব লাগে, তাক সমূলি নেজানে। জানিলেনো ঘৈণীয়েকে গিৰীয়েকক, জীয়েকে মাকক, পিতেকে বাপেকক, ভায়েকে ককায়েকক, এনে অবচন প্ৰয়োগ আৰু হতাহতি কৰি খং ৰিপু চৰিতাৰ্থ কৰিবলৈ যায়নে? ইয়াত সকলোৰে বিপৰীত মতি, কেৱল খং মূৰ্তি। মাৰো-কিলোওঁ ভাবৰ বাহিৰে আইন দেখা নেযায়। খঙাল মানুহবোৰৰ উগ্ৰ স্বভাৱ, ক্ৰোধাগ্নিপূৰ্ণ হৃদয়

দেখি মনত বৰ দুখ লাগিল। হঠাৎ তাত এহাল মতা-মাইকী দেখিলোঁ। সিহঁত হাল জুইৰ কুণ্ড এটাত বহি আছে। মতা-মাইকী হালৰেপৰা যেন এই কুণ্ডে সকলোবোৰে অন্তৰত ঠাই পাইছে। সিহঁতক দেখা মাত্ৰে মোৰ এনে ভাৱ হ'বলৈ ধৰিলে, যেন এখন কাঁহীত তেল ঢালি কেউদিনে বহুত বন্তি পকাই দি জুই লগাই দিলে। এনেকুৱা কাঁহীবোৰেপৰা যদি আটাই কিছুমান বন্তি যেনেকৈ সমানে জ্বলি থাকে, সেইদৰে এই ধং-পূৰ্ণ অগ্নিময় মূৰ্ত্তিহালৰেপৰা সকলো উত্তেজিত হৈ ধং প্ৰকাশ কৰিছে। এই হালেই এই অশান্তিপূৰ্ণ প্ৰদেশৰ ৰজা-ৰাণী। ইহঁতক ভাবি চাই থাকোঁতেই সেই ৰজা-ৰাণীৰ গতি-মতি, ভাব-ভঙ্গী, ৰীতি-নীতি দেখি মোৰ মনত ভয় লাগিল। মোৰ হাড়-ভৰিবোৰ কোঁচ খাই যেন পেটত সোমাই যায়, এনে অনুভৱ হ'বলৈ ধৰিলে। সখী দুজনাই মই ভয় খোৱা বুজিব পাৰি মোক সাউৎকৈ আকৌ তাৰ ওপৰৰ খাপলৈ তুলি লৈ গ'ল।

ওপৰ খাপ পাই দেখিলোঁ যে, সিও এখন বিভগ্ন সুবিস্তীৰ্ণ ৰাজ্য। ইয়াতো মতা-মাইকী, ল'ৰা-বুঢ়া আৰু যুৱক-যুৱতী সকলো ৰকমৰ মানুহ আছে। মানুহ বুজিলোঁ হয়; কিন্তু ইহঁতক মানুহ বোলাত কিছু দোষহে ঘটিছে। কিয়নো সিহঁতৰ স্বভাৱ-চৰিত্ৰ, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, মতি-গতি আটাইবিলাক বিপৰীত ভাবাপন্ন। আৰু দেখিবলৈকো আকৃতিত পিশাচৰ নিচিনা আকাৰ, মূৰটো ওপৰৰ ফাললৈ জোঙা, তলৰ খুঁতৰিৰ পিনলৈ বহল, চকু দুটা গাঁত, ডিঙিটো সৰু আৰু দীঘল, আগপ গঁৰলীয়াৰ দৰে, বুকুখন ঠেক আৰু খাল, পেটটো ডাঙৰ আৰু ওখ, ভৰি-হাতৰ গাঁথিবোৰ ওলোৱা, ভৰিৰ কলাফুল নাই-কিয়া। গাটো শাঁও বৰণীয়া আৰু খহটা, গাৰ তেনেই ক'লা সিৰবোৰ ওলাই আছে। দেখিবলৈ বৰ অশুৱা, আৰু মনত ৰাক্ষস বুলি ভয় নেলাগি নোৱাৰে। সিহঁতৰ খাবলৈ ইমান হুতাহ, গোটেইখন পৃথিৱী পেটত ভৰালেও যেন হেঁপাহ নপলায়। বৰ ধপলা-ধপল ওঁঠ দুখনেৰে সৈতে বহল মুখখন মেলি পেটত কিবা-কিবি সুমুৱাবলৈকে যেন টনকা মাৰি ৰৈ আছে। সিহঁতৰ খোৱাৰ বাহিৰে তাত যেন আন একো কাম নাই। দিনে-ৰাতিয়ে নাও-পেট ভৰাবৰ ধাউতিতে গাত তৎপৰ নাই। মোৰ আগেয়ে কেতিয়াও এনে ধকুৱা মানুহ চকুত পৰা নাছিল। ইটোৰ মূৰত ঠাওন মাৰি সিটোৱে উদৰ পূৰ্ণ কৰিছে। হায়, হায়! ঈশ্বৰে সিহঁতক সিজিলে ইয়াকেহে মাথোন কাম খিৰাং কৰি দিছে? কি কথানো ঐ? এনে খাবলৈ লোলোপৰা দেশতো দেখোন ৰজা-ৰাণী আছে। ৰজা-ৰাণীকো আকৃতি, অৱস্থা আৰু কাৰ্য্য সিহঁতৰে নিচিনা। অকল দেখে চালে ইয়াকো বুজিব পাৰি যে, সেই ধকুৱা ৰাজ্যৰ অধিপতি হোৱাৰহে সকলোতকৈ একটো বড়া। গতিকে, ৰাজতন্ত্ৰকে সিহঁত-

হালৰহে অনেকাংশে হীনাৱস্থা আৰু দুৰ্গতি। এই পোটেই বিৰাট ব্ৰহ্মাণ্ড-খন পেটত সুমুৱালেও যেন সিহঁতৰ দীঘল প্ৰকাণ্ড নাও-পেট দুটা নভৰে। এই দেশৰ অৱস্থা দেখি মোকো গিলি খায় বুলি মনত শঙ্কা লাগিল। ৰজা-প্ৰজা সকলোৰে গতি-মতি চাই ভয়ত হিয়া নজৰা মানুহ মই চাওঁতে পোৱা নেযাব। সখী দুজনাৰ মুখলৈ চাওঁতেই মোৰ মুখৰ আকৃতি দেখি ভয় খাইছোঁ বুলি বুজিব পাৰিলে। আৰু মোক দুয়ো মিলি ওপৰলৈ টান মাৰি লৈ গ'ল। উস্! তেতিয়াহে মোৰ মুখলৈ পানী আহিল।

সৈ এইখন আকৌ অইন ৰাজ্য পালোঁগৈ। প্ৰথমে সেই ঠাই পোৱাতে মোৰ মন আনন্দত নাচিবলৈ ধৰিলে। এই দেশতো নানা ৰক-মৰ মানুহ আছে, তেওঁবিলাকৰ মুৰ-শিতানৰ মেজত বৰ বিতোপন আৰু প্ৰকাণ্ড প্ৰকাণ্ড আইন, বিজ্ঞান, দৰ্শন, গণিত আদিৰ অমূল্য গ্ৰন্থাদি দেখি মনত বৰ সন্তোষ পালোঁ, আৰু ভাবিলোঁ—এইখনেই পণ্ডিতৰ দেশ, এওঁবিলাক অদ্বিতীয় জ্ঞানী। ইয়াতে এওঁবিলাকৰ লগৰা হৈ থাকিব পাৰিলেও অজ্ঞানৰূপ তামসৰ হাত সাৰিব পাৰিম। এই ভাবি ঘূৰি-পকি চাওঁ দেখোন আটাইবোৰ টোপনিত লাল-কাল। সিহঁতৰ গাত যেন জুই একুৰা লগাই দিলেও সাৰ নেপায়। ইহঁতে যেন নিদ্ৰা দেৱীৰ মিচেই কুমলীয়া পানী কেঁচুৱা সন্তান-সন্ততিৰ দৰে সদায় কোলাৰ বাহিৰে অইন ঠাইত থাকিবৰ মন নকৰে। কাৰোবা নাক বাজিছে, কাৰোবা কমাৰৰ ভাতী ভাৱ দিয়াৰ দৰে মুখৰ নিশ্বাস-প্ৰশ্বাসত ফচ্-ফচ্‌কৈ শব্দ হবলৈ ধৰিছে, কাৰোবা ডিঙিৰপৰা ঘৰঘৰকৈ সততে শব্দ হৈয়ে আছে। এইদৰে সকলোৱে এই দেশত দিন নিয়াৰ লাগিছে। মূৰ্চ্ছা অৱস্থাত মানুহবোৰ থকা দেখি মই বিচুতি নহৈ নোৱাৰিলোঁ। মোৰ তাহানিখনৰ ৰজাৰ দিনৰ খোদৰ কথা মনত পৰিল। ইহঁতহে আচল খোদ। ইহঁত কিয় মূৰ্চ্ছিত হৈ আছে? কিহবাৰ ৰাগিত ভোল গৈ আছে হবলা। ভয়াই ঐ! সৌৱা দেখোন মেজৰ তলত একোটা দীঘল দীঘল চিলিম মঠলা ফটাকানি একোতোখৰেৰে সোপা দি উবু-বিয়াই থোৱা আছে। মেজৰ ওচৰলৈ গৈ চাওঁ দেখোন মেজা কিতাপ মেলাতে আছে; মাজে মাজে জঁটীয়া মোহনী ভাঙৰ কলি একোটা সুমাই চিন দি থৈছে। এই টোপনিত লাল-কাল খোদৰ দেশতো ৰজা-ৰাণী নাইকিয়া হৈ থকা নাই। সেইহালহে ঘাই মুখিয়াল মানুহ। তেওঁ-বিলাকৰেপৰা সকলোকে টোপনিয়ে চকুত জাল খেৱাইছে। এইবোৰ ভাবি-চিন্তি মোৰো চকু দুটি মুদাই নিয়ে যেন লাগিল। সিহঁতৰ দৰে মইয়ো মূৰ্চ্ছা যাব লাগিলে কথাৰে আহৰি ভাবি, ৰবা-ঢাৰিকৈ সেই ঠাই এৰিবৰ মনেৰে উস্-আস্ কৰিবৰ দেখি সখী দুজনাই মোক তাৰো জল-

বৰ খাপতে হাতত ধৰি লৈ গ'ল। মহো এনেহুৱা, খাই-খাহৰী, কুম্ভকৰ্ণৰ দেশ এৰিবলৈ পাই বাইথ পালো বুলি মুখৰ তালুত হাত ফুৰালো।

ওপৰৰ খাপত আৰু অইন এখন বিতথ দেশ দেখা পালোঁ। তাৰ মানুহবোৰে নানা তৰহৰ সাজ-পাৰ কৰি বুকু ওফোন্দাই সদৰ্পে মেদিনী দলদোপ-হেন্দোলদোপকৈ কঁপাই ফুৰিছে। এনেকৈ তেম পাতি মুখ ওলোমাই আছে যেন এওঁবিলাকেই চূড়ান্ত মানী আৰু জ্ঞানী, আৰু মতি-গতি দেখি বুজিব পাৰি যে এওঁবিলাকে অইনক তৃণতাজতকৈও পাতল যেনহে ভাব কৰে। কেও বা ভাউচনৰ বুট, ঠেঙা টুপী, কোট পিন্ধি মুখৰ আগফালৰ চুলিবিলাক দীঘলকৈ ৰাখি, পিছফালৰখিনি চকলাকৈ চাটি, মূৰত নানা ৰকমৰ সুগন্ধি মনমোহা তেল ঘঁহি, অভিমানত চকু দুটা ঘূৰাই মেচেলা-মেচেলিকৈ থিয়ে খোজ দিছে, কি চাবা। মহামূৰ্খ, বুকত কুঠাৰ মাৰিলে 'ক' বুলিব নোৱৰা একোজনে অহঙ্কাৰত জনা-বুজা পণ্ডিতকো হেয় জ্ঞান কৰি টিম্নিল-খিলাই ইতিকিং কৰি ফুৰিছে। এই দেশখনৰ মানুহবোৰৰ গগৰ বাহিৰে অইন একো সম্পত্তি নাই। পৰম পিতা ভগৱানে কেৱল সিহঁতৰ শৰীৰত গা অঁটোৱাৰ বাজে অইন বল, আৰু দৰ্পৰ বাহিৰে মনত অইন গুণ একো নিদিলে যেন দেখা যায়। আগেয়ে পাই অহা দেশবোৰৰ যেনেকৈ ৰজা-ৰাণী আছে, সেইদৰে ইয়াত দেখা নেপালোঁ। ইয়াত কোনেও কাকো তোচ্ নকৰে, নিজে নিজেই একোজন নগতা-ফুকন। এওঁবিলাকৰ মুখত পৰনিন্দা ও তাচ্ছিল্যৰ বাহিৰে অইন কথা ববকৈ শুনিবলৈ নেপালোঁ, কেৱল কোনে ক'ত খালে, কাৰে ক'ত বাদ হ'ল, আৰু নিজক কোনে ভাল বুলি লোকক বেয়া বুলিলে, এইবিলাক কথাৰে লোকৰ হীনতা প্ৰমাণ কৰি নিজৰ শ্ৰেষ্ঠতা প্ৰকাশ কৰাই ইহঁতৰ দিনে-ৰাতিয়ে চেষ্টা। মইমতালি গুণত সিহঁতে সমাজ কি বস্তু, তাকো সমুজি নুবুজে। কিছুমান মানুহ লগ-লাগি এটি এটি সৰু সৰু দল বান্ধি আমি ডাঙৰ, আমি মানী, আমি চহকী, আমাৰ দল কাৰো লগত মিহলি নহৰি, মিহলি হৈ অইনৰ লগত মিল হলে দণ্ড কৰা যাব, এই বুলি অহঙ্কাৰীহঁতৰ গাত ভত্ নাই; বুকু ওফোন্দাই ফুৰিছে। সিহঁতে এবাৰ আমাৰ ফালে চকু দিলেই যেন আমিও গৰ্ব্বৰ বশীভূত হৈ তাতে সিহঁতৰ লগতে থাকোঁ, এনেকুৱা ভাবযোৰ আকাশত চিলনীয়ে ঘূৰি ফুৰাদি নিমিষতে হৃদয় এক্সাৰকৈ ধৰাবলৈ ধৰিলেহি। লাহে লাহে যেতিয়া মই সিহঁতৰ ওচৰ চাপিলোঁ, তেতিয়া দেখিলোঁ যে সিহঁতৰ গোটেই গা ধৰে ধৰা ক্ষণৱীয়া, ধজুৰতিত মাখি হাজাৰোৰ ছিপি খুদ খুদ হৈ উৰি লৈছে। কাপোৰ-কানি পিন্ধা দেখিছে মিলনবৰখা দেখিবলৈ শুকনী দেখিছিলোঁ। এতিয়াহে বেছকৈ বুজিব পাৰিলোঁ, দেহি! কৌল-মহীহঁতৰ এহাত কাপোৰৰ দুহাত দহি ওলোমাই

ম'হাৰ দৰে টকচাকি ধৰি ফুৰিছে। সিহঁতৰ মন যে ইমান তথাং, তাক দেখি মনত ভাবিলোঁ, হে ঈশ্বৰ! ইমান দিন এনে মানুহ কতো দেখা নাছিলোঁ, এতিয়া দেখি বৰ বিস্ময় হলোঁ, আৰু বেজাৰ পালোঁ। মোৰ মুখত বেজাৰৰ চিন দেখা পোৱা মাত্ৰকে সখীহঁতে মোক তৎক্ষণাৎ ওপৰৰ অইন এখন দেশলৈ তুলি লৈ গ'ল।

ওপৰ খাপত এইখন আকৌ ৰৰ-চকুৱা মানুহৰ দেশ পালোঁগৈ। তাৰ মানুহবোৰৰ তাওৰ চকুবোৰত জুই জ্বলি আছে। চকুৰে যিহকে চায়, সেয়ে পুৰি ছাই হৈ যায়। এইখন ভাল জুই লগা দেশ বোপা ঐ। লৰাবৰপৰা বুঢ়ালৈ একে প্ৰকৃতিৰ মানুহ। আটাইবোৰৰ বুকু-খন পুখুৰী যেন খাল, ঘোপমৰা এন্ধাৰ, দেখিলেই ভয় লাগে। সিহঁতৰ ভিতৰতে চকুৰ জুইৰে ইটোৱে সিটোক পুৰি ভস্ম কৰা-কৰি কৰিছে। ইয়াতো যে ৰজা-ৰাণী নাই, এনে নহয়। ইহঁতৰো ৰজা-ৰাণীয়েইহে মূল। সিহঁতৰপৰাহে অইনেও চকুত এনেকুৱা জুই লাভ কৰিছে। সিহঁতৰ আলেখ-লেখ দেখি মোৰ হিয়া ভয়ত ঠক্ ঠক্কৈ কঁপিবলৈ ধৰিলে। কেনেকৈ পিৰিস্কৈ সিহঁতৰ চকুৰপৰা আঁতৰ হওঁ, মই মনে মনে তাকেহে ভাবিবলৈ ধৰিলোঁ। এনে ভয় অইন কোনো ঠাইত খোৱা নাছিলোঁ। পুৰি ছাই-ভস্ম কৰি জীৱনৰ অন্ত কৰে বুলি ভয়ত হিয়া-খনি কঁপি মুখত পানী নাইকিয়া হ'ল। মোৰ মুখত ভয়ৰ চিন দেখি সখী দুজনা ওচৰ চাপি আহিল। দুইজনাই দুকালে দুখন হাত ধৰি নিৰ্ভয় কৰিলে, আৰু সৰহ পৰ তাত পলম নকৰি, অতি শীঘ্ৰে ওপৰৰ ফাললৈ দাঙি নিয়াদি ঘগহকৈ লৈ গ'ল। ওপৰ পাই সিহঁত মোৰ চকুৰ আঁতৰ হোৱাতহে গাত তৰণি পালোঁ। তৰণি পালোঁ হয়, কিন্তু হঠাৎ মনৰপৰা ভয়টো আঁতৰা নাছিল। মনৰ অৱস্থা ক্ৰমে ক্ৰমেহে সবল হৈ আহিবলৈ ধৰিলে। হিয়াত আশাৰ সঞ্চাৰ হ'ল। নমৰোঁ, পুৰি ছাই-ভস্ম কৰিব নোৱাৰে বুলি মন স্থিৰ হ'ল। লাহে লাহে ভয়ো পাতল পৰি মুখলৈ পানী আহিল। ঈশ্বৰক স্মৰণ কৰিলোঁ, আৰু মনে মনে নথৈ ধন্যবাদ দিবলৈ ধৰিলোঁ।

এতিয়া যিখন দেশ পালোঁ, এইখন অতি উত্তম দেশ। ইয়াত, তলত দেখি অহা কোনো দেশৰে সৈতে একো সম্বন্ধ নাই। ইয়াৰ মানুহ-বোৰৰ ভাব দেখি মোৰ মনত বৰ ৰং লাগিল। ই কোনো দেৱতাৰ ঠাই যেনহে মনত ভাব হ'ল, কাৰণ ল'ৰাবৰপৰা বুঢ়ালৈ, মতাৰপৰা মাই-কীলৈ সকলোৰে হিয়াত আনন্দ, মনত ৰং। সকলোৱে সকলোলৈকে মৰম-চেনেহ, শ্ৰদ্ধা-ভক্তি; সকলোৰে মাজত মিলা-প্ৰীতি, সকলোৰে উলাহ, সকলোৱে সকলো ৰকম সুখত দিন নিয়াব লাগিছে। এইখনি প্ৰকৃত শান্তিৰ ৰাজ্য। ইয়াত কাৰো হাই-উৰুমি নাই, কেৱল শান্তিপূৰ্ণ। আহা!

হীয়াতে যেন আমি সদায় থাকিম। এই দেশত এই দেৱতাসকলৰে ভৃত্য হৈ থাকিলেও যেন অইম দেশৰ ৰজাৰো বৰ্হা সুখ ভুজিবলৈ পাম। এই দেশত থকাৰ বাহিৰে যেন মানুহৰ জীৱনৰ অইন একো উদ্দেশ্য নাই। মোৰ মনত সেই ঠাই পাবৰেপৰা এনেবিলাক ভাৱ আহি খেলাবলৈ ধৰিলে। মুখত হাঁহিয়ে, হিয়াত হৰিষে, মনত শান্তিয়ে ঠাই ললে। মোৰ সুখৰ যেন আদি-অন্ত নাই। মই দুখীয়া হৈও সুখীয়া, নিচলা হৈও চহকী, মূৰ্খ হৈও জ্ঞানী, নজনা-নুবুজা, অজলা-অ'কৰা হৈও জনা-বুজা, টৈঙৰ-চতুৰ যেন মনত ভাব আহিবলৈ ধৰিলে। মোৰ উৎসাহৰ অন্ত কোনে পায়? তাত কেইটামান শকত-আৱত, লোট-পোটকৈ ধুনীয়া, বৰ চেনেহ লগা ল'ৰা দেখা পালোঁ। সিহঁতৰ নিচিনা শুৱনী ল'ৰা মই কতো দেখা মনত পৰা নাই। সিহঁতৰ লগতে তেনে লাৱনী, শ্ৰীমতী, দেখিলে মন-প্ৰাণ হৰা ছোৱালী কেজনীমান দেখা পালোঁ। ল'ৰা-ছোৱালীবোৰৰ মাত এনে কোমল! কথাবোৰ এনে মিঠা! সিহঁতৰ নিচিনা নম্ৰ ল'ৰা-ছোৱালী সেই ঠাইৰ বাহিৰে আৰু ক'তো নাই। কিছুমান ৰূপৱতী যুৱতীয়ে সোণৰ কাঁহী লৈ ধুনীয়া ধুনীয়া নানা ৰকমৰ সুগন্ধি ফুলৰ বিতোপন মালা গাঁথিছে। সিহঁতৰো মৌ-বৰষা কথা, অমিয়া-সনা মাত; এবাৰমান সিহঁতৰ সেই মনমোহা কথা শুনিলে এই জনমত কাণে কেতিয়াও পাহৰিব নোৱাৰে। কেজনামান আদহীয়া তিৰোতা দেখিলোঁ, তেওঁ-বিলাকৰো কথা-বাৰ্ত্তাৰ মোল নাই। সেই সৰু ল'ৰা-ছোৱালী আৰু যুৱতীকেজনাৰ যেন এই কেজনা মাক, মনত এনে ভাব হ'ল। মাক ভাল নহলে এনে ভাল ল'ৰা-ছোৱালী কেতিয়াও হব নোৱাৰে। বাস্তৱতে এই-সকলেই আদৰ্শ ল'ৰা-ছোৱালী। শান্তিৰ ৰাজ্যত এনে আদৰ্শ মূৰ্ত্তি নেথাকি থাকিব ক'ত? মোৰ মনত যি ভাবৰ চৌৱে খলকি লগাবলৈ ধৰিলে, তাক প্ৰকাশ কৰিবলৈ ভাষা নাই; কেৱল মোৰ অন্তৰেহে বুজিব পাৰে। আহা! কি অপূৰ্ব্ব দৃশ্য! কি বিতোপন জ্যোতি! মই যে নিলগৰপৰা কিবা জুই যেন বুলি ভাবিছিলোঁ, জুই নহয়; এজন ষূলতৰ জ্যোতিৰ্ম্ময় মহাপুৰুষ মণিময় ৰত্ন-সিংহাসনত বহি বিমল সুধা বৰিষণ কৰিছে। এওঁক মুনিসকলে, তপস্বীসকলে, সাধুসকলে, ধাৰ্ম্মিকসকলে একাগ্ৰচিত্তে পূজা কৰিছে। আহা! কি মনোহৰ থল, কি পৱিত্ৰ ভাবপূৰ্ণ শান্তিৰ ৰাজ্য! ই কি স্বৰ্গৰাজ্য, এওঁ কি ঈশ্বৰ, ই কোন দেশ? মনত এই প্ৰশ্নবোৰ আপোনা-আপুনি আহিবলৈ ধৰিলে। আমি লাহে লাহে সেই জ্যোতিৰ্ম্ময় মহাপুৰুষৰ ওচৰ পালোঁগৈ। সখী দুজনাই আঠুকাঢ়ি সেৱা কৰিলে, লগে লগে মযো কৰিলোঁ। সেই ল'ৰা-ছোৱালীবিলাকে আগেয়ে আমাক আচহুৱা মানুহৰ দৰে নিলগৰেপৰা চাইছিল; এতিয়া আমাৰ ওচৰ চাপিল। যুৱতীকেজনাই ফুলৰ মালা একোধাৰি আনি আমাৰ মুৰত পিন্ধাই দিলে; আৰু সেই

আলহীৱা ৰাগহী দেৱীকেজনাই বিশেষ যত্ন কৰি, নানা ৰকম ফল-মূল দি অভ্যৰ্থনা কৰিলে। তেওঁবিলাকৰ মধুৰ সম্ভাষণত মন মোহিত আৰু প্ৰাণ শীতল হৈ গ'ল। সখী দুজনাই মোৰ মুখলৈ চাইছিল—চাওঁতেই যেন চকুৰে মোৰ অন্তৰত "কেনে সুখ, কেনে শান্তি, কেনে ঠাই দেখুৱালোঁ চোৱা"—এই কথাবোৰ যেন সুমুৱাই দিলে। মই ৰৰ বং পাই তেওঁবিলাকৰ মনে মনে শলাগ ললোঁ। মনত ভাব হ'ল, তেওঁবিলাকে যেন মোৰ কথা বুজিলে। আহা! এনে দেশত মুখেৰে নেমাতিও অন্তৰৰ ভাব অন্তৰে অন্তৰে কোৱা-মেলা কৰিব পাৰি। এনে দেশত থকাইহে মানুহৰ কৰ্ত্তব্য, এতেকে মই আৰু উভতি অইন ঠাইলৈ নেযাওঁ। ই ৰৰ ওখ ঠাই, তাৰপৰা গোটেইখন পৃথিৱী দেখা পায়। কেউপিনে ঘূৰি-পকি আটাইবোৰ দেশ দেখিলোঁ। মনত নিশ্চয় হ'ল, এয়ে দেৱলোক, ইয়াৰপৰা মৰ্ত্ত্যলৈ নেযাওঁ। ই অমৰ ৰাজ্য, শান্তিৰ আলয়, ইয়াতে থাকোঁ,—এইদৰে ভাবি থাকোঁতেই মোৰ হাতত বগী সখীয়ে জ্যোতিৰ্ম্ময় পুৰুষৰ বাওঁ হাতৰপৰা অতি উত্তম, দেখিবলৈ ধুনীয়া মহামূলীয়া লাখুটি এডাল দিলে। মই লাখুটিডাল হাতত লৈয়েই ওপৰলৈ উৰি যাওঁ যেন লাগিল। ক'লী সখীয়ে তেহে লাখুটিডাল থাপ মাৰি ধৰি মোৰ হাতত মুঠি মাৰি, মোৰ হাতলৈ লাখুটিডাল দি চাবলৈ এৰি দিলে। মই লাখুটি লৈ কঁকালত ইমান বল পালোঁ, যেন মোৰ মন পূৰ্ণ হ'ল। অকলৈ পৃথিৱী গোটেইখনকে জিনিব পাৰিম, আৰু হিয়াত ইমান উদাম হ'ল যেন মই মহাপৰাক্ৰমী, মোৰ সমান বলী জগতত অইন কেও নাই। এনে অৱস্থাত থাকোঁতেই বগী সখীয়ে মহাপুৰুষৰ সোঁ হাতৰপৰা সোণৰ বাখৰামী বিতোপন চুঙা এটা ক'লী সখীৰ হাতত দি কলে, "ভালকৈ দেখুৱাই বুজাই দিয়া।" ক'লী সখীয়ে পিছে, সেই চুঙাটো জোৱা দেখি মই চালোঁ। চুঙাটোৰ এপিনে জোঙা, সৰু, আৰু আনপিনে ডোটা, ডাঙৰ। ডাঙৰ পিনে মোক চকু দি চাবলৈ দিয়াত চাওঁ যে, ই! গোটেইখন জগত তাৰ ভিতৰতে। মই পৃথিৱীৰ য'ত যি দেশ দেখিলোঁ, তাত আটাইবোৰ দেখিলোঁ। আৰু নেদেখা ঠাই, নেদেখা বস্তুও বিস্তৰ দেখিলোঁ। অইন কি, শিৱদ'ল, বিষ্ণুদ'ল, দেৱীদ'ল, কহাৰী, ৰৰপুখুৰী আদি কৰি শিৱসাগৰৰ আৰু পৃথিৱীৰ অন্যান্য সকলো ঠাইকে তাত দেখি মোৰ মনত আশ্চৰ্য্যৰ অন্ত নাইকিয়া হ'ল। মন দি সকলোকে চালোঁ। আগ্ৰাৰ তাজমহল পাঁচ বছৰৰ আগেয়ে যেনে দেখিছিলোঁ, আজিও ঠিক তেনে অৱস্থাতে আছে। যমুনাৰ পাৰ আগেয়ে যেনে শুৱনী, এতিয়াও ঠিক সেইদৰেই আছে। কাশীৰ মণিকৰ্ণিকা, উৰিষ্যাৰ শ্ৰীক্ষেত্ৰ, কলিকতাৰ কালীঘাট, গুৱাহাটীৰ কামাখ্যা মন্দিৰ আদি তীৰ্থস্থানবিলাকৰপৰা অপূৰ্ব্ব জ্যোতিয়ে পোহৰ কৰি আছে। গোটেইখন লোকা-

ৰণ্য। নানা দেশত, নানা ৰকমৰ, নানা জাতিৰ মানুহে নানাবিধ উপায়েৰে নিজৰ জীৱিকা নিৰ্ব্বাহ কৰিব লাগিছে। একে ঠাইৰেপৰা সকলোকে একে ঠাইতে থোপা পাতি থকা দেখি, মোৰ ছায়া-বাজী কি ভোজ-বাজী যেনহে লাগিল। কিন্তু মনত আনন্দৰ ভাব একেবিন্দু লবু নেলাগিল। চাই থাকোঁমানে চাই থাকিবৰহে মন যায়, কোনোমতে হেপাহ নপলায়। পিছত আকৌ চুঙাটোৰ সৰু পিনে চকু দি চাবলৈ দিয়াত চাওঁ যে, হায়! হায়! গোটেইখন দেশ বাবে-মিহলি হৈ গ'ল। যি দেশ লোকাৰণ্য দেখিছিলোঁ, এতিয়া আকৌ সেই দেশকে পশুপূৰ্ণ দেখিলোঁ। ঠাইবোৰ, ঘৰবোৰ, দেশবোৰ, মন্দিৰবোৰ একো লৰচৰ হোৱা নাই; কেৱল মানুহবোৰহে পশুত পৰিণত হ'ল। মাজে মাজে দুই-চাৰিজন মাথোন মানুহ; বাকী আটাইবোৰ পশু। ৰজা-প্ৰজা, দুখীয়া-চহকী, ল'ৰা-বুঢ়া সকলো বিধ আৰু সকলো ৰকমৰ ব্যৱসায়ী, চাকৰীয়া, বিষয়া মানুহবোৰ কানিয়ে-কাপোৰে, সাজে-পাৰে, ঘৰে-বাৰীয়ে ঠিক-ঠাক হৈ আছে। কিন্তু আকৃতি আৰু সিহঁতৰ আচাৰ-ব্যৱহাৰ, মতি-গতিত হলে সম্পূৰ্ণৰূপে পৰিৱৰ্ত্তন ঘটিছে। আৰু এটা কথা মই বেছকৈ লক্ষ্য কৰি বিস্ময় নহৈ নোৱাৰিলোঁ। মইয়ে এই খলপা-খলপী ৰকম ৰকম প্ৰকৃতিযুক্ত মানুহ থকা ৰাজ্যবোৰ দেখি আছিলোঁ, তাত সেই কামুক, খঙাল, লুভীয়া, মূৰ্চ্ছিত, অহঙ্কাৰী আৰু হিংসুক মানুহবোৰো দেখা পালোঁ। সিহঁতে আপোনাৰ ইচ্ছামতে তাত লীলা-খেলা কৰি ফুৰিছে। মানুহৰ দৰে সাজ-পাৰ কৰি শিয়াল, কুকুৰ, বান্দৰ, মেকুৰী, গৰু, ঘোঁৰা, হাতী, ম'হ, গাহৰি, ছাগলী, নিগনি, এন্দুৰ আদি জন্তুবোৰে সকলোৰে লগত মিহলি হৈ বাস কৰিছে। ম'তে ইজাতি-সিজাতিয়ে অৰ্থাৎ এন্দুৰে-মেকুৰীয়ে, শিয়ালে-কুকুৰে একেলগে কোনো কাম নতু ব্যৱসা-বাণিজ্য কৰিছে, নিজৰ প্ৰকৃতি বিভেদ হেতুকে অমিল হৈ, দুৰ্ঘোৰ দন্দ-হাই, মৰা-মৰি হৈ অশান্তিৰে দিন নপে থাকিব পৰা নাই। মানুহৰ লগত কুকুৰে বা অন্য জন্তুৱে জানো সমানে বাস কৰিব পাৰে? যি পৃথিৱীৰ জীৱৰ আন্তৰিক এনে পশু অৱস্থা, সিহঁতৰ মাজত জানো একতা হ'ব পাৰে? যেতিয়া এইন জন্তুবোৰৰ ভাৱ লুপ্ত হৈ বিনাশ হ'ব, কেৱল প্ৰকৃত মানুহৰ ভাব পাই গোটেইখন সংসাৰ মানুহময় হ'ব, তেতিয়াহে পৰস্পৰৰ ভিতৰত মিল হ'ব, আৰু একতা-পথত পকাই বলী হৈ জাতীয় উন্নতি হ'ব। মই শেহত এই ভেদটি বুজিব পাৰি মনত বিমল আনন্দ লভিলোঁ। ভাবিলোঁ, ইয়াৰপৰা আৰু নেযাওঁ। পৃথিৱীৰ ৰজা পাতিলেও এই দেশ নেৰোঁ। এইদৰে মনত আলটি থাকোঁতেই বলী মখীয়ে থাপ মাৰি চুঙাটো আৰু আধুটিয়াল মোৰ হাতৰপৰা নি আগৰ ঠাইতে থৈ দিলেহি।

দুয়ো সখীয়ে মোক হাত দুখনত ধৰি ওপৰলৈ বক্তাহৰ আগত তুলি নিস্পাদি, কৰবালৈ লৈ গ'ল। মই ভয়ত পৰোঁ বুলি চকু দুটা মুদিলোঁ। মনত অনুভৱ হ'ল, যেন কৰবাত উকৰাই লৈ ফুৰিছেগৈ। অলপমান পৰ টলকা মাৰি আছোঁ। এঠাইলৈ নি দুয়ো খল্-খল্‌কৈ হাঁহিবলৈ ধৰিলে। মই চকু মেলি চাওঁ যে, এখন চকীত মোক বহুৱাই থৈছে, তেওঁবিলাকো দুফালে দুখন চকীত বহি আছে। আগতে সুৰণীয়া মেজ এখনত ফুলদানী কেইটামান আছে। এই ঠাইডোখৰ এটা পকী ঘৰৰ মাজৰ বৈঠকখানা বুলি অনুমান হ'ল। সেইটো ঘৰ কাৰ, "তাক একো সঠিক কৰিব নোৱাৰিলোঁ। মোৰ মনত সেই সময়ত কেনে ভাব হৈছিল, তাক সকলোৱে জানিবৰ সাধ্য নাই। কাৰণ, হঠাৎ স্বৰ্গৰপৰা মৰ্ত্ত্যত পৰিলে অন্তৰত যি শোক লাগে, তাক ভোগোঁতাৰ বাহিৰে আইনে মনত অনুমান কৰা নিচেই টান কথা নহয়। ভালেমান পৰ মই মন মাৰি আমন-জিমনকৈ থকা দেখি বৰ্গী সখীজনাই মোক সমুদায় কথা সংক্ষিপ্তকৈ বুজাই দিবলৈ ক'লী সখীক বৰকৈ খটাত, ক'লী সখীয়ে কবলৈ ধৰিলে, "মোক তুমি চিনি পাব পোৱা, কিয়নো মই তোমাৰ বাল্য সখী আৰু চিৰ-সঙ্গিনী পৰিচিতা বন্ধু। মোৰ সুন্দৰী সখীকো তুমি চিনি নোপোৱা নহয়। তেৰোঁ সদায় আমাৰ লগতে ফুৰে। অৱশ্য আগেয়ে তোমাৰে সৈতে তেওঁৰ বেছি ঘনিষ্ঠতা নাছিল, কিন্তু তুমি ঘনাই মোৰ লগ লবৰপৰা তেওঁ মোৰ বাবেই তোমাৰ লগ লবলৈ বাধ্য হ'ল। সখীয়ে-মযে দুয়ো আজি তোমাক লগত লৈ ফুৰিবলৈ যাম বুলি ঘৰতে আলচ কৰি আহি, মই তোমাক শুই থকা দেখি চকু মুদাই ধৰিলোঁ। তাৰ পিছত সখীয়ে ভৰি-পথানৰপৰা হেঁচা মাৰি ধৰিলে; তুমি ভালে পৰলৈ খপিয়াই-জপিয়াই ভাবি-চিন্তি একো সঠিক কৰিব পৰা নাছিলা। আমি ওপৰলৈ উকৰাই লৈ গলোঁ। লৈ গৈ শূন্যতে ঘিলা ঘুৰোৱাদি ঘুৰাই এৰি দি গাতে আঁৰ লৈ তুমি নেদেখা হৈ লুকাই থাকিলোঁ। তুমি বগা হাতীৰ ওপৰত উঠি বৰুণ দেৱে পৃথিৱীৰ কল্যাণৰ অৰ্থে পানী প্ৰদান কৰা দেখিলা। এবাৰ বজ্ৰৰ ধ্বনিত কাণ তাল মাৰি ধৰিলত তুমি মূৰ্চ্ছা গৈ ক্ষুদ্ৰ ৰজাৰ ভিতৰ আহি পৰিছাহি। তাত বিদ্যা-কানন পাই, ভয় খোৱা বুলি আকৌ হঠাৎ দেখা দি তোমাক লগত লৈ বাগুলী বিদ্যা দেৱীৰ আদেশ মতে বিদ্যা-কাননত পৰিভ্ৰমণ কৰি সৰস্বতী কুণ্ড দেখুৱালোঁ। তাত নানা বিধৰ সুললিত গীত ও বাদ্য শুনি মন বিভোল হৈছিল। তাৰ পিছত সেই গোসাঁনীৰে আদেশ অনুসাৰে আকৌ কাম, ক্ৰোধ, লোভ, মোহ, মদ আৰু মাৎসৰ্য্য— এই পুৰী যেতিয়া দেখুৱাই দিয়াত তোমাৰ মনত বহুত ভাব হৈছিল। শেহত জ্ঞান-ৰাজ্য শান্তিৰ আলয় দেখুৱালোঁ। তাত মৰম-

ল'ৰাবোৰ, চেনেহ-ছোৱালীবিলাক, শ্ৰদ্ধা-গাভৰুসকল আৰু ভক্তি-মাতৃ-সকলক দেখি, তেওঁবিলাক সকলোৰে যত্ন আৰু অভ্যৰ্থনাত মোহিত কৰালোঁ। সেই প্ৰদেশৰ জ্যোতিৰ্ম্ময় মহাপুৰুষৰূপ জ্ঞান-ভূপতিক মহাত্মা-সকলে পূজা কৰি থকা দেখুৱাই তাতে আমি সেৱা কৰিলোঁ। তেওঁৰ হাতৰপৰা সাহসৰূপী লাখুটি তোমাৰ হাতত দিয়াত তুমি অসীম সাহি-য়াল হৈ উৰি যাব খোজাত মই থাপ মাৰি ধৰিলোঁ। আকৌ ন্যায়-দৰ্শনী যন্ত্ৰেৰে ডাঙৰ মুখৰ পিনে বাহ্যিক জগত, আৰু সূক্ষ্ম মুখৰ পিনে আভ্যন্তৰিক জগত দেখুৱাই তোমাক আচৰিত কৰি, অৱশেষত আমি দুয়ো তোমাক বিজুলী বেগেৰে এই ঠাইলৈ লৈ আহিলোঁ। তুমি এতিয়া থাকা, আমি যাওঁ।

এই বুলি দুয়ো সখী চাঁতকৈ মোৰ ওচৰৰপৰা কৰবালৈ গুচি গ'ল। মই মনত তেওঁবিলাক দুজনাৰ অনন্ত ক্ষমতা দেখি তবধ লাগিলোঁ, আৰু মনে মনে নথৈ শলাগিবলৈ ধৰিলোঁ। এনে সময়ত "চাহ খাব নে ভাত খাব?"—এই কথা শুনিয়েই চকু মেলি চাওঁ যে, হায়! হায়! মই বিচনাত আগৰ দৰেই পৰি আছোঁ। চাকৰটো কাষতে থিয় হৈ ৰৈ আছে। আমাৰ অসীম অনন্ত ক্ষমতাশালী পৰাক্ৰমী মস্তিষ্কৰ সৃষ্টি কৰোঁতা পৰম পিতা পৰমেশ্বৰৰ অদ্ভুত সৃষ্টি দেখি মনত বিস্ময় আৰু হৃদয়ত অনুপম আনন্দ লভি ভক্তিভাৱে সহস্ৰবাৰ ধন্যবাদ দিবলৈ ধৰিলোঁ।

# মজিন্দার বকরা রচনাবলী

## দ্বিতীয় খণ্ড

# প্রাকৃতিক চিকিৎসা

( প্রথম ছোরা )

# পাতনি

অনেকৰ বেমাৰ-তেজাৰবোৰ গুচাই মনত বং পোৱা অভ্যাস আছে। তাক কৰিব পাৰিলেই নথৈ ভাল পায়। সৰুৰেপৰা আমাৰো সেই অভ্যাসেই লগৰীয়া আছিল। সেই হেতুকে প্ৰথমে ডাক্তৰি-কবিৰাজি মতেই দৰব-জাতি ব্যৱহাৰ কৰিছিলোঁ। কিন্তু তাত বহুত আসোঁৱাহ আৰু আহুকাল পাই শেহত হোমিওপেথিক আৰু বায়োকেমিক নিয়মে দৰবৰ ব্যৱস্থাত হাত দিবলৈ বাধ্য হলোঁ। তাতো বিশেষ সন্তোষ নেপাই আজি ৩।৪ বছৰৰপৰা স্বাভাৱিক চিকিৎসাত লাগি তাৰপৰা যথেষ্ট গুণ পাই মনত বৰ বং পাইছোঁ। ই বৰ উজু, আৰু ইয়াত একো ধন-বিত ভগন নহয়। আমাৰ ঘৰৰ কেঁচুৱা লৰাইও এই চিকিৎসা কিছু বুজে, আৰু সেইমতে কামো কৰে। এতিয়া সকলোৰে উপকাৰৰ অৰ্থে কেই-জনমান শুভাকাঙ্ক্ষী বন্ধুৰ অনুৰোধত এই অকণমান পুথিখনি উলিয়াই ৰাইজৰ হাতত দিছোঁ। ইয়াৰপৰা গুণ পালেই শ্ৰম সাৰ্থক হ'ব। এই পুথিৰ বিচাৰৰ আৰু পৰীক্ষাৰ ভাৰ ৰাইজৰ হাতত থাকিল। ইতি—

শিৱসাগৰ
১৪।৪।২৭

বাধ্য
শ্ৰীদুৰ্গা

ওঁ

# প্ৰাকৃতিক চিকিৎসা

## ( প্ৰথম ছোৱা )

মানুহে প্ৰাকৃতিক নিয়মবোৰলৈ পিঠি দি মইমতালিকৈ চলা বাবে, নানা তৰহৰ ৰোগ ভুগি, অন্তত অকালতে মৃত্যুৰ গৰাহত পৰে। প্ৰকৃতি-মাতৃৰ বিতোপন নিয়ম মানি চলিলে, কোনো মানুহে কেতিয়াও বেমাৰত পৰি নিকাৰ ভুগিব নেলাগে। বিশুদ্ধ আহাৰ, নিৰ্ম্মল পানী, মুকলি বতাহ আৰু ক্ষৰকাল ৰ'দ বা তাপ, এয়ে প্ৰাকৃতিক দৰৱ। এই-কিটা বস্তু কেও কিনিব নেলাগে, এনেই পায়; তাকে মাথোন যথাযোগ্য ব্যৱহাৰ কৰিলেই কোনো ব্যাধি ওচৰ চাপিব নোৱাৰে। তাৰ গুণোতা ব্যৱহাৰত নবিয়া মাতি অনা হয়।

আমাৰ গালৈ ব্যাধি সোমাবলৈ বহুত বাট আছে। অইন কি, গাৰ নোমৰ গুৰিয়েও বেমাৰ সোমাব পাৰে; কিন্তু মাই দুৱাৰ—মুখ আৰু নাক। এইদৰে ৰোগ ওলাবলৈকো বহুত বাট আছে। তাৰ ভিতৰত লোমৰ গুৰি আৰু মল-মূত্ৰ বাজ হোৱা দুৱাৰেই প্ৰধান।

বিখ্যাত জনা-বুজা চিকিৎসকসকলে এতিয়া থিৰাং কৰিছে যে, বেমাৰ গুচাবলৈ দৰৱ-জাতি খুউৱা আৰু বেজিৰে তেজত দৰৱ মিলাই দিয়া বা ছিটা দিয়া একেবাৰে ভুল। তাৰপৰা বেমাৰ গুচক ছাৰি, অইনো বেমাৰ উত্তৰহে হয়। মলিয়ন বস্তুৰে ময়লা গুচাব নোৱাৰে; বৰং তাৰপৰা ময়লা চাকি খোৱা হয় আৰু বাঢ়ে। সেই হেতুকে প্ৰকৃতিৰ সহায় লৈ প্ৰাকৃতিক নিয়মেৰে ৰোগ গুচোৱাহে যুগুত।

এতিয়া পশ্চিম ফালে লঙ্ঘোণ দি, ফলাহাৰ কৰাই, নানা প্ৰকাৰ স্নানৰ দ্বাৰা ৰোগ গুচোৱা উপায় উলিয়াই ভোজ-বাজীৰ দৰে ততালিকে ডাক্তৰ-কবিৰাজে বাক কৰিব নোৱৰা বহুত কঠিন ব্যাধি চিকিৎসা কৰি বাক কৰিছে। আমাৰ অসম দেশ নিচেই দুখীয়া; তাতে ডাক্তৰ-কবিৰাজৰো বৰ অভাৱ। মানুহে ধন ভগন কৰিবলৈ মন কৰিলেও ভাল চিকিৎসা হৈ নুঠে। এনে অৱস্থাত আমাৰ প্ৰাকৃতিক চিকিৎসাৰ-পৰা যে সৰ্ব্বসাধাৰণৰ নথৈ উপকাৰ হ'ব, তাক কোৱাৰে সকাম নাই।

আমি এই ঠাইত নিজে প্ৰমাণ পোৱা, অতি উহু আৰু নিচেই চমু চিকিৎসাহে আগুলিয়াই দিম। তাৰ প্ৰমাণ পালেই, মনত ৰং পাই এই প্ৰাকৃতিক চিকিৎসালৈ সকলোৰে ধাউতি হ'ব। ধন-বিত্ত ভগন সক-ৰাকে মিজৰ, মিতিৰ-কুটুম আৰু ওচৰ-চুবুৰীয়াবিলাকৰ বিশেষ উপকাৰ

কৰিব পাৰিব। সততে হৈ থকা জ্বৰ, বসন্ত, জহনা, গ্ৰহণী, হাগনি আদি হঠাৎ হোৱা বেমাৰৰ চিকিৎসা লিখি জনাম। পিছত হোৱা-হোৱাকৈ অন্যান্য বেমাৰৰ বিষয়েও জনোৱা হ'ব।

পূৰ্ব্বে কৈ অহা হৈছে, আমি প্ৰাকৃতিক নিয়ম ভঙ্গ কৰা বাবে নৰিয়া পৰোঁ, আৰু প্ৰাকৃতিক নিয়ম পালন কৰিলেই ৰোগ হ'ব নোৱাৰে, আৰু হলেও গুচে। এই বিষয় আমি 'স্বাস্থ্য-পাঠ' নামে পুথিত কিছু ৰহলাই লিখিছোঁ, তাক পঢ়িলেই বঢ়িয়াকৈ বুজিব পাৰি।

মুখেৰে ৰোগ সোমাই পেটত ঠাই লয়, আৰু নাকেৰে বেমাৰ সোমাই আমাৰ আমঠু আৰু হাওঁফাওঁ দখল কৰে। এতেকে মুখেৰে আৰু নাকেৰে ভিতৰলৈ যোৱা বস্তুবোৰ ভাল হ'ব লাগে।

মলিয়ন বতাহ উশাহ ললে আৰু বেয়া আহাৰ কৰিলে সেই-বোৰ কেতিয়াও জীণ যাব নোৱাৰে, পেটত অজীৰ্ণ গোট খায়। পেটত সৰহকৈ অজীৰ্ণবোৰ গোট খাই তাতে গেলি তাৰপৰা এটা বেয়া ভাপ (গেচ) উৎপন্ন হৈ গোটেই গাতে বিয়পি পৰে। সেই ভাপৰ তাপেই আমাৰ জ্বৰ। জ্বৰ নোহোৱাকৈ কোনো ব্যাধি হ'ব নোৱাৰে। সকলো ৰোগৰ মূলতে জ্বৰ থাকিবই থাকিব। সেই বিষাক্ত ভাপ গুচালেই সকলো বেমাৰৰ গুৰি উভালি পৰিব। সেই ভাপৰ পৰাই জহনী, হাগনি, গ্ৰহণী এইবোৰ বেমাৰো হয়, আৰু বাত, বিষ, মূৰ-কামোৰণি, খহ, ফোঁহা আদি অসংখ্য ৰোগৰ উৎপত্তি হয়। এই ভাপ বা গেচেই বিবিধ মূৰ্ত্তি ধৰি নানা তৰহৰ বেমাৰ হয়। এই গেচ বা ভাপ গুচালেই আটাইবোৰ বেমাৰ গুচে।

পেট বেয়া নহলে, কোনো বেমাৰেই হব নোৱাৰে। পেটেই বেমাৰৰ খনি বা পুং। আমি খোৱা বস্তুবোৰ পেটক হজম কৰিবলৈ যথাযোগ্য সময় দিব লাগে। এটা বস্তু খালে, সি হজম হবলৈ নৌপাওঁতেই আকৌ অইন এটা বস্তু খাই দিলে, সি জীণ যাবলৈ সময় নেপাই তাতে গোট খাই থাকে। আমাৰ ভোক নেলাগিলেও সোৱাদ বস্তু লোভত খাওঁ। যি লোভ সামৰিব পাৰে, তাৰ ৰোগো কম। জিভা বৰ লুতুৰা, ভোক নেলাগিলেও খায়। অতোকত অতি ভাল বস্তু খালেও জীণ যাব নোৱাৰে। কিয়নো পেটত সিমান বল নেথাকে। তাকেই পেটৰ জুই বা জঠৰাগ্নি। যেই জঠৰাগ্নি নহ'লে কেতিয়াও হজম হ'ব নোৱাৰে। ৰহতে পালেই খায়, খাই থকা এটা অভ্যাস হৈ উঠে। ভোক লাগক বা নেলাগক, সময়ত খাবলৈ নেপালেই ৰক্ষা নাই। কোনো লোকে আকৌ খোৱাৰ ওপৰতে খায়। এইদৰে খোৱাৰ দোষতে আমাৰ ৰোগ হয়। যি লোভ সামৰিব পাৰে, জিভা বশ কৰিব পাৰে, কু-অভ্যাস এৰিব পাৰে, সময় বুজি ভোজন, কাম, আৰু অ-

ভোকত কুটা এগছতো হাত নিদিয়ে, তাৰ একো বোধ হ'ব নোৱাৰে।

বাস্তিপুৱা শুই উঠি কোনো বস্তু খাব নেলাগে। বাস্তিপুৱা আগ পৰতোৰৰ পেটক আজৰি দিলেই, লাহে লাহে জঠৰাগ্নি জ্বলি উঠে। সেই জঠৰাগ্নিয়েই আমাৰ মহা উপকাৰী ভোক। ভোকহে, লোভ নহয়। বহুতে লোভক চিনি নেপাই ভোক বা অভ্যাস বুলি খাই বিপদত পৰে। ভোক আৰু লোভ বুজা বা চিনা কম কথা নহয়। ভাক চিনি পাবলৈ যত্ন কৰিলেই থিতাতে চিনি পাব। বাস্তিপুৱা আজ পৰন্ত একো নেখাই ১০।১১ বজাত অলপীয়াকৈ আহাৰ কৰা অভ্যাস কৰিলেই ৭ দিন মানতে আচল ভোক ওলাই পৰিব, লোভ পলাই পটং মাৰিব। ৭।৮ দিনৰ মূৰত একোদিন পেটক জিৰণি দিলে আৰু ভাল। মানুহে সৰহ দিন নেখাই থাকিব নোৱাৰে, কিন্তু তাকে বুলি ২।৩ দিন খাবাসাৰ লঘোন দিয়াত উপকাৰৰ বাজে একো অপকাৰ নহয়। সেইবাবে সকলো ধৰ্ম্মতে পৰ্ব্বদিন উপলক্ষ্যে উপবাস দিয়াৰ নিয়ম আছে। সেই নিয়ম-বোৰ পালিলেও বহুত ব্যাধিৰ হাতৰপৰা ৰক্ষা পাব। কু-অভ্যাস, জিভাৰ স্ফুৰ্তি আৰু লোভত খাই মানুহ অকাল মৃত্যুত মৰা পৰে। কোনো লোকে ইমান ঠাহি খায় যে, তাক ২।৩ দিনেও হজম কৰিব নোৱাৰি লেলাউ ভোগে। খাওঁতে পেটৰ চাৰি ভাগৰ এভাগ উদং বা ভোক ৰাখি খোৱা যুগুত। তেহে পেটে হজম কৰিবলৈ বল পায়। ভোক নেলা-গিলে কেতিয়াও খাব নেলাগে। ভোকত বিহকে খায়, সেয়ে অমৃত। অভোকত অমৃত খালেও বিহ বুলি মনত বাধিব লাগে।

আগেয়ে কোৱা হৈছে— আমাৰ পেটত ময়লা গোট খাই, সেই ময়লাবোৰ গেলি, তাৰপৰা এটা গেচ বা তাপ উৎপন্ন হয়, সেই তাপৰে-পৰা নানাবিধ ব্যাধিৰ সৃষ্টি হয়। সেই তাপ নোহোৱাকৈ কোনো বেমাৰ হব নোৱাৰে। সকলো বেমাৰৰ গুৰিতে সেই গেচ্ বা তাপ। সেই তাপেই আমাৰ কাল। দিনক দিন নানা ৰূপ ধৰি দেখা দিয়ে। বেজে (কবিৰাজ আৰু ডাক্তৰসকলে) সেইবোৰৰ বহুত নাম দি ডাঙৰ ডাঙৰ একোখন গ্ৰন্থ লিখি, কবিৰাজি আৰু ডাক্তৰি বিভাগৰ বহুত নতুন নতুন নিয়ম উলিয়াই চিকিৎসাৰ লীলা-খেলা কৰিব লাগিছে। তাৰ লগে লগে আমাকো অকালতে যমপুৰীলৈ টানি নি বলেৰে সুমুৱাই দি যম-পুৰাৰ সংখ্যা বঢ়াইছে।

তলতকৈ মনত ৰাখিব লাগে— তিতা, কেহা আদি সোৱাদ থকা কোনো বস্তুৱেই দৰৱ হব নোৱাৰে। দৰৱৰ অৰ্থ ব্যাধি গুচোৱা দিহা— যি উপায়ে আমাৰ গাৰ দুখ বা অসুখ গুচাব পাৰি, সেয়ে দৰৱ। মিক্চাৰ, পাচন, বড়ি, পাউডাৰ আদি বিহকে মুখেদি পেটলৈ ভৰায়, সেয়ে আহাৰ। যি আহাৰ হজম কৰিব নোৱাৰি মৰলা হৈ বেমাৰ বা

অসুখ হৈছে, আমৌ তেনে মহাজাকে দৰবৰ নাম দি খুৱালে বেমাৰ গুচাওক হাবি, বেমাৰ বেছিহে কৰে। "তবাৰ গুণত তৰা, মহাপ্ৰভু বক্ষা কৰা" বুলিলে কেতিয়াও পা নবয়। বেমাৰ গুচাবলৈ যাওঁতে বহোৱাহে হ'ব। সেইদৰে বেজিবে দৰবৰ নামত কিছুমান অজাগতিয়াল বস্তু খুটি তেজত মিলাই দিয়াবো সেয়ে ফল হয়। সেইবাবে প্ৰাকৃতিক চিকিৎসাৰ দৰৱ বুলি কোনো বস্তু খাব বা আহাৰ কৰিব নেলাগে। যেই-সেই বস্তু খোৱাক আহাৰ বোলা হয়। আমাৰ গাৰ অপৰিমিত তাপেই জ্বৰ। খোৱাৰ পৰা তাপ বাঢ়ে, নকমে। তাপ নকমিলে জ্বৰো নেৰে।" জ্বৰৰ জগত লগ লাগি থকা অন্যান্য বেমাৰো বাঢ়ে। কি উপায়েৰে সেই তাপ গুচাব পাৰি, প্ৰাকৃতিক চিকিৎসকসকলে তাৰ অতি সুন্দৰ দিহা উলিয়াইছে। এতিয়া লাহে লাহে গোটেই পৃথিৱী ব্যাপ্ত হৈ মানুহৰ নথে উপকাৰ সাধিব। নিজৰ নিজে বেজ হৈ নৰিয়া চাব-চিতিব পৰা হ'ব। আচৰিত গুণ দেখি মানুহে তথা মানিব। কবিৰাজি-ডাক্তৰি দৰৱ আৰু প্ৰহৰোৰ পানীত উটুৱাই দিব। প্ৰকৃতি-মাতৃৰ কোলাৰ ল'ৰাই মাকৰ কথা নুশুনি, আঁতৰি গৈ, বহুত দুখ পাই অকাল মৃত্যুৰ হাতত পৰি, এতিয়া বুজিব পাৰি, ঘূৰি আহি মাতৃৰ কোলাত উঠিবহি, আৰু প্ৰাণ গলেও অবাধ্য নহয়। তাকে ইংৰাজীত Return to Nature বোলে। এই বিষয়ে কবলগীয়া বহুত কথা আছে, লাহে লাহে কৈ থকা হ'ব। এতিয়া আমাৰ মহাশক্ৰ জ্বৰৰ কথাকে কোৱা যাওক।

০০০

# জ্বৰ

নকৈছো—আমাৰ গা তপত হলেই জ্বৰ বুলি কওঁ। যেই জ্বৰৰ নাম বহুত। জ্বৰ, পাল-জ্বৰ, খাপৰি-জ্বৰ, আলুক-জ্বৰ, নেৰেজা-জ্বৰ, পানীলগা-জ্বৰ, কাহ-জ্বৰ, মেলেৰিয়া-জ্বৰ, ক'লা-জ্বৰ, সন্নিপাত-জ্বৰ, আৰু নতুনকৈ জ্বৰৰ যিমান নাম উলিয়াইছে, তাৰ পাৎ্ৰা নাই। মূলতে জ্বৰ এক, তাৰ চিকিৎসাও এটি। পেটত ময়লা গোট খালেই সেই ময়লা গেলি তাপ হয় যেতিয়া ময়লা যাতে গোট নেখায়, তাৰ দিহা পোনতে লঘোন। লঘোন দিলে জ্বৰ কেতিয়াও বাঢ়িব নোৱাৰে। জ্বৰৰ প্ৰথম দৰৱ 'লঘোন'। জ্বৰীয়া মানুহে খাবলৈ নেপালে দুৰ্ব্বল হৈ মৰা পৰিব বুলি ভৰা ভুল। খোৱা হজম কৰিব নোৱাৰি যি স্থলত জ্বৰ হৈছে, তাত আকৌ অজীৰ্ণ গোটাই দি, বেমাৰ বঢ়াই দিয়াহে হয়। জুই নজ্বলা, ধোঁৱাই থকা জুই একুৰাত কিছুমান কেঁচা খৰি জাপি দিয়াৰ দৰে হয়। লঘোন দিলে, জুই ফুৰাই জ্বলাই দিয়া হয়। নৰিয়াৰ ভোক নেলাগে, জিভা ভেঁকুৰে, ওঁঠ শুকাই থাকে। এনেস্থলত তাক কেতিয়াও খাবলৈ দিয়া উচিত নহয়। খুৱালেই মহা বিপদ। ২।৩ দিন বা আৱশ্যক হলে ৭ দিনলৈকে লঘোন দিয়া উচিত। অনেকৰ লঘোনতো বেমাৰ গুচিব।

এই লঘোনৰ লগে লগে তল-পেটটো চেঁচা কৰিব লাগে। তল-পেট চেঁচা কৰিবৰ উপায়—এক বতাহ, এক পানী, এক বোকা। তল-পেট উদং কৰি মুকলি বতাহ লগাব লাগে। টব এটাত পানী লৈ তল-পেটটো পানীত আধা ঘণ্টা বা এক ঘণ্টা তিতাকৈ ৰহিব লাগে; নহ'লে, তল-পেটত তিতা কাপোৰ এখন ৪ তৰপ কৰি দিব লাগে। বোকাৰ লেপ তল-পেটত দিলেও চেঁচা পৰে। গাত জাৰ লাগিলে কাপোৰ দি, আৰু গাত পোৰণি ধৰিলে গা উদংকৈ মুকলি ঠাইত থব লাগে। ভিতৰত জাৰ লাগিলে, পানী খাবৰ মন গলে তপত পানী, আৰু পোৰণি থাকিলে মৰা চেঁচা পানী খুৱাব লাগে। পালে, নেমু বা সুমথিৰা টেঙাৰ ৰস হেকি, সেই পানীত মিলাই দিব পাৰিলে যে নথৈ উপকাৰ পায়। তাত কেতিয়াও চেনি বা গুৰ, মিঠা বস্তু মিলাব নেলাগে। নৰিয়াই খাবলৈ মন কৰিলে আৰু তাঁৰ দাঁত নেটেঙালে, মনেপতি অলপ অলপকৈ খাই থাকেমানে বাৰু।

যেতিয়া ৰবকৈ ভোক লাগিব, কাচ কল বা অইন কেঁচা কল সিজাই তাৰ লগত এক চামুচ জলকাইৰ তেল, আৰু আধা বা এচামুচ

নেমু বা সুমথিৰা টেঙাৰ ৰস মিলাই খুওৱা ভাল। তাৰপৰা তোক খড়ায়, আৰু শৌচ খোলোচা হয়। পিয়াহ লাগিলে, মৰা পানীত নেমু বা সুমথিৰাৰ ৰস ছেকি মিলাই খুৱাব লাগে। কেঁচা পানী খাবলৈ দিব নেলাগে। পানী নিৰ্ম্মল হ'ব লাগে। মলিয়ন পানী বেমাৰৰ প্ৰধান কাৰণ। পানী খোৱাত বৰ সাৱধান হ'ব লাগে। পানীৰ বিষয় স্বাস্থ্য-পাঠ'ত লিখা আছে। তাৰপৰা বুজি লব লাগে। নৰিয়াক কেতিয়াও সৰহ কাপোৰ দিব নেলাগে, নৰিয়াৰ কাপোৰ ঘনাই সলাব লাগে। তাক ধুব আৰু ৰ'দাব লাগে। ভাঠ কাপোৰ হলে এখনৰ বেছি কাপোৰৰ আৱশ্যক নাই।

এই দিহামতে সামান্য জ্বৰৰপৰা সনিপাত জ্বৰলৈকে আটাই-বোৰ জ্বৰ ভাল হয়। বেলেগ বেলেগ জ্বৰত সুকীয়া দিহা কৰিবৰ কোনো আৱশ্যক নাই। বহুত মানুহে পঁইতা ভাত খাই চেঁচা পানীৰে গা ধুই জ্বৰ গুচোৱা দেখা যায়। তাৰপৰাও ভল পেট চেঁচা হয়। কুইনাইনৰপৰা জ্বৰ, ঘাইকৈ মেলেৰিয়া জ্বৰ গুচে বুলি এটা মানুহৰ ভুল বিশ্বাস আছে। কুইনাইনে জ্বৰ গুচাওক ছাৰি, অইন বেমাৰ গাত উৎপত্তি কৰায়। কুইনাইন যে এটা ভয়ানক বিহ, তাক বহুতে বুজিব পাৰি কেতিয়াও ব্যৱহাৰ নকৰে।

বহুত নৰিয়াই আৰো লোভ কৰি যিহকে পায় তিহকে খাবলৈ মন কৰে। অনেকে গাখীৰ খাবলৈ মন কৰে, আৰু খুওঁৱা ভাল বুলি খাবলৈ দিয়ে, সেইটোও বৰ অন্যায়। গাখীৰ বৰ গুৰুপাক, তাক সহজে জীৰ্ণ নিওৱা টান। সেইবাবে খুৱাব খুজিলে আটা বা পিঠাগুড়ি অলপমান পানীত সিজাই সেই পানীৰ লগত মিলাই কম পৰিমাণে খুৱাব লাগে। কিন্তু গাত টান জ্বৰ থাকিলে কেতিয়াও খুৱাব নেলাগে। এনে অৱস্থাত নেমুৰ ৰসেই বৰ উপকাৰী। পানীকো একেবাৰে সৰহকৈ খাবলৈ নিদি, নেমু ও মুখ তিতাকৈ ঘনেপতি চেলেকাই থাকিলে সিও দৰৱৰ কাম কৰিব।

ৰোগীৰ জিভা পৰিষ্কাৰ হলেহে কল খুৱাব লাগে। কলো গুণৰত কৈ অহামতে খুৱাব লাগে। জলকাই-তেল কলৰ লগত মিহলাই খুৱালেও যদি পেট চাফ নহয়, তেন্তে নৰিয়াক জুলাপ নিদি, তপত পানীত অলপ সুৰুগা মিলাই পিচকাৰি দি ধুই পেলালে পেট পৰিষ্কাৰ হ'ব। অলপ আহাৰৰ লগত জলকাই-তেল খাই থাকিলেই শৌচ খোলোচা হ'ব।

পুৰ্ব্বে কৈ আহিছোঁ নহয়, সকলো বেমাৰৰ মূল এটা মাথোন। সেইবাবে জ্বৰৰ লগত বসন্ত, জহনী, হাঁপনি, গ্ৰহণী, কোষ্ঠবদ্ধ, শূল, অৰ্শ, বাত, বিষ আদি আটাইবোৰ ৰোগৰ উৎপত্তিৰ কাৰণো এটা, সেইবাবে তাৰ চিকিৎসাও একে। একে ৰকম চিকিৎসাত সকলো বেমাৰ

ভচে। তাত কেও আচৰিত মানিবৰ কোনো কাৰণ নাই। পেটত ময়লা গোট খালেই যেতিয়া ৰোগ হয়, পেট পৰিষ্কাৰ ৰাখিব পাৰিলেই বেমাৰ হ'ব নোৱাৰে।

পেটত ময়লা গোট খালেই পোনতে কোষ্ঠবদ্ধ, অৰ্থাৎ শৌচ খোলোচা নহয়, কেতিয়াবা আকৌ পেট চলি যায়; এইদৰে হলেই অজীৰ্ণ হৈছে বুলি জানিব পাৰি। অজীৰ্ণৰপৰা ওপৰত কৈ অহা সকলো বেমাৰ সৃষ্টি হয়। জ্বৰ হলে যেনেকৈ তাপ কমালে জ্বৰ ভাল হয়, সেইদৰে পেটৰ ময়লা গুচালে এইবোৰো গুচে। জুলাপো আহাৰৰ লগৰ। পেট পৰিষ্কাৰ কৰিবলৈ কেতিয়াও জুলাপ দিব নেলাগে। জুলাপ দিলে শৌচ হৈ আকৌ অইন বেমাৰ উৎপত্তি হয়।

চিকিৎসা কৰিবৰ পূৰ্ব্বে ৰোগীক লঘোন দিয়াব লাগে। যেতিয়া খুব ভোক লাগে, কম পৰিমাণে খুৱাব লাগে। একো গুৰুপাক বস্তু নুখুৱাই লঘুপাক বস্তু খুৱাব লাগে। যি বস্তু বেগতে জীৰ্ণ নেযায়, তাকে গুৰুপাক বোলে; যেনে—ঘিউ, চেনি, গাখীৰৰ শৰ আদি। বেগতে জীৰ্ণ যোৱা বস্তুকে লঘুপাক বস্তু বোলে; যেনে—ফল, অমিতা, দৈ-গাখীৰ আদি। নেমু আৰু সুমথিৰা টেঙাৰ ৰস যে অতি লঘু, অথচ শক্তিকাৰক আৰু হজমী।

মুঠ কথা—প্ৰথমে লঘোন দিব লাগে। লঘোনৰ লগে লগে দিনত আগ পৰ আৰু পিছ পৰত দুবাৰ তল-পেট ধুব লাগে। ৰাতি মাটিৰ পুলটিছ তল-পেটত বান্ধিব লাগে। ২।৩ দিন অন্তৰে শৌচ নহলে, কুহ-মীয়া তপত পানীৰে ফ্লিচ্ কাৰি দি পেট চফা কৰিব লাগে। মুকলি বতাহত উদং গাৰে থাকি বতাহ আৰু পোহৰ লগাব লাগে। ৰাতিপুৱা-গধূলি দুবেলা কিছু পৰিশ্ৰম হোৱাকৈ অৰ্থাৎ গা ঘমাকৈ ২।৩ ঘণ্টা ফুৰিব লাগে।

খোৱাত খুব সাৱধান হ'ব লাগে। কম পৰিমাণে ফল মাখোন খাব লাগে। পকা ফলতকৈ কেঁচা চোবাই খোৱা ফল বেছি উপকাৰী। আখৈ, ভাত, চিৰাৰ মণ্ড অলপ খাব পাৰে। চাগু, বাৰ্লি, এৰাৰুটো পনীয়াকৈ অলপ পৰিমাণে খাব পাৰে। মৰা পানীও অলপ অলপ মাজে-সময়ে খাব পাৰে।

পেটত ময়লা গোট খাই হোৱা, ওপৰত উনুকিওৱা জ্বৰ, জহনী, হাগনি, গ্ৰহণী, শূল, অৰ্শ, কোষ্ঠবদ্ধ, অজীৰ্ণ আদি বেমাৰ, অইন কি বাত, বিষ, পেট-কামোৰণি আদি আটাইবোৰ নতুন বেমাৰ গুচে। আৱশ্যক-মতে পেট-কামোৰণি হলে বা বিষালে তপত পানী বটলত ভৰাই সেক দিলে ভাল হয়।

পুৰণি বা সঞ্চিত কঠিন ব্যাধিত সেইদৰে কিছু দিন চলাৰ

অভ্যাস কৰিলে আৰোগ্য হয়। নতুন ৰোগ বহুত দিন গাত ঠাই পালেই পিছত সি কঠিন পুৰণি বা সঞ্চিত ৰোগ হৈ উঠে। প্ৰাকৃতিক নিয়ম মানি, গছৰ গুটি খাই থাকিলে গাত কোনো ব্যাধি হ'ব নোৱাৰে; হলেও আহে যায়ে গুচে। গছৰ ফলেই মানুহৰ প্ৰকৃত আহাৰ। মানুহে অনেক বস্তু মিলাই নানা তৰহৰ খাদ্য যুগুত কৰি খাই, বেমাৰ মাথোন সৃষ্টি কৰে। অতি পুৰণি কালত মানুহৰ আহাৰ কেৱল গুটিহে আছিল। তেতিয়া মানুহ বহুত দিন জীয়াই আছিল, আৰু বেমাৰো নাছিল। এতিয়াও যি লোকে প্ৰকৃতি-মাতৃয়ে যুগুত কৰা ফলাহাৰ কৰে, তাৰ গাত কোনো ৰোগে ঠাই লব নোৱাৰে।

এতিয়া ৰোগ গুচাবলৈ জ্ঞানীসকলে যিবোৰ স্বাভাৱিক স্নান বা গা ধোৱা নিয়ম উলিয়াইছে, তাৰে লাগতিয়াল কিছুমানৰ কথা কোৱা যাওক।

## বোকাৰ পুলটিচ ( Mud-poultice )

মাটিৰ লগত পানী মিহলালেই বোকা হয়। খৰচি নোহোৱা বালি মিহলি বঙা মাটি নাইবা নৈৰ মিহি পলস মাটি বোকাৰ পুলটিচৰ নিমিত্তে ভাল। তেনে মাটি আনি পৰিষ্কাৰ কৰি ৰ'দাই গুড়ি কৰি এটা পেৰা বা টিনত ভৰাই থৈ দিব লাগে।

আৱশ্যক মতে এটা পাত্ৰত পানী দি পিঠাগুড়ি সনাদি সানি, নাইৰ তলত তল-পেটটোত জোৰাই আধা আঙুলকৈ লগাই দি, তাৰ ওপৰত কাপোৰ এখন দি বান্ধি দিব লাগে। মাটি আনোতে ৰ'দ আৰু বতাহ লগা ফৰকাল ঠাইৰ ভাল মাটি আনিব লাগে। সেই পৰিষ্কাৰ মাটি ৰ'দত দি গুড়ি কৰি সেইদৰে পুলটিচ বান্ধিলে, গাৰ ভিতৰৰ তাপ টানি আনে। আহাৰৰ ১/২ ঘণ্টাৰ পিছত ৰাতি বান্ধি শুলে বৰ উপকাৰ পায়। সকলো জ্বৰত, ম্যাইকৈ নেৰেওা, মেলেৰিয়া জ্বৰত, তেজ গ্ৰহণীত, অজীৰ্ণ-ৰোগত, কাহ-জ্বৰত, উদ্‌কাই বা মুমুৰ-ৰোগত, পেট-কামোৰা বা বিষত মাটিৰ পুলটিচে বৰ উপকাৰ কৰে। তাৰ বাজেও হাগনি, অহনী, বসন্ত আদি ৰোগতো ই অতি উত্তম কাম কৰে। চেলাই খালে, কোঁদো, বৰল আদি বিষাক্ত পোকে বিন্ধিলে মাটিৰ পুলটিচে বিষ গুচায়, খহু, কোঁহা, খজ আদি গাৰ ছালৰ সকলো বেমাৰ মাটিৰ লেপ দিলে গুচে। কুকুৰ বা মেকুৰীয়ে কামুৰিলে তাক বোকাৰ লেপে বাক কৰে। ছুৰিয়ে বা কোনো এচিপে পুৰিলে, তাত মাটিৰ পুলটিচ দিলে ততালিকে ভাল পৰে। মাটিৰ বিষ-হৰণ কৰিব পৰা ভয়ানক গুণ আছে। সাপে খোঁটাত ইয়াক নিয়ম মতে ব্যৱহাৰ কৰিলে সাপৰ বিষো গুচায়। প্ৰত্যেক-

বিধ বেমাৰত বিধে বিধে ব্যৱহাৰৰ ব্যৱস্থা আছে। সেই বিষয় পিছে ক্ৰমশঃ দিয়া হ'ব।

## তল-পেট ধোৱা ( Hip-bath )

চেঁচা পৰিষ্কাৰ পানীৰে লাহে লাহে ঘঁহি নাইৰ তলত তল-পেটটো ধুব লাগে। মনত ৰাখিব লাগে, যেন কৰঙন দুটাও তিতে। পানী ৬৮°-ৰপৰা ৮৪°-ৰ ভিতৰত হলেই হ'ব। তিতা পাতল তিয়নী এখন আঁঠুৰ ওপৰত পিন্ধি, পীৰা এখনত বহি, ভৰি দুটা দাঙি, পানী লৈ তাত খহটা গামোচা এখনেৰে পানীত তিয়াই ঘঁহি থাকিব লাগে। এইদৰে ২০/৩০ মিনিট ধুলেই পেট চেঁচা পৰিব। আঁঠুৰপৰা ভৰি দুখন ঢাকি তপতে ৰাখিব লাগে। বুকুৰপৰা ওপৰডোখৰো তিতিব নেলাগে। তল-পেট ও কৰঙন মাথোন তিতিব লাগে। এইদৰে উচ্চ উপায়ে বাথ লবলৈ এবিধ টব তৈয়াৰ কৰিছে। তাত পানী দি বহি এখন খহটা গামোচা বা ফটাকানিৰে ঘঁহি ঘঁহি ধুবলৈ বৰ সুবিধা হয়।

এই স্নান বা বাথৰ বৰ গুণ আছে। ওপৰত উনুকিওৱা বেমাৰ এইদৰে আগ পৰ ও পিছ পৰত দিনটোত ২ বাৰ বাথ ললে শৰীৰৰ ভিতৰত যি তাপ উৎপন্ন হয়, তাক চেঁচা বা দূৰ কৰে। গাৰ তাপ গুচালেই তেজ পৰিষ্কাৰ হয়। নানা তৰহৰ বেমাৰ এই দিহামতে গুচে। মাইকৈ জ্বৰত এইদৰে তল-পেট ধুলে জ্বৰ গুচে।

## বায়ু আৰু ৰ'দ-স্নান ( Air and Light-bath )

মুকলি বতাহত উদং গাত বতাহ আৰু ৰ'দ বা পোহৰ লগোৱাকে এই স্নান বোলে। সকলো ঋতুত ঘৰৰ দুৱাৰ আৰু খিড়িকী মেলি উদং গাৰে শুই থাকিলেও এই স্নান হয়। এমেৰিকাৰ এজন বিখ্যাত ডাক্তৰে এই স্নানৰ দাৰা বহুত ৰোগীক সুস্থ কৰিছে। তেওঁৰ প্ৰকাণ্ড গ্ৰন্থত এই স্নানৰ বহুত গুণ বৰ্ণাইছে।

## ইন্দ্ৰিয়-স্নান ( Stiz-bath )

গুপ্তাঙ্গ সকলো স্নায়ুৰ মূল। তাক চেঁচা কৰিলেই গোটেই গাৰ স্নায়ুবোৰ চেঁচা পৰে। ইয়াৰপৰা সকলো বেমাৰ গুচে। সাধাৰণ পৰিষ্কাৰ চেঁচা পানীৰেই এই স্নান হয়। গুপ্তাঙ্গৰ মুখৰ ছালডোখৰ মাথোন তিতিব লাগে। ভিতৰৰ কোমল অংশলৈ যেন কেতিয়াও পানী

নেৰায়। তাৰ্ড় খহটা ফটাকানি এডোখৰ লৈ এহাতে তাক ধৰি পীৰা এখনত বহি এটা পাত্ৰত পানী লৈ লাহে লাহে ঘঁহি ধুই থাকিব লাগে। ২০।৩০ মিনিট এইদৰে দিনটোত ২।৩ বাৰ ধুলেই যথেষ্ট গুণ পাব।

তিৰোতাবিলাকে এই বাথ ললে তেওঁ বিস্ময়কৰ সকলো ৰোগ নিৰ্ম্মূল হয়। মুনিহে লোৰাদি, গুপ্তাঙ্গৰ ভিতৰ নিতিতাকৈ ওপৰে ওপৰে তিৰোতাই এই বাথ লব লাগে। টবৰ ভিতৰত পানী ভৰাই তাত মূঢ়া এটা পাৰি তাতে বহিও এই বাথ লব পৰা যায়। এই বাথ ললে কৰওন দুটা তিতি থাকিব লাগে, তেহে তাৰ উপকাৰ পায়।

এই স্নানৰ গুণ অনন্ত। সকলো ৰোগৰ ই ৰজা দৰৱ। যেই ৰোগ হওক, ইয়াৰপৰা উপকাৰ নোপোৱাকৈ নেথাকে। স্বভাৱ-চিকিৎসক লুই কুনে চাহাবে এই স্নান আবিষ্কাৰ কৰি তেওঁ চিৰস্মৰণীয় হৈছে। সকলোৱে পৰীক্ষা কৰি চালেই তাৰ বঢ়িয়া প্ৰমাণ পাব।

## সূৰ্য্য-স্নান ( Sun-bath )

সেউজীয়া বৰণৰ কাপোৰ বা কল-পাত এখন গাত লৈ সেই সেউজীয়া বৰণৰ মাজেদি ৰ'দৰ তাপত গা ঘমোৱাকে সূৰ্য্য-স্নান বোলে।

এই স্নানৰ দ্বাৰা শৰীৰৰ ভিতৰত থকা আটাইবোৰ পুৰণি বেমাৰ ঘামেদি বাহিৰ হৈ আহে। সকলোবিধ চৰ্ম্মৰোগ, বাত, বিষ, কুষ্ঠ আদি আটাইবোৰ বেমাৰ ভাল হয়। সেউজীয়া বৰণৰ মাজেদি ৰ'দ লৈ গা ঘামিব লাগে; নহলে উপকাৰ পোৱা টান। পুৰণি ব্যাধিত এই স্নানে বিস্তৰ উপকাৰ সাধে।

## ভাপ-স্নান ( Steam-bath )

তপত পানীৰ ভাপ গাত লগাই গা ঘমাই ঘাম উলিয়াই দিয়াকে ভাপ-স্নান বোলে। বেতেৰে গুঁঠি এখন সৰু খাট ( দীঘলে মানুহটো গুৱলে অঁটাকৈ ) যুগুত কৰি লব লাগে। তাত পাতল কাপোৰ এখনেৰে ভাপবোৰ নোলোৱাকৈ ঢাকি দি, খাটৰ তলত তপত পানীৰ পাত্ৰৰ মুখ উদঙাই গাত ভাপ লগাই গাটো ঘমাব লাগে। এই ভাপ-স্নানৰ দ্বাৰাও পৰণি সঞ্চিত ব্যাধি গুচে।

## গোটেই গাৰ স্নান (Whole-bath)

মুৰৰপৰা ভৰিৰ তলুৱালৈকে ঘঁহি চেঁচা পানীৰে গা ধোৱাকে

এই স্নান বোলে। গা তিতিলেই স্নান নহয়—২০/৩০ মিনিট গাটো তিতিব লাগে। গাব নোমব গুবিবোব তিতি মুকলি হ'ব লাগে। গাটো লাহে লাহে পৰিষ্কাৰ কৰিব লাগে, তেহে গাৰ তাপ কমে। উপৰন্ত উনুকিউৱা আটাইবোৰ মাৰ্ক প্ৰস্তুত গোটেই গা ধুই পেলোৱা বাক। মূঠতে গা ধুই পৰিষ্কাৰ থাকিলে, কোনো ব্যাধি হ'ব নোৱাৰে। গা ধোৱা প্ৰাকৃতিক নিয়ম। গা ধুলে শাৰীৰিক যন্ত্ৰবোৰ সতেজ আৰু সবল থাকে। গাব আঁহ মুকলি হয়। মন ফৰকাল থাকে।

এইদৰে গা ধুই পিছত ভালকৈ কাপোৰ-কানি পিন্ধি গাটো তপত কৰিব লাগে। গা তপত নকৰিলে উত্তমৰূপ গুণ নেপায়। কাপোৰৰ অভাৱত গাত ৰ'দ লগালেও হয়। ৰ'দ, বতাহ, পানী, মাটি—এই-বোৰেই প্ৰাকৃতিক এনেই পোৱা দৰব। তাবেপৰা বেমাৰ গুচাব পাৰিলে ধন-বিত ভাঙি খাস্তাং কৰাৰ কোনো প্ৰয়োজন নাই। সকলো মানুহে এই মহামূল্যবান এনেই পোৱা দৰবৰকিটা পৰীক্ষা কৰি চোৱা নিতান্ত যুগুত। ঘৰত সামান্য এটা বোগ হলেই ঘৰৰ ঘৰোৱাহে হাবাথুৰি খাই ধন-বিত ভগন কৰি হাইৰাণ হয়। এনেস্থলত বিনা খৰচেৰে যদি নিজে চিকিৎসা কৰি এই বিপদৰ হাত সাৰিব পাৰি, তাতকৈ আৰু সন্তোষৰ কথা অইন একো নাই।

প্ৰাকৃতিক চিকিৎসাত কোন বেমাৰত কি দিহা মতে কাৰ কি উপকাৰ পোৱা হৈছে, তাক পিছৰ ছোৱাত বিতং-বিতংকৈ লিখি জনাবৰ ইচ্ছা ৰাখিছোঁ। মা জগদম্বাই দিন দিলে, মনোবাঞ্ছা পূৰ্ণ হ'ব পাৰে। এইবাৰ ইমানতে ইতি।

০০০

# প্ৰাকৃতিক চিকিৎসা

## ( দ্বিতীয় ছোৱা )

## পাতনি

প্ৰাকৃতিক চিকিৎসা প্ৰথম ছোৱা ছপা দেখিয়েই কেইজনমান বন্ধুৱে লৰালৰিকৈ দ্বিতীয় ছোৱা ছাপিবলৈ ৰবকৈ ধৰাত, তেওঁবিলাকৰ কথা পেলাব নোৱাৰি, দ্বিতীয় ছোৱাও ছপা হ'ল।

সৰ্ব্বসাধাৰণৰ উপকাৰৰ অৰ্থে লিখোঁতাই মাথোন লিখিছে; কিন্তু ইয়াৰ দোষ আৰু গুণ বিচাৰৰ ভাৰ পঢ়োঁতাৰ হাতত। ৰাইজে দোষৰ ভাগ এৰি গুণৰ ভাগ ললে, আৰু ইয়াৰপৰা ৰাইজৰ উপকাৰ হলেই লিখাৰ সাৰ্থক হৈছে বুলি নেভাবি নোৱাৰিম।

সাৰশেষত—মাননীয় শ্ৰীযুত তাৰাপ্ৰসাদ চলিহা বি-এ, বেৰিষ্টাৰ, এম-এল-চি আৰু লোকেল বোৰ্ডৰ উপযুক্ত চেয়াৰমেন ডাঙৰীয়া, ও শিৱসাগৰৰ স্কুলসমূহৰ সুযোগ্য ডিপুটি ইনিচ্‌পেক্টাৰ শ্ৰীযুত দেৱানন্দ শৰ্ম্মা মহোদয়ে প্ৰথম ছোৱাৰ ২৫০ আৰু দ্বিতীয় ছোৱাৰ ২৫০ মুঠ ৫০০ খন 'প্ৰাকৃতিক চিকিৎসা' কিনি প্ৰকাশক, গ্ৰন্থকাৰ আৰু সমূহ ৰাইজৰ নথৈ উপকাৰ কৰা আৰু উৎসাহ দিয়া বাবে অন্তৰ সমম্বিতে শলাগ নলৈ আৰু ধন্যবাদ নিদি নোৱাৰিলোঁ। ইতি

শুকানপুখুৰী, শিৱসাগৰ
৩।৮।২৭

বাধ্য
শ্ৰীদুৰ্গা

ওঁ তৎ সৎ

# প্ৰাকৃতিক চিকিৎসা

## ( দ্বিতীয় ছোৱা )

## শৰীৰ

আমাৰ শৰীৰটি প্ৰকৃতি-মাতৃয়ে মাটি, পানী, বায়ু, তাপ আৰু আকাশ—এই পাঁচোটা মূল বস্তু বা উপাদানেৰে অতি বিতোপন কৌশলেৰে যুক্ত কৰিছে। দিনেপতি আমাৰ শৰীৰ ক্ষয় হবলৈ ধৰিছে; আকৌ উক্ত বস্তুকেইটাৰেপৰা পূৰণো হৈ আছিছে। এইদৰে ক্ষয় আৰু পূৰণৰপৰাই আমি জীয়াই আছোঁ। পৱিত্ৰ উত্তম আহাৰ, নিৰ্ম্মল পানী, মুকলি বায়ু, ৰবকাল পোহৰ বা তাপ—এয়ে আমাৰ শৰীৰৰ অতি লাগতিয়াল বস্তু। এই বস্তুকেইটা উপযুক্ত পৰিমাণে পাই থাকিলেহে সুস্থ, আৰু তাৰ অলপ লৰ-চৰ বা কম-বেছি হলেই অসুস্থ বা ৰোগী হওঁ।

শৰীৰ যাতে সুস্থ থাকে, তালৈ সকলোৰে অহোপুৰুষাৰ্থ কৰা নিতান্ত যুগুত। অকস্মাৎ অসুস্থ হলেও তালৈ পিঠি নিদি ততালিকে তাক আঁতৰাবলৈ বিশেষ যত্ন কৰা উচিত। ৰোগ অতি ভয়ানক শত্ৰু। ই চেলু পালেই প্ৰাণ নষ্ট কৰে। ৰোগী মানুহে সততে গাত অসুখ আৰু মনত অশান্তি ভোগে; এতেকে তাক প্ৰাকৃতিক নিয়মবোৰলৈ মন দি ভগাই পেলাব লাগে। প্ৰাকৃতিক নিয়ম পালিলেও কোনো দৰৱৰ আৱশ্যক নাই। প্ৰাকৃতিক নিয়মবোৰ নমনাৰপৰাই আমাৰ গাত ব্যাধিবোৰে ঠাই লয়। লোভ বৰ বেয়া বস্তু। মানুহে লোভত পৰি যিহকে পায় তিহকে খাই বেমাৰ পাৰে। অজ্ঞাতে এনেহে কৰিও প্ৰকৃতি-মাতৃৰ নিয়মবোৰ ভং কৰে, তাৰপৰাও ৰোগ হয়। ৰোগ নোহোৱাকৈ থাকিব পাৰিলেহে ৰক্ষা। হলেও যাতে ধন-বিত্ত খৰচ নোহোৱাকৈ তাৰ প্ৰতিকাৰ কৰিব পাৰি, ইয়াত তাৰে দিহা কৰা হৈছে। এই পুথিখনতে চলিলে লাভ উপকাৰ পাব।

# মাটি

জগৎ-জননী বসুমতী-মাতৃৰ অনন্ত মহিমা। তেওঁৰ অপাৰ দয়াৰ কথা ভাবিলে তবধ মানিব লাগে। এই মাটিৰেই আমাৰ শৰীৰ-সজাটি যুগুত হৈছে। সেই মাটিৰেই আকৌ গাৰ আটাইবোৰ ব্যাধিৰ চিকিৎসা কৰিব পাৰি। নিয়মমতে মাটিৰে চিকিৎসা কৰিলে গুচাব নোৱৰা, গাত কোনো ৰোগ নাই। অনেকবিধ মাটি আছে। প্ৰত্যেক বিধৰ বিভিন্ন গুণ; কিন্তু মূল গুণটো কম-বেছি আটাইবোৰ মাটিৰে প্ৰায় একে।

ওপৰৰপৰা এবেগেত মাটি খানি গুচাই, তলৰ জাবৰ-জোঁথৰ মথকা পৰিষ্কাৰ মাটি আনি, তাক ৰ'দাই গুড়ি কৰি গুড়ি-চালনীৰে চালি, তলত এখন কল-পাত আৰু ওপৰত এখন কল-পাত দি খুব ৰ'দাব লাগে। কেইদিনমান সেইদৰে ৰ'দত দি, নেজেকাকৈ টিন বা পেৰা এটাত ভৰাই থৈ দিব লাগে। আৱশ্যকমতে তলত লিখা ব্যাধিবোৰত ব্যৱহাৰ কৰিলেই অতি অদ্ভুত গুণ দেখি আচৰিত নহৈ নোৱাৰে।

সেই গুড়ি শুকান মাটি এটা পৰিষ্কাৰ পাত্ৰত ব্যাধিৰ পৰিমাণমতে লৈ, চেঁচা পানীৰে পিঠা সনাদি সানি (টানো হ'ব নেলাগে, লেপলেপীয়াও হ'ব নেলাগে) ব্যাধিত লগাই দি তাৰ ওপৰত কেঁচা কল-পাত এখন দি, কাপোৰ এখন মেৰিয়াই বান্ধি দিব লাগে। ইয়াকে মাটিৰ পুল্‌টিচ বোলে। ২/৩ ঘণ্টাৰ ভিতৰতে তপত হৈ উঠিলেই তাক গুচাই পেলাই দি, আকৌ নতুনকৈ এটা ওপৰত কোৱা মতে বান্ধি দিব লাগে। যেতিয়ালৈকে ৰোগ নুগুচে, সেইদৰে ব্যৱহাৰ কৰিব লাগে।

এই মাটিৰ পুলটিচ্ "সৰ্ব্বচাক-মন্ত্ৰ" বুলি মনত ভাবিব লাগে। এই মাটিৰ পুল্‌টিচৰ গুণ কৈ অন্ত কৰিব নোৱাৰি। আমি ইয়াক ব্যৱহাৰ কৰি বিস্তৰ গুণ পাইছোঁ। বাস্তৱতে ই দুখীয়াৰ পৰম বন্ধু। ধন-বিত নভঙাকৈ হঠাৎ বিপদৰপৰা ৰক্ষা পাবৰ উজু দিহা। এই মাটি যুগুত কৰি সকলোৱে পৰীক্ষা কৰি চালেই তাৰ গুণ বুজিব পাৰিব।

আজি ৩/৪ বছৰৰপৰা মাটিৰ গুণ উত্তমৰূপে পৰীক্ষা কৰি আমি নিজে যি গুণ পাইছোঁ, তাক সকলোকে জানিবলৈ দিয়া উচিত বুলি ভাবিছোঁ। মাটিৰ গুণ বুজিবৰেপৰা আমি কি ডাক্তৰি, কি কবিৰাজি, কি হোমিওপেথিক কোনো দৰবকে ব্যৱহাৰ কৰা নাই, কেৱল এই মাটি আদি পাঞ্চভৌতিক প্ৰাকৃতিক চিকিৎসাত হাত দি নথৈ গুণ পাইছোঁ।

এই বিষয়ে বহুতক উপদেশ আৰু দিহা দিয়া হৈছে; কিন্তু বৰ বেজাৰৰ কথা, অনেকে বিশ্বাস নকৰে। প্ৰাকৃতিক নিয়মতকৈ যে কঠিন ব্যাধি ততালিকে ৰাক কৰা অহিন উপায় নাই, এই কথা কাকো বুজাব নোৱাৰি। দৰৱ-জাতি ব্যৱহাৰ কৰি সকাহ মাত্ৰ পায়, কিন্তু বেমাৰ সম্পূৰ্ণ আৰোগ্য নহয়। প্ৰাকৃতিক চিকিৎসাত একেবাৰে নিৰ্ম্মূল বা জৰ্নি মৰাত কোনো শঙ্কা নাই।

যিসকল ৰোগীয়ে ডাক্তৰৰ, কবিৰাজৰ আদি দৰৱ ব্যৱহাৰ কৰি, ধন-বিত ভাঙি, হাবাসাৱ হৈ একো গুণ নেপাই, হতাশ হৈ শেষত এই প্ৰাকৃতিক চিকিৎসাত গুণ পাইছে, সেইসকলে মাথোন প্ৰাকৃতিক চিকিৎসাৰ মোল বুজিছে। আমি সকলোকে নিজৰ ধন আৰু প্ৰাণ ৰক্ষা কৰিবলৈ সৰল মনেৰে গোহাৰি কৰিছোঁ, এই অতি উত্তম দিহা যেন এবাৰ মাথোন পৰীক্ষা কৰি মনৰ শঙ্কা গুচায়।

মা জগদম্বাৰ প্ৰাকৃতিক চিকিৎসাত বিশেষকৈ ৰোগীয়ে পথ্যলৈ (খোৱালৈ) চকু দি চলিব লাগিব। কাৰণ, আমাৰ ৰোগ সৰহভাগ মুখে-দিয়েই সোমায়। আমি যি খাওঁ তাৰেপৰা বিষাক্ত অংশ পেটৰ ভিতৰত গোট খাই থাকি ব্যাধি উৎপন্ন হয়। মুখ নচম্ভালিলে হাজাৰো চিকিৎসা কৰক, তাত ফল পোৱা বৰ টান। একমাত্ৰ পথ্যই, কবলৈ গলে, মহৌষধ।

গাত লাগে যি বেমাৰেই হওক, প্ৰথমে লঘোন দিব লাগে। লঘোন দিলে নকৈ ৰোগে বল নেপায়। লঘোন দিয়াত মাত্ৰ পানী খাব পাৰে। তাকো মৰা-পানী, অৰ্থাৎ পানী তপতাই চেঁচা কৰিলেই মৰা-পানী হয়। তাকো একেবাৰে বেছি নেখাই, মুখ ও ডিঙিৰ নেলু মাথোন তিতাকৈ খাব লাগে। এবাৰে নেখাই এইদৰে ঘনেপতি খাই থাকিলে, যথেষ্ট উপকাৰ পাব। ৰোগীৰ পক্ষে নেমু-টেঙা আৰু সুমথিৰা-টেঙাৰ ৰস বৰ ভাল। তাক মৰা-পানীত মিলাই খালে অনেক গুণ পায়। বৰকৈ ভোক লাগিলে, পনীয়া আহাৰ কম পৰিমাণে খোৱা উচিত। পঁইতা ভাতৰ পানী, চিৰা খচা পানী, ভাত খচা পানী, চাগু, বাৰ্লি আদিও দিব পাৰে; কিন্তু গোটা কোনো বস্তু খাবলৈ দিব নেলাগে। ৰোগীৰ পক্ষে গুটিবোৰ (ফলাহাৰ) বাৰু, তাকো ভোক বুজি খুৱাব লাগে। পোহৰ আৰু মুকলি বতাহ বৰ উপকাৰী। বতাহ আমাৰ প্ৰাণ, আৰু পোহৰ আমাৰ গাৰ শক্তি। এতেকে ৰোগীক পোহৰ আৰু বতাহৰপৰা কেতিয়াও বঞ্চিত কৰিব নেপায়। ৰোগীয়ে কম পক্ষেও দিনটোত দুবাৰ বঢ়িয়াকৈ খহটা শকত সূতাৰ গামোচাৰে বা মোহাৰি পৰিষ্কাৰ কৰি গা ধুব লাগে। গাৰ ৰোমৰ গুৰিবোৰ যেন মলি আৰু ঘামেৰে বন্ধ খাই নেথাকে। গাত লোৱা কাপোৰো নিকা হ'ব লাগে। তাকো ধুই নিতৌ ৰ'দাই থাকিব লাগে। যিমান সাৱধানেৰে যতন লয়, সিমান সোনকালে ৰোগ গুচে।

০০০

# জ্বৰ

জ্বৰ হলে—প্ৰথমে এদিন এৰাতি অৰ্থাৎ ২৪ ঘণ্টা, পাৰিলে ৩৬ ঘণ্টালৈকে প্ৰথমে লঘোন দিব লাগে। ওপৰত কোৱা মাটিৰ পুলটিচ এটা নাইৰ ভলত তল-পেটটোত গাতে লগাই দি তাৰ ওপৰত কেঁচা কল-পাত এখন দি কাপোৰেৰে মেৰিয়াই বান্ধি দিব লাগে। ২।৩ ঘণ্টাৰ মূৰত তাক গুচাই, আকৌ এটা বান্ধি দিব লাগে। গাৰ তাপ কমি নাহেমানে এইদৰে পুলটিচ বান্ধি থাকিলে জ্বৰ আপুনি কমি আহিব গাত যদি জাৰ লাগে, তেন্তে কাপোৰ কম পৰিমাণে (জাৰ গুচাকৈ) দিব লাগে। যদিহে গাত পোৰণি ধৰে, তেন্তে গা উদংকৈ মুকলি বতাহত শুই বা বহি যেনে ভাল লাগে, সেইদৰে থাকিব লাগে। ইচ্ছা হলে গা ধুবও পাৰে। কিন্তু গা ধুই আকৌ গাটো তপত হবলৈ কাপোৰ লব লাগে। কাপোৰৰ অভাৱত গাত ব'দ লগালেও বেয়া নহয়। ৰ'দেও গা তপত কৰে। অধিক ৰ'দ নলগাই, কেৱল উপযুক্ত পৰিমাণে ৰ'দ লগাই গা তপতাব লাগে। জুইৰ তাপো ভাল। জাৰ লাগিলে তপত পানী, আৰু গাত পোৰণি হলে চেঁচা পানী ব্যৱহাৰ কৰাব লাগে। ৰোগীয়ে যেনে ভাল পায়, সেই নিয়মে চলিব লাগে। কোনো প্ৰকাৰ খাতে অত্যাচাৰ নহয়, তালৈ বৰ সাৱধান হ'ব লাগে। এই নিয়মে চলিলে সকলো জ্বৰ ভাল হ'ব। চেঁচা বা ঠাণ্ডা লাগি নবিয়া টান হ'ব বুলি মনত সমূলি শঙ্কা কৰিব নেলাগে।

## আই-ওলোৱা

প্ৰথমে গাত জ্বৰ আৰু বিষ হৈ বসন্ত হয় বা আই ওলায়। সেইদৰে ওপৰত কোৱামতে তল-পেটত ঘনাই মাটিৰ পুলটিচ বান্ধিলে, শৌচ খোলোচা হৈ জ্বৰ কমি আহিব, আৰু বসন্ত ৰোগো ভাল হ'ব। একে কাৰণতে যেতিয়া সকলো বেমাৰ উদ্ভব হয়, একে চিকিৎসাতে অন্যান্য সকলো বেমাৰো আৰোগ্য হয়। পথ্য সম্বন্ধেও জ্বৰৰ নিয়মেই চলিব লাগিব। গুৰুপাক আহাৰ নিদি, লঘুপাক খাদ্য খুৱাব লাগে।

## গ্ৰহণী, হাগনী, জহনী, অজীৰ্ণ আদি

পেটৰ আটাইবোৰ বেমাৰত মাটিৰ পুলটিচ তল-পেটত জ্বৰত দিয়াদি দিব লাগে। খোৱাৰ নিয়মো একে।

## গাত ঘা লাগিলে বা ছালৰ বেমাৰ হলে

তাতো নিৰ্ভয় মনেৰে ঘা বা চৰ্ম্মৰোগত ওপৰা-উপৰিকৈ মাটিৰ পুল্‌টিচ অৰ্থাৎ বোকা বান্ধি দিলে, ঘা বা চৰ্ম্মৰোগ গুচে। আমাৰ গৰু, ঘোঁৰাৰ ভৰিত ঘা লাগিলে বোকাত বান্ধি থোৱা নিয়ম আছে। গৰুৰ চৰকা লাগিলে যে নেবান্ধি নেৰে। তাতে গৰুৰ ভৰিৰ ঘা শুকায়। গাৰ যি ঠাইতে উখহে আৰু বিষায়, তাতে বোকা বান্ধি দিলে ভাল হয়। গাত কাটিলে, থেতেলা খালে, জুইয়ে পুৰিলে, খোচ খালে, বন্দুকৰ গুলী লাগিলে, ফোঁহা ঘা লাগিলে, উখহিলে, বিষাক্ত পোক-পৰুৱাই খালে, খহ, খৰ, ঘা, অইন কি কুষ্ঠাদি ৰোগো বোকাই ভাল কৰে। বলিয়া শিয়াল, কুকুৰ, মেকুৰীয়ে খালেও, তাত তত্তালিকে বোকা বান্ধি দিব লাগে। সি বেগতে বিহ টানি আনিব আৰু ঘাও ভাল কৰিব। সাপে খোঁচিলেও সেই ব্যৱস্থাতে ভাল হ'ব। মাটিৰ বিহ টানিব পৰা ভয়ানক শক্তি আছে। সাপে খোৱা মানুহৰ গাত বিহ উঠি যদি মূছ-কঁহ হয়, তেন্তে মাটিত গাঁত এটা খানি মূৰটো উলিয়াই বাকীডোখৰ আল-ফুলকৈ মাটি দি পুতি থলে, বিহ টানি ল'ব, ৰোগী ভাল হ'ব। মূৰটো উলিয়াই নৈৰ সোঁতত ৰোগীটোক বুৰাই থলেও বিহ যাব। বিহ গালৈ নৌ-উঠোঁতেই, খোঁটা ঠাইডোখৰৰ অলপ ওপৰতে টানকৈ গাঁঠি এটা দি, কেউ-পিনে মাটিৰ পুল্‌টিচ ঘনাই বান্ধি থাকিলে নিশ্চয় বিহ টানি আনিব। ৰোগীক শুৱলৈ নিদি বহুৱাই থব লাগে, আৰু মনত ভয় খাবলৈ নিদি নিৰ্ভয় কৰি ৰাখিব লাগে।

## নেৰেঙা হলে

বুকু বিষায়, জ্বৰ হয়। বুকুৰ যি ঠাইত বিষায়, তাতে ডাঠকৈ পুল্‌টিচ বান্ধি থব লাগে, আৰু তল-পেটত জ্বৰত যন্ধাদি মাটিৰ পুল্‌টিচ দিলে বেগতে ভাল হয়। বোকা চেঁচা, এতেকে তাক লগালে ব্যাধি টান হ'ব বুলি মনত অকণো শঙ্কা কৰিব নেলাগে। যিমানবোৰ গাৰ ভিতৰত বেমাৰ হয়, সকলোবোৰ কেৱল আমাৰ ভিতৰি গাৰ তাপৰ পৰাই হয়; বোকাই সেই বিষাক্ত তাপ টানি আনে। তাত ভয় কৰিবৰ কোনো কাৰণ নাই।

## গাত বিষাক্ত চৰ্ম্মৰোগ হলে

গোটেই গাতে বোকা লেটিয়াই, কেঁচা কলাপাত এখন গাত দি

ব'দত পৰি থাকিলে, ভিতৰৰপৰা বিহবোৰ টানি আনিব। ২।১ ঘণ্টাৰ পিছত চেঁচা পানীৰে পৰিষ্কাৰ কৰি ধুই পেলাব লাগে। এইদৰে কেইদিনমান কৰিলে গৰ্মি-ঘা, কুষ্ঠ ব্যাধি পৰ্যন্ত পলাই পটং মাৰিব। আৰু যি ঠাইতে বিষাক্ত ঘা হয়, তাতো এনে ব্যৱস্থা কৰিব লাগে।

ফাকুৱা খেলা, বোকা খেলা আদি ঋতু পৰিবৰ্তনৰ সময়ত গাৰ তেজ শোধন কৰিবৰ মনেৰে এই যুক্তি কৰিছে বুলি মনে ধৰে।

মাটিৰে সৈতে মানুহৰ বৰ ঘনিষ্ঠ সম্বন্ধ। খালী ভৰিৰে খোজ কাঢ়িলে, মাটিত শুলে, গালৈ মাটিৰপৰা বহুত শক্তি আহে। গছ-গছনিৰ দৰে মাটিৰপৰা জীৱ-জন্তুবোৰেও অনেক জীৱনী-শক্তি পায়। লাহ-বিলাহত পৰি মানুহে যিমান সুখত থকা অভ্যাস কৰিছে, সিমান ৰোগ বাঢ়িছে আৰু মৃত্যুৰ সংখ্যা, ঘাইকৈ অকাল মৰণৰ লেখ বাঢ়িছে। বহুত ব্যাধি আছে—কেৱল মাটিত শোৱা-বহা অভ্যাস কৰিলেই বাক হয়। এইবোৰ বিষয় সকলোৰে জনা আৰু সেইমতে চলা উচিত।

প্ৰত্যেকবিধ মাটিৰ গুণ জানি, তাক উপযুক্ত মতে ব্যৱহাৰ কৰিব জানিলে, ততালিকে অতি আচৰিত গুণ পোৱা যায়। আমি সকলো বেমাৰতে মাটিৰ ব্যৱহাৰ কৰি তাৰ গুণ বুজিব পাৰি মনত বৰ সন্তোষ পাইছোঁ। এই মাটি ব্যৱহাৰ কৰি চকু, নাক, কাণ, মুখ আদিৰো বহুত ব্যাধি গুচাব পাৰিছোঁ। জগত-জননী পতিত-পাৱনী জগদম্বা প্ৰকৃতি-মাতৃয়ে বসুমতীৰূপে আমাৰ অশেষ কল্যাণ সাধিছে। আমি মূৰ্খ, বুজিব নোৱাৰি আওঃহেলাত নিজে অমঙ্গল মাতি আনি, তাৰ হাতে হাতে ফল ভোগ কৰিও মনত নেৰাখোঁ। আমি মাতৃৰ বুকুৰপৰা যিমান আঁতৰিম, সিমান আমাৰ ৰোগ। মাতৃৰ কোলাত উঠি থাকিলে, মাতৃৰ মাটিৰূপ অমৃত গাত লাগি থাকিলে, কোনো ব্যাধি ওচৰ চাপিব নোৱাৰে। পানী নহ'লে মাছৰ যি দশা, মাটি নহ'লে পৃথিৱীৰ জীৱ-জন্তুবো সেই দশা। ভূমিষ্ঠ হ'বৰেপৰা মৃত্যু পৰ্যন্ত গোটেই জীৱন মাটিৰ লগত সম্বন্ধ। মৰিলেও এবা শটো মাতৃক শোধাই নিদি ৰক্ষা নাই। মাজতে দুদিন লাহ-বিলাহত পৰি জোতা-মোজাৰে ভৰি ঢাকি আৰু চাং বা খাটত শুই মাটিৰপৰা আঁতৰত থকা বাবে যথেষ্ট ৰোগ ভোগোঁ, তথাপি তালৈ দকৈ অকণো গমি নেচাওঁ।

প্ৰত্যেকবিধ মাটিৰ প্ৰত্যেক ব্যাধিত বিশেষ ৰূপে ব্যৱহাৰত অদ্ভুত শক্তি দেখা যায়। ওপৰত থাউকতে উনুকিয়াই দিয়া হৈছে। প্ৰত্যেকবিধৰ সুকীয়াকৈ লিখিবলৈ গলে, এখন প্ৰকাণ্ড গ্ৰন্থ হৈ উঠিব। সম্প্ৰতি পৰীক্ষা কৰি চাবলৈ আৰু সকলোতে উপকাৰ পাবলৈ যিমানখিনি আৱশ্যক, তাকে মাথোন ইয়াত লিখা হৈছে।

## দাঁতৰ ও মুখৰ বেমাৰত

অতি বঙা মাটি (যিবোৰৰ লগত কিছু পৰিমাণে বালি মিহলি থাকে) ৰবকৈ ৰ'দাই গুড়ি কৰি, তলত এখন কল-পাত ওপৰত এখন কলপাত দি, বটিয়াকৈ শুকুৱাই কাপোৰেৰে চালি, দাঁত ও মুখ ধুলে দাঁত ও মুখৰ সকলো ৰোগ নষ্ট হয়। অইন'কি—বৰা দাঁতো ৰহে। তেজ-পুঁজ ওলোৱা, ঘা-লগা, দাঁত-কঁলা আদি বেমাৰো ভগে।

## মুৰলৈ তেজ উঠি মূৰ কামুৰিলে

গলধনটোত আলতীয়া মাটিৰ লেপ দি ওপৰত কল-পাত এখন দি, ভাঠ কাপোৰেৰে টানি বান্ধি দিব লাগে। জুয়ে পুৰিলেও ততালিকে আলতীয়া বা কুমাৰ-মাটিৰে লেপ দি বান্ধি দিলে, সেইদিনেই চেঁচা পৰি জুই মৰি ভক্‌ভকনি গুচিব। জলকীয়া বা কোনো এচিডে পুৰিলেও সেইদৰে কুমাৰ-মাটিৰ লেপ দিলে ভাল হয়।

বৰল, কোঁদো, চেলা আদি বিষাক্ত পোক, শিঙিমাছ আদিয়ে বিন্ধিলেও কুমাৰ-মাটিৰ লেপে বিষ মাৰে। চকু বঙা পৰি লোৱালে, চকুৰ কেউপিনে আৰু পিৰিকটিত কুমাৰ-মাটিৰ লেপ দিলে ৰাক হয়। কুকুৰী-কণাৰ ব্যৱস্থাও সেয়ে। হঠাৎ হাত-ভৰিৰ হাড় ভাগি গলেও তাক মিলাই কুমাৰ-মাটিৰ লেপ দিলে হাড় জোৰা লাগে।

তল-পেটত পুলটিচ দিবলৈ হাঁহ-ফলীয়া মাটি ভাল। বালি মিহলি থকা বঙা মাটিও বেয়া নহয়। নৈৰ কাষৰ পলস মাটিও উত্তম। যেই-সেই মাটিৰে পুলটিচ দিলেও ভাল হ'ব, কেৱল মাটি অনুসৰি অলপ কম-বেছ গুণ ধৰে। সেইবাবে হঠাৎ বেমাৰ পৰিলে, মাটি বিচাৰি ঘূমুটিয়াই ফুৰাতকৈ আগেয়ে গোটাই থোৱা উচিত। আৱশ্যক হোৱা মাত্ৰকে ততালিকে ব্যৱহাৰ কৰিব পাৰি।

গা-ভাৰী মাইকীয়ে প্ৰসৱৰ সময়ত কষ্ট খাই থাকিলে তল-পেটত মাটি বান্ধিলে বেগতে উপকাৰ পাব। নানাবিধ প্ৰসূতা বেমাৰত মাটিৰ পুলটিচে বিশেষ উপকাৰ কৰে। সৰু ল'ৰা-ছোৱালীবোৰৰ পেটৰ অসুখত মাটিৰ পুলটিচে নথে উপকাৰ দিয়ে।

ভালকৈ বিবেচনা কৰি এটালে, মাটিৰপৰা সকলো বেমাৰকে নিৰ্ম্মূলকৈ আৰোগ্য কৰিব পাৰি। এই বিষয় কোন বেমাৰত কেনেকৈ ব্যৱহাৰ কৰিলে সন্তোষজনক ফল পাব পাৰে, তাক কোনো লোকে সুধিলে বা চিঠিসহ উত্তৰৰ নিমিত্তে টিকট পঠালে, সোনকালে উত্তৰ দিয়া যাব। মাটিৰ ব্যৱহাৰ সম্বন্ধে পিছতো অনেক লিখি জনাবৰ মন ৰাখিছোঁ।

০০০

# তাপ

জগদম্বা বসুমতীদেৱীৰ শক্তি অনন্ত আৰু মহিমাও অপাৰ। তেওঁৰ গৰ্ভতে পৃথিৱীৰ সকলো প্ৰাণী আৰু বস্তুৰ জনম। হীৰা, মুক্তা, পোৱাল আদি ৰত্ন; কাঁহ, পিতল, লো, সোণ, ৰূপ আদি ধাতু; গছ-গছনি, লতা, ফুল, ফল আদি উদ্ভিদ; বালি, ধূলি, পৰ্ব্বত, শিল আদি, আৰু খাল, বিল, নৈ, সাগৰ আদি আটাইবোৰৰ উৎপত্তি, স্থিতি আৰু বিনাশ তেওঁতে হব লাগিছে। এই মাটিতে সকলোৰে জনম আৰু এই মাটিতে লয়।

কোনো বিশেষ বস্তু মিলি তাত উপযুক্ত পৰিমাণে তাপ পালেই এটা নতুন বস্তুৰ সৃষ্টি হয়। হাঁহ, কুকুৰাদি চৰাইৰ কণীয়ে উপযুক্ত পৰিমাণে তাপ পালেই তাত জীৱৰ সৃষ্টি হয়। সকলো. বস্তুৰে একে নিয়ম। সেইবাবে পৃথিৱী-মাতৃক বসু-গৰ্ভা বোলে।

ৰাসায়নিক পণ্ডিতসকলে অশেষ পুৰুষাৰ্থ কৰিও এই পৰিমিত জগদম্বাৰ কাৰ্য্যৰ এখুদমানো উৱা পোৱা নাই। এতিয়াও অসংখ্য অচিন বস্তু আছে, যাক বুজিবৰ কাৰো সাধ্য হোৱা নাই। পৃথিৱীৰ তাপৰেপৰা সকলো বস্তু উৎপন্ন হৈছে। পৃথিৱীস্থ সকলো বস্তুতে উপযুক্ত পৰিমাণে তাপ আছে। তাপ নেথাকিলে বস্তু বস্তু হৈ নেথাকে। মানুহৰ গাতো তাপ আছে। সেই তাপ বেছি হলেও বেয়া, কম হলেও বেয়া। উপযুক্ত পৰিমাণে থাকিলেই সুস্থ থাকে। বেছি তাপ হলে নানাবিধ ব্যাধি হয়; আকৌ কম তাপ হ'লেও দুৰ্ব্বল হৈ নানা তৰহৰ বেমাৰ হয়। তাপৰ জন্ম-ঠাই আমাৰ তল-পেট। তল-পেটৰেপৰা গোটেই গা ব্যাপ্ত হৈ থাকে। মানুহ নমৰেমানে সেই তাপ থাকে। মৰাৰ লগে-লগে তাপো নাশ পায়। উপযুক্ত পৰিমাণে আমাৰ গাত তাপ থাকিলে একো ৰোগ হব নোৱাৰে। সেই বঢ়া তাপ টুটাবলৈ আৰু টুটা তাপ বঢ়াবলৈ দিহা কৰাই স্বভাৱ-চিকিৎসাৰ মূল অৰ্থ।

বেছি হোৱা তাপ গুচালেই বেমাৰ গুচে। সেইদৰে কম থকা তাপ বঢ়ালেও বেমাৰ গুচে। উপযুক্ত পৰিমাণে তাপ ৰাখিব পাৰিলেই সুস্থ থাকিব পাৰে। মাটি, পানী, বতাহ, তাপ, আকাশ—এই ৫টা বস্তুৰেই তাপ কম-বেছ কৰিবৰ অনেক উপায় উলিয়াইছে। তাকে স্বভাৱ- বা প্ৰাকৃতিক চিকিৎসা বোলে।

০০০

# পানী

চেঁচা পানী প্ৰকৃতিদেৱীৰ এটা প্ৰধান শক্তিকাৰক মহৌষধ। ডাক্তৰি, কবিৰাজি কোনো দৰবে ইয়াৰ ওচৰ চাপিব নোৱাৰে। চেঁচা পানীৰে গা ধুই উপকাৰ আৰ্জ্জিব পৰা সতেজ মানুহ আমাৰ ভিতৰত পোৱা বৰ টান। প্ৰায় লোকে চেঁচা পানীৰে গা ধোৱা দূৰতে থাওক, দেখিলেও ভয় কৰে। দুৰ্ব্বল মানুহে যে চেঁচা পানীক যম বুলি ভাবে। যিবিলাকৰ গা সবল, সিহঁতে ৰং মনেৰে দিনটোত দুবাৰ চেঁচা পানীৰে গা ধুই ভাল পায়; তাৰপৰা বিশেষ উপকাৰো পায়।

নিৰাপদে স্বাস্থ্য বাঢ়িব পৰা এবিধ গা ধোৱা উপায় ওলাইছে। নিচেই দুৰ্ব্বল মানুহেও (গাৰ তাপ নকমোৱাকৈ) সুবিধামতে গা ধুই শৰীৰৰ বল বঢ়াব আৰু নিৰোগী হ'ব পাৰে।

## সাধাৰণ চেঁচা পানীৰে গা ধুলে কি হয়?

নিয়মমতে গা ধুলে বাহিৰৰ ছালখন চেঁচা পৰে, তাৰপৰা কিছুমান তাপ কমে আৰু গাৰ ছালখন পৰিষ্কাৰ হয়। সুস্থ কৰ্ম্মী মানুহে কাম কৰাত যিফেৰা তাপ ক্ষতি হয়, তাৰ ততালিকে পূৰণ হয়। গা আপুনি আকৌ তপত হয়। গাৰ সকলো অঙ্গবিলাকলৈ সমানে তাপ চলি যায়। গাৰ কোনো ঠাইত তেজ গোট খাই থাকিলে, সিও চাৰিওফালে চলি যায়। জীৱনী-শক্তিয়ে গাত বল পায়, ভিতৰত কোনো বেমাৰ হোৱাৰ আগন্তুক থাকিলে, তাকো গুচাই দিয়ে। গা ধোৱাৰ ওপৰত শৰীৰ আৰু মন ফৰকাল লাগি নতুন হৈ উলাহত উথলি পৰে।

কিন্তু প্ৰথমে গা ধোৱাত সৰহ পৰিমাণে তাপ ক্ষয় হলে, তাৰপৰা বিশেষ অনিষ্ট ঘটে। লাহে লাহে কিছুদিনৰ মূৰত স্বাস্থ্যও নষ্ট হয়। তাপেই আমাৰ জীৱন। তাপ নহলেই আমাৰ মৰণ। নিয়মমতে গা তপত হৈ থাকিলেহে স্বাস্থ্য অটুট হৈ থাকে। গা ধুই চেঁচা কৰিলে যদি আকৌ তপত নহয়, তেন্তে তাৰপৰা ইষ্ট নহৈ অনিষ্টহে হব। এইটো ধ্ৰুৱ কথা যে, দুৰ্ব্বল মানুহৰ গাত একো ব্যাধি নেথাকিলেও, সাধাৰণতে তাৰ গাৰ তাপ-শক্তিৰ পৰিমাণ নিচেই কম। দুৰ্ব্বল মানুহৰ গাৰ তাপ এবাৰ ক্ষয় হলে, তাক পূৰণ কৰা বৰ টান। এনেবিধ দুৰ্ব্বল স্বাস্থ্যৰ মানুহেই আমাৰ দেশখন ভৰি আছে। দেখি-বলৈ নোদোকা হলেই সুস্থ নহয়; গাত উপযুক্ত পৰিমাণে তাপ-শক্তি না

জীৱনী-শক্তি থাকিব লাগে, তেহে তাক সুস্থ বুলিব পাৰি। আমাৰ মানুহে স্বাস্থ্য বস্তুটো সমূলি চিনি নেপায়। মোদোৰ-পোদোৰ মানুহ মাত্ৰকে সুস্থ বুলি ভাবে। গা শকত হোৱাও যে এটা ভয়ানক ৰোগ, তাক নবুজে।

হেনজানি আমাৰ এনে গা ধোৱা দিহা বা উপায় হ'ব লাগে, যাতে আমাৰ আপোনা-আপুনি গা তপত হোৱা শক্তিটো নকমি বা নষ্ট নহৈ বৰং বাঢ়ে, আৰু খিনিখিনি ক্ষয় হয়, তাকো পূৰণ কৰে। তাকে নোবাৰিলে, মৰণত শৰণ দিয়াৰ বাহিৰে একো নহয়।

বৈজ্ঞানিক উপায়েৰে যাতে সাপো মৰে লাখুটিও নভাঙে, তাৰ দিহা কৰিছে। কওঁ মন দি শুনা ঃ—আমাৰ গলধমবগৰা টিকালৈকে পিঠিৰ বাজহাড়ডালত গা গোটেইটোৰ স্নায়ুবোৰ গোট খাই আছে। বাজ-হাড়ডালৰ ভিতৰত জীৱন-তত্ত্বৰ গাঁঠিবোৰো আছে; তাকে ইংৰাজীত Sympathetic Nerve System বোলে। গোন প্ৰথমে গাৰ আইন ভাগ চেঁচা নকৰি, এই বাজ-হাড়ডালহে চেঁচা কৰিব লাগে। বাজ-হাড়ডাল চেঁচা কৰিলেই গোটেই গাটো চেঁচা পৰে, আৰু তাৰপৰা নথৈ উপকাৰ হয়। বাজ-হাড় ধুলে গাৰ আইন ভাগবোৰত আঁশৰ একো ক্ষতি নহয়। নিচেই দুৰ্ব্বল মানুহেও বাজ-হাড় অনায়াসে ধুব পাৰে; তাৰপৰা বিশেষ গুণ পাব। বাজ-হাড় ধুলে বৰ উষ্ণ, আৰু তাৰপৰা বৰ আৰাম পোৱা যাব। ইমান সুখ বা আৰাম পায় যে কেতিয়াবা টোপনি আহে। এই টোপনিত শয্যাত শুই সুখ পোৱাতকৈ বেছি আৰাম পায়। শয্যাত ৪ ঘণ্টা শোৱাত যিমান উপকাৰ হয়, এই স্নানত ১০ মিনিটত ততোধিক আৰাম আৰু উপকাৰ পায়।

এই স্নান ( বাজ-হাড় ধোৱা ) অতি উষ্ণ ও সুখদায়ক। নিচেই তাকৰ পানীতে হয়। গতিকে নিচেই অলপ তাপ মাথোন ক্ষয় হয়। নিচেই দুৰ্ব্বল স্নায়ুবোৰ এই স্নানৰপৰা সতেজ হয়, আপোনা-আপুনি গৰম বা তপত হবলৈ ধৰে। নিচেই দুৰ্ব্বল মানুহেও এই স্নানৰ অভ্যাস কৰি কৰি পৰীক্ষাত অনেক দিনৰপৰা বিশেষ গুণ পাই সকলোৰে উপকাৰৰ অৰ্থে বহুত পুথি লিখি সকলোকে জানিবৰ নিমিত্তে দিছে।

কি ৰোগী, কি নিৰোগী সকলোৱে এই স্নান নিতৌ নিয়মমতে কৰিলে তুলনাৰ উপকাৰ পাব। দিনৰ ভোজনান্তে আবেলি ঘুমটি মাৰি আৰাম লোৱাতকৈ এই স্নানৰ সুখ-ভোগত বিশেষ উপকাৰ আছে। এতেকে সকলোৱে এই স্নান পৰীক্ষা কৰি চাই নিজৰ স্বাস্থ্যৰ উন্নতি কৰিবলৈ গোহাৰি জনোৱা হৈছে।

সম্প্ৰতি আপুনি যদিও পূৰ্ণ স্বাস্থ্যবান হৈ সহজে থাকি মেথি-পথাৰ, বেহা-বেপাৰ আদি কামবোৰ সুখ-সন্তোষেৰে কৰিব পাৰিছে,

সদায় সেইদৰে চলি থকাৰ আশা সপোনতো কৰা ভুল। স্বাস্থ্য সততে সমানে কেতিয়াও থকা বস্তু নহয়। প্ৰকৃতি-মাতৃৰ নিয়মবোৰ আটুট পালন কৰি স্বাস্থ্য ৰক্ষা কৰা নিচেই চিলা কথা নহয়। কেতিয়াবা কৰ্ত্তব্য কৰ্ম্মৰ ঘূৰণি-পাকত পৰি, অপৰিমিত শ্ৰমৰ কোবত, স্বাস্থ্য সৈ ক'ৰবাত লুটি খাই পৰিবগৈ; এনে অৱস্থাত আপুনি ব্যাধিৰ হাতৰপৰা ৰক্ষা পোৱা উজু কথা নহয়।

কোনোকালে মনত নালচা দুৰ্ভাগ্য অহাদি, ব্যাধি কেতিয়াও আমাৰ গাত নলগে। আমি অন্যায় আহাৰ-বিহাৰ, অপৰিমিত শ্ৰম আদি অবিধি আচৰণৰপৰা প্ৰকৃতিৰ আইন ভংগ কৰি ব্যাধিৰ গুটি শৰীৰত বৈ লওঁ। আমি গম নোপোৱাকৈ ব্যাধি শৰীৰত গছ পুলি কৰাদি বাঢ়িবলৈ ধৰে। শেহত যেতিয়া পুষ্ঠ হৈ ওলাই পৰে, তেতিয়াহে গম পাওঁ। কণতে বেমাৰ গুচাব নোৱাৰিলে, বেমাৰ শকত হৈ উঠিলে গুচোৱা চিলা কথা নহয়। যাৰ বংশানুক্ৰমে চলি অহা কোনো ৰোগ আছে, তাৰ যে কথাই নাই। বেমাৰ পৈণত হবলৈ নৌ-পাওঁতেই কণতে জ'নি মৰা উচিত। তাৰবাবে কোনো দৰৱ ব্যৱহাৰ নকৰি, কেৱল এই বৈজ্ঞানিক স্নানৰপৰা ব্যাধিৰ কণ মাৰিব পাৰি। বৈজ্ঞানিক বাৰ-হাড় ধোৱাৰ ( Spinal Bath ) বাজে, ডাক্তৰি বা কবিৰাজি কোনো শক্তিকাৰক দৰৱ নাই।

আপুনি যদিওবা বৰ বলৱন্ত আৰু সুস্থ, তথাপি আহাৰৰ অন্তত নিয়মমতে এই স্নান কৰিলে দিনক দিনে নতুন জীৱনী-শক্তি লভি, দুগুণ উৎসাহেৰে আপোনাৰ কৰ্ত্তব্য কৰ্ম্ম কৰিব পাৰিব, আৰু ভবিষ্যতে কোনো বেমাৰলৈ ভয় নেথাকিব। যি এবাৰ মাথোন এই স্নান পৰীক্ষা কৰি চাইছে, সি ইয়াৰ সোৱাদ কেতিয়াও এৰিব পৰা নাই। এই স্নানৰ গুণ বৰ্ণাই অন্ত কৰিব নোৱাৰি। যি অভ্যাস কৰে, সি মাথোন বুজিব পাৰে।

এই স্নানৰ উপৰিও তৰাং টিকা-ধোৱাও (Shallow Hip-bath) কম উপকাৰী নহয়। যি লোকৰ সাধাৰণ স্বাস্থ্য ৰাক নহয়, সততে ডাক্তৰি বা কবিৰাজি বল-কাৰক দৰৱৰ অভাৱ বোধ কৰে, সি সেই-বোৰ দৰৱ ব্যৱহাৰ নকৰি, এই স্নান কৰিলেই যথেষ্ট গুণ পাব। ৰোগ শিপাই ললে, তাক এই জগতত কোনো দৰৱে ৰাক কৰিব নোৱাৰে। দিনক-দিনে ৰোগৰ নানাবিধ গুটি নধৰি নেৰে। তাৰ এক মাথোন ঘাই আৰু প্ৰমাণী উপায় এইবোৰ স্নান। তাৰ লগতে স্বাভাৱিক ভোজন আৰু অৱস্থা অনুসৰি লঙ্ঘোন। দৰৱ-জাতিয়ে কোনোকালে কাৰো প্ৰকৃত উপকাৰ সধা নাই আৰু নেসাধিবও। দৰৱ ব্যৱহাৰৰপৰা বৰং অনেকৰ ভয়ানক অনিষ্টহে ঘটিছে। অসংখ্য বিখ্যাত ডাক্তৰ-কবিৰাজে সেই

বিষয়ে মত প্ৰকাশ কৰিবলৈ একেৰিও ত্ৰুটী কৰা নাই। জনা-বুজা বিখ্যাত স্বভাৱ-চিকিৎসকসকলৰ পৰামৰ্শমতে প্ৰকৃতি-মাতৃৰ সৰল বাটেৰে যদি আহি সুস্থ হৈ পৰমানন্দে থকাটো বুদ্ধিমান মানুহ মাত্ৰকৰে কৰ্তব্য।

এই প্ৰাকৃতিক চিকিৎসাই বেমাৰ হ'বলৈ নিদিয়ে, আৰু হ'লেও গুচায়। দৰৱ নোখোৱাকৈ ভৱিষ্যতে ব্যাধিৰ হাতৰপৰা সহজে ৰক্ষা পায়। এইবোৰ কথা আওকাণ কৰি, পিছত বেমাৰ হ'লে দৰৱ খাই ৰোগ গুচাব পাৰিব বুলি সপোনতো নেভাবিবা। দৰৱেৰে ৰোগ গুচোৱা ভাবটো একেবাৰে ভুল। দৰৱৰ গুণ ক্ষন্তেকীয়া। বিখ্যাত ডাক্তৰ-সকলৰ মত শেহত কিছু দিয়া হ'ব, তাক চালেই এই কথা বুজিব পাৰিবা।

বেমাৰ নহ'বলৈ বা গুচাবলৈ দৰৱৰ ওপৰত নিৰ্ভৰ কৰা নিতান্ত অন্যায়। যেনেকি মনোমোহা নামৰ দৰৱ হওক, তাৰপৰা ইষ্টতকৈ অনিষ্টৰ নিতান্ত সম্ভৱ। শেহত দৰৱৰ বাবে ধনে-প্ৰাণে হেৰুৱাব লগাত পৰে। কাৰণ, দৰৱ মাত্ৰই শৰীৰত সোমাই বিহৰ ক্ৰিয়া কৰে। প্ৰথমতে একেৰি গুণ দেখুৱাই পিছত সৰ্ব্বনাশ কৰে। ইমান দিন আপুনি বিধে-বিধে অনেক দৰৱ নোখোৱাকৈ এৰা নাই, হয়তো গালৈ বেজিৰেও বহুত দৰৱ ভৰাইছে; কিন্তু এতিয়াৰপৰা যেন তেনে কাম নকৰোঁ বুলি মনত থিৰাং কৰে। দৰৱে সুস্থ মানুহকে ৰুগীয়া কৰে। সময় থাকোঁতেই সতৰ্ক হওক, নহ'লে পস্তাব লাগিব। দৰৱে প্ৰকৃতি-মাতৃৰ শুভ কাৰ্য্যত হেঙাৰ দিয়ে। আমি প্ৰকৃতি-দেৱীক হকা-বধা নকৰি, বৰং সহায়হে কৰিব লাগে। মুগহকৈ প্ৰাকৃতিক চিকিৎসাত প্ৰথমে অভ্যাস নথকা হেতুকে আপুনি আমনি পালেও, পিছ-ভৰি নহৈ আগ-ভৰিহে হ'ব। কোনো কথা বুজিব নোৱাৰিলে প্ৰাকৃতিক চিকিৎ-সকৰপৰা বুজি লব। আমি এই বিষয়ে যিবোৰ পুথি লিখিছোঁ আৰু লিখিম, তাৰপৰা যাতে নিজেই নিজৰ চিকিৎসা কৰিব পাৰে, তাৰ চিন্তা কৰিবলৈ অলপো ত্ৰুটী নকৰোঁ।

এই ঠাইত বৰ লাগতিয়াল—বাজহাড় ধোৱা; গাৰ ঠায়ে ঠায়ে ঘঁহি চেঁচা কৰা, আৰু তৰাং টিকা ধোৱা নিয়ম মাথোন লিখা হ'ব। তাৰপৰা সকলো ৰোগতে বিশেষ উপকাৰ পাব।

## বাজহাড় ধোৱাৰ নিয়ম ( The Spinal Bath )

যি পানীত খনিজ ধাতুৰ বস্তু মিহলি থাকে, তাক টান (Hard) পানী বোলে। সেইবোৰ বৰ্জ্জিত টকা শুদ্ধ পানীক কোমল ( Soft ) পানী বোলে। পুখুৰী বা নাদৰ পানীকে কোমল পানী বুলিব লাগে,

যদি তাত খনিজ বস্তু মিহলি নেথাকে। সাধাৰণতে আমি খ্ৰি পানী ব্যৱহাৰ কৰোঁ, সেয়ে কোমল পানী। মিউনিচিপেলিটিয়ে টাউনত যি পানী যোগায়, সেইবোৰ ক্ষিট্কিৰি মিহলি পানী। তাক এইবোৰ স্নানত ব্যৱহাৰ কৰা ভাল নহয়। শুদ্ধ কোমল পানীৰ কোনো স্বাদ নাই। বৰষুণৰ পানীৰ নিচিনা নিৰ্ম্মল পানীকে কোমল পানী বোলে। তেনেকুৱা কোমল পানীহে এইবোৰ স্নানৰ নিমিত্তে উপযুক্ত। ভাল কোমল পানী নেপালে, আগদিনাই এদিন-এৰাতি ৰ'দ আৰু বতাহ লগাকৈ তৰাং এটা পাত্ৰ বা টবত স্নানৰ পানীখিনি থৈ দি পিছদিনা ব্যৱহাৰ কৰা যায়। তাৰপৰা অনেক দোষ গুচে।

স্নানৰ নিমিত্তে যুগুত কৰা পানী অতি চেঁচা হ'ব নেলাগে। তাত হাত দিলে ভাল লাগিব লাগে, যাতে গা শিঁয়ৰি নুঠে। পৰ্ব্বতীয়া ঠাণ্ডা ঠাইৰ পানী বৰ চেঁচা; তেনে ঠাইত সহিব পৰাকৈ কিছু তপত পানী মিলাই লব লাগে। তাকে বুলি নিজৰ গাৰ তাপতকৈ বেছি তপত হ'ব নেলাগে, বৰং এফেৰা কম তপতহে কৰিব লাগে। জহ-কালত আমাৰ ভৈয়ামৰ পানী কিছু তপত থাকে, তাক বতাহ লগা ঠাইত কিছুপৰ হাঁত এনেই থলেই চেঁচা হ'ব। নাইবা দুটা পাত্ৰ লৈ বকা-বকি কৰিলেও চেঁচা হ'ব। এইদৰে কিছুদিন অভ্যাস কৰিলেই কিমান চেঁচাৰ আৱশ্যক, তাৰ উত্তম জ্ঞান আপোনা-আপুনি অভিজ্ঞতাৰ-পৰা হৈ উঠিব।

এই স্নানত ব্যৱহাৰ কৰা কাপোৰবোৰ বৰ পৰিষ্কাৰ হ'ব লাগে, আৰু চাবোন বা অইন কোনো তেলাল বা চৰ্ব্বি থকা বস্তুৰে ধোৱা বা মিহলি নহৈ শুদ্ধ হ'ব লাগে।

এই স্নান তিনিটা নিয়মে লব পাৰি; এটা টবত, অইন দুটা টব নোহোৱাকৈ। পোনতে টব নোহোৱাকৈ ধোৱাৰ নিয়মকে কোৱা যাওক।

## (ক) এটা নিয়ম

এটা মুখ-বহল পাত্ৰত ওপৰত কোৱাৰ দৰে চেঁচা পানী কিছু-মান লৈ, এখন খহটা গামোচাৰ মাজভোখৰ তিয়াই দুই আগে ধৰি পিঠিৰ বাজহাড়ভাগত প্ৰায় আধা মিনিটমান তলা-ওপৰাকৈ ঘঁহিব লাগে। আকৌ তিয়াই সেইদৰে ঘঁহিব লাগে। এই নিয়মে দহ মিনিট বাজ-হাড় ধুব লাগে। তাৰ পিছত, গাৰ ঠায়ে ঠায়ে ঘঁহি চেঁচা কৰিব লাগে (Piecemeal Cold Friction-bath)। এই স্নানৰ নিয়মটো পিছত কোৱা হ'ব। শেষত গোটেইটো গা আৰু মুখটো ৰঙিয়াকৈ ধুই

পেলাব লাগে। কিন্তু অাঁঠুৰপৰা তলভোখৰ কাপোৰেৰে ঢাকি ৰাখিব লাগে।

## (খ) আনটো নিয়ম

এখন চুবিয়া বা চেলেং নাইবা বিচনা-চাদৰ কেবা জাপো কৰি, আধা ইঞ্চি ডাঠ আৰু এফুট বহল দুফুট দীঘলকৈ এখন তক্তা বা সমান মজিয়াত পাৰি, চেঁচা পানীৰে তাতে বাজহাড়ভাল পাৰি শুই, তিতিৰপৰা কঁকাললৈকে তিতা গামোচা এখন দুতৰপীয়াকৈ দি, তাৰ ওপৰত দুখনমান ডাঠ গৰম কাপোৰ বা কম্বল দি ভৰিৰপৰা মূৰলৈকে গাটো ঢাকি পাঁচ মিনিটমান থাকিলেই গা তপত হৈ উঠিব। টোপনি আহিলে, সাৰ নোপোৱালৈকে তাতে সেইদৰে শুই থাকিব লাগে। এক ঘণ্টামানতে টোপনি আহিব। তাৰ পিছত উঠি, মূৰ-গা ঠায়ে ঠায়ে ঘঁহি (Piecemeal Cold Friction-bath) ধুই চেঁচা পেলাব লাগে।

## (গ) টবত বাজহাড় ধোৱা নিয়ম

টব কাঠ বা ধাতুৰ পাত্ৰ। অাঁঠুৰপৰা ভৰি দুখন বাজ কৰি শুব পৰা দীঘল-বহল হ'ব লাগে, আৰু মূৰটো বাহিৰ কৰি আঁউজিব পৰা হেলনীয়া হ'ব লাগে। এনে টব কলিকতাত কিনিবলৈ পোৱা যায়, আৰু জোখ দি ইয়াতো কৰাই ল'ব পাৰি। আগে কৈ অহাৰ দৰে জাপকৈ টবৰ ভিতৰত কাপোৰ পাৰি চেঁচা পানীৰে তিয়াই তাত চিৎ হৈ শুব লাগে, আৰু চাব লাগে—গাটো সমানে একাল মাখোন যাতে পানীত তিতি থাকে। তাৰ ওপৰত অইন এখন কাপোৰ তিয়াই তিতিৰ-পৰা কঁকাল পোৱাকৈ দি, কম্বল কাপোৰ লৈ ভৰিৰপৰা মূৰলৈ (নাক মাখোন বাহিৰ কৰি) ঢাকি দিব লাগে। এইদৰে দহ মিনিট থাকিব লাগে। টোপনি আহিলে টোপনি নেভাগে মানে সেইদৰে শুই থাকিব লাগে; পিছে আপুনি টোপনি ভাগিব। তাৰপৰা উঠি, ডাঠ খহটা শুকান গামোচা এখনৰ দুই মূৰে ধৰি, পিঠিটো ভালকৈ ওপৰৰপৰা তললৈ, আকৌ তলৰপৰা ওপৰলৈ ঘঁহি, নিৰহকৈ পিছত মূৰটো ধুই, অন্তত ঠায়ে ঠায়ে ধুই (Piecemeal Bath) শেষ কৰিব লাগে।

ওপৰত কোৱা টবত দুই বা তিনি ইঞ্চি পানী ৰাখি তাত শুই, ওপৰত ভৰিৰপৰা মূৰলৈ কাপোৰেৰে ঢাকি (নাক মাখোন বাজ কৰি) দহ মিনিটৰপৰা আধা ঘণ্টা, সহ্য হলে তাতো বেছি পৰ থাকিব পাৰে। দুই-তিনি মিনিটৰ অন্তৰত একোবাৰ মাখোন ঘঁহি শুকান গামোচাৰে

মোহাৰি থাকি আকৌ শুব লাগে। এইদৰে গৰম লেলাগেমানে থকা যুগুত। এইদৰেও বিয়ান পৰ মন যায়, এক ঘণ্টা পৰ্য্যন্ত থকা বেয়া নহয়।

## ঠায়ে ঠায়ে ঘঁহি চেঁচা কৰা ( The Piecemeal Cold Friction-bath )

বাজহাড় ধোৱাৰপৰা গাৰ ভাগ সকলো ঠাইত সমান হয়, স্নায়ুবোৰ সতেজ হয়। গাত বল বাঢ়ে। গাৰ ছালখন পৰিষ্কাৰ হয়। গাত কোনো ঠাইত তেজ গোট খাই থাকিলে, সিও চলি যায়। অগ্নি-মান্দ্য হৈ ভোক কম হলে, তাকো বঢ়ায়। মনত নতুন উৎসাহ, আৰু গাত বল বৃদ্ধি হয়। জীৱনী-শক্তি বঢ়াবৰ নিমিত্তে তাৰ লগত আৰু এটা উপায় কৰা নিতান্ত উচিত। সেই উপায় হৈছে ঠায়ে ঠায়ে ঘঁহি চেঁচা কৰা। সাধাৰণ চেঁচা পানীৰে গা ধোৱাতকৈ ইয়াৰ দ্বাৰা নিচেই দুৰ্ব্বল মানুহেও যথেষ্ট উপকাৰ পায়। ই এক ৰকম পানীৰে গা মলা। ইয়াত গোটেই গা পানীৰে নতিয়াই, ঠায়ে ঠায়ে মাথোন পানী লগাই ঘঁহিব লাগে। ইয়াৰপৰা শৰীৰৰ নথে উপকাৰ হয়।

নিয়মটো এই :–

প্ৰথমে হাত দুখন তিয়াই দুই হাত ঘঁহি থাকিলে, যি মলি ওলায়, তাক গুচাই শুকান গামোচাৰে মচি পেলাব লাগে। আকৌ হাত তিয়াই গাৰ যেই-সেই এঠাইৰপৰা লাহে লাহে মোহাৰি থাকিলে যি মলি ওলায়, তাক গুচাই শুকান কাপোৰেৰে মচি পেলাব লাগে। এই-দৰে লাহে লাহে গোটেই গাটো ধুব লাগে। মনত ৰাখিব লাগে, হাত তিয়াই লাহে লাহে মোহাৰি এঠাই ধুই, তাক শুকান গামোচাৰে মচি আকৌ আইন এঠাই ধুব লাগে। শেহত গোটেই গা-মুখ ধুই পেলাব লাগে।

বিবোৰ মানুহৰ হাত আৰু ভৰি সাধাৰণতে ঠাণ্ডা বা চেঁচা আৰু দুৰ্ব্বল, সেইবোৰে আঁঠুৰপৰা গাৰ ওপৰভোখৰ আগেয়ে কোৱামতে চেঁচা পানীৰে ঠায়ে ঠায়ে ঘঁহি, আকৌ শুকান কাপোৰেৰে মোহাৰি তপত কৰি, এইদৰে গোটেই গা ধুই এঁতালেহে শেহত ভৰি দুখন ধুব লাগে।

তাৰ পিছত গোটেই গা ধুই শুকান কাপোৰেৰে টুকি, কাপোৰ-কানি লৈ আকৌ গা তপত কৰিব লাগে। নাইবা খ'দত ফুৰি গৰম

হ'ব লাগে। মুঠতে, চেঁচা কৰা গাটো আকৌ তপত কৰিব লাগে। প্ৰথম কাপোৰ লৈ বিচনাত শুলেও বেমাৰ নহয়। তেহে তাৰপৰা উপকাৰ পাব।

## তৰাং টিকা ও তল-পেট ধোৱা ( Shallow Hip-bath)

আজি-কালি প্ৰায় সকলো মানুহৰে গাত এটা নহয় এটা ব্যাধি লাগিয়েই আছে। যাইকৈ অজীৰ্ণৰ দোষ নথকা মানুহ নাই। তাৰপৰ শৌচ বন্ধ থাকে নাইবা হাগনি হয়। পেটত অনেক বিষাক্ত বস্তু গোট খাই বৰ অাহুকাল কৰে। তেনে মানুহৰ নিমিত্তে ওপৰত কোৱা তৰাং টিকা ও তল-পেট ধোৱা ব্যৱস্থা বৰ উপকাৰী। এই স্নান দুপৰীয়া ভোজনৰ ২ ঘণ্টামকন পিছত বাজহাড় ধোৱাৰ ( The Spinal Bath ) অন্তত কৰাই ভাল।

স্নানৰ নিয়ম এই :-

ওপৰত কোৱামতে টব তৈয়াৰ কৰি ললে ভালেই; নহলে জকা এটাত দুই বা তিনি ইঞ্চি চেঁচা পানী লৈ তাত বহিব লাগে, যাতে নাইৰ তলত তল-পেটটোলৈকে পানী হয়। আঁঠুৰপৰা ভৰি দুখন বাহিৰে ৰাখি, কম্বলেৰে ঢাকি গৰমে ৰাখিব লাগে। এহটা চফা ফটাকানি বা গামোচা এখন তাত তিয়াই লাহে লাহে তল-পেটটো ঘঁহি থাকিব লাগে। এইদৰে তল-পেটটো দহ মিনিট ধোৱাৰ পিছত, তিতিৰপৰা বুকুখন পেট-লৈকে, হাত দুখন, কাষ দুটা আৰু পিঠিখন ঘঁহি ধুব লাগে। শেহত টিকা ধুই মুৰটো ধুব লাগে। আঁঠুৰেপৰা ভৰি দুখন ধোৱা উচিত নহয়। ইয়াৰ অন্তত ঠায়ে ঠায়ে ঘঁহি চেঁচা কৰাও ( Piecemeal Cold Bath ) বেয়া নহয়; বৰং তাৰপৰা বিশেষ উপকাৰহে হয়। বলী মানুহে শেহত মুৰৰপৰা ভৰিলৈকে তিয়াই ধুলেও বেয়া নহয়। যাৰ ভৰি দুখন চেঁচা, সিহে ভৰি ধুই চেঁচা নকৰি তপত কৰিব লাগে।

বাজহাড় ধুলে গোটেই গাৰ স্নায়ুবোৰ সতেজ হৈ বলিষ্ঠ হয়। দুৰ্ব্বল বেমাৰীৰ নিমিত্তে ঠায়ে ঠায়ে ঘঁহি চেঁচা কৰা নিতান্ত উচিত। তাৰপৰা সকলো ৰোগত উপকাৰ হয়, যাইকৈ বাজহাড় ধোৱাত অনেক সহায় কৰে। তৰাং টিকা ও তল-পেট ধুলে আটাইবোৰ বেমাৰত উপকাৰ পায়। আগেয়ে কোৱা হৈছে যে, তল-পেটেই সকলো বেমাৰৰ খনি। তল-পেট চেঁচা থাকিলে, তাৰপৰা বিষাক্ত ভাপ উঠি নানা তৰহৰ ব্যাধি উৎপন্ন হ'ব নোৱাৰে। সেইবাবে এই তিনিওবিধ স্নান এক-

লগে কৰিলে, গাত থকা ৰোগবোৰ গুচাব, আৰু নতুন কোনো বেমাৰ হ'ব নোৱাৰে।

প্ৰাকৃতিক চিকিৎসাৰ প্ৰথম ছোৱাত বোকাৰ বা মাটিৰ পুল্‌টিচ, তল-পেট ও নাই ধোৱা, বায়ু আৰু ৰ'দ বা পোহৰ-স্নান, ইন্দ্ৰিয়-স্নান, সূৰ্য্য-স্নান আৰু গোটেই গাৰ স্নান সম্বন্ধে বহলাই লিখা হৈছে।

যি লোকে এই দ্বিতীয় ছোৱা পঢ়ে, সেই লোকে প্ৰথম ছোৱা পঢ়িলে এই চিকিৎসা ভালকৈ বুজিব পাৰিব। বাকী আৰু যি কি-ছোৱা ওলাব, আটাইকিছোৱাতহে এই প্ৰাকৃতিক চিকিৎসা অন্ত পৰিব।

"দেহা থাকিলেহে বেহা।" এই পৃথিৱী ৰুগীয়া-পুকীয়া মানুহৰ নিমিত্তে নহয়। ৰুগীয়া-পুকীয়া মানুহ জীয়াই থকাতকৈ মৰাই ভাল। তাৰপৰা পৃথিৱীৰ কোনো কামেই নহয়। সি নিজৰ ও ঘৰৰ ঘৰুৱালৰ ;গলগ্ৰহ মাথোন। ৰোগ যাতে গাত হ'ব নোৱাৰে, তাৰ নিমিত্তে সতৰ্ক থাকিব লাগে। হলেও যাতে বেগতে গুচাব পাৰি, তাৰ যত্ন কৰিব লাগে। এই মহৎ উদ্দেশ্য পূৰাবৰ হকে প্ৰাকৃতিক চিকিৎসাত হাত দিয়া হৈছে।

প্ৰথম ছোৱা ও দ্বিতীয় ছোৱাই ৰাইজৰ আদৰ পোৱা দেখি-লেই বাকী কিছোৱা উলিয়াবলৈ ভাৰ বাখি বিদায় লৈছোঁ। ইতি।

০০০

# উপলব্ধি

## ৰোগ ভাল হোৱাৰ বাতৰি

১। শ্ৰীযুক্ত দীনেশচন্দ্ৰ নন্দী ডিব্ৰুগড়ৰপৰা লিখিছে— বিয়ালৈ আহি, হঠাৎ জ্বৰ হৈ মূৰত জ্বৰ উঠি ঠৰ্‌ ঠৰ্‌ খালে। তাপ-জোখা (Thermometer) দি চোৱাত ১০০°৫ ডিগ্ৰী দেখা গ'ল। এটা মাথোন (২॥ ঘণ্টাত) বোকাৰ পুল্‌টিচে জ্বৰ নমাই দিলে। তেওঁ এতিয়ালৈকে শলাগিছে।

২। শ্ৰীযুক্ত কনকচন্দ্ৰ দত্তৰ ভৰিত ইটাৰ জুইয়ে বৰ বেয়া ৰকমে পুৰিছিল। মাটিৰ পুল্‌টিচে ততালিকে বাক্ কৰিলে।

৩। শ্ৰীযুক্ত অঘোৰানন্দ গগৈৰ বহুত দিনৰ পুৰণি জ্বৰ আছিল। আমাৰ কথামতে ৩।৪ দিন নিয়মমতে মাটিৰ পুল্‌টিচ লোৱাত ভাল হৈছে।

৪। শ্ৰীমতী গোলাপী পেটৰ বিষত অস্থিৰ হৈছিল। পিছে ২।৩টা মাটিৰ পুল্‌টিচে বাক্ কৰিলে।

৫। শ্ৰীমান বীণাৰাম চেতিয়া নামে এটা ল'ৰা ওখ গছৰপৰা পৰি মূছ-কঁহ গৈছিল, হাত-ভৰি-বুকুৰ বিষত অস্থিৰ হৈছিল। বোকাৰ পুল্‌টিচে তাকো ভাল কৰিছে।

৬। শ্ৰীমতী ৰত্নপ্ৰভাৰ ভয়ানক জ্বৰ হৈছিল। চেঁচা পানীৰ পটি আৰু বোকাৰ পুল্‌টিচে বাক্ কৰিছে।

৭। শ্ৰীমতী শান্তিৰ ভয়ানক হাগনি বেমাৰ হৈছিল। তাইকো কেৱল বোকাৰ পুল্‌টিচ বান্ধি ভাল কৰা হৈছে।

৮। শ্ৰীমতী ধানৰ বৰ বেয়া ৰকমৰ তেজ-গ্ৰহণী হৈছিল। ২ দিন ৪টা মাথোন বোকাৰ পুল্‌টিচত ভাল হ'ল।

৯। গোল মহলমানীৰ জ্বহনী হৈছিল। দুপৰীয়া আৰম্ভ হৈ, গধূলি পৰ-পালি দিব লগাত পৰিল। শেহত আশা এৰি আমাৰ ওচৰ পোৱাত, আমি ২।৩টা মাটিৰ পুল্‌টিচ দিয়াত পিছ-দিনৰপৰা ভাল হ'ল।

১০। শ্ৰীযুক্ত লোকনাথ কাকতীৰ নেৰেঙা (Double Pneumonia) হৈছিল; জ্বৰ ৫।৬ ডিগ্ৰী আছিল। ২।৩ দিন মাটিৰ পুল্‌টিচ দিয়াত ভাল হয়।

১১। সেখ মহম্মদ চা বুঢ়াৰ গাত চকলা-চকল বান্ধি খজুৱতিত ভৰিদি নেপাইছিল। বোকা লিপি বাক্ হ'ল।

১২। শ্ৰীযুক্ত ভিমেশ্বৰ শৰ্ম্মা চকুৰ পোৱাণি আৰু খচ্‌খচনিত

বিতত্ হৈছিল। চকু তেজ যেন ৰঙা হৈছিল। কুমাৰ মাটিৰ লেপ দিয়াত পিছ-দিনাৰপৰা ৰাক পালে।

১৩। শ্ৰীযুক্ত ফণিধৰ শৰ্মা কোঁহা আৰু থহুৰ বিষত বিতত্ হৈ, পোন হৈ খোজকে কাঢ়িব নোৱাৰিছিল। আগ-দিনা মাটিৰ পুল্‌টিচ দিয়াত পিছ-দিনাৰপৰা ভাল হয়।

১৫। শ্ৰীমান পঞ্চানন গগৈ চিকাৰ কৰিবলৈ গৈছিল। গোটেই গাত চোৰাতে বোবোৰা-বোবোৰ কৰিলে। খজুৱতিত তত্ নাছিল। বোকাৰ লেপে ভাল কৰিলে।

১৫। শ্ৰীযুক্ত হিৰণ্যকুমাৰ দাস মহাশয়ৰ ৰৰ পুৰণি পাচীলগা আৰু কোষ্ঠবদ্ধ আছিল। আমাৰ দিহামতে তল-পেট ধুই (Hip-bath) এতিয়া ভাল পাইছে।

১৬। শ্ৰীমান দেৱীপ্ৰসাদৰ মূৰলৈ জ্বৰ উঠি মূৰ্চ্ছা হৈছিল। তল-পেট ধুই দিয়াত (Hip-bath) ভাল হ'ল।

১৭। শ্ৰীযুক্ত সুৰেন্দ্ৰনাথ ডাক্তৰৰ পৰিবাৰৰ বৰ টান গ্ৰহণী বেমাৰত বোকাৰ পুল্‌টিচে ভাল কৰিছে।

১৮। এটা নেপালীৰ বোকাৰ লেপে কুকুৰী-কণা বেমাৰ ভাল কৰিছে।

১৯। মুন্সি মজফৰ আলিৰ পৰিবাৰৰ বৰকৈ ৰক্তস্ৰাৱ হৈছিল। গুপ্তাঙ্গ ধোৱাত (Stiz-bath) সম্পূৰ্ণৰূপে ৰাক হৈছে। গাত জ্বৰ আছিল, সিও ভাল হ'ল।

২০। শ্ৰীযুক্ত মহাবীৰ তপচিৰ কঁকালৰ বিষত মাটিৰ পুল্‌টিচে ভাল কৰিছে।

২১। শ্ৰীমতী শশীপ্ৰভাৰ জ্বৰ তল-পেট ধোৱাত (Hip-bath) ভাল হৈছে।

২২। শ্ৰীমতী শান্তিপ্ৰভাৰ মূৰত, গালত আৰু ডিঙিত বহুত আচি-নাই হৈছিল। অনেকবাৰ কাটি গুচাই দিলে আকৌ হয়। ১ সপ্তাহমান তল-পেট ধোৱাত (Hip-bath) একেবাৰে ভাল হ'ল।

২৩। শ্ৰীমতী জাৱৰী আহোমনীৰ দুই হাতৰ বিষত গাত তত্ নাছিল। বোকাত পুল্‌টিচ আৰু চেঁচা পানীৰ পটি লগাই দিয়াত ভাল হ'ল।

২৪। শ্ৰীমান ৰগাধৰ চেতিয়া নামে সৰু ল'ৰা এটাৰ মূৰত আৰু মুখত ওকৰা-পিঙলা হৈ বৰ দুখ পাইছিল। বোকাৰ লেপে ভাল কৰিলে।

২৫। শ্ৰীযুক্ত কামেশ্বৰ বৰুৱাৰ আঙুলিত পৰা হৈ কষ্ট পাইছিল। বোকাৰ পুল্‌টিচত সিও ভাল হৈছে।

২৬। শ্ৰীমতী [illegible]কমাইৰো আঙুলিৰ পৰা মাটিৰ পুল্‌টিচে ৰাক কৰিছে।

২৭। শ্ৰীযুক্ত ফণিধৰ বৰুৱা যুব-কাপোৰলিন্ত অঙ্কিৰ হৈছিল। মাটিৰ লেপ দিয়াত ভাল হয়।

২৮। মই এবাৰ ডিব্ৰুগড়ত ফুৰিবলৈ যাওঁতে হঠাৎ ৰেল-লাইনত উজুটি খাই পৰি, ভৰিৰ আঁঠু দুটাৰ ছাল ছিগিল। জিন-জিননিত বিষ পৈ মূৰৰ তালু পালেগৈ। বিষত টিৰিঙনি পাৰিবলৈ ধৰিলে, গাত হুঁচ্ নাইকিয়া হ'ল। আঁঠু উখহি পৰিল। লৰ-চৰ কৰিব নোৱৰা হলোঁ। তাত ২।৩ টা মাথোন মাটিৰ পুলটিচ দিয়াত ভাল হ'ল।

২৯। এবাৰ মোৰ ডিব্ৰুগড়ত গ্ৰহণী বেমাৰ হৈছিল। মই তল-পেটত পুলটিচ বান্ধি শুচি আছিলোঁ। পুলটিচৰ গুণত বাটতে ৰোগ ভাল হৈ ঘৰ পালোঁহি।

৩০। মোৰ হাত দুখন তপত গাখীৰ নমাওঁতে পুৰি ভকভকনিত ভৰণি নাইকিয়া হ'ল, ততালিকে টৌ বান্ধি উঠিছিল। তাত বোকাৰ লেপ দিয়াত জামৰি গ'ল, আৰু ঘা নহৈ সেইপিনেই শুকাই আছিল।

৩১। হঠাৎ এবাৰ মোৰ সোঁহাতখন বা-বিচনীৰপৰা হাতৰ তলুৱালৈকে বিষাই চেঙালুটি পাৰিবলৈ ধৰিলে। তাতো বোকাৰ লেপ দি ততালিকে ৰক্ষা পালোঁ।

এনে বহুত নিজৰ গাত আৰু অইনত লগাই প্ৰমাণ পোৱা কথা আছে। সেইবোৰ পিছৰ ছোৱাবোৰত লিখি জনাবৰ মন থাকিল।

০০০

# পাতনি

স্বাস্থ্য সম্বন্ধে সমূলি বুজ নথকা হেতুকে নানাবিধ ব্যাধিত অশেষ নিকাৰ ভুগি লেলাই-থেলাই আমি অপৈণত কালতে মৃত্যুৰ গৰাহত পৰোঁ। আমাৰ বিলাই দেখি পিলো নপমি নেথাকে। মান-মৰাণ-মোৱামৰীয়াৰ দিনত চাঁহি-মুহি অসমীয়াক যি জুকলা কৰিলে, আজি-লৈকে অকণিও ঠন ধৰিব পৰা নাই। তাতে মৰাৰ সংখ্যা দেখিলে, হিয়া কঁপি যায়। অলমত অসমীয়াৰ নাম নুমাৰ লগাত পৰিল। যেনিয়ে চোৱা, বাৰে-বঙলুৱা মানুহ মাথোন চকুত পৰে। ইমানতো যদি ততো-ৱাল নহওঁ, তেন্তে আমাৰ জানো ৰক্ষা আছে?

যি উদ্দেশ্যে পুথিখনি লিখা হৈছে, তাক এই পুথিয়েও নিজেই গুজৰিছে। ইয়াৰ ফলাফল কেৱল বাইজৰ হাতত। এই পুথিৰপৰা এক্কেৰিমান আমাৰ উদ্‌গতি দেখিলেই কাপ ধৰা শ্ৰম সাৰ্থক হৈছে বুলি নেভাবি নোৱাৰিম।

সাৰশেষত ইয়াকো নকৈ নোৱাৰিলোঁ যে, আমাৰ সুযোগ্য ডিপুটি ইনিচ্‌পেক্টৰ মৌলবী শ্ৰীযুত মহম্মদ আলি চাহাব আৰু শ্ৰীযুত দেৱানন্দ শৰ্ম্মা মহোদয়—এওঁলোকৰ বিশেষ উৎসাহত এই পুথি লিখা হৈছে। সেইহেতুকে তেওঁবিলাকৰ শলাগ নলৈ নোৱাৰিলোঁ।

ডাক্তৰ জে এম্ সেনগুপ্ত এম, বি, মহোদয়ে এই পুথি-খনিৰ হাতে-লিখা অৱস্থাত আগৰপৰা গুৰিলৈ চাই, ঠায়ে ঠায়ে শুধৰাই দি পুতৌ কৰি বাইজৰ আগলৈ আগবঢ়াই দিয়াত তেখেতৰ ওচৰত কৃত-জ্ঞতা ভোলেৰে মেৰ খাই থাকিলোঁ।

শুকানপুখুৰী, শিৱসাগৰ

৩।৮।২৭

শ্ৰীদুৰ্গা

# স্বাস্থ্য-পাঠ

## আৰম্ভণ

যি আজি কেঁচুৱা, সময়ত সেয়ে এজন পুৰা গৃহস্থ আৰু সমাজত বৰ-মুৰীয়া হৈ উঠে। ল'ৰাইহে মানুহৰ বংশধৰ। ল'ৰা-কালতে যি শিকনি পায়, সময়ত সেয়ে কামত লাগে। আমাৰ দেশৰ প্ৰাইমেৰী স্কুলবোৰত স্বাস্থ্য সম্বন্ধে শিক্ষা নোপোৱা হেতুকে সেই বিষয়ত মানুহৰ সমূলঞ্চে বুজ নাই। তাৰ ফলত নানাবিধ ৰোগ ভুগি লেলাই-ঘেলাই অকালতে চুকায়। গৱৰ্ণমেণ্ট লোকেল বোৰ্ড আৰু মিউনিচিপেলিটিৰ হতুৱাই প্ৰজাৰ স্বাস্থ্য অটুট ৰাখিবলৈ যদিও পুখুৰী আৰু পকা নাদ খনাই দিছে, কিন্তু মানুহে নিৰ্ম্মল বিশুদ্ধ পানীৰ অলপো মোল নুবুজা হেতুকে তাক নিজে মলিয়ন কৰি ব্যৱহাৰ কৰাত, নিজৰ মৰণ নিজে মাতি আনিছে। হাচ্‌পটাল সাজি, ডাক্তৰ ৰাখি, যদিও গৱৰ্ণমেণ্টে ৰায়তৰ হকে বিস্তৰ ধন ভগন কৰিছে, তাৰপৰা একো গুটি ধৰা যেন দেখা নেযায়। ৰায়তে প্ৰাকৃতিক সোণালী নিয়মবোৰ নজনা বাবে তাক নেপালে; কাজেই ৰোগবোৰ হাত সাৰিব নোৱাৰে। গাঁৱৰ কথাকে নেলাগে, নগৰৰ (যাক শিক্ষিত আৰু সভ্য বুলি ভাবে) কেইজনেনো স্বাস্থ্যৰক্ষাৰ নিয়ম জানে আৰু পালে?

মানুহৰ ৰোগ হ'লে তাক চিকিৎসা কৰি গুচোৱাতকৈ যাতে ৰোগ হ'ব নোৱাৰে, তাৰ বিধান কৰাহে উচিত। সেই নিমিত্তে গৱৰ্ণমেণ্টে স্কুলবোৰত, ঘাইকৈ প্ৰাইমাৰী স্কুলত স্বাস্থ্যৰ পুথি বাধ্যতামূলককৈ শিক্ষা দিয়া নিতান্ত উচিত। স্বাস্থ্যৰক্ষাৰ নিয়মবোৰ যাতে সকলোৰে ভিতৰত বহলাই প্ৰচাৰ হয়, গৱৰ্ণমেণ্টে সোনকালে তাৰ দিহা কৰা আৱশ্যক। তেহে পুখুৰী-নাদ খনাই দিয়া, প্ৰাইমাৰী স্কুল পাতি শিক্ষা দিয়া, হাচ্‌পটাল সাজি, ডাক্তৰ ৰাখি ধন ভগন কৰা সাৰ্থক হ'ব। নহ'লে, আটাইবোৰ মিছা বুলি নধৰি নোৱাৰি।

যি দেশৰ ওপজাৰ সংখ্যাতকৈ মৰাৰ সংখ্যা সৰহ, তাৰ কোনো কালে উদ্গতি নাই, অতি সোনকালে ধ্বংস হয়। কণীয়া-পুকীয়া অকামিলা কিছুমান পোকৰ নিচিনা মানুহ উপজি লোকসংখ্যা বঢ়াত সন্তোষৰ কথা নহয়। দেশত সুস্থ, বলিষ্ঠ, সুশ্ৰী, কামিলা লোকৰ লেখ বাঢ়িলেহে উন্নতি হোৱা আশা কৰিব পাৰি।

এই পুথি, যাতে ৰোগ হ'ব নোৱাৰে (Preventive) আৰু ৰোগ হলেও যাতে তাৰ প্ৰতিকাৰ কৰিব পাৰি (Curative), এনে ভাবত লিখা হৈছে। পাঠকসকলে পুথিখন যেন আগৰপৰা শুৰিলৈ মন দি পঢ়ি চায়, এয়ে প্ৰাৰ্থনা।

—গ্ৰন্থকাৰ

# স্বাস্থ্য

স্বাস্থ্য কি? নিৰোগী শৰীৰ আৰু শুদ্ধ পবিত্ৰ মন থকাকে স্বাস্থ্য বোলে। গাৰ লগত মনৰ অতি লগালগি সম্বন্ধ। গা বেয়া হলেই মন বেয়া হয়, আকৌ মন বেয়া লাগিলেই গা বেয়া হয়। এতেকে গা আৰু মন দুয়ো ভাল থাকিলেহে স্বাস্থ্য থকা বুজিব লাগে।

স্বাস্থ্য বৰ লাগতিয়াল বস্তু। স্বাস্থ্য নেথাকিলে সুখ, শান্তি আৰু আনন্দ থাকিব নোৱাৰে। ধনীয়া পকীঘৰত থকা ৰুগীয়া ৰজাতকৈ টোকোৰা পঁজাত থকা নিৰোগী হজুৱা লাখগুণে সুখী। স্বাস্থ্য অমূল্য বস্তু। এই বস্তু ৰাখিবলৈ সকলোৱে যত্ন কৰা উচিত।

স্বাস্থ্য নেথাকিলে সংসাৰত জীয়াই থকা মিছা। কাৰণ সকলো কথাতে দুখ ভুগিব লাগে। পিতৃ নৰিয়া হলে ঘৰৰ বন-বাৰী কৰিব নোৱৰা হয়, মাতৃ বেমাৰ পৰিলেও ভিতৰুৱা ঘৰোৱাহী কাম বন্ধ হয়; ল'ৰা-ছোৱালী বেমাৰ পৰিলে মাক-বাপেক, ককাই-ভাই, বাই-ভনী সকলোৰে গাত তৰণি নাইকিয়া হয়; অইন কি মিতিৰ-কুটুম্বৰো মনত নথৈ অশান্তি হয়। তদুপৰি ধন-বিত ভগন কৰি হাৰাশাস্তি হয়। নৰিয়াৰ নিচিনা মানুহৰ শত্ৰু অইন একো নাই। সেই নিমিত্তে বেমাৰ নপৰাকৈ গা ভালে ৰাখিবলৈ সকলোৱে অহোপুৰুষাৰ্থ কৰা নিতান্ত যুগুত।

এতিয়া নৰিয়া হোৱাৰ কাৰণ কোৱাৰ পূৰ্ব্বে শৰীৰ বা গাটোৰ কথা কোৱা যাওক, তেহে নৰিয়াৰ কথাটো ভালকৈ বুজিব পৰা যাব।

০০০

# শৰীৰ

শৰীৰ কাক বোলে ? আমাৰ গাটোকে শৰীৰ বোলে । ই অতি পৱিত্ৰ মন্দিৰ ।

মাটি, পানী, জুই বা তাপ, বতাহ আৰু আকাশ, এই বস্তুকিটাৰে আমাৰ গাটো যুগুত হৈছে । ইয়াকে পঞ্চভূত বা পাঁচোটা মূল উপাদান বোলে । পৃথিৱীত চকুৰে দেখা-নেদেখা সকলো বস্তু, জীৱ-জন্তু, গছ-গছনি আটাইবোৰ এই পাঁচোটা মূল উপাদানেৰে প্ৰকৃতি-মাতৃয়ে গঢ়িছে ।

আমাৰ শৰীৰত ৰস, তেজ, মঙহ, মেদ, হাড়, মজ্জা, শুক্ৰ আৰু ওজঃ—এইকেইটা ধাতু আছে । গাৰপৰা কিছু মল বাহিৰ হয়, যেনে, মল, মূত, ঘাম, চুলি, নখ, স্কেঁচকুৰি, কাণ-মাকৰি এইবোৰ । ইয়াৰ বাজে— বাত, পিত্ত, আৰু কফ বা শ্লেষ্মা, এই তিনিটা দোষ থাকে ।

আমি খোৱা বস্তুবোৰ জীণ হৈ যি পনীয়া পদাৰ্থ যুগুত হয়, তাকে ৰস বোলে । সেই ৰস পৰিপাক হৈ তেজ হয়, তেজৰপৰা মঙহ, মঙহৰপৰা মেদ, মেদৰপৰা হাড়, হাড়ৰপৰা মজ্জা, মজ্জাৰপৰা শুক্ৰ, শুক্ৰৰপৰা ওজঃ যুগুত হয় ।

খাদ্যৰ অসাৰ বা অলাগতিয়াল অংশৰপৰা মল, মূত, ঘাম আদি মলবোৰ বাজ যায় ।

বাত বা বায়ুৰপৰা উশাহ-নিশাহ চলে, হামি উঠে আৰু হাঁচি মাৰে; পিত্তৰপৰা শৰীৰ তপত থাকে আৰু জীণ যোৱাত সহায় কৰে; কফ বা শ্লেষ্মাৰপৰা হাড়ৰ জোৰা বা গাঁঠিবোৰ ইফালে-সিফালে লৰা-চৰা কৰিবলৈ সুচল হয়, আৰু গাটো বলিষ্ঠ থাকে ।

শৰীৰ সুস্থ ৰাখিবলৈ হলে উত্তম খাদ্য, নিৰ্ম্মল পানী, মুকলি ভাল বায়ু, বিতোপন ক্ষৰকাল তাপ বা পোহৰ লাগে, আৰু নিতৌ ঠিক সময়ত খোৱা, শোৱা, গা ধোৱা, শ্ৰম কৰা নিতান্ত আৱশ্যক । এই প্ৰাকৃতিক নিয়মবোৰ পালিলেহে স্বাস্থ্য থাকে, আৰু তাক আওহেলা কৰিলেই শৰীৰ অসুস্থ হয় বা নৰিয়া পৰে ।

০০০

# আহাৰ

আহাৰ কেলৈ ? আমি বন কৰোঁ, খোজ কাঢ়োঁ, কথা কওঁ, উশাহ-নিশাহ লৈছোঁ, বুকুখন ধপধপাইছে, হাওঁ-ক্ৰাওঁ উঠা-নমা কৰিছে, তেজ চলিছে—এইবোৰ কামত দেহ-যন্ত্ৰটিৰ শ্ৰম হৈছে। এই শ্ৰমবৰপৰা প্ৰতি মুহূৰ্ত্ত গাৰ কিছুমান বস্তু ক্ষয় হৈছে। সেই ক্ষতি পূৰণ কৰি শৰীৰ যন্ত্ৰটি পোষণ কৰিবলৈ আহাৰৰ আৱশ্যক। যদিও নেখাই কিছু-দিন জীয়াই থাকিব পাৰি, কিন্তু সৰহ দিন আহাৰ নকৰিলে শীণাই মৰি যায়। আহাৰ নকৰিলে জীয়াই থাকিব নোৱাৰে।

শৰীৰ ৰক্ষা আৰু পোষণৰ নিমিত্তে চাৰিবিধ উপাদান থকা বস্তু খোৱা আৱশ্যক। (১) সাৰ (Starch), যেনে—চাউল, আটা, মিলেট, গোম ধান, আলু, চেনি। (২) তেল (Fat), যেনে—ঘিউ, তেল, মাখন। (৩) অম্নমূল (Protein), যেনে—মঙহ, গাখীৰ, বুট, মটৰ ডালি ইত্যাদি। (৪) লোণ (Salt), যেনে -পুঙ, সাগৰ আৰু ফল-মূল, শাক-পাচলিত বিস্তৰ আছে।

গাখীৰত শৰীৰ পোষণ কৰিবৰ উপযুক্ত আটাইবোৰ উপাদান আছে। সুস্থ গৰুৰ উত্তম গাখীৰ নহলে গাখীৰৰপৰাও অনেক বেমাৰ হ'ব পাৰে। এতেকে ভাল নিৰোগী গৰুৰ অবিকৃত উত্তম গাখীৰ ব্যৱহাৰ কৰিবলৈ যত্ন কৰিব লাগে।

যি খোৱা বস্তু খাৰযুক্ত, সস্তা, সহজে জীণ হয়, তাক ব্যৱহাৰ কৰিব লাগে। আমি যি খাওঁ, তাক ভাবি-চিন্তি খাব লাগে। কোন বস্তু কি পৰিমাণে খালে উপকাৰ হয়, তাক বুজি খাব লাগে। ভাত, ৰুটী, ডাইল,[১] শাক-পাচলি, তেল, ঘিউ, মাখন, গাখীৰ, লোণ, অলপ পৰিমাণে গুৰ, চেনি, ফল-মূল আদি ব্যৱহাৰ কৰিব লাগে। এইবোৰতে শৰীৰ ৰক্ষাৰ আটাইবোৰ উপাদান আছে।

---

১. Dal should be used as a substitute for meat, and it is best combined with rice.

—Sir. P. Lukis.

আমাৰ দেশৰ বহুত মানুহে মাছ-মঙহ[২] ব্যৱহাৰ কৰে। মাছ-মঙহ খোৱা উচিত নে অনুচিত, এই বিষয়ে বহুত ৰকম মতামত আৰু তৰ্ক-বিতৰ্ক চলিব লাগিছে। সেই বিষয়ে আমাৰ কবলৈ এই ঠাইত একো আৱশ্যক নাই। মুঠতে, যাৰ যেনে ৰুচি, সেইমতেই খাওক। খোৱা বস্তুবোৰ মাথোন গেলা, পচা, সেতেৰা, দুৰ্গন্ধ, শৰীৰৰ অনুপযোগী যাতে নহয়, তালৈ মাথোন চকু দিব লাগে।

কেৱল আহাৰৰপৰা শৰীৰ পোষণ আৰু ৰক্ষা নহয়। তাৰ লগে লগে শ্ৰম, অংগচালনা বা ব্যায়াম, টোপনি, জুৰণি, সজ চিন্তা নহলেই নহয়। ইয়াৰ উপৰিও সকলোৰে জীৱনত এটা সজ আৰু মহৎ কাম কৰিবলৈ হেঁপাহ বা আকাঙ্ক্ষা থাকিব লাগে। এইবোৰৰপৰা শৰীৰ পোষণ আৰু ৰক্ষা হয়।

নিতৌ ঠিক একে সময়তে আহাৰ কৰিব লাগে। কিছু ভোক ৰাখি খাব লাগে, খোৱা বস্তুবোৰ বঢ়িয়াকৈ চোবাই খাব লাগে। খোৱাৰ সময়ত সৰহকৈ পানী খাব নেলাগে। যি পৰিয়ালত বাত ব্যাধিৰ বংশানুক্ৰমে দোষ আছে, সেইসকলে লোণ কম পৰিমাণে খালে উপকাৰ হয়।

খাওঁতে মনে মনে ৰং মনেৰে খাব। খোৱাৰ সময়ত কথা ক'লে ভালকৈ চোবোৱা নহয়, হজমো ভালকৈ নহয়। পেট ভৰাই খালে

---

২. Meat··· ··· ··· contain selements such as creatin, sarco-lactic acid and phospheric acid salts, which have an injurious effect, especially in the sense of stimulating and heating on our entire organism, and on the nerves in particular.

—Dr. Dock.

The stimulation which people feel after taking meat, broth or spirits is generally wrongly regarded as a sign of strength, and in spite of the fact that the old debility returns when the exciting action of these stimulants has gone, people continue to consider them as nourishing and strengthening foods of the first rank. ...... ...... ...... ...Even meat, soups and broths which have little or no nutritive value like meat extracts, have an exciting effect on the nerves, and accelerate the action of the heart.

—The New Curative Treatment.

Animal food is more heating and stimulating than nourishing.

—Dr. Peebles.

পাক-যন্ত্রটিৰ হজম কৰাত বিস্তৰ সময় লাগে, আৰু আমঠু বা হৃৎপিণ্ড (Heart) ও হাওঁফাওঁৰ ( Lungs ) কামৰ বিশেষ ব্যাঘাত হয়। সেই হেতুকে গা গধুৰ আৰু অসুস্থ লাগে। আহাৰৰ অন্তত ভালকৈ মুখ ধুই কিছুমান পৰ বিশ্ৰাম কৰিব লাগে। মুখ ভালকৈ নুধুলে দাঁত আৰু জিভাৰ অনেক ক্ষতি হয়।

শৰীৰৰ উপাদান ক্ষয় হোৱা মাত্ৰকে তাক পুৰাবলৈ ব্যস্ত হয়, সেইবাবেই ভোক আৰু পিয়াহ লাগে। আহাৰৰ অভাৱত ভোক, আৰু পানীৰ অভাৱত পিয়াহ লাগে। তাক ব্যৱহাৰ কৰিলেই অভাৱ গুচি গা সুস্থ লাগে। এইবোৰ পৰিমাণ মতে খালে গা সুস্থ হয়। টেঙা, তিতা, মিঠা, জলাও সেইদৰে ব্যৱহাৰ কৰা যুগুত। লোভত বা দেখা-দেখিকৈ সৰহ আহাৰ কৰিলে ৰোগ হয়।

আমাৰ দেশত যি ঋতুত যি ফল-মূল, শাক-পাচলি হয়, তাক খালেই শৰীৰ ভালে থাকে। অকালৰ লেবেলা, পুৰণি, গেলা, পচা কোনো বস্তুকে ব্যৱহাৰ কৰা উচিত নহয়। তাৰপৰা শৰীৰত অনেক ব্যাধি হয়। বাৰিষা নৈৰ পানী, সৰিয়হৰ শাক, মূলা, পনীয়া গুৰ, মৌ খাই ওপৰত পানী খোৱা বৰ বেয়া। গাখীৰৰ লগত কল, আম, জামু আৰু মাছ-মঙহ খাব নেলাগে। এইবোৰ খাই গা বেয়া লাগিলে ভতালিকে বঁতিয়াই বা শৌচ কৰি শৰীৰ সুস্থ কৰিব লাগে।

ল'ৰাকালত বা ডেকাকালত যি পৰিমাণে যতবাৰ খায়, সাধা-ৰণতে চল্লিছ বছৰ বয়সৰ পাছত, বিবেচনা কৰি, খোৱাৰ পৰিমাণ কম কৰিব লাগে। কিয়নো বয়সত পাক-যন্ত্ৰৰ হজম-শক্তি ক্ৰমে কমি যায়। আগৰ দৰে খালে হজম নহয়, আৰু শৰীৰ অসুস্থ হয়। মানুহে নিমন্ত্ৰণ কৰি জলপান বা ভোজ খুৱালে, অসময়ত অপৰিমিত খালে পিছদিনা গা বেয়া কৰে। ডেকা মানুহে সুস্থ শৰীৰত ছঘণ্টাৰ পিছতহে আহাৰ কৰিব। একেবাৰে সৰহকৈ নেখাই, ভোক অনুসৰি তাকৰকৈ কেবাবাৰো খোৱা বেয়া নহয়। সৰহ খোৱা যেনে অপকাৰী, ভোকত নোখোৱাও তেনে অপকাৰী; এতেকে ভোক বুজি খোৱা নিতান্ত উচিত। সময়ে সময়ে লঘোণ দিয়া ভাল।

ৰন্ধাৰ আগেয়ে ডাইল-চাউল, শাক-পাচলি, মাছ-মঙহ আটাই-বোৰ ভালকৈ ধুই লব লাগে। ৰন্ধা পাত্ৰ আৰু খোৱা পাত্ৰবোৰ অতি উত্তমকৈ ধুই ব্যৱহাৰ কৰিব লাগে। খোৱা বস্তুবোৰ ভালকৈ সিজিব লাগে। আধাসিজা ভাত-আঞ্জা খালে পেট বেয়া কৰে। ৰন্ধা বস্তু-বোৰ ভালকৈ ঢাকি থ'ব লাগে যাতে মেকুৰী, মাখি, পোক-পৰুৱা আদি পৰি বেয়া নকৰে।

পানীয়ে যে কেৱল পিয়াহ গুচায় সেয়ে নহয়, পানীৰপৰা

খোৱা বস্তু জীণ যোৱাত বৰ সহায় হয়। আহাৰ কৰাৰ আগতে পানী খাব নেলাগে। খোৱাৰ সময়ত বৰকৈ পিয়াহ লাগিলে অলপ পানী খাব পাৰি; কিন্তু আহাৰৰ ডেৰ বা দুই ঘণ্টাৰ পিছতহে পানী খোৱা উচিত। সুস্থ মানুহৰ দিনটোৰ ভিতৰত দুসেৰ পানী খোৱা আৱশ্যক হয়। ডাব নাৰিকলৰ পানী খোৱাও ভাল।

নিৰ্ম্মল পানী প্ৰাণ-স্বৰূপ। মানুহে পিয়াহ লাগিলে চোডা[১] লিমনেড, চাহ-পানী ব্যৱহাৰ কৰে। তাৰপৰা শৰীৰ সুস্থ হ'ক ছাৰি নানা তৰহৰ ব্যাধি হোৱা দেখা যায়। কাৰণ যি পানীৰে এইবোৰ যুগুত কৰে, সেই পানী ছেকি পৰিষ্কাৰ কৰা নহয়; যি যন্ত্ৰেৰে যুগুত হয়, সেই যন্ত্ৰৰ সীহ, পিতল, তাম আদি ধাতুৰপৰা ( Metalic poison ) বিষাক্ত বস্তু মিহলি হৈ দূষিত হয়। তাতকৈ নিজে ছেকি (ফ্লিল্টাৰ কৰি) লোৱা পানী হেজাৰ গুণে উপকাৰী। পানীৰ বিষয় পঢ়োঁতে ফ্লিল্টাৰ কৰাৰ বিষয় ভালকৈ বুজা যাব।

মুখেদি পেটলৈ যি বস্তু যায়, আটাইবোৰকে খাদ্য বা আহাৰ বুলিব পাৰি। সেই হিচাপে ধঁপাত, তামোল, কানি, ভাং, চেৰাপ, চাহ আদি আটাইবোৰ খাদ্য। এইবোৰ খাদ্যৰপৰা শৰীৰ নষ্ট হয়। সেইহেতুকে জ্ঞানীসকলে খাবলৈ মনা কৰিছে। জনা-বুজা মানুহমাত্ৰকে তাক ব্যৱহাৰ নকৰে। স্বাস্থ্য ৰক্ষা কৰি সুখে নিৰোগী হৈ থাকিবলৈ হ'লে তাক কেতিয়াও ব্যৱহাৰ কৰিব নেলাগে।

---

১. It is wrong to suppose that aerated waters are safer than plain water. The mere addition of a little carbonic acid to water does not kill off the germs ... .... .. .. and, it is safer, therefore, to drink plain water.

—Sir Pardey Lukis.

# পানী

পানীৰ আৱশ্যক কি? পানী নহলে গছ-গছনি, জীৱ-জন্তু একো নিজীয়ে, মৰি যায়। পানী সকলোৰে প্ৰাণ[১]। খাবলৈ, গা ধুবলৈ, কাপোৰ ধুবলৈ, কাঁহী-বাটি ধুবলৈ, ভাত-আঞ্জা ৰান্ধিবলৈ, ঘৰ মচিবলৈ সকলো কামতে পানীৰ আৱশ্যক হয়। সেইহেতুকে যি দেশত পানীৰ অভাৱ হয়, তাত মানুহ বসতি কৰিব নোৱাৰে।

যিবোৰ উপাদানেৰে আমাৰ শৰীৰ সৃষ্ট হৈছে, তাৰ ভিতৰত পানীয়েই প্ৰধান। আমাৰ শৰীৰৰ[২] শতকৰা ৬৬ ভাগ শুদ্ধ পানী; তেজৰ শতকৰা ৭৯ ভাগ পানী। সেইদৰে মগজু (Brain) আৰু ক্ষন্দিয়াৰ (Muscles) ৮০ ভাগ, হাড়ৰ শতকৰা ১০ ভাগ পানী।

যি তেজ বৈ শৰীৰৰ ক্ষতি পূৰণ কৰে, তাকো পানীয়েই পনীয়াকৈ ৰাখিছে। পানী কম হলেই তেজ গোটা বান্ধে, তেতিয়া চলিব নোৱৰা হয়। তেজ নচলিলে মৃত্যু ঘটে। এতেকে পানী প্ৰাণ-স্বৰূপ। পানীয়েই গাৰ বিষাক্ত বস্তুবোৰ ঘাম আৰু মূতৰ লগত বাজ কৰি শৰীৰ সুস্থ ৰাখে। পানীয়ে আমি খোৱা বস্তুবোৰ পাকস্থলীত কোমল কৰি জীণ নিয়ায়। টান বস্তুবোৰ পানীয়ে পনীয়াকৈ তেজৰ লগত মিলাই দিয়ে।

পানী যেনে আটাইবোৰৰ প্ৰাণ-স্বৰূপ, সেইদৰে আকৌ প্ৰাণ-নাশৰো সময়ত মূল কাৰণ হৈ উঠে। দূষিত পানী ব্যৱহাৰ কৰিলে নানাবিধ ব্যাধি উৎপন্ন হয়[৩]। যাইকে ৰৱযুগৰপৰা পানী পোৱা

---

১. Water is life.

A man must not throw any impure substance into water.
—Vishnu Sanhita.

২. The part which water plays in the human economy is of the first importance. It constitutes nearly two-thirds of the total weight of the body, seventy-nine per cent of the blood, eighty per cent of the brain and muscles, and ten per cent even of bone. Without water, there would be no life. —Sir Pardey Lukis.

৩. The rapidity with which water passes through the stomach, causes it to be a very dangerous vehicle of infection. ...... ............All the greater is then the reason for insuring that our water-supply is above suspicion. —Dr. Hutchinson.

যায়। বৰষুণৰ পানীয়েই নৈ, পুখুৰী, খাল, বিল, নাদ আদি আটাইবোৰ ভৰাই দিয়ে। কিছুমান গছবৰবাও পানী পায়। নাৰিকলৰ ভিতৰতো পানী ওলায়। আমি যি পানী খাওঁ, আমাৰ খোৱা বস্তুত যি পানী থাকে, নিশ্বাসত বায়ুৰপৰা যি পানী লওঁ, এইবোৰৰপৰা আমাৰ শৰীৰত থকা পানী গোট খায়। হিম, নিয়ৰ আৰু মাটিৰপৰাও কিছু পৰিমাণে আমাৰ গালৈ পানী আহে।

বৰষুণৰ পানীয়েই আটাইতকৈ নিৰ্ম্মল আৰু শৰীৰৰ উপকাৰী। কিন্তু প্ৰথমে যি পানী বৰষুণৰপৰা পৰে, তাত বায়ুমণ্ডলৰ ওখলবোৰ থাকে। অনেক ৰকমৰ বীজাণু আৰু ধূলি-মাকতি বতাহত উৰি ফুৰে, সেইবোৰ প্ৰথমে বৰষুণত মিহলি হৈ মাটিত পৰে। কিছুমান পৰ বৰষুণ হলে, সেইবোৰ ধোৱা পৰি বতাহ পৰিষ্কাৰ হয় আৰু বৰষুণৰ পানীও নিৰ্ম্মল হয়। ভেতিয়া মুকলি ঠাইত বা চোতালত পৰিষ্কাৰ কাপোৰ এখন চাৰিটা খুঁটি পুতি চাৰিও চুক বান্ধি দি মাজত শিলগুটি এটা দি ওলোমাই তাৰ তলত পৰিষ্কাৰ পাত্ৰ এটা থলে, তাত সেই বৰষুণৰ পানী পৰিব। খুটিকেটা কম পক্ষেও ৪ হাত্ত দীঘল হ'ব লাগে। কাপোৰখনৰ তলত এখন ওখ পীৰাত পাত্ৰটো পাতিব লাগে। নহ'লে মাটিৰপৰা ছিটিকনি পৰি পানী বেয়া হ'ব পাৰে। এইদৰে পানী ধৰি লৈ, কোনো এটা পিতলৰ, তামৰ বা মাটিৰ কলহত ভালকৈ ঢাকি থোৱা উচিত। বহুত ওখৰপৰা ধাৰেৰে পৰা বাবে বৰষুণৰ পানীত বতাহৰপৰা অক্সিজেন (Oxygen) মিহলি হৈ বিশুদ্ধ নিৰ্ম্মল পানী পোৱা যায়। সেই নিমিত্তে বৰষুণৰ পানী বৰ লঘু আৰু উপকাৰী। বৰষুণৰ পানী সকলো ঋতুত ব্যৱহাৰ কৰিব পাৰি, আৰু সি শৰীৰৰ নিমিত্তে বৰ হিতকাৰী। বৰষুণৰ পানী ৰাখিবা সেই কাৰণে গোটাই থৈ বিশেষ যত্নেৰে ৰাখি ব্যৱহাৰ কৰা যুগুত।

(ক) নৈৰ আৰু খাৱৈৰ পানী :—ৰাখিবা বৰষুণৰ পানী বাগৰি গৈ নৈ আৰু খাৱৈত পৰে। পৰ্ব্বতৰ ৰবক্ৰ পমিও নৈত পৰেহি। নৈৰ পানী বহুত কথাত বেয়া হয়। অনেক ঠাইৰপৰা বৰষুণত মলি, জাবৰ-জোঁথৰবোৰ উটি আহি মিহলি হয়। গৰু, ম'হ, শ, অন্যান্য জন্তু, গছ, লতা, পাত এইবোৰ পেলি পচি পানী দূষিত হয়। অনেক ঠাইত নৈ বা খাৱৈৰ ওচৰত বা পাৰত মল-মূত্ৰ ত্যাগ কৰে, বৰষুণত বা ঢল আহিলে সেইবোৰ মলি উটি আহি সেই নৈ বা খাৱৈত পৰেহি। নৈৰ পাৰত মানুহ ধৰি দি মৰিশালিৰ ছাই, মাটিবোৰ পানীত পেলাই দি পানী বেয়া কৰে। বসন্ত, জ্বৰনী, গ্ৰহণী, হাগনি আদি বেমাৰৰ মলিয়ন কানি-কাপোৰবোৰ নৈৰ পানীত ধুইও পানী বেয়া কৰে। বেয়া কাপোৰ-কানি আৰু আন বেয়া বস্তু ধুই-পখালিও নৈ আৰু খাৱৈৰ পানী দূষিত

কৰা দেখিবলৈ পোৱা যায়।

প্ৰকৃতিৰ নিয়মত নৈৰ পানীত বতাহ বলি বতাহৰপৰা অক্সিজেন মিহলি হৈ, সূৰ্য্যৰ তাপত, পোহৰত, ৰাসায়নিক উপায়েৰে, নৈৰ তলত হোৱা গছ-লতা, শেলুৰৈ আদিৰপৰা অক্সিজেন বাহিৰ হৈ, নৈৰ মাছ-কাছ আদি জল-জন্তুৰপৰাও সততে পানী শোধন হ'ব লাগিছে। সেই নিমিত্তে নৈৰ পানী যিমান দূষিত হয়, সেই দোষ কিছু পৰিমাণে এইদৰে শোধন হয়। নৈৰ পানী ঘোলা হলে, সূৰ্য্যৰ পোহৰে আৰু তাপে একো উপকাৰ কৰিব নোৱাৰে। কোনো কোনো নৈৰ বা খাৱৈৰ পানী প্ৰাকৃতিক নিয়মত শুদ্ধ হ'ব নোৱৰাকৈ গধূলীয়াকৈ মলি আৰু আবৰ-জোঁথৰবোৰ আহি পৰেহি। সেইবাবে নৈৰ বা খাৱৈৰ পানী ব্যৱহাৰ কৰাৰ আগেয়ে তলত লিখা নিয়মে পানী পৰিষ্কাৰ কৰি লব লাগে।

নৈ বা খাৱৈৰপৰা পানী আনোতে দবপৰা চৌৱাই মলি আৰু আবৰ গুচাই, কলহৰ মুখত নিকা ছেকনী কাপোৰ এখন বান্ধি, হাত ও নখবোৰ পৰিষ্কাৰ কৰি ধুই, কলহৰ মুখ নিকা কাপোৰেৰে ঢাকি আনিব লাগে। সেই পানীত অলপমান ফিট্‌কিৰিৰ গুড়ি মিলাই থলে, কলহৰ তলিত ধূলি মাটিবোৰ গেদ পৰিলে, লাহে লাহে অইন এটা পাত্ৰত বাকিব লাগে, যাতে গেদবোৰ পানীত নাহে। সেই পানী ভালকৈ উতলাই অইন এটা পাত্ৰত ছেকনীৰে ছেকি থৈ চেঁচা কৰি এক্ষেৰিমান কাফুৰ মিলাই খালে অনিষ্ট নকৰে। আৰু এক্ষেৰা সতৰ্ক হলে বেয়া নহয়। উতলোৱা পানীখিনি যদি ছেকি (ফিল্টাৰ কৰি) লয়, তেন্তে আৰু ভাল কথা। তিনিটা খুটা বিন্ধাই শলখা মাৰি, চাৰিটা কলহ থবলৈ চাৰি ঠাক কৰি, চাৰি ঠাকত চাৰিটা মাটিৰ কলহ পাতি, নিচেই ওপৰৰটোত শুধ পানী, তাৰ দ্বিতীয়টোত এঙাৰ, তৃতীয়টোত বালি ভৰাই নিচেই শেষৰটোত পানী নিগৰি গোট খাবলৈ থব লাগে। প্ৰথম, দ্বিতীয় আৰু তৃতীয় কলহ তিনিটাৰ তলি ফুট্‌ৰাই উলুখেৰৰ কুঁচি কৰি নাইবা পৰিষ্কাৰ ফটাকানিৰ পলিতা লগাই দিব লাগে, যাতে সেই কুঁচি বা পলিতাইদি পানীবোৰ টপটপকৈ পৰে। কলহত দিয়া এঙাৰ, বালি আৰু কুঁচি বা পলিতা সপ্তাহে সপ্তাহে পৰিষ্কাৰ কৰি ধুই ভালকৈ ৰ'দাব লাগে। এই ছেকা বা ফিল্টাৰ কৰা পানী কাফুৰ আৰু সুগন্ধি ফুলেৰে সুবাসিত কৰি ব্যৱহাৰ কৰিলে মন ভাল আৰু শৰীৰ সুস্থ থাকিব।

আৰু অইন এটা উপায়েৰেও পানী শোধন কৰিব পাৰি। ফিট্‌কিৰিৰ গুড়ি নাইবা নিৰ্ম্মাল্য গুটি চন্দনৰ দৰে পিহি পানীত মিলাই থলে, পানীৰ মল ও মাটিবোৰ কলহৰ তলিত গেদ পৰে। তাৰপৰা লাহে লাহে অইন পাত্ৰত ৰ'দালে পানী শুদ্ধ হয়। তপত লো নাইবা

মাটিৰ তপত লাড়ু এটা কলহত ভৰাই দিলে, পানীৰ জীৱাণু আৰু অন্যান্য দোষ গুচে।

পানী তপতালে খাবলৈ বেয়া লাগে। কাৰণ, গৰম কৰোঁতে পানীৰপৰা বতাহবোৰ ওলাই যায়। সেইবাবে পিতলৰ খৰাহিৰ ফুটাইদি পানী অইন এটা পাত্ৰত ছেকি ভৰালে বতাহ লাগিব। নাইবা কেব'-বাৰো ইটো কলহৰপৰা সিটো কলহলৈ ওপৰৰপৰা বকা বকি কৰিলেও বতাহ মিহলি হ'ব। এইদৰে পানী শোধন কৰি খালে, জহনী, গ্ৰহণী, হাগনি, জ্বৰ, মেলেৰিয়া আদি বেমাৰবপৰা অনেক পৰিমাণে তত পাব। বাৰিষা নৈ বা খাবৈৰ পানী নোখোৱাই ভাল। বৰষুণৰ পানী ধৰি বা দ নাদৰ পানী শুধৰাই খোৱা উচিত। খৰালি যেতিয়া নৈৰ আৰু খাবৈৰ পানী ফটফটীয়া হৈ থাকে, তেতিয়াহে ওপৰত কোৱামতে পৰিষ্কাৰ কৰি খোৱা যুগুত।

(খ) পুখুৰীৰ পানী ঃ—বাৰিষা বৰষুণৰ পানী বাগৰি আহি, নৈৰ আৰু খাবৈৰ পানীৰ দৰে, পুখুৰীৰ পানীও দূষিত হয়। সেইবাবে ওখ মুকলি ঠাইত পুখুৰী খানিব লাগে। পুখুৰীৰ পানীত যেন ভালকৈ ৰ'দ পৰে। পুখুৰীত মাছ মেলিব লাগে। পুখুৰীৰ ওচৰত মৰং বা পাইখানা থাকিব নেলাগে। পুখুৰীৰ পাৰত হাবি বা ডাঙৰ গছ থাকিব নেলাগে। মৰং, হাবি আৰু ডাঙৰ গছ থাকিলে, মৰঙৰপৰা বেয়া ৰসবোৰ নিজৰি মাটিৰ তলে পুখুৰীত পৰিব; হাবিৰপৰা গছৰ পাতবোৰ গেলি-পচি পুখুৰীত পৰিব। ডাঙৰ গছ থাকিলে পানীত ৰ'দ পৰিব নোৱাৰি পানী বেয়া হ'ব। পুখুৰীৰ চাৰিও পাৰ পুখুৰীৰ পিনে ওখ কৰি বাহিৰ ফালে হেলনীয়াকৈ দিব লাগে, যাতে বৰষুণৰ পানী বৈ মলিবোৰ পুখুৰীত পৰিব নোৱাৰে। পানীখোৱা পুখুৰীত পানী খুব সাৱধানে ৰাখিব লাগে। তাত কাপোৰ ধোৱা, গা ধোৱা, মুখ-হাত-ভৰি ধোৱা, গৰু-ম'হক পানীত নমোৱা বা পানী খুওৱা, কাঠ-বাঁহ গোঁৰোৱা, পুখুৰীৰ পাৰত মল-মূত ত্যাগ কৰা, এইবোৰ কাম কেতিয়াও কৰিব নেলাগে। পুখুৰীৰ ওচৰত গেলেকনি বা কোনো খাল বা গাঁত থাকিলে তাক পুতি পেলাব লাগে। নহলে, তাৰপৰা বিষাক্ত বেয়া পানীবোৰ নিগৰি আহি পুখুৰীত পৰি পুখুৰীৰ পানী দূষিত কৰে।

• নৈৰ পানীৰ দৰে পুখুৰীৰ পানীকো ফিটকিৰিৰ গুড়ি দি পৰিষ্কাৰ কৰি, মলি গুচাই, তপতাই ফিল্টাৰ কৰিহে খোৱা উচিত। বাৰিষা পুখুৰীৰ পানী নোখোৱাই বাৰু। বৰষুণৰ পানী ধৰি বা দ পাট-নাদৰ পানী শোধন কৰি খোৱা উচিত। সততে সকলো পানীকে ভালকৈ শোধন কৰি কাফুৰ আৰু সুগন্ধি ফুলেৰে সুবাসিত কৰি খোৱাই উপকাৰী। খৰালি পুখুৰীৰ পানী ব্যৱহাৰ কৰিলেও শোধন কৰিহে খোৱা উচিত।

(গ) নাদৰ পানী :—বৰষুণৰ পানী মাটিৰ তলেদি নিজৰি গৈ নাদত গোট খায়। সেইবাবে নাদৰ পানীত বহুত দূষিত বস্তু থাকে। নাদ খানোতে বিশেষ সাৱধান নহলে ভাল নাদ হৈ নুঠে। মুকলি শুধ ঠাইত বৰ দকৈ নাদ খানিব লাগে। থকা ঘৰ বা গেলা পুখুৰী বা গাঁত নাইবা খালৰ ওচৰত কেতিয়াও নাদ খানিব নেলাগে। আমাৰ দেশত প্ৰায় কেঁচা নাদ। এই কেঁচা নাদৰ পানী বেগতে বেয়া হয়। সেইবাবে বিশেষ সাৱধান হ'ব লাগে। মুঠ কথা, ওচৰৰ কোনো বেয়া ঠাইৰপৰা বেয়া পানী মাটিৰ তলে আহি নাদৰ পানীত যেন মিহলি হ'ব নোৱাৰে নাদৰ ভিতৰত বন গজি তাত চৰাই বা পোক-পৰুৱাই বাহ ল'ব নোৱাৰে, বাহিৰৰ পাৰৰ পানী যাতে বৰষুণত গৈ মিহলি হ'ব নোৱাৰে, বেং, কেঁচু, কুমটি, চিকা, নিগনি এইবোৰ গৈ যাতে পানীত পৰিব নোৱাৰে, নাদৰ মুখখন ঘেৰাই কাঠেৰে বা বাঁহেৰে বেৰি দিব লাগে। নাদৰ পানী তোলোঁতে বাল্টি আৰু ৰচী পৰিষ্কাৰ কৰি তুলিব লাগে। নাদৰ ওচৰত পানী পেলাব নেলাগে। গা ধুলে বা অইন কোনো কাম কৰিলে, ভালেমান আঁতৰতহে কৰিব লাগে।

মাজে-সময়ে যেতিয়া চুবুৰীত কোনো জহনী, গ্ৰহণী, হাগনি, বসন্ত আদি বেমাৰ হোৱা দেখা যায়, তেতিয়া পাৰমেঙ্গেনেট অব্ পটাচ্ দি পানী শোধন কৰি লব লাগে। আঠৈ তোলামান পাৰমেঙ্গেনেট অব্ পটাচ (Permanganate of Potach) এবাল্টি পানীত গুলি তাক নাদত ভৰাই দি আকৌ বাল্টিৰ পানী নাদত ঢালি দিব লাগে।

এইদৰে ৩/৪ বাৰ বাকিলেই পানীবোৰ ৰঙা পৰিব; যদি ৰঙা নহয়, তেন্তে আৰু ১-১॥ তোলামান সেইদৰে মিলাই দিব লাগে। গধুলি মিলাই দিলে পিছদিনা ৰাতিপুৱা তাৰ পানী খাব পৰা যায়। ১০/১২ ঘণ্টাত পানী ঠিক হয়। পকা নাদৰ পানী সততে সকলো সময়ত ব্যৱহাৰ কৰিব পাৰি; কিন্তু কেঁচা নাদৰ পানী ভালকৈ উতলাই ফিল্টাৰ নকৰাকৈ কেতিয়াও খোৱা উচিত নহয়। হেজাৰ সতৰ্ক হলেও কেঁচা নাদৰ পানীৰ দোষ গুচোৱা টান। পানী ফট্ফটীয়া নিকা দেখিলেই বিশুদ্ধ[১] নহয়। তাকো সেইবাবে নিশ্চয় শোধন কৰি খাব লাগে।

শোধন কৰা ভাল পানীও অসাৱধানত বেয়া হয়। পাত্ৰ পৰিষ্কাৰ নহলে, তাত অইন দূষিত বস্তু মিহলি হলে, পানীৰ কলহৰ মুখ উদং হৈ থাকিলে, যেনে-তেনে ৰাপে পানীত বেয়া বস্তু লগ লাগিলেই

---

১. Unfortunately, in water as in many other things in this world appearances are deceptive.

—Dr. Lukis

পানী বেয়া হয়। নিৰ্ম্মল বিশুদ্ধ পানী যেনে আমাৰ পক্ষে অমৃত আৰু প্ৰাণ-স্বৰূপ, সেইদৰে দূষিত বিষাক্ত পানী হলাহল বিহ আৰু যমৰ তুল্য।

আহাৰ কৰোঁতে সৰহ পানী খাব নেলাগে। খোৱাৰ অলপ আগ বা পিছতো খাব নেলাগে। পিয়াহ লাগিলে পানী খাব লাগে; কিন্তু বৰ লাহে লাহে অলপ অলপকৈ পৰিমাণ মতে আহাৰৰ ১৷৷-২ ঘণ্টাৰ পিছতহে খাব লাগে। আহাৰৰ লগত পানী খালে অজীৰ্ণ হয়। সুস্থ সবল মানুহৰ নিমিত্তে দিনটোত /২ দুসেৰ পানী আৱশ্যক।

০০০

# বতাহ

বতাহৰ আৱশ্যক কি ? জীৱ-জন্তুৱে আহাৰ নকৰি আৰু পানী নোখাই যদিও কিছুদিন জীয়াই থাকিব পাৰে, কিন্তু উশাহ বন্ধ হলে ততালিকে মৃত্যু হয়। এই বতাহ বা বায়ু জীৱ-জন্তু আইন কি গছ-গছনিৰো মহাপ্ৰাণ।* মাছবোৰ পানীত যেনেকৈ আছে, জীৱ-জন্তুবোৰো সেইদৰে বায়ু-মণ্ডলত আছে। খোৱা বস্তুৰ সাৰ ভাগ আৰু অক্সিজেন (Oxygen) তেজৰ লগত মিহলি হৈ থাকে। বায়ুৰপৰাই তেজ চলাচল হয়। শৰীৰ শোষণৰ লাগতিয়াল বস্তুবোৰ তেজে যন্ত্ৰ-বিলাকৰ ভিন্ ভিন্ অংশলৈ আৰু কন্দিয়াবোৰলৈ (Muscles) পঠিয়াই দিয়ে। এই বায়ুৱেই জীয়াই থকাৰ প্ৰধান সহায়। কিন্তু এই বায়ু বা বতাহ দূষিত হ'লে নানাবিধ ব্যাধি হয়। আইন কি—প্ৰাণ পৰ্য্যন্ত নষ্ট হয়। সেই নিমিত্তে ৰোগী থকা ঘৰহে নেলাগে, সুস্থ লোক থকা ঘৰতো নিৰ্ম্মল বায়ু চলাচল কৰিবৰ দিহা কৰিব লাগে। নহলে টান ব্যাধি হোৱাত একো আটক নাই।

(ক) অনেক কাৰণত বায়ু বেয়া বা দূষিত হয়। উশাহ লওঁতে বাহিৰৰ বতাহ ভিতৰলৈ গৈ হাঁওফাঁওত সোমাই বায়ুৰ অক্সিজেন তেজৰ লগত মিহলি হৈ যায়। বিষাক্ত বায়ু নিশ্বাসত ওলাই আহি, বাহিৰৰ বতাহত মিহলি হৈ বায়ু দূষিত হয়। জন্তুবিলাকৰ নিশ্বাসতো বায়ু অতিকৈ মলিয়ন হয়। ঘৰুৱা কুকুৰ-মেকুৰীৰ নিশ্বাসেও বায়ু বেয়া কৰে।

(খ) জুইয়ে বায়ুৰপৰা অক্সিজেন পুৰি কাৰ্ব্বন বাহিৰ কৰে। এই কাৰ্ব্বন বৰ বিষাক্ত গেচ্ বা ভাপ। সেইবাবে ঘৰত বন্তি জ্বলালে, জুই ধৰিলে, ভাত ৰান্ধিলে, বায়ু দূষিত হয়। ধোঁৱাইও বায়ু মলিয়ন কৰে। জাবৰ-জোঁঠৰ জুই লগাই পোৰোঁতেও বায়ু মলিয়ন হয়। জাৰৰ দিনত জুই পুৱালেও বায়ু মলিয়ন হয়। মৰা শ খৰি দিলে আৰু হাবিত জুই লগালেও বায়ু বেয়া হয়। জুইয়ে অক্সিজেন পুৰি দূষিত বস্তু (carbon) বতাহত এৰি দিয়ে, তাক উশাহ ললে ততালিকে মৃত্যু ঘটিব। সেই নিমিত্তে জুইৰ কাম অন্ত হোৱা মাত্ৰকে নুমুৱাই পেলাব লাগে। চাকি, বন্তি বা লেম্প সম্বন্ধেও সেই কথা।

---

* Our individual moral responsibilities with regard to the air which we breathe are great. Our first duty is not to befoul the air any more than we can help.

—Health of State.

(গ) মৰা জীৱ-জন্তু, গছ-লতা, পাত এইবোৰ গেলি-পচি তাৰ-পৰা ভাপ ওলাই বায়ু মলিয়ন কৰে।

(ঘ) ৰান্ধনী ঘৰৰ ওচৰত মাছ-মঙহ ধোৱা পানী, নাৰী-ভুঁৰু, পেট-কাঁইট, শাক-পাচলিৰ বাকলি, চুৱাপাত, ভাতৰ মাৰ এইবোৰ পেলালে সেইবোৰ গেলি, তাৰপৰা দুৰ্গন্ধ ভাপ ওলাই বায়ু বেয়া কৰে।

(ঙ) গেৰেকনি বা পোতা পুখুৰীত গেলা পানী পচি, গোবৰ, বিষ্ঠা, মূত গেলি, খালৰ পানী বন্ধ হৈ দুৰ্গন্ধ বাজ হয়; তাৰপৰাও বায়ু দূষিত হয়।

(চ) মৰাপাত, বাঁহ, কাঠ পানীত পচি দুৰ্গন্ধ ভাপ বাহিৰ হৈ বায়ু দূষিত কৰে।

(ছ) কল-কাৰখানাত অনেকবিধ বিষাক্ত ভাপ উৎপন্ন হৈও বতাহ বেয়া কৰে।

(জ) নানাবিধ ধোঁৱা, ধূলি, তুলা, এঙাৰ, ছাই, ইটাগুড়ি, মৰা শুকান পোক-পকৰাৰ পাখি, ছাল, শুকান মলি, থুইৰ কণিকা আৰু ৰোগৰ বীজাণুবোৰ বায়ুত মিহলি হৈ বতাহ মলিয়ন আৰু বিষাক্ত কৰে। বতাহত কত ৰকমৰ যে বেয়া বস্তু উৰি ফুৰে, তাৰ সীমা নাই। আলিবাটৰ ধূলিবোৰেও বায়ু বেয়া কৰে। ঘৰ সাৰোঁতে পানী ছটিয়াই নেসাৰিলে ধূলিবোৰ বায়ুত মিহলি হৈ বতাহ বেয়া হয়। গোবৰ, ৰঙা মাটি মিলাই পানী ছটিয়াই ঘৰ মচি থাকিলে ধূলি উৰিব নোৱাৰে।

(ঝ) ৰাতি গছ-গছনিৰপৰা বিস্তৰ কাৰ্বন বাজ হৈ বায়ু বিষাক্ত হয়। ৰাতি গছৰ তলত কেতিয়াও শুব নেলাগে। কিন্তু দিনত গছ-গছনিৰপৰা অক্সিজেন বাহিৰ হয়; দিনত গছৰ তলত উঠা-বহা বেয়া নহয়।

বাহিৰৰ বতাহ যিবোৰ কাৰণে বেয়া হয়, ঘৰৰ ভিতৰৰ বতাহো সেইবোৰ কাৰণেই দূষিত হয়। তাৰ উপৰি সূৰ্য্যৰ পোহৰ ঘৰৰ ভিতৰলৈ সোমোৱাৰ দিহা নহলে, ঘৰৰ ভিতৰৰ বায়ু বেয়া হয়। বাহিৰৰ মুকলি বতাহ ঘৰৰ ভিতৰত বহুত পৰ বন্ধ থাকিলে, মানুহ আৰু পোহনীয়া চৰাই, কুকুৰ, মেকুৰী এইবোৰৰ নিশ্বাসতো ভিতৰৰ বায়ু বেয়া হয়। দুৱাৰ-খিড়িকী বন্ধ থাকিলে বাহিৰৰ মুকলি বতাহ স্নাব নোৱাৰাতো ভিতৰৰ বতাহ নষ্ট হয়। ৰাত প্ৰায় দুৱাৰ আৰু খিড়িকী বন্ধ থাকে; সেইবাবেও ভিতৰৰ বতাহ বেয়া হয়। আমাৰ গৰম দেশ। ইয়াত ৰাতি-দিন খিড়িকী মেলা থাকিলেও একো অনিষ্ট নহয়, বৰং স্বাস্থ্য ভালহে হ'ব। গাটো ভালকৈ ঢাকি, জাৰকালিও খিড়িকী মেলি শুলে, নিৰ্ম্মল বতাহৰপৰা শৰীৰৰ বিশেষ উপকাৰ হয়। চেঁচা বতাহতকৈ ঘৰৰ ভিতৰৰ বন্ধ বতাহ বেছি অপকাৰী। বহুত

মানুহে মুখ ঢাকি শোৱে; নিজৰ নিশ্বাসৰ বিষাক্ত বায়ু নিজে লৈও শৰীৰৰ বিশেষ অনিষ্ট কৰে।

ৰান্ধনীঘৰৰ ধোঁৱা ওলোৱা ব্যৱস্থা নেথাকিলে সেই ধোঁৱাই ভিতৰৰ বায়ু নষ্ট কৰে; গাত লোৱা বেজাই বা লেপ, কঁথা, গাৰুৰ গিলিপ, কাপোৰ, চোলা, মোজা এইবোৰ ধুই ৰ'দত নিদিলে তাৰপৰা দুৰ্গন্ধ ওলাই বায়ু দূষিত হয়। ঘৰৰ দুৱাৰ-খিড়িকী সৰহ নেথাকিলে, নাইবা দুৱাৰ-খিড়িকী জপাই সেই ঘৰত বেছি মানুহ শুলে, নাইবা তেনে ঘৰত বহুত পৰ বহিলে, নিশ্বাসৰপৰা সেই ঘৰৰ বায়ু দূষিত হয়।

যিবোৰ কাৰণত ঘৰৰ বাহিৰৰ আৰু ভিতৰৰ বতাহ বেয়া হয়, শৰীৰৰ ভিতৰতো অনেক পৰিমাণে সেইবোৰ কাৰণতে বায়ু দূষিত হয়। উশাহ লওঁতে বতাহ হাওঁ-ফাওঁত গৈ অক্সিজেনে বিষাক্ত তেজ-বোৰ পৰিষ্কাৰ কৰে, বাকী বায়ু তেজৰ দূষিত অংশত মিহলি হৈ দূষিত হয়। পিছে নিশ্বাসৰ লগত সেই দূষিত বতাহ বাহিৰলৈ আকৌ ওলাই আহে।

দূষিত বতাহৰপৰা অজীৰ্ণ, আভোক, বাঁতি, মূৰ-ঘূৰণি, মূৰ-কামোৰণি, কাহ, নেৰেঙা, পানী লগা, জ্বৰ, বিষ আদি ভালেমান টান নৰিয়া হয়। দূষিত বায়ুৰপৰা বেমাৰৰ বীজাণু, ধূলি-মাকতি যিবোৰ মিহলি হৈ থাকে, সেইবোৰ পানী, গাখীৰ, মাছ, মঙহ আৰু ৰন্ধা ভাত-আঞ্জাত মিহলি হৈ সোপাকে বেয়া কৰে। সেইবাবে খোৱা আটাইবোৰ বস্তু আৰু পানী ঢাকি থব লাগে। ঘৰৰ দূষিত বতাহেও খোৱা বস্তুবোৰ নষ্ট কৰে। বতাহ বন্ধ থকা ঘৰত কিছুমান পৰ কাম কৰিলে, বা শুলে, গা অসুখ কৰে। হাওঁফাওঁলৈ বিশুদ্ধ বায়ু উপযুক্ত পৰিমাণে নগলে, অক্সিজেনৰ নাটনিত গোটেই গাত ধাতু পুষ্ট নহৈ অলপ দিনতে গা একেবাৰে দুৰ্ব্বল হৈ পৰে।

জীয়াই থাকিবলৈ বায়ু নহলেই নহয়। কিন্তু প্ৰতি মুহূৰ্ত্তত যিদৰে বায়ু নষ্ট হবলৈ ধৰিছে, তাত জীৱ-জন্তু, পোক-পৰুৱা ক্ষন্তেকো জীয়াই থকা অসম্ভৱ; কিন্তু প্ৰকৃতিৰ নিয়মত অনেক উপায়েৰে সেই বায়ু সততে শোধন হৈছে—

(ক) বৰষুণৰ পানীয়ে বতাহৰ ধূলি-মাকতি, ব্যাধিৰ বীজাণু, দূষিত গেচ ধুই নিৰ্ম্মল কৰে।

(খ) ৰ'দৰ তাপত দূষিত গেচ বা ভাপৰ বীজাণুবোৰ নষ্ট কৰি বায়ু শোধন কৰে।

(গ) দিনত ৰ'দ পাই গছ-গছনিৰপৰা অক্সিজেন ওলাই আহে, আৰু গছ-গছনিবোৰে বতাহৰ দূষিত কাৰ্ব্বন গ্ৰহণ কৰাত বায়ু শোধন হয়। প্ৰকৃতিৰ অতি বিতোপন নিয়ম—মানুহে আৰু জীৱ-জন্তুবোৰে কাৰ্ব্বন গেচ্ বা ভাপ বতাহত এৰে; সেইবোৰ সিহঁতৰ পক্ষে ভয়ানক

দিয়। কিন্তু গছ-গছনিয়ে সূৰ্য্যৰ তাপত অক্সিজেন এৰি কাৰ্ব্বন গ্ৰহণ কৰে; সেইভৰ গছে আকৌ অক্সিজেন দিয়। এইদৰে সলনা-সলনি কৰি জীৱ-জগত বৰ্তিব লাগিছে। কিন্তু ৰাতি সূৰ্য্যৰ তাপৰ অভাৱত গছ-গছনিয়ে কাৰ্ব্বন বাহিৰ কৰে।

(ঘ) বতাহ ৰবকৈ বলিবলৈ ধৰিলে এঠাইৰ দূষিত দুৰ্গন্ধ গেচ, অইন ঠাইলৈ নি সৰহীয়া ভাল বতাহৰ লগত মিলাই দি শোধন কৰে।

(ঙ) ঢোল বজালে, চিঞৰ-বাখৰ কৰিলে, গায়ন-বায়ন কৰিলে বতাহ কঁপিবলৈ ধৰি অথিৰ হয়; তাতো কিছু পৰিমাণে দূষিত বায়ু শোধন হয়। জুই ধৰিলেও বায়ু বলে, তাতো বায়ু শোধন হয়।

(চ) ঘৰৰ দুৱাৰ, খিড়িকী খোলা থাকিলে, বাহিৰৰ ভাল বায়ু সোমাই ঘৰৰ ভিতৰৰ দূষিত বায়ু বাক কৰে। সূৰ্য্যৰ পোহৰ বা জুইৰ তাপতো দূষিত বায়ু আঁতৰে, আৰু বিশুদ্ধ বায়ুৰে ঘৰ ভৰি পৰে। ঘৰত হোম কৰিলে আৰু ধূপ, ধুনা, চন্দন, কাফুৰ আদি সুগন্ধি বস্তু পুৰিলেও বায়ু শোধন কৰে।

(ছ) অংগ-চালনা বা ব্যায়াম অৰ্থাৎ গাত শ্ৰম কৰিলে ঘনেপতি উশাহ-নিশাহ চলিবলৈ ধৰে। তাৰপৰা হাওঁফাওঁলৈ সৰহ পৰিমাণে অক্সিজেন সোমায় আৰু কাৰ্ব্বন বাহিৰ হয়। সেইদৰে গাৰ বায়ু বিশুদ্ধ হয়। মুকলি বতাহত ফুৰিলেও উশাহ-নিশাহতে শৰীৰৰ ভিতৰৰ দূষিত বতাহ শোধন হয়।

এতিয়া ওপৰত কোৱা কথাৰপৰা বচিয়াকৈ বুজা গৈছে, বিশুদ্ধ বতাহ জীয়াই থাকিবলৈ কিমান লাগতিয়াল, আৰু দূষিত বতাহ জীৱনৰ নিমিত্তে কিমান অনিষ্টকাৰী। যি ঠাইত হাবি, ডাঙৰ গছ, গেলা পুখুৰী, পিতনি, বিল থাকে, এইবোৰৰপৰা বতাহ বিস্তৰ দূষিত হয়। সূৰ্য্যৰ* পোহৰ নপৰিলেও বতাহ দূষিত হয়। এতেকে এইবোৰ দোষ গুচাই ঠাই ভাল কৰি লবলৈ দিহা কৰিলেই বহুত ব্যাধিৰপৰা ৰক্ষা পাব। নিম, তুলসী, নানাবিধ সুগন্ধি ফুলৰ গছ কই ঘৰে ঘৰে ধূপ, ধুনা, কাফুৰ, চন্দন আদি সুগন্ধি বস্তু পুৰি, গৰুৰ ঘিউ জুইত হোম দি, য'তে-ত'তে মল-মূত ত্যাগ নকৰি বতাহ শুদ্ধ ৰাখিব পাৰি। আমাৰ খেৰৰ ঘৰ, ইকৰাৰ বেৰ। তালৈ ভালকৈ বতাহ চলাচল কৰিব পাৰে। মুকলি বতাহত মহ-ডাঁহ থাকিব নোৱাৰে। দিনৰ দিনটো ব'দ পাই থাকিলেই আৰু গেলা-পচা পানী উলিয়াই দিলেই বহুত বেমাৰ, ঘাইকৈ মেলেৰিয়া জ্বৰৰপৰা ৰক্ষা পায়। সকলোৱে এইবোৰ কথালৈ মন কৰিলেই স্বাস্থ্যৰ বিস্তৰ উন্নতি হ'ব।

---

* Says the proverb, "Where the sun does not enter, the doctor does."

# গা ধোৱা

গা কিয় ধুব লাগে? শৰীৰ সুস্থ ৰাখিবলৈ সকলোৱে গা ধুব লাগে। গা ধুলে লোমৰ গুৰিৰ বিন্ধাবোৰ পৰিষ্কাৰ হয়, ভাগৰ গুচে, বল বাঢ়ে আৰু গাৰ তেজ বৃদ্ধি হয়। আমাৰ গাৰ লোমৰ গুৰিৰ বিন্ধাবোৰেদি গাৰ ভিতৰৰ বহুত দূষিত বস্তু বাজ হয়। সেই বিন্ধাবোৰ নিকা নেথাকিলে গাৰ ভিতৰৰ অকামিলা দূষিত বস্তুবোৰ বাজ হ'ব নোৱাৰি তেজৰ লগত মিহলি হৈ হাওঁফাওঁত সোমায়, আৰু অন্যান্য যন্ত্ৰবোৰত গৈ অনেক ব্যাধি উৎপন্ন কৰে। সেইহেতুকে সেই বিন্ধাবোৰ পৰিষ্কাৰ ৰখা নিতান্ত যুগুত। গাৰ ভিতৰৰ মলি পনীয়া হৈ বা গেচ হৈ বাজ হয়; ঘামবোৰ শুকাই মলিবোৰ আঠা হৈ লোমৰ গুৰিবোৰ বন্ধ কৰি পেলায়। ভালকৈ ঘঁহি গা ধুলে সেইবোৰ গুচে। গাৰ ছাল নিকা থাকিলে, গাত খৰ, খহু, ঘামচি, খজুৰতি আদি চৰ্ম্মৰোগ হ'ব নোৱাৰে।

সুস্থ গা চেঁচা নিৰ্ম্মল পানীৰে ধোৱা ভাল। চেঁচা পানীৰে গা ধুলে কাহ, কফ আৰু পানীলগা গুচে। দুৰ্ব্বল নৰিয়া মানুহে অলপ তপত পানীৰে গা ধুই, পিছত চেঁচা পানীৰে গাটো গামোচা তিয়াই মোহাৰি পেলাব লাগে। মূৰত চেঁচা পানীৰ বাহিৰে তপত পানী কেতিয়াও দিব নেলাগে। নিৰোগী মানুহে গা ধোৱাৰ আগেয়ে গোটেই গাত সৰিয়হৰ তেল নাকত, কাণত, নাইত, ভৰিৰ তলুৱাত, বুকুত, পেটত আৰু হাত-ভৰিৰ গাঁঠিবোৰত বঢ়িয়াকৈ ঘঁহা বৰ ভাল। তাৰপৰা বহুত বেমাৰ—ঘাইকৈ কফৰ বেমাৰত উপকাৰ হয়।

নৈত বা পুখুৰীত নামি গোটেই গা তিয়াই গা ধোৱা বৰ উপকাৰী। বাৰিষা নৈৰ পানী ঘোলা আৰু মলিয়ন হয়; সেই পানীত গা ধোৱা বাৰু নহয়। গা ধোৱা বা পানীত নমাৰ আগেয়ে মূৰটো ভালকৈ পানীৰে তিয়াব লাগে আৰু বুকুতো লাহে লাহে পানী ছটিয়াব লাগে, তেহে হঠাৎ চেঁচা লাগি হাওঁফাওঁত ৰোগ নহয়।

আগেয়ে মূৰত পানী দি চেঁচা নকৰিলে, পানীত নমা মাত্ৰকে ভৰিৰ ফালৰপৰা তেজ উজাই গৈ মূৰত উঠে, তাৰপৰা মূৰত বোধ হয়।

খোৱাৰ বা আহাৰ কৰাৰ অলপ আগে বা পিছে গা ধুলে খোৱা বস্তু জীণ নেযায়। কম পক্ষেও খোৱাৰ এক ঘণ্টা আগে আৰু ৩।৪ ঘণ্টা পিছেহে গা ধোৱা উচিত। ৰ'দত খোজকাঢ়ি আহি, শ্ৰম কৰি, জুৰণি নোলোৱাকৈ গা ধুব নেলাগে। ঘাম বৈ থাকোঁতে গা ধুলে ঘাম বন্ধ হৈ হঠাৎ মৃত্যু হোৱাতো আটক নাই।

গা ধুই গোটেইটো গা ভালকৈ টুকি শুকান কাপোৰ পিন্ধিব লাগে। নিতৌ এইদৰে যি গা ধোৱে, তাৰ শৰীৰ সুস্থ থাকে, ভালকৈ হজম হয়, ভোক লাগে, ৰাতি টোপনিও ভালকৈ আহে, গাও লঘু পায়।

নিতৌ কম পক্ষেও দুবাৰ গা ধোৱা উচিত। তিনিবাৰ ধুলে যে আৰু ভাল। বেলি ওলোৱাৰ আগেয়ে ৰাতিপুৱা গা ধোৱা বৰ উপকাৰী। তাৰপৰা কফ ৰোগ নষ্ট হয়, গা পাতল লাগে, মনতো উলাহ লাগে। দুপৰীয়া গা ধোৱাৰ এক ঘণ্টাৰ পাছত আহাৰ কৰিব লাগে। সেইদৰে গধূলিও গা ধুব লাগে। ৰাতিপুৱা গা ধুব নোৱাৰিলে আহাৰৰ এক ঘণ্টা আগে দুপৰীয়া গা ধোৱা বেয়া নহয়। গধূলি গা ধুই শুলে ভালকৈ টোপনি আহে।

পানী বৰ ভাল নহলে উতলাই থৈ চেঁচা হলে, তাৰে গা ধুব লাগে। মলিয়ন পানীৰে গা ধুলে নানাবিধ ৰোগ হয়। তপত পানীৰে গা ধুলে গা দুৰ্ব্বল হয় আৰু গাৰ ছাল কোমল হয়। মাজে-সময়ে মিলা, টেঙা বা খাৰেৰে মূৰটো ধুই নিকা কৰিব লাগে। মূৰত মলি হলেও ৰোগ হয়। মুঠতে সকলো প্ৰকাৰে গাটো পৰিষ্কাৰ* থাকিলেই স্বাস্থ্য ৰয়।

*আমি লিখা 'প্ৰাকৃতিক চিকিৎসাত' বৈজ্ঞানিক উপায়েৰে গা ধুই সকলো ব্যাধি গুচোৱাৰ দিহা দিয়া হৈছে।

000

# শ্ৰম, ব্যায়াম বা অঙ্গ-চালন

অংগ-চালনৰ গুণ কি ? আমাৰ গাৰ মঙহবোৰ লৰ-চৰ নকৰিলে অকামিলা হয়। তাক ব্যৱহাৰ কৰিলে ডাঙৰ, পুষ্ট আৰু বলৱন্ত হয়। ব্যৱহাৰ নকৰিলে ক্ষীণ আৰু দুৰ্ব্বল হয়।

শৰীৰ পোষণৰ নিমিত্তে যেনেকৈ নিকা পানী, শুদ্ধ বতাহ আৰু পুষ্টিকৰ আহাৰৰ আৱশ্যক, সেইদৰে শ্ৰম বা অঙ্গ-চালনো স্বাস্থ্য-ৰক্ষাৰ নিমিত্তে বৰ লাগতিয়াল। গাৰ অংগ-প্ৰত্যংগবোৰ নিয়মমতে নচলালে কেৱল পানী, বতাহ আৰু আহাৰৰপৰা গা সুস্থ ৰাখিব নোৱাৰি।

ফুটবল, টেনিচ, ডন, কুস্তি, ডাম্বেল এইবোৰ খেলকে আজি-কালি ব্যায়াম বোলে। এইবোৰ ব্যায়ামত ধন ভগন হয়, আৰু নথৈ আসোঁৱাহ আছে। অৱিয়া-অৰি থকা হেতুকে ফুটবল আদি খেলত শৰীৰৰ বিস্তৰ অনিষ্ট হয়। যাতে গাৰ তেজ বঢ়িয়াকৈ চলাচল হয়, ঘনেপতি উশাহ-নিশাহ লোৱাত তেজত সৰহকৈ অক্সিজেন মিহলি হৈ তেজ পৰিষ্কাৰ হয়, মনত উলাহ লাগে, আৰু ব্যায়ামৰ (শ্ৰমৰ) পৰা যাতে কিছু অৰ্থও লাভ হয়, তেনে ব্যায়াম অভ্যাস কৰাহে যুগুত। অমূল্য সময় ৰং-ধেমালিত নষ্ট কৰিলে শেহত দুখত পৰিব লাগে।

যাতে শৰীৰৰ উপকাৰ হয় আৰু তাৰ লগতে ধনো ওলায়, এনে শাৰীৰিক শ্ৰমৰ দিহা সহজে কৰিব পাৰি।

(ক) সকলোৱে একোখনি বাৰী পাতি নিতৌ তাত ৰাতিপুৱা-গধূলি কোৰ মাৰি মাটি চাহ কৰিলে, গছ পুলি ৰুলে, তাত পানী দিলে, হাৰি গুচালে বঢ়িয়া শ্ৰম হয়।

(খ) ঘৰৰ চাৰিওফালৰ হাৰি গুচোৱা, খাল বা গাঁত পুতি সমান কৰা, আলি-পদূলি বন্ধা আৰু নিকা কৰা, কুঠাৰ লৈ খৰি ফলা, এই-বোৰতো বিস্তৰ শ্ৰম আৰু অংগ-চালন হয়।

(গ) সাঁতোৰা, লৰ মৰা আৰু নাও খেলা অতি সুন্দৰ ব্যায়াম। সাঁতুৰিব জানিলে নিজৰ যে উপকাৰ হয়েই নে, অইন মানুহ পানীত বুৰিলে তাকো তুলি প্ৰাণ ৰক্ষা কৰিব পাৰি।

যাৰ গা দুৰ্ব্বল আৰু ক্ষীণ, যি বুঢ়া, তেওঁ বিলাকে নৈৰ পাৰত বা মুকলি পথাৰত ফুৰিলেই সুন্দৰ অংগ-চালনা হয়। সৰু সৰু ল'ৰা-ছোৱালীবোৰক ফুৰিবলৈ যাওঁতে লগত নি লৰি ফুৰিবলৈ লগাই দিব লাগে। তাৰপৰা সিহঁতবো গাৰ বিশেষ উপকাৰ হয়।

ব্যায়ামৰ সময়ত সদায় মনত ৰাখিব লাগে যাতে অপৰিমিত ব্যায়াম নহয়। যেতিয়াই মুখেৰে শ্বাস ওলাব, কপাল, নাক, কাষলতি এইবোৰ ঘামিব, তেতিয়াই ব্যায়াম এৰি দিব লাগে। তেতিয়া লাহে লাহে খোজ চলাব লাগে, হাত-ভৰিবোৰ আহাৰিব লাগে, গাটো লাহেকৈ বলেৰে টিপিব লাগে। তাৰপৰা ঘামৰ ভিতৰত তেজ বেগে চলিবলৈ ধৰে, আৰু ভাগৰ গুচি বৰ আৰাম লাগে। ব্যায়ামৰ অন্তত ততালিকে বহা বা গা ধোৱা উচিত নহয়। তাৰপৰা ঠাঁয়ে ঠাঁয়ে গাৰ তেজ চলিব নোৱাৰি বাতব্যাধি হ'ব পাৰে। শ্ৰমেই উত্তম ব্যায়াম।

শ্ৰম বা ব্যায়াম কৰি, ভাগৰ নুগুচোৱাকৈ ততালিকে গা ধুলে, ঠাণ্ডা লগালে, লোমৰ গুৰিবোৰ কোঁচ খাই ঘাম বাজ হব নোৱাৰি নানা-বিধ বেমাৰ হয়। তাৰ দ্বাৰা হঠাৎ মৃত্যু হোৱাৰো আটক নাই। সেইনিমিত্তে ব্যায়াম বা শ্ৰমৰ পিছত কিছু পৰ নুজুৰুৱাকৈ কেতিয়াও গা ধুব নেলাগে।

সকলো ঋতুতে পুৱা বা গধূলি সদায় গাত শ্ৰম হ'ব লাগে। নিয়ম মতে নিতৌ শ্ৰম কৰিলে শৰীৰ বলিষ্ঠ আৰু নিৰোগী হয়, খোৱা বস্তুবোৰ ভালকৈ জীণ যায়, মনতো উলাহ লাগে, আৰু বহুত ভাল কাম কৰিব পাৰে।

খোৱাৰ পৰিমাণ অনুসৰি শ্ৰম বা ব্যায়ামৰ দিহা কৰা যুগুত। যাৰ অৱস্থাত যেনে খাবলৈ পায়, সেইমতেই শ্ৰমো কৰিব লাগে। শ্ৰম কৰি নিয়মিতৰূপে আহাৰ নকৰিলে শৰীৰ ক্ষীণ আৰু দুৰ্ব্বল হৈ যায়। পিছত নানা তৰহৰ ৰোগ হয়। ওপৰত লিখা আহাৰৰ বিষয় পঢ়িলেই কেনে নিয়মে কি খাব লাগে বুজা যাব। ৰুগীয়া, নিশকতীয়া বুঢ়া মানুহে ব্যায়াম কৰা অযুগুত। ভোক লগাতো ব্যায়াম কৰিব নেলাগে। আহাৰৰ পিছত গা ধোৱা যেনে অন্যায়, ব্যায়াম কৰাও তেনে অন্যায় বুলি জানিব লাগে।

কেৱল আহাৰ আৰু শ্ৰম অৰ্থাৎ খালে আৰু ব্যায়াম কৰি-লেই শৰীৰ সুস্থ নেথাকে। গাৰ বল বঢ়াৰ লগে লগে মনৰো বল বাঢ়ে। সেইনিমিত্তে মনক সজ চিন্তাৰে ভাল কামত নলগালে শৰীৰৰ বলেৰে জগতৰ বা নিজৰ একো উন্নতি কৰিব নোৱাৰে। যি কামৰপৰা নিজৰ, বংশৰ, জাতিৰ, দেশৰ বিস্তৰ উপকাৰ হয়, তেনে এটা বা বহুত কাম জীৱনৰ লক্ষ্য বা মনত ভাব ৰাখি অ:হাপুৰুষাৰ্থ কৰিলেহে পৃথিৱীত ওপজা সাৰ্থক হয়। পশুৰ লগত মানুহৰ সেয়ে প্ৰভেদ। বলিষ্ঠ গাৰে, সবল মনেৰে সকলোৰে উন্নতিৰ অৰ্থে কাম কৰিবলৈ ব্ৰতী হোৱাটোহে সভ্য সমাজৰ জীৱনৰ প্ৰধান উদ্দেশ্য।

# টোপনি*

টোপনিৰপৰা শৰীৰৰ উপকাৰ কি ? স্বাস্থ্য ৰাখিবলৈ টোপনি নহলেই নহয়। কেৱল খালে আৰু শ্ৰম কৰিলেই শৰীৰ ৰক্ষা নেপায়, তাৰ লগতে টোপনিৰো আৱশ্যক। দিনত বন কৰিলে ৰাতি ভাগৰ গুচাব লাগে। নুশুলে গাৰ যন্ত্ৰবিলাক আৰু মূৰৰ মগজুৱে সমূলি জিৰণি নেপায়। সেইবাবে ৰাতি টোপনিৰ আৱশ্যক হয়। আমি যি কামকে কৰোঁ, তাৰপৰা শৰীৰৰ কিছুমান বস্তু ক্ষয় হয়, তাক পূৰাবলৈ গা আৰু মন দুইকো ভালে ৰাখিবলৈ ৰাতি শুব লাগে। দিনৰ দিনটো এটা নাদৰ পৰা পানী তুলিলে তাৰ পানী তল পৰে, কিন্তু ৰাতিটোতে সেই তলপৰা পানীখিনি পূৰ হয়। সেইদৰে ৰাতি ভালকৈ বিশ্ৰাম কৰাৰ বা শোৱাৰ পিছত টোপনিত আমাৰ গাৰ ক্ষয় হোৱা ভাগ পূৰ হৈ ন মানুহৰ নিচিনা হৈ উঠোঁ। আমি বলী আৰু নিৰোগী থাকিবৰ নিমিত্তে বিস্তৰ টোপনিৰ আৱশ্যক হয়।

ৰাতি আগ পৰতে শোৱা উপকাৰী। ডেকা মানুহৰ ৬ ঘণ্টা, ল'ৰা আৰু বুঢ়াৰ তাতকৈ কিছু বেছি টোপনিৰ আৱশ্যক। গধূলিৰ অলপ পিছতে ভোজন কৰি, ২।৩ ঘণ্টা সৰু-সুৰা কাম কৰি শুলে, ভালকৈ জীণ যায় আৰু টোপনিও ভালকৈ আহে। ৬ ঘণ্টা শোৱাৰ পিছত বেলি নৌ-ওলাওঁতেই উঠি, শৌচ কৰি, হাত-মুখ-গা ধুই নিজৰ নিত্যকৰ্ম্ম যি আছে তাক সমাপন কৰিব লাগে। ৰাতি টোপনি ক্ষতি কৰিলে গা অসুখ হয়। দিনত শ্ৰম, ৰাতি বিশ্ৰাম—এই কথা কেতিয়াও পাহৰিব নেলাগে। দিনত কেতিয়াও শুব নেপায়। দিনত শুলে গা গধুৰ লাগে, মূৰ কামোৰে, পানী লাগে, গা বিষায়, হজম নহয়, আৰু এলাহে হেঁচা মাৰি ধৰে। মেলেৰিয়া হোৱা ঠাইত দিনত শুলে জ্বৰ উঠে। কোনো লাগতিয়াল কামত ৰাতি টোপনি ক্ষতি হলে, দিনত একেবাৰে শুলে গা পাতল পৰে। ৰোগীয়ে চিকিৎসকৰ দিহামতে চলা যুগুত। ছাত্ৰসকলে মহলাৰ সময়ত আৰু গৃহস্থসকলে ৰং-ধেমালিত ৰাতি টোপনি ক্ষতি কৰি শেহত বেমাৰ পৰা দেখা যায়। ৰং-ধেমালি বা লিখা-পঢ়া মানুহক লাগে বুলি শৰীৰ নষ্ট কৰিব নেলাগে। তাকে কৰিলে মানুহৰ যাই উন্নতিৰ লক্ষ্য ভ্ৰষ্ট হয়।

* "One hour's sleep before mid-night is equal to two hour's sleep after mid-night."

এটা খোটালিতে একেলগে কেইবাজনো কেতিয়াও শুব নেলাগে। শোৱা ঘৰলৈ মুকলি বতাহ সোমাব পৰা হ'ব লাগে। নাক-মুখ জপাই বা ঢাকি কেতিয়াও শুব নেলাগে। মাটিত শোৱাতকৈ চাং বা খাটত শোৱা বাৰু। পৰাপক্ষত কেতিয়াও মাটিত শুব নেলাগে। মাটি শুকান হলে আৰু চুবুৰীত জ্বৰ-নৰিয়াৰ প্ৰকোপ নহলে, মাটিত শোৱাৰপৰা অপকাৰ নহ'ব পাৰে। কিন্তু জেকনি, সেমেকা মাটিত শুলে গা বিষায় আৰু ৰোগ হয়। যি বেয়া বতাহৰপৰা মানুহৰ গাত জ্বৰ উঠে, সি নিচেই লাম খাপতে থাকে। শোৱা শয্যা কিছু ওখ হলে সেই শংকা কম হয়। মাটিত শোৱা মানুহক আহাৰ বিচাৰি বগাই ফুৰা সাপে খোঁটাৰ ভয় থাকে। যাৰ ওখ শয্যা নাই, সি চাং পাতি তাত শোৱা ভাল।

শয্যাৰ গাৰু আৰু কাপোৰবোৰ পৰিষ্কাৰ ৰাখিব লাগে। গাৰ অকামিলা বস্তুবোৰ সেইবিলাকত লাগি অপকাৰ কৰে। তাক নিতৌ ৰ'দাব লাগে, আৰু মাজে-সময়ে নিকা থাকিলেও ধুই লব লাগে।

মুকলি ঘৰত শোৱা বাৰু। তাকে বুলি বতাহ আহি পোনেই গাত লগা ঠাইত শোৱা বেয়া। তাৰপৰা গাৰ উম গুচে আৰু নৰিয়া হয়। যি ঠাইত জহনী আৰু জ্বৰ হয়, তাত গাৰ উম গুচাব নেলাগে। ৰাতি গা ভপত ৰখা সুগুত। মুকলিত শুলে, সাৱধানে গা ঢাকি নুশুলে, বেমাৰ হোৱা সম্ভৱ। বতাহ আৰু ঘৰৰ বিষয় মন দি পঢ়ি, শোৱা বিষয় বুজি লোৱা উচিত।

০০০

# পোহৰ বা তাপ

পোহৰ বা তাপ কেনে ? আন্ধাৰ ঠাইত থকা গছ, লতা বা বন গজে, তাক বগা দেখা যায়, আৰু তেনেই দুৰ্ব্বল, কেঁহকা হয়। যি মানুহ সদায় আন্ধাৰত থাকে, সিও শেতুশেতীয়া আৰু নিশকতীয়া হয়। তাক অনেক ৰোগে আক্ৰমিব পাৰে। তাৰ মনো স্ফুৰ্ত্তি নহয়। পোহৰ বৰ মনোহৰ।

আন্ধাৰ ঠাই নৰকৰ তুল্য, তাক কোনো প্ৰাণীয়ে ভাল নেপায়। আন্ধাৰত আমাৰ মন সম্পূৰ্ণ ক্ষৰকাল নেলাগে, জলকা লাগি থাকে। পোহৰত মনত বৰ বং আৰু উলাহ লাগে। পোহৰত আমাৰ জীৱনী-শক্তি থাকে। পোহৰেই তাপ, এই তাপ জীৱবোৰৰ গাত নেথাকিলে মৰে। জীৱমাত্ৰকে, ঘাইকৈ নৰিয়াৰপৰা উঠা মানুহে পোহৰৰপৰা জীৱনী-শক্তি আকৰ্ষণ কৰি লৈ বলিষ্ঠ হয়।

আন্ধাৰ ঠায়েই ৰোগৰ খনি বা পুং। এটা প্ৰবাদ আছে— "য'ত পোহৰ সোমাব নোৱাৰে, তালৈ নিশ্চয় ডাক্তৰ বা বেজ সোমায়।" ইয়াৰ অৰ্থ, আন্ধাৰত থকা মানুহক ৰোগে ধৰে, তেতিয়া ডাক্তৰে চাব লগাত পৰে। সূৰ্য্যৰ পোহৰ নেপালে, ঘৰ নিৰ্ম্মল হ'ব নোৱাৰে। পোহৰ নহলে মলিয়ন বস্তুবোৰ পৰিষ্কাৰ কৰিবলৈ নেদেখে। পোহৰৰ পৰাই সাপ আদি ক্ষুদ্ৰ অপকাৰী জন্তুবোৰৰপৰা ৰক্ষা পোৱা যায়। অধিক পৰিমাণে বায়ু আৰু পোহৰ নোপোৱা চেঁচুকীয়া বস্তুবোৰ যেনে অকামিলা, মানুহবোৰো ঠিক তেনেকুৱা। যি:বাৰ তিৰোতা সদায় ভিতৰত সোমাই থাকে, সিও অকামিলা, ক্ষীয়া হয়। অকামিলা, ক্ষীয়া তিৰোতাৰ ল'ৰা-ছোৱালীবোৰো মাকৰ দৰে ক্ষীয়া-পুকীয়া হয়। যদিও পোহৰ মানুহৰ, গছ-গছনিৰ, ফল-ফুলৰ আৰু জীৱ-জন্তুৰ নিমিত্তে বৰ লাগতিয়াল, তথাচ অপৰিমিত পোহৰ বা তাপ বাৰু নহয়। পোহৰ বা তাপ পৰিমিতৰূপে যেনে উপকাৰী, আকৌ অপৰিমিত হলে ভয়ানক অপকাৰী। ল'ৰাবোৰে ৰ'দত অপৰিমিত তাপত লৰি ফুৰা বাবে মূৰৰ বিষ হোৱা দেখা যায়। যিবোৰ বনুৱা মানুহৰ ৰ'দত কাম কৰা বা তাপত থকা অভ্যাস, সিহঁতৰ অপকাৰ নহ'ব পাৰে, কিন্তু যাৰ অভ্যাস নাই, তেনে মানুহ ৰ'দত বাজলৈ যাব লগা হলে মূৰটো পাগুৰি বা টুপীৰে ঢাকি নাইবা ছাতি লৈহে যোৱা উচিত।

# সাজ*

সাজ বা কাপোৰ কেলৈ ? ম্বাইকৈ লাজৰ হাত সাৰিবলৈ আমাক কাপোৰ লাগে । তদুপৰি জাৰকালি যাতে গাত ঠাণ্ডা নেলাগে, আৰু গৰম কালত যাতে বেছি তাপ নেলাগে, তাৰ নিমিত্তে কাপোৰৰ আৱশ্যক । দেশৰ চেঁচা-তপত অৱস্থা অনুসৰি কাপোৰৰ প্ৰভেদ আছে । চেঁচা দেশত প্ৰচুৰ উম থকা কাপোৰ নহলে জাৰত বিশেষ কষ্ট পায় । তপত দেশত পাতল কাপোৰতে কাম চলে ।

আজি-কালি সভ্যতাৰ লগে লগে লাগতিয়াল কাপোৰৰ বাজেও, অলাগতিয়াল বহুত বস্তু গা সজাবলৈ ব্যৱহাৰ হয় । সেই হিচাবে[১] জোতা, মোজা,- অলঙ্কাৰ-পাতিবোৰো সাজৰ ভিতৰ সোমাইছে । লাহ-বিলাহত মানুহে বিস্তৰ ধন ভগন কৰে । চহকী মানুহক সাজ পিন্ধা দেখি, নিছলা মানুহবোৰেও ধাৰে-ঋণে সাজ কিনি হাবাশাস্তি হয় । তিৰোতাবোৰে নেখাই থাকিব পাৰিলেও অলঙ্কাৰ নিপিন্ধি থাকিব নোৱাৰে । অলঙ্কাৰ আৰু অলাগতিয়াল কাপোৰ পিন্ধি প্ৰকৃতি-মাতৃৰ দোষ দেখুওৱা হয় । আমাৰ ভাৰতবৰ্ষ তপত ঠাই (Tropical country) । ইয়াত জাৰ পৰিলেও ইংলণ্ডৰ দৰে গৰম চোলা, ঠেঙা আৰু টুপীৰ আৱশ্যক নকৰে । বিশেষকৈ আমাৰ এই দেশত গৰম সাজ পিন্ধিলে, গাৰ ছালে চেঁচা সহিব পৰা শক্তি হেৰুৱায়, আৰু অলপ চেঁচা পালেই পানী লাগে আৰু কাহ হয় । নৰিয়া পৰিলে, চিকিৎসকৰ বা ডাক্তৰৰ দিহামতে গৰম কাপোৰ পিন্ধা উচিত । নিচেই কেঁচুৱা ল'ৰাক আৰু বুঢ়াবিলাকক বৰ সাৱধানে ৰাখিব লাগে; নহলে হঠাৎ চেঁচা হৈ জাৰত অনিষ্ট হ'ব পাৰে ।

আগেয়ে আমাৰ দেশৰ সাজ-পিন্ধা নিয়মটো বৰ ভাল আছিল । মুনিহে চেলেং আৰু চুৰিয়া এযোৰ মাথোন পিন্ধিছিল । তিৰোতাবিলাকে ধৰা-বন্ধা মেখেলা, বিহা আৰু খনীয়া এই তিনিখন মাথোন কাপোৰ ব্যৱহাৰ কৰিছিল । মুনিহ আৰু তিৰোতাৰ কাপোৰবোৰ তিৰোতা-বিলাকে কপাহ, মুগা, এৰী আৰু পাতৰ সূতা নিজহাতে বৈ-কাটি ঘৰুত

* "Our comfort, our health, and even preservation of our lives may largely depend upon the clothing we select"

—The philosophy of clothing.

১. "It is obviously undesirable to keep a growing organ (feet) shut up all day long in a leather bag which is, after all what a boot really is." —Dr Lukis.

কৰি লৈছিল। ঘৰুৱা শিল্পবিদ্যা আটুট আছিল। যি তিৰোতাই সেই-বোৰ বোৱা-কটা উত্তমৰূপে কৰিব পাৰে তাকে শিপিনী, আৰু যি কৰিব নেজানে তাকে থুপৰী বুলিছিল। এতিয়া সেইবোৰ কথা তল পৰি, দেশ তেনেই টোকোনা হ'ল। এতিয়াৰেপৰা লাহে-বিলাহে এৰি দি আগৰ দৰে লাগতিয়াল কাপোৰ নিজে বৈ-কাটি পিন্ধিলে দেশৰ বিস্তৰ উন্নতি হ'ব।

কাপোৰ বৰকৈ আঁটি পিন্ধিব নেলাগে। আঁটি পিন্ধিলে গাত তেজ ভালকৈ চলিব নোৱাৰে, পাকস্থলী আৰু গাৰ অন্যান্য যন্ত্ৰবিলাকৰ কাম নিয়ম মতে চলিব নোৱাৰে। তাৰপৰা বহুত বিধ বেমাৰ হয়। সেইদৰে জোতা, মোজা আৰু চোলাও পিন্ধা ভাল নহয়। গাত যা ত বতাহ লাগে আৰু তেজ চলাচল কৰিবলৈ উজু হয়, সেইদৰে ঢিলা কাপোৰ পিন্ধা যুগুত। কেৱল ফেচন আৰু ভদ্ৰতাৰ নামত টান জোতা, মোজা, ঠেঙা, টুপী, কামিজ, চুইটাৰ, কলাৰ, ফ্লেনালিন কাপোৰ আদি বাৰেভচহু অলাগতিয়াল কাপোৰ পিন্ধি শৰীৰটো নষ্ট কৰা কোনো বুধিয়ক মানুহৰ কাম নহয়।

পিন্ধা কাপোৰবোৰ সদায় নিকাকৈ ৰাখিব লাগে আৰু ৰ'দাব লাগে। মলিয়ন, ঘামত গোন্ধোৱা, ধূলি-মাকতি লগা, লেতেৰা, দুৰ্গন্ধ কাপোৰ ব্যৱহাৰ কৰিব নেলাগে। ফেদুৰা কাপোৰ পিন্ধিলে, গা অসুখ আৰু বিবিধ চৰ্মৰোগ হয়। নিকা কাপোৰ পিন্ধিবলৈ ধোবাৰ ওপৰত এপাহ জুৰি থাকিলেই নহ'ব, নিজে গাত এফেৰা কষ্ট কৰি ধুই লোৱা যুগুত। বহুতে কাপোৰ ধুবলৈ লাজ কৰে। এইটো বৰ মূৰ্খালি। নিজৰ গাৰ মলি নিজে নুগুচালে কোনে গুচাই দিব? ধোবাৰ ঘৰত গাপ দিয়াত বহুত কাপোৰ পচে, আৱশ্যক মতে সময়ত কাপোৰ যোগা-বও নোৱাৰে, আৰু ধোবাক বহুত বেমাৰীৰ মলিয়ন কাপোৰ ধুবলৈ দিয়ে, তাৰপৰা সোঁচৰা বেমাৰো লাগিব পাৰে। কাপোৰৰ ভিতৰত গাতে লাগি থকা, পাতল কাপোৰৰ সৰু চোলা বা গেঞ্জি (বনিয়ন) এটা পিন্ধা ভাল; ২।৩ দিন অন্তৰি তাক ধুই থাকিব লাগে। তাকে কৰিলে অইন কাপোৰ ঘামত বেগতে মলিয়ন হ'ব নোৱাৰে।

অইনে লোৱা চোলা, চুৰিয়া, গামোচা, চেলেং, জোতা, মোজা, খৰম এইবোৰ কেতিয়াও ব্যৱহাৰ কৰিব নেলাগে। অইন কি, অইনে শোৱা শয্যাতো শুব নেলাগে। তাৰপৰা অইনৰ গাৰ ব্যাধি নিজৰ গালৈ আহে। কাৰণ ঘামৰ লগত গাৰ বহুত বিষাক্ত বস্তু বাহিৰলৈ ওলাই আহে। গামোচা, বিচনা-চাদৰ, গাৰু-গিলিপ এইবোৰ মলি হলে, খাৰ-দিৰে সিজাই ধুই লব লাগে। এইবোৰ সততে ৰ'দাই থাকিব লাগে। ৰ'দে দূষিত বস্তু শোধন কৰে।

ল'ৰা-ছোৱালীবোৰক নিচেই ঢিলা কাপোৰ পিন্ধাব লাগে।

সিহঁতৰ নিমিত্তে জোতা পিন্ধা বাৰু নহয়; কাৰণ, জোতা পিন্ধিলে ভালকৈ ভৰি বাঢ়িব নোৱাৰে। আৰব দিনত ৰাতিপুৱা আৰু গধূলি ম্যাথোন জোতা–মোজা পিন্ধাব পাৰে। সম্ভৱ হলে, নিপিন্ধোৱাই ভাল। সিহঁতৰ মূৰো[১] ঢাকি ৰাখিব নেলাগে। তাৰপৰা মূৰ তপত হৈ মগজুলৈ তেজ উঠে। তদুপৰি মূৰ ঢকা থাকিলে, ৰ'দ আৰু বতাহ লাগিবলৈ নেপাই চুলি ভাল হ'ব নোৱাৰে। চুলিৰ[২] নিমিত্তে পোহৰ আৰু বায়ুৰৰ লাগতিয়াল।

তিতা কাপোৰ কেতিয়াও লব নেলাগে। ল'ৰাই শয্যাত মূতিলে, সেই তিতা কাপোৰত সিহঁতক শুৱাই থব নেলাগে। সেইবোৰ ধুই শুকুৱাইহে ব্যৱহাৰ কৰিব লাগে। তিতা জোতা বা মোজা পিন্ধাব নেলাগে। তিতিলে সদা ভৰিৰে খোজ কঢ়াই ভাল। ঘৰত থকাত কম কাপোৰ পিন্ধিব লাগে, তাকো সৰু চাই লব লাগে, তেহে ৰাতিপুৱা বাহী কাপোৰ ধুবলৈ আহুকাল নহয়; আৰু ইবোৰ কাপোৰতো বেগতে মলি নেলাগে।

চাজি-মাটি, চোডা, খাৰ এইবোৰ কপাহী কাপোৰ ধুবলৈ ভাল। মণিছালৰ আৰু বিহমনাৰ গুটিৰে মুগা, পাট আৰু লোমৰ কাপোৰ ধুলে নিকা হয়। আমাৰ কলৰ ছাইৰ খাৰণি সৰাই বঢ়িয়া কাপোৰ ধোৱে। চাবোনেৰে কাপোৰ ধুলে পইচা খৰচ হয়, আৰু তাত বহুত দূষিত বস্তু থাকে; তাৰপৰা স্বাস্থ্যৰ ক্ষতি হয়। ভাল চাবোনৰ মল্য সৰহ, পাবলৈকো টান।

---

১. "The adage 'keep the head cool', applies even to infants".
—Dr. Lukis.

২. "Sun-shine and fresh air are essential to a vigorous growth of hair, and these cheap and invaluable hair tonics are not to be obtained if the head is tightly wrapped up."
—Dr. Lukis.

# ঘৰ*

ঘৰ কেলৈ? আমাৰ প্ৰাণ বা আত্মা থাকিবলৈ শৰীৰটি যেনে লাগতিয়াল, সেইদৰে আমাৰ শৰীৰটি থাকিবলৈকো ঘৰ বৰ লাগতিয়াল। শৰীৰ আৰু ঘৰ দুয়ো অতি পবিত্ৰ মন্দিৰ বুলি মনত ৰাখিব লাগে। ভাল ঘৰ নহলে, স্বাস্থ্য কেতিয়াও থাকিব নোৱাৰে। এতেকে মানুহ থাকিবলৈ ভাল ঘৰ নহলেই নহয়।

প্ৰত্যেক গৃহস্থৰ ঘৰ স্বাস্থ্যকৰ হলেই চুবুৰি বা গাঁও স্বাস্থ্যকৰ হয়, গাঁও বা চুবুৰি স্বাস্থ্যকৰ হলেই দেশত ৰোগ-ব্যাধি কম হয়। সেইবাবে ঘৰ সজাৰ বিষয়ত দকৈ ভাবি-চিন্তি চাইহে ঘৰ সাজিব লাগে।

যি ঠাই ওখ, সমান, যি ঠাইৰ মাটি তললৈ বহি যোৱাৰ ভয় নাই, যি ঠাইত পূব ফালে নৈ বয়, য'ত বৰগছ, কাঁইটগছ, হাবি-বননি নাই, যি ঠাইত থিয় হলে মনত উলাহ লাগে, মুকলি সেই ঠাইত ঘৰ সজা যুগুত।

যি ঠাইত মৰিশালি, যি ঠাইত মৰাশ পোতে, য'ত মল-মূত পেলায়, য'ত কল-কাৰখানা পাতে আৰু খেতি কৰে, সেই ঠাইত ঘৰ সাজিব নেলাগে। যি ঠাইত ওচৰত খাল, বিল, পিতনি, জেকনি, দুৰ্গন্ধ, সেই ঠাইত ঘৰ সাজিলে ঘৰ অস্বাস্থ্যকৰ হয়। এতেকে তেনে ঠাইত কেতিয়াও নেসাজিব।

আগেয়ে কোৱা হৈছে যে, ভাল ওখ সমান, শুকান ফৰ্‌ফৰীয়া ঠাইত থকাঘৰ সাজিব লাগে। তালৈ যেন ব'দ-বতাহ সহজে যায়। পূবে পুখুৰী, পশ্চিম ফালে বাঁহ আৰু অইন ভাঙৰ গছ, উত্তৰ পিনে গছ-গছনি কই বাৰী পাতিব লাগে, দক্ষিণ ফালে একেবাৰে মুকলি থাকিব লাগে। পূব পিনে পুখুৰী খানিব নোৱাৰিলে এনেই মুকলি কৰি থোৱাই ভাল। পূব আৰু দক্ষিণ ফালে শাক-পাচলি, ফুল আদি

---

* "Phthisis is a disease largely dependent upon the insanitary conditions of the home." —Tropical Hygiene.

"The Indian is essentially a home-loving individual, and the consideration of his house and its surroundings must be of special interest to him as there can be no sort of doubt that a large proportion of the disease, from which he suffers, is due to the hopelessly insanitary environment, in which so many of the teeming millions of the inhabitants of this empire ( India ) eat, sleep and work". —Sir P. Lukis.

সৰু-সুৰা গছ কাই ধুনীয়া কৰি লব লাগে, তাৰপৰা যাতে ব'দ আৰু বতাহ বন্ধ হ'ব নোৱাৰে, তালৈ মাথোন চকু দিব লাগে।

শুকান, সমান আৰু ওখ ঠাইত ঘৰ সাজিলেও ঘৰৰ ভেটি মাটিৰপৰা ভেৰ বা দুহাত ওখ হোৱা উচিত, যাতে বাৰিষা তালৈ পানী সোমাব নোৱাৰে। চাপৰ ভেটি বৰ জেকনি হয়। জেকনিত মানুহৰ প্ৰায় জ্বৰ হয়। দুখীয়া মানুহেও ঘৰৰ ভেটি ওখ কৰি লব পাৰে।

আমাৰ দেশৰ মানুহে প্ৰায় খেৰৰ ঘৰ লয়। খেৰৰ ঘৰৰ চাল শিথিয় হলে পানী বেগতে বাগৰি আহে। ইকৰা আৰু বাঁহৰ বেৰ বৰ ভাল। কিন্তু তাক মাটিৰে লিপি দিয়াত বতাহ আৰু পোহৰ সোমাব নোৱাৰে। সেইবাবে তাত সৰহকৈ খিড়িকী ৰাখিব লাগে। আমাৰ দেশত উঁইৰ বৰ উপদ্ৰৱ। সেইবাবে বেৰৰ তলৰ পিনে ১॥ হাত কি ২ হাতমান আলকতৰা বা তাঁৰ ঘঁহি দিলে উঁইয়ে ধৰিব নোৱাৰে। মাজে-সময়ে সেইদৰে তাঁৰ ঘঁহি থকা উচিত। খেৰৰ ঘৰ স্বাস্থ্যৰ পক্ষে বৰ উপকাৰী। খেৰৰ ঘৰৰ চাল[1] চেঁচা আৰু শুকান। বহুতে আজি-কালি খেৰৰ পৰিবৰ্ত্তে ঘৰত টিন লগায়। টিনৰ ঘৰ স্বাস্থ্যৰ পক্ষে বাৰু নহয়। গৰমৰ দিনত টিনবোৰ তপত হৈ তাপ লাগে, আৰু জাৰৰ দিনত বৰ চেঁচা হৈ টোপাল পৰে। সেইবোৰ অসুবিধা গুচাবৰ অৰ্থে ওপৰত তক্তা বা বাঁহৰ চটাই বৈ মাটিৰে লিপি দিলে কিছু পৰিমাণে উপকাৰ হয়। ঘৰ টিনৰেই হওক বা খেৰৰেই হওক, চালৰ পানী পৰি চোতাল বোকা কৰে। সেইহেতুকে ঘৰৰ পিৰালিৰ কাষেদি লোৰ খানি পানী বোৱাই দিব লাগে।

(ক) শোৱনি-ঘৰ :– [শোৱনি-ঘৰ] পুবা-পচিমাকৈ সাজি, দক্ষিণ ফালে দুৱাৰমুখ কৰিলেই বাৰু হয়। উত্তৰা-দক্ষিণাকৈ সাজি, পুব পিনে দুৱাৰমুখ উলিয়ালেও বেয়া নহয়। শোৱা ঘৰ-টো বৰ নিকা হ'ব লাগে। তাৰ ওচৰত গছ, নাদ, খাল, মৰং (শৌচ কৰা ঘৰ বা অইন কোনো জাবৰ-জোঁথৰ বা মলিয়ন বস্তু পেলোৱা ঠাই হ'ব নেলাগে। মজিয়াখন সৰ্ব্বকাল শুকান হ'ব লাগে। বতাহ আৰু পোহৰ সোমাবলৈ বিস্তৰ খিড়িকী থাকিব লাগে। যি ঘৰত যিমান পোহৰ আৰু বায়ু চলাচল কৰিব পাৰে, সেই ঘৰ সিমান স্বাস্থ্যকৰ হয়। বন্ধা পাত্ৰ, খোৱা বস্তু, চকী, মেজ, আলমাৰি, পেৰা, এইবোৰেৰে ঘৰ সজালে বতাহ আৰু পোহৰ অচল হৈ অস্বাস্থ্যকৰ হয়, তালৈকো মন ৰাখিব লাগে।

পোহনীয়া চৰাই, কুকুৰ, মেকুৰী এইবোৰকো তাত ঠাই দিব নেলাগে। এটা কোঠাত বেছি মানুহো শুব নেলাগে। ৰাতি বন্তি বা

১. "Thatched roofs are very cool and dry."

—Sir p. Lukis

লেম্প জলাই শুব নেলাগে। খিড়িকী জপাব নেলাগে। যিবোৰ কাৰণত বায়ু দূষিত হয়, তালৈ বৰকৈ সতর্ক থাকিব লাগে। শোৱনি-ঘৰৰ চাৰিওফালে সুগন্ধি ফুল গছ আৰু তুলসী ৰুব লাগে। ধূপ, ধুনা, চন্দন, কাফুৰ, গরু-ঘিউ আদি ভাল সুগন্ধি বস্তুবোৰ শোৱা ঘৰত সততে জলাব লাগে। তাৰপৰা দূষিত বায়ু শোধন হয়। মজিয়াত বা বেৰত থুই, খেকাৰ, শেঙুন পেলাব নেলাগে। সেইবোৰৰ নিমিত্তে এটা সুকীয়া পাত্র বা চাঁৰয়া ঘৰৰ এচুকত বালি বা ধূলি ভৰাই থৈ, তাত পেলাব লাগে। ল'ৰা-ছোৱালীকো এইবোৰৰ শিকনি দিয়া উচিত। ৰাতি ল'ৰা-ছোৱালীৰ শৌচৰ নিমিত্তে বিভগে এটা পাত্র বাহিৰত ৰাখিব লাগে। শয্যাত পৰা কাপোৰ, গারু-গিলিপ, বেজাই-গিলিপ, আঁঠুৱা—এই ব্যৱহাৰী কাপোৰবোৰ সততে ধুই আৰু ৰ'দত দি পৰিষ্কাৰ ৰাখিব লাগে। এইদৰে সাৱধান হলে মহ, উৰহ, ওকণি আদি পোকবোৰৰ উপদ্রব কমে আৰু স্বাস্থ্যও ভাল থাকে। শোৱা চাং বা খাট ওখ হ'ব লাগে যাতে বতাহ সোমাব পাৰে, আৰু লেপা-সৰা কৰিবলৈকো সুচল হয়। শয্যাৰ তলত কোনো বস্তু, কলহ-টেকেলি আদি থলে, তাত বতাহ বলা বন্ধ হয়, নিগনি, সাপ, মহ সোমাই থাকিবলৈ সুচল হয়। শোৱা ঘৰত কোনো বস্তু ওলোমাই বা চাং পাতি থব নেলাগে। সেইবোৰ পৃথক এটা ঘৰ বা কোঠাতহে থোৱা উচিত।

(খ) ৰান্ধনি-ঘৰ ঃ—উত্তৰ বা দক্ষিণ ফালে ৰান্ধনি-ঘৰ সাজিব নেলাগে। তাৰপৰা শোৱনি-ঘৰলৈ ধোঁৱা সোমায়। শোৱাঘৰত যেনেকৈ শৰীৰৰ এবিধ প্রধান খাদ্য অর্থাৎ বিশুদ্ধ বায়ুৰ দিহা কৰিবৰ কথা কোৱা হৈছে, সেইদৰে ৰান্ধনি-ঘৰতো দেহৰ লাগতিয়াল বিশুদ্ধ আহাৰৰ বিষয়ে আৰু অন্যান্য বিষয়ত চকু দিবলৈ কোৱা হৈছে।

পূব বা পশ্চিম ফালে ৰান্ধনি-ঘৰ সাজিব লাগে। তাক ভালকৈ পৰিষ্কাৰ ৰখা আৱশ্যক। তাতো বহুত খিড়িকী ৰাখিব লাগে, তাৰ বাজেও ধোঁৱা যাবলৈ সুকীয়া বাট দিব লাগে। ধোঁৱা চকু আৰু হাওঁফাওঁৰ অপকাৰী। ৰান্ধনি-ঘৰতে প্রায় আমাৰ মানুহে আহাৰ কৰে; সেইবাবে তাক ডাঙৰ কৰি সাজিব লাগে।

ৰান্ধনি-ঘৰৰ ওচৰত মাছ-মঙহ ধোৱা পানী, নাড়ী, ভুঁৰু, পেটু, শাক-পাচলি বছা চোঁচ আৰু বাকলি, পাত, ভাতৰ মাৰ, পোতনি এইবোৰ কেতিয়াও পেলাব নেলাগে। কোনো ৰকম দুৰ্গন্ধ হলেই তালৈ মাখি, পোক, পৰুৱা আহি ৰান্ধনি-ঘৰৰ খোৱা বস্তুবোৰ দূষিত কৰে। নিতৌ ৰান্ধনি-ঘৰ বগা মাটিৰে নিকাকৈ মচি থাকিব লাগে। মাজে-সময়ে ঘৰৰ ভিতৰত হোৱা আলান্ধুবোৰ গুচাব লাগে। ভাতৰ মাৰ, পোতনি পেলাবলৈ এটা সুকীয়া পাত্র লব লাগে, আৰু হাতধোৱা পানী, অন্যান্য মজিয়ন বস্তু

পেলাবলৈ বেলেগ চৰিয়া লৈ তাত পেলাব লাগে। মাৰ, পোতনি মাক খিবোৰ গৰুক খুৱাব পাৰি, তাক পেলাই দিব নেলাগে। মাৰ, পোতনি গৰুৰ নিমিত্তে ভাল আহাৰ। মলিয়ন পানী আৰু অনাগতিয়াল বস্তুবোৰ মাথোন আঁতৰত পেলাব লাগে। ঘৰৰ ওচৰত কেতিয়াও চুৱাপাতনি কৰিব নেলাগে। তাৰপৰা বৰ দুৰ্গন্ধ ওলায়, আৰু তাত পোক, পৰুৱা, মাখি পৰি খোৱা বস্তু বেয়া কৰে, বায়ুও দূষিত কৰে। পাৰিলে পৃথক ভাতখোৱা ঘৰ এটি কৰি, তাত খোৱা বস্তু আৰু পানী ঢাকি ৰখা বৰ ভাল।

- বহুতে মেকুৰী পোহে। মেকুৰীয়ে গেলা বস্তু খায়, নিগনি মাৰে, অনেক ঠাই ফুৰি বহুত অখাদ্য বস্তুত মুখ দিয়ে। সেইবাবে তাৰ গোঁফত অনেক বিষাক্ত জীৱানু লাগি থাকে, খোৱা বস্তুত বিড়ালীয়ে মুখ দিলে বা শুঙিলে তাৰ মুখৰ আৰু গোঁফৰ দূষিত জীৱানু আমাৰ খাদ্যত মিহলি হয়। তাৰপৰা অনেক সাংঘাতিক ব্যাধি হয়।[১] ৰান্ধনি-ঘৰৰ বেৰত সুৰুঙা থাকিব নেলাগে। সেইপিনে সাপ, চিকা, নাইপিয়া আদি সোমাই খোৱা বস্তু দূষিত কৰিব পাৰে।

(গ) গোহালি ঘৰ ঃ— শোৱনি-ঘৰ আৰু ৰান্ধনি-ঘৰৰ কিছু আঁতৰত গোহালি ঘৰ সজা উচিত। তাৰ কাষতে ভঁৰালো সাজিব লাগে। হাঁহ-পাৰৰ গঁড়ালো গোহালিৰ দৰে এফলীয়াকৈ বেলেগে সাজি দিব লাগে।

গোহালি ঘৰৰ ভেটিটো ওখ আৰু টান হ'ব লাগে; পাৰিলে ইটাৰে বন্ধাই দিয়া উচিত। কিয়নো, কেঁচা কোমল মাটিত গৰু-ঘোঁৰাৰ মল-মূত্ৰবোৰ খচকাত বোকা হয়। সেইবোৰ শুচালেও মজিয়াখন জেকা হৈ থাকে। তক্তা বা বাঁহৰ অনেকে চাং সাজি দিয়ে; তাতো তলত মহ-ডাঁহ হৈ সিহঁতক খায়। মজিয়া কেঁচাই বা পকাই হওক, দুই কাষে এচলীয়াকৈ দিলে মূত্ৰবোৰ বাগৰি গৈ মজিয়া কিছু পৰিমাণে শুকান থাকিব। গোহালিৰ মল-মূত্ৰবোৰ ঘনেপতি শুচাই থাকিব লাগে। গোহালিতো খিড়িকী-দুৱাৰ বিস্তৰ ৰাখিব লাগে। পোহৰ আৰু বতাহ আমাৰ দৰে সিহঁতৰো আৱশ্যক। ভাল পোহৰ আৰু বতাহ নেপালে গৰু, ঘোঁৰা, ছাগলী আদি পশুবো বিবিধ ব্যাধি হয়। একে ঠাইতে বহুত পশু থব নেলাগে। সিহঁতৰ নিশ্বাসত (কাৰ্ব্বন) দূষিত ভাগ বেছি পৰিমাণে বাজ হয়। হাঁহ, পাৰ, ছাগলী আদি পোহনীয়া জন্তুৰ পক্ষেও একে কথা। এইবোৰ পশুৰ মল-মূত্ৰ অতি উত্তম সাৰ। আঁতৰত পুতি থৈ পিছত গছ-গছনি, শাক-পাচলিত সাৰ দিব পাৰি।

(ঘ) মৰং (পাইখানা) বা শৌচকৰা ঘৰ ঃ— মল-মূত্ৰ ত্যাগ কৰা

---

১. "Diptheria is certainly spread by various kinds of domestic pets especially cats, fowls and pigeons."

Dr. Lukis.

ঠাই থকা ঘৰ ও বন্ধা ঘৰ বা নাদ-পুখুৰীৰপৰা যিমান নিলগ হয় সিমান বাৰু। কিয়নো তাৰ দুৰ্গন্ধৰপৰা বায়ু দূষিত হয়। তাৰ মলিয়ন পানী মাটিৰ তলেদি বিৰিঙি আহি পুখুৰী আৰু নাদৰ পানী দূষিত কৰে।

গাঁৱত মেতৰ নেথাকে, সেইবাবে শৌচৰ ঘৰ অ'তোৱা নিয়ম নাই। সেই নিমিত্তে কিছু দূৰত মুকলি আওহতীয়া ঠাইত মাটিত গাঁত খানি মৰং কৰিব লাগে।

সক ঘৰ এটি কৰি, ভিতৰত গাঁত খানি, গাঁতৰ চাৰিও পাৰে টিপ বান্ধি দিব লাগে। নহ'লে বৰষুণৰ পানী বৈ আহি তাত সোমাব পাৰে। মাটি-পানী লোৱা আৰু ক্ষুদ্ৰ শৌচ কৰাবো পৃথকে আঁতৰত দিহা কৰিব লাগে। মৰঙৰ কাষতে এটা টিনত বা কাঠৰ পেৰাত নাইবা থালী এটাত শুকান ধূলীয়া মাটি বা ছাই ভৰাই থব লাগে। শৌচ কৰি মলৰ ওপৰত ২।৪ মুঠি সেই ধূলি বা ছাই ছটিয়াই থৈ আহিব লাগে। তাৰপৰা দুৰ্গন্ধ নষ্ট হয়, বিষ্ঠা চাক খাই মাখি পৰিব নোৱাৰে, পোকো নহয়। এইবোৰত এফেৰা সতৰ্ক হলেই বহুত বেমাৰৰপৰা ৰক্ষা পোৱা যায়। সেইটো গাঁত ভৰিলেই শুকান মাটিৰে পূতি, নাকৈ এঠাইত আকৌ এটা মৰং কৰি ল'ব লাগে। ল'ৰা-ছোৱালীৰ নিমিত্তে বেলেগে এটা মৰং কৰি দিলে বেয়া নহয়। ক্ষুদ্ৰ শৌচৰ বিষয়েও ভালকৈ চকু দিব লাগে। মুনিহ মানুহে মুকলি ঠাইত য'তে-ত'তে ক্ষুদ্ৰ শৌচ কৰে, সিও বেয়া নহয়। এঠাইত সৰহ পৰিমাণে মূত নথকাত, সূৰ্য্যৰ তাপত কিছুমান শুকাই যায় আৰু কিছুমান মাটিয়ে শোহে। তাৰপৰা দুৰ্গন্ধ ওলাই বায়ু বেছি দূষিত হোৱাত শঙ্কা নাই। তিৰোতা মানুহে সেইদৰে বাহিৰ হৈ ক্ষুদ্ৰ শৌচ কৰিবলৈ আচল, সেইবাবে শোৱনি আৰু বান্ধনি-ঘৰৰপৰা দূৰত ঠাই ঠিক কৰিব। মৰঙত দিয়াদি তাতো শুকান মাটি ছটিয়াই দিব লাগে। ক্ষুদ্ৰ শৌচ কৰিলে পানী ব্যৱহাৰ কৰিব লাগে। বহুতে পানী নলয়, সেইবাবে অনেক বেমাৰ হয়। পানী ললে সেই পানীৰপৰা ঠাইডোখৰৰ গোন্ধো নহয়। একেঠাইতে ক্ষুদ্ৰ শৌচ নকৰি ঠাই সলাব লাগে, তেহে জেকনি নহয়, ব'দত শুকাবলৈ সুচল হয়। মানুহৰ ঘৰ, নৈ, খাল, নাদ, পুখুৰী এইবোৰৰপৰা অনেক আঁতৰত মুকলি পথাৰত মল-মূত ত্যাগ কৰা বেয়া নহয়। তাৰপৰা মাটিত সাৰ হয় আৰু দুৰ্গন্ধও বেছি নহয়। ঘৰৰ পশ্চিম ফালে মৰং আৰু ক্ষুদ্ৰ শৌচৰ ঠাই লোৱা যুগুত। তাৰপৰা গোন্ধ কম হয় আৰু ব'দত শুকায়। আমাৰ দেশত পচোৱা বতাহো কম বলে, সেইবাবে ঘৰৰ-পিনে গোন্ধ নাহে।

(৩) চেৰাশালি ঃ— এয়ে মনুষ্য জীৱনৰ আদি থল। ইয়াত ভূত, ভৱিষ্যত আৰু বৰ্ত্তমান জীৱনৰ সুখ-দুখ, ভাল-বেয়া, জীৱন-মৰণৰ

সকলো কথা থিৰাং হয়। ই অতি পবিত্র ঠাই; কিন্তু আমাৰ মানুহে ওভোতা বুজি, তাৰ মৰ্য্যাদা একেবাৰে হেৰুৱাইছে। আমাৰ দেশত থকা ঘৰৰ আওহতীয়া এচুকত আন্ধাৰ, বতাহ নবলা খোঁটালী এটাত চেৰাশালি পাতে। সি তেনেই অস্বাস্থ্যকৰ। তাৰ ভেটিটো চাপৰ গতিকে জেকনি, সেমেকি থাকে। তাত জুই ধৰে, তাৰপৰা ধোঁৱা ওলাবলৈ খিড়িকী বা বাট নথকাত পোৱাঁতী আৰু কেঁচুৱাৰ স্বাস্থ্য নষ্ট হয়। তেনে ঠাই বৰ চেঁচা; সেইবাবে চেৰাশালিৰ নিমিত্তে ভাল বিভগ ঘৰ এটা সাজি লোৱা ভাল। সেই ঘৰৰ দুৱাৰ দক্ষিণ ফালে, ভেটি ওখ, বহুত খিড়িকী, ওপৰে ধোঁৱা যোৱা বাট, এইবোৰ দিহা কৰিব লাগে। পোহৰেই শক্তি, আৰু বায়ুৱেই প্ৰাণ; এতেকে শিশুৰ নিমিত্তে তাৰ যেন একেৰিও নাটনি নহয়। সেই ঘৰ ধূপ-ধুনা, গৰু-ঘিউ, চন্দন, কাফুৰ জলাই আৰু সুগন্ধি ফুলেৰে আমোদিত কৰি ৰাখিব লাগে। অশৌচৰ অন্ততো সেই ঘৰ সৰ্দায় পৰিষ্কাৰ আৰু সুগন্ধি কৰি থাকিব লাগে। তাক অতি পবিত্র মন্দিৰ বুলি ভাবিব লাগে। এই চেৰাশালিৰ দোষতে বহুত পোৱাঁতী ৰুগীয়া হয়, আৰু বহুত শিশু মৰে। এইটো লাগতিয়াল কথালৈ কেও অলপো আওকাণ কৰিব নেপায়।

ঘৰ লোৱা ঠাই বা বাৰীখন[১] ঘৰৰ কেউপিনে চফাকৈ ৰাখিব লাগে। হাবি, বন, জংঘল আটাইবোৰ কাটি চিকুণাই থব লাগে।

লাউ, কোমোৰা, আম এইবোৰ গছ ঘৰৰ ওপৰত থাকিবলৈ দিব নেলাগে। ঘৰৰ ওচৰত গেৰেকনি বা পচা খাল থাকিলে পুতি পেলাব লাগে। মুঠতে, যাতে বতাহ দূষিত নহয়, তালৈ ভালকৈ চকু ৰাখিব লাগে।

---

১. "The requirements for a healthy dwelling, whether it is situated at the Pole or at the Equator, are six in number, namely :

1) A site which is dry and an aspect which gives light and cheerfulness. 2) A system of sewage removal sufficiently adapted to modern life, and the Institutes of Vishnu and the Laws of Manu be observed. 3) Proper means of ventilation. 4) Proper system of construction which will ensure perfect dryness of the foundation, walls and roof. 5) Proper means of warming the house in winter and cooling in summer. 6) Efficient means of lighting."

Sir. P. Lukis.

# ব্ৰহ্মচৰ্য্য

এইটি বৰ লাগতিয়াল বিষয়। ইয়াৰে পিছি দিয়া হেতুকে আজি মানুহ বিজতবীয়া হৈ ইমান দুৰ্গতি। আগে আমাৰ আৰ্য্যসকলে ব্ৰহ্মচৰ্য্য পালন কৰি, শূৰ-বীৰ হৈ পৃথিৱী জিলিকাই গৈছে। তেওঁবিলাকৰ কীৰ্ত্তি শুনিলে আচৰিত মানিব লাগে।

ব্ৰহ্মচৰ্য্য কেলে? শুচি চাইছে গছ। এতিয়া কণীয়া—পুকীয়া মানুহবনো কি ভাল সতি-সন্ততি হ'ব? ফুলপাহৰ কলিতে জানো গোন্ধ ওলায়? সি পৈণত হৈ ফুলিলেহে গোন্ধত মল-মলায়। মানুহবো কুমলীয়া বয়সতে বীৰ্য্য নষ্ট কৰিলে কণীয়া হৈ অকালতে নমৰিব কিয়?

ব্ৰহ্মচৰ্য্য কাক বোলে? পৃথিৱী আৰু পৃথিৱীত থকা আটাই-বোৰৰ উৎপত্তিৰ মূলতে 'ব্ৰহ্ম'। সেই ব্ৰহ্মই বীৰ্য্য, তাক ৰখা বা পলাকে 'চৰ্য্য' বোলে। এতেকে ব্ৰহ্মচৰ্য্যৰ অৰ্থ বীৰ্য্য ৰক্ষা কৰা। এই অমূল্য বীৰ্য্য ৰক্ষা কৰিব নোৱাৰিলে আচল সুখ-শান্তি কেতিয়াও পাব নোৱাৰে। ব্ৰহ্মচৰ্য্য পালিলে বেগতে বুঢ়া নহয়। চিৰযৌবন লাভ কৰি, মৃত্যুকো জয় কৰিব পাৰে। এতিয়াও আমাৰ দেশৰ যোগী, মুনি ব্ৰহ্মচাৰী-সকলে ১৫০ বছৰলৈকে ডেকাৰ বল ও তেজতে আছে। ইয়ুৰোপ অঞ্চলতো ব্ৰহ্মচৰ্য্য পালি অনেক লোকে ১২০ বছৰলৈকে ডেকা তেজতে থকা দেখিবলৈ পোৱা যায়।

এইটো একো টান কাম নহয়। শুক্ৰ ৰক্ষা কৰিবলৈ কেৱল মন পৱিত্ৰ ৰাখিলেই হয়। বেয়া পুথি, বেয়া চিন্তা, বেয়া পট, বেয়া সং, এইবোৰৰপৰা আঁতৰি থাকিব লাগে। সদায় সজ আলোচনা, সজ সং, ঈশ্বৰ-চিন্তা কৰিলে, কেতিয়াও অপবিত্ৰ ভাব মনলৈ নাহে। শাৰী-ৰিক শ্ৰম, ব্যায়াম, সংকীৰ্ত্তন এইবোৰেও শুক্ৰ ৰক্ষাত বৰ সহায় কৰে আৰু গাত বিশুৰ তেজ উৎপন্ন কৰায়। এলাহেই পাপৰ পুং। একণিও এলাহত নিয়াৰ নেলাগে। বিস্তৰ শাৰীৰিক আৰু মানসিক শ্ৰম কৰা মুগুত।

পঢ়া কোঠাত, শোৱা খোটালিত, মেজৰ ওপৰত যোগী, সন্ন্যাসী, ঈশ্বৰ-ভক্ত মহাপুৰুষসকলৰ পট বা ফটো ৰাখিব লাগে। তাৰপৰা মনত কুভাৱ নাহে। ঘাইকৈ মাতৃদেৱীৰ ফটো বা ছবি এখন সদায় লগত ৰাখিব লাগে। বেয়া ভাব অহা মাত্ৰকে তাক চাব লাগে। মন বৰকৈ উত্তে-জিত হলে ২।১ মিনিট লব ধৰিলেই কাম-ভাৱ দমি যাব। আৰু সদায় চেঁচা পানীৰে গা ধুই থাকিব লাগে। আহাৰতো উগ্ৰ গুণ থকা খাদ্য ভোজন কৰিব নেলাগে।

এইদৰে কিছুদিন গলেই মনত কিমান আনন্দ আৰু শৰীৰত কিমান বল হৈছে, তাক নিজেই বুজিব পাৰিব। গাত এনে শক্তি উৎপন্ন হ'ব, কোনো মানুহৰ গাত হাত বুলাই জ্বৰ, বিষ আদি নৰিয়া ধাক কৰিব পাৰিব। কিছুদিন এই নিয়ম পালিলে চকুৰে চাই বিবিধ ব্যাধি গুচাবলৈ শক্তি হ'ব। তাক ইংৰাজীত ইচ্ছা-শক্তি বা মনৰ বল (Will-Power) বোলে।

এই বিষয়ত ইয়াত চমুকৈ মাথোন কোৱা হৈছে। এই বিষয়ে ভাল ভাল গ্ৰন্থ আছে, তাক পঢ়ি সকলোৱে অদ্ভুত শক্তি অৰ্জ্জা উচিত।

০০০

# দুৰ্ঘটনা

দুৰ্ঘটনা কাক বোলে ? অকস্মাৎ গাড়ী, ঘোঁৰা, গছৰপৰা পৰা, পানীত বুৰা, গাৰ কাপোৰত জুই লগা, বলিয়া শিয়াল-কুকুৰে কামোৰা, এইবোৰকে দুৰ্ঘটনা বোলে। সততে এনেবোৰ আৰু বহুবিধ ঘটনা ঘটি থকা দেখা যায়। কেতিয়াবা কোনো লোকৰ এনে বিপদ হ'লে কি কৰা যুগুত, তাক সকলোৱে জনা উচিত। বিপদত পৰিলে মানুহৰ বুদ্ধি হেৰায়। কিন্তু আগেয়ে জনা থাকিলে ধিমোৰ নহয়; বৰং সাহ কৰি তাৰ প্ৰতিকাৰৰ যত্ন কৰে। এইবোৰৰ কামত হাত দিবলৈ প্ৰতিকাৰৰ দিহা জানিব লাগে। সাহ থাকিব লাগে, পৰো-পকাৰৰ মন থাকিব লাগে। ততাতৈয়াকৈ বুদ্ধিৰে কাম কৰিব পৰা শক্তি থাকিব লাগে। এইবোৰ কাম বৰ গহীনভাৱে কৰিব লাগে। গাত এইবোৰ গুণ নেথাকিলে, অবাবত ভাল কৰিবলৈ যাওঁতে বেয়া হৈ উঠিব পাৰে। এতেকে সাৱধান, যাতে নিজৰ আৰু পৰৰ কোনো বিপদ নঘটে।

কোনো দুৰ্ঘটনা হ'লে, জনা-বুজা ডাক্তৰ বা কবিৰাজ ওচৰত থাকিলে মাতি আনিব লাগে। দূৰত থাকিলে ঘটনাৰ বিবৰণ লিখি পঠিয়াব লাগে। ৰোগীৰ চোলা-কাপোৰ ঢিলাই, শুৱাই থৈ, মূৰত লাহে লাহে বিচি থাকিব লাগে। কেও যেন বিতত আৰু ভয় খাই ৰোগীৰ ওচৰত কোঢ়াল নকৰে, তালৈ চকু দিব লাগে। প্ৰতিকাৰ জানিলে, ততালিকে চিকিৎসা আৰম্ভ কৰিব লাগে।

(ক) কাটিলে, থেতেলা খালে, খুন্দা খালে ঃ— কাটিলে তপত বা চেঁচা পানীৰে ধুই পৰিষ্কাৰ কৰি, চেঁচা পানীৰ পটি বান্ধি দিব লাগে, নাইবা দূবৰি বন ধুই, চোবাই, তাত বান্ধি দিব লাগে। বগা গেন্দাফুলৰ পাত বাটি দিলেও বেয়া নহয়। থেতেলা খালে বা খুন্দা খালে তাকে কৰিব লাগে। কিন্তু বৰকৈ কাটিলে, তেজ নবলে, কটাৰ ওপৰত বৰকৈ বান্ধি-লেও যদি তেজ নবয়, তেন্তে বৰ মিহি ফিট্‌কিৰি গুড়ি তাত ছটিয়াই লগাই দিলে তেজ ৰ'ব। এই বিষয়ত পৰিষ্কাৰ ৰখা আৰু চেঁচা পানীৰ পটি বৰ উপকাৰী। চিকিৎসক আহিলে তেওঁৰ দিহামতে চলিব লাগে।

(খ) নাকেৰে তেজ ওলালে মূৰত চেঁচা পানী ঢালিব লাগে, আৰু নাকেৰে চেঁচা পানী উজাব লাগে। নিকা কটাকানি চেঁচা পানীৰে তিয়াই নাকত সুমুৱাই ধৰি থাকিব লাগে। দূবৰি বনৰ ৰস নাকে উজালে তেজ বন্ধ হয়।

(গ) হাত বা ভৰিৰ আঙুলি নাইবা নাক বা কাণৰ কোনো এভাগ কাটি দুফাল হলে ধুই পৰিষ্কাৰ কৰি, জোৰা দি চেঁচা পানীৰে পটি বান্ধি দিব লাগে। দুবৰি বন বা গেন্দাফুলৰ ৰসো ভাল; তাক দিলে প্ৰায় জোৰা লাগে।

(ঘ) ওঁঠ আৰু মুখ ফাটিলে মাখন, গাখীৰৰ সৰ, ঘিউ নাইবা নাৰিকলৰ তেল ঘনেপতি লগাব লাগে। জাৰ-কালি আগবেপৰা ওঁঠ, মুখ আৰু নাইত তেল ঘঁহিলে ওঁঠ আৰু মুখ নেফাটে। বৰকৈ ফাটিলে দুবৰি বনৰ নিয়ৰ টুকি কপাহী তুলাৰে লগালে বাৰু হয়।

(ঙ) কাঁইট বা বেজিয়ে ফুটিলে ততালিকে তাক গাৰপৰা উলিয়াই, পৰিষ্কাৰ কৰি, চেঁচা পানীৰে পটি বান্ধি দিব লাগে। বৰকৈ সোমালে এগছ লেপ্ বা সঁৰাহেৰে আঁজুৰি একৰাব লাগে। মিছাতে খুঁচৰি ঘা লগাব নেলাগে। তাত অলপ বেজিৰে খুঁচি লোণ দি থলে, পিছদিনা টিপি দিলেই কাঁইট বা হুল ওলাই যায়। তাতো বাজ নহলে ডাক্তৰ লগাব লাগে।

(চ) বৰশীৰে বিন্ধা ঃ— বৰশীয়ে কোনো ঠাইত বিন্ধিলে তাক টনা-আঁজোৰা নকৰি, লাহেকৈ টিপি অইন এপিনে বৰশীৰ শুংটো ভাঙি বা একৰাই, পিছত ইডোখৰ টানি উলিয়াই পেলাব লাগে। তাতো চেঁচা পানীৰ পটি বান্ধি দিব লাগে। সিমানতো নোলালে ডাক্তৰ লগাব লাগে।

(ছ) হাত বা ভৰি মুচকিলে ঃ- লাহে লাহে ভালকৈ টানি চেঁচ পানীৰ পটি দিব লাগে। বিষ গুচাবলৈ চূণ আৰু হালধি সমানে মিলাই, তপতাই, তপতে তপতে তাত ২।৩ বাৰ লগাই দিলে বৰ উপকাৰ হ'ব।

(জ) হাড় ভাগিলে ঃ— ভগা ঠাই লাহে লাহে টানি, যিমান পাৰে মিলাই দুছটি তক্তা বা বাঁহৰ কামি তলে-ওপৰে বান্ধি, ধাৰেৰে চেঁচা পানী ঢালি থাকিব লাগে। বান্ধোতে চাব লাগে, যাতে বৰকৈ আঁট নেখায়। আঁট খালে তেজ চলা বন্ধ হৈ অসাৰ ও পচি (Gangrene) যাব পাৰে। আমাৰ দেশতো বহুত হাড় জোৰোৱা দৰৰ আছে, সিও বেয়া নহয়। পিছত ডাক্তৰ লগাব।

(ঝ) হাড়ৰ জোৰা এৰালে ঃ— লাহে লাহে টানি, আগৰ দৰে মিলাই চেঁচা পানীৰ পটি দিব। তাত বাৰু নোহোৱা যেন ভাব হলে ডাক্তৰ লগাব।

(ঞ) জুইয়ে পুৰিলে ঃ— গাৰ কাপোৰত জুই লাগিলে ততালিকে তাক খহাই পেলাব লাগে। খহাব নোৱাৰিলে মাটিত বাগৰিব লাগে, নাইবা খুব ডাঠ সতৰঞ্চিৰ নিচিনা কাপোৰ বা চট এখনেৰে মেৰিয়াই দিলেও জুই নুমাব। পোৰা ঠাইত পৰিষ্কাৰ ফটাকানি এডোখৰ গমৰ আঠাত তিয়াই তাত লগাই দিব লাগে। গমৰ আঠা লগালে

চৌও নুঠে, আৰু গোৰলিও মৰিব। গম্ নেপালে কেৰাচিন তেলত তিয়াই দিলেও হ'ব। আলুগুটি খেতালি তাৰ ৰস দিয়াও ভাল। সমানে নাৰিকলৰ তেল আৰু চুণৰ পানী ঘূঁটি বগা হলে তাত লগাই দিব লাগে। এৰীতেল লগালেও বেয়া নহয়। এইবোৰ কৰাতো যদি টৌ উঠে, তেন্তে অকণমান ফুটা এটা কৰি পানীটোপা উলিয়াই দিব লাগে। যাতে ছাল এৰাই নেযায়, তালৈ মন কৰিব লাগে। আলতীয়া মাটিৰ ভাঠকৈ লেপ্ দিলেও ততালিকে জুই মৰি চেঁচা পৰি যায়।

তপত গাখীৰ, তপত তেল, কোনো ৰকম এচিড্ লাগি পুৰিলেও ওপৰত লিখা মতে কৰিব লাগে, নাইবা চোডা বা চুণ মিহলি পানীৰে ধুই পেলাব। চুণে তাকিলে তেলেৰে ধুলে এৰাই যায়।

(ট) পানীত বুৰিলেঃ—পানীৰ পৰা তুলি, উবুৰিয়াই, মুখৰ পৰা লালবীজবোৰ উলিয়াই, জিভাখন শুকান কাপোৰ এডোখৰ লৈ টানি, মুখৰ এপাঁতিকৈ থৈ, কপালত গাৰু বা কাপোৰৰ টোপোলা এটা দি, তাৰ দুয়ো কাষে দুটা ভৰি দি, থিয় হৈ, বুকুৰ তলত হাত দুখন দি মূৰটো তলত ৰাখি, বুকুখন দাঙি জোকাৰি পেটৰ পানীবোৰ বাজ কৰিব লাগে। তাৰ পিছত হাত দুখন উঠা-নমাকৈ কৃত্ৰিম উশাহ-নিশাহ আনিব লাগে। এই কৌশলটো ডাক্তৰৰপৰা শিকি থব লাগে; নহলে বিপদ ঘটিব পাৰে।

(ঠ) চকুত ধূলি, এঙ্গাৰৰ গুড়ি বা সৰু পোক সোমালে কেতিয়াও চকু নোমোহাৰিব। মোহাৰিলে বৰ কষ্ট হ'ব। চকুৰ পিৰিকটি দুটা মুকলিকৈ ধৰিব লাগে, আৰু বাটি এটাত পানী এবাটি লৈ তাত চকু মেলি দিব লাগে। এনে কৰিলে চকুৰ ধূলি-মাকতি ওলাই পৰে। ২।৪ টোপামান চকুত পৰিষ্কাৰ এৰীতেল দিলেও মলিবোৰ বাজ হয়। চকুত চুণ পৰিলে চেঁচা পানীৰে ঘনেপতি ধুই উলিয়াই পেলাব লাগে।

(ড) কাণত মটৰ, বুটমাহ বা পৰুৱা সোমালে কেতিয়াও পানী দিব নেলাগে। পানী পালে মাহ ওফন্দি উঠিব আৰু পোকে কামুৰিব। সৰিয়হৰ তেল তপতাই দিলে ভাল হয়। সৰু লেপেৰেও উলিয়াব পাৰি। যাতে খোঁচ লাগি কাণত ঘা নেলাগে, তালৈ সতৰ্ক হ'ব লাগে। কৃতকাৰ্য্য নহলে ডাক্তৰৰ সহায় লব লাগে।

(ঢ) নাকত তুলা, কাকত বা কিবা সোমালেঃ—সোঁ নাকৰ বিন্ধাত সোমালে তাক টিপা মাৰি ধৰি, বাওঁ বিন্ধাই উশাহ টানি তাক টিপা মাৰি ধৰি, বলেৰে সোঁ বিন্ধাই নিশ্বাস এৰিলেই ওলাই যাব। তাতো নোলালে ডাক্তৰৰ সহায় লব লাগে।

(ণ) ডিঙিত মাছৰ কাঁইট বা কিবা বস্তু লাগিলেঃ—মাছৰ কাঁইট লাগিলে এগাল শুকান জৰ্জৰীয়া ভাত বা শুকান চিৰা চোবাই

গিলি দিলে ভিতৰলৈ সোমাই যায়। মাৰ্বেল বা পইচা, এনে বস্তু ভিঙিত লাগিলে, ল'ৰা-ছোৱালীক তললৈ মুৰটো ওলোমাই, ভিঙিৰ পিছ-ফালে ভুকুৱালে ঠেলা খাই ভিঙিৰ নলীৰপৰা ওলাই পৰে। এইদৰে বাজ নহলে অতি সোনকালে চিকিৎসক লগাব লাগে।

(ত) বলিয়া শিয়াল, কুকুৰে কামুৰিলেঃ—কামোৰা ঠাইত ততালিকে গৰু-ঘিউ তপতাই পুৰি পেলাব লাগে। ঘিউ নেপালে, লো এডাল তপত কৰি পুৰি দিয়া উচিত। ঘৰত কাৰ্বলিক এচিড্ বা পাৰমেঙ্গেনেট পটাচ্ থাকিলে, তাক সেই ঠাইত ঘঁহি লিপি লগাই দিব লাগে। ৰোগীক পাৰেমানে সৰহকৈ গৰুৰ ঘিউ খুৱাব লাগে আৰু গাত লগাব লাগে। ৰোগীয়ে বলিয়ালি কৰিলে, তাক এন্ধাৰ নিজান ঘৰত থব লাগে। অলপ জনা-বুজা মানুহে অতি সাৱধানে আলপৈচান ধৰিব লাগে। কামোৰা বহুত দিন পিছতো ৰোগী বলিয়া হোৱা দেখা যায়। সেইবাবে কামোৰাৰ ২।৩ বছৰলৈকে সতৰ্ক হৈ থকা উচিত। সেই ৰোগত গৰুৰ ঘিউ বৰ ভাওৰ দৰৱ। তাক বিস্তৰ পৰিমাণে খুউৱা যুগুত। এই দৰৱটো বহুত ঠাইত পৰীক্ষা কৰা, আৰু বৰ প্ৰমাণীঃ— ২৫টা শ'ৰাপাত ধুই, নিগানীকৈ টুকি, এটি সৰু পিয়াজ (এটা কোঁহা), এটা আলুক, (বলিয়াৰ চিন ওলালে ৫টা আলুক) ভালকৈ থেতালি, সেই নিগানী ৰস ৰোগীক খুৱাব লাগে। দৰৱ বঁতিয়াই দিলে ৰোগ টান বুলি জানিব লাগে। আকৌ সেই দৰৱ জোল কৰি খুৱাব লাগে। দৰৱ খুউৱাৰ অলপ পিছত ৰোগী অৱশ হ'ব; সেইবাবে কোনো ভয়ৰ কাৰণ নাই। তাৰ পিছত এবাৰ ক্ষুদ্ৰ শৌচ কৰিব, মাজে-সময়ে মুখখন মেলিব, তেতিয়া এচামুছ পানী খুৱাব লাগে। এইদৰে ৰোগী ৰাক হ'ব। গৰু, ঘোঁৰাক কামুৰিলেও, সেই ৩টা বস্তু গোটাই থেতালি, কলাপাতত নুৰিয়াই খুৱাই দিলে ভাল হ'ব। বলিয়া জঁক উঠিলে ধাৰেৰে চেঁচা পানী ঢালি গা ধুৱাই দিলেও বিস্তৰ উপকাৰ পায়।

পঞ্জাব দেশৰ কছৌলিত আৰু আমাৰ দেশত ছিলং পৰ্ব্বতত চৰ্কাৰী হাচ্পটাল আছে। তাত বলিয়া শিয়াল-কুকুৰে কামোৰা মানুহক চিকিৎসা কৰে। দুখীয়া মানুহে চৰকাৰক জনালে, অহা-যোৱা খৰচ দি তাত চিকিৎসা কৰায়। ইয়াৰ বাহিৰেও অসমীয়া বহুত দৰৱ আছে।

এই বিষয়ত প্ৰাকৃতিক চিকিৎসা বৰ সুন্দৰ। তাৰ দ্বাৰা বহুত লোক আৰোগ্য হৈছে। এই বেমাৰত ৰোগীয়ে কোঢ়াল বাৰু নেপায়, পানী দেখিলেই ভয় খায়, জঁক্ উঠে আৰু চিঞৰ-বাখৰ কৰে। এনে অৱস্থাত বেমাৰীয়ে বৰ কষ্ট ভুগে।

(থ) সাপে খোঁটাঃ—সকলো সাপৰ বিষ সমান নহয়। কোনো সাপৰ বিষ বৰ চাৰ। সাপে খালে খোৱা ঠাইৰ অলপ ওপৰত এডাল

জৰীৰে বান্ধনি দিব লাগে। খোৱা ঠাইডোখৰ বিষাক্ত হৈছেনে নাই চাই, তাৰ চিকিৎসা কৰা উচিত। কামোৰা মানুহকে যদি বিষায়, উখহি উঠে, সেই ঠাই কটাৰী আগেৰে ফালিলে যদি ক'লা তেজ ওলায়, তেন্তে জানিব লাগে, বিষাল সাপে খাই বিষ ঢালিছে। তেনে নহলে চিন্তাৰ কোনো কাৰণ নাই।

যি ঠাইত সাপে কামোৰে, তাৰ ৩।৪ আঙুল ওপৰা-উপৰিকৈ ২।৩ ঠাইত টানকৈ আঁটি জৰীৰে বান্ধি তেজ চলাচল বন্ধ কৰি দিব লাগে; যাতে বান্ধনত গাৰ ছাল ছিগি নেযায়। খোৱা ঠাইৰ দাঁত বহা ঠাইত আধা ইঞ্চি দ' আৰু ২ ইঞ্চি দীঘলকৈ চোকা কটাৰীৰ আগেৰে ফালিলে ৰঙা পানীৰ নিচিনা কিছুমান ৰস বাজ হ'ব। বেছি তেজ ওলালে টিপি ধৰিলেই বন্ধ হ'ব। তাত অলপ পাৰমেঙ্গেনেট পটাচ্ অলপ পানী বা থুই দি ঘঁহি লগাই দিব লাগে। কেইবাবাৰো ঘঁহিলে সেই ঠাই ক'লা পৰিব; তেতিয়া কটাডোখৰ ভালকৈ বেণ্ডেজ কৰি (কাপোৰেৰে বান্ধি) দিব লাগে। তাৰ পিছত ওপৰৰ বান্ধটো গুচাই দিব লাগে। সাপে খোৱা মানুহৰ বিষ নুলিয়ায়মানে শুবলৈ দিব নেলাগে। বেজৰ কথাত কেতিয়াও বান্ধ মেলিব নেলাগে, ওপৰত কোৱা মতে বিষ গুচাইহে বান্ধ মেলিব লাগে। চেঁচা পানী বা বোকাৰ পুলটিচ ঘাৰ ওপৰত বান্ধি দিলে বেগতে ভাল হয়। এইবোৰ ঘটনাত চিকিৎসকৰ সহায় অতি সোনকালে লব লাগে। সাপে খোৱা মানুহক লোণ সৰহকৈ খুৱালেও উপকাৰ হয় বুলি বহুতে কয়। সাপে খোঁটোতে প্ৰাকৃতিক চিকিৎসা মতে কাম কৰিব লাগে।

(দ) চেলাই খোৱা :—চেলাই খালে সাপে খালে বুলি ভাব হয় আৰু ভয় কৰে। চেলাই খালে ৰঙা পৰে, উখহে, আৰু তেজ বেছি ওলায়; কিন্তু সাপে খালে তেজ নোলায়, খোৱাডোখৰ ক'লা পৰে। চেলাই খালে বোকাৰ ভাঠ পুলটিচ্ বান্ধিলেই বিষ কমে। পানীৰ পটি দিলেও ভাল হয়।

বৰল, ঋোদো, ভোমোৰা, মৌ, এইবোৰে কামুৰিলে গাত বৰ বিষ ধৰে। এইবোৰৰ শুং বেজি, কটাৰী বা সৰু সঁৰাহ এগছেৰে বেগতে তুলি পেলাব লাগে। শুং সৰু হলে, মমবাতি জ্বলাই তাত টোপ-টোপকৈ পেলাব লাগে। পিছে টান হলে মমৰ লগত শুং উঠি আহিব। চুজিত চুণ সানি ঘঁহিলে বিচাৰ নোম ওলাই আহে। টেঙেচি টেঙাৰ পাতৰ ৰস মোহাৰি বিন্ধা ঠাইত লগালে বিষ কমে। পানীৰ পটি আৰু বোকাৰ পুলটিচেও ততালিকে বিষ গুচায়।

০০০

# বিহৰ চিকিৎসা

ঘৰত দৰবৰ নিমিত্তে বহুত বিহ বস্তু মানুহে ৰাখে; ভুলতে তাক খাই অনেক বিপদত পৰে। সেইবাবে তলত তাৰ দিহা দিয়া হৈছে।

(ক) কাৰ্ব্বলিক এচিড্ খালে ঃ— মুখত আঙুলি সুমুৱাই অইন উপায়ে বঁতিয়াবলৈ যত্ন নকৰি, পানীত নাৰিকলৰ তেল মিলাই খুৱাই দিব লাগে। নাইবা কণীৰ বিজল ভাগ খুৱাব লাগে; গাখীৰ খুউৱাও বেয়া নহয়।

(খ) আৰ্চেনিক খালে ঃ—লোণ-পানী খুৱাই বা আঙুলি সুমুৱাই, নাইবা অইন কোনো উপায়ে বঁতিয়াব লাগে। তাৰ পিছত অলপমান হীৰা-কচৰ গুড়ি পানীত গুলি, তাত চূণৰ ফট্ফটীয়া নিৰ্ম্মল পানী মিলাই খুৱাই দিব লগে। শেহত গাখীৰত আটাগুড়ি গুলি খুৱাই দিয়া উচিত।

(গ) কানি খালে ঃ— মুখত আঙুলি ভৰাই, বা ঘনেপতি লোণ-পানী খুৱাই বঁতিয়াব লাগে। তাৰ পিছত চোকা চাহ-পানী বা কফি খুৱাব লাগে। তাক বেগতে শুবলৈ দিব নেলাগে।

(ঘ) তুতীয়া খালে ঃ— কণীৰ বিজল, গাখীৰ আৰু আটা গুড়ি পানীত মিহলাই খুৱাব লাগে।

(ঙ) কেৰাচিন বা তাৰ্পিন তেল খালে, সৰহকৈ গাখীৰ খুৱাব লাগে।

এনেবোৰ কথাত চিকিৎসকৰ দিহা লৈ তাৰ প্ৰতিকাৰ কৰা যুগুত। চিকিৎসকৰ অভাৱত সকলোৱে কৰিব পৰা দিহা মাথোন চমুকৈ দিয়া হৈছে। এইবোৰ সকলোৱে জানি থোৱা উচিত।

০০০

# পোক-পৰুৱা

মহ বা মাখি, ওকণি, উৰহ, চিকৰা, এইবোৰে খাই মানুহৰ গাত বহুত ব্যাধিৰ বীজ তেজৰ লগত মিলায়। গেলা মাছ-মঙহ, মৰলা আদিত পৰি তাৰ ৰস খায়, আৰু আমাৰ খোৱা বস্তুৰ ওপৰত পৰি সেই দুষিত বিহবোৰ তাত মিহলি কৰি দিয়ে; তাৰপৰা অনেক টান নৰিয়া হয়। তলত তাক আঁতৰাবৰ দিহা দিয়া হৈছে।

(ক) মাখিয়ে কণীপৰা :— কোনো ঠাইত পানী গোট খাই থাকিলে, তাৰ পানীত কিবা পৰি গেলে, পচা পানীত মহে কণী পাৰে। সেইবাবে, সেই দ গেৰেকনি ঠাইবোৰৰ পানী উলিয়াই দিব লাগে, পাৰিলে পুতি পেলাব লাগে। তাত কেৰাচিন তেল ঢালি দি শোধন কৰিব লাগে। নানাবিধ জাবৰ-জোঁথৰ, মল, গেলা মাছ-মঙহ আৰু গেলা গোবৰত মাখিয়ে কণী পাৰে। সেইবোৰ পুৰি বা পুতি পেলাব লাগে, যাতে কণী পাৰিবলৈ চেলু নেপায়। ঘৰৰ চাৰিওফালে পৰিষ্কাৰ কৰি ৰাখিব লাগে, ৰান্ধনি-ঘৰৰ খোৱা বস্তুবোৰ ভালকৈ ঢাকি ৰখা উচিত। ধূপ-ধুনা, গন্ধক, এইবোৰ পুৰিলে তাৰ গোন্ধত মাখি পলায়। কেৰাচিন তেল ছটিয়ালেও তাৰ গোন্ধত মাখি উৰি যায়।

(খ) মূৰত ওকণি হলে আহুকাল কৰে, গাৰ ছালতো ওকণি হয়, গাত মলি গোট খাই ওকণি হয়। খিলা, ঔ-বীজ, টেঙা, মাহ-বটা, চোডা, এইবোৰেৰে ধুলে পৰিষ্কাৰ হয় আৰু ওকণি মৰে। মূৰত বেছি ওকণি হলে, ভৰি-তলুৱাত পাণৰ ৰস ঘঁহিলে লাহে লাহে ওকণি মৰি যায়। নিম আৰু হালধিও ভালে বেয়া নহয়।

(গ) উৰহৰ উপদ্ৰৱৰ কথা সকলোৱে জানে। ইও মজিৰে-পৰা হয়। তপত পানীত কাৰ্ব্বলিক এচিড্ মিলাই ধুলে উৰহৰ উপদ্ৰৱ কমে। পিছে নাৰিকলৰ তেল দিব পাৰিলে তাৰ কণীও মৰি যায়। তুলিৰে সৈ:ত নাৰিকলৰ তেল লগাই দিব পাৰি। পৰিষ্কাৰ থাকিলে কেতিয়াও উৰহ হ'ব নোৱাৰে।

(ঘ) চিকৰা কুকুৰ-মেকুৰীৰ গাৰপৰা মানুহৰ গালৈ বগায়। কাণত সোমালে, সি বৰ দুখ দিয়ে। তাক টানি উলিয়াবলৈ চেষ্টা নকৰি, অলপ উৰহী পাতৰ ৰস বা কেঁচা গোবৰৰ ৰস দিলেই চিকৰা খহি পৰে। চূণৰ পানী বা কাৰ্ব্বলিক এচিডৰ পানী দিলেও উপকাৰ হয়।

এইবোৰ পোক কেৱল ময়লাৰপৰা উৎপন্ন হয়। সকলো প্ৰকাৰে পৰিষ্কাৰ থাকিলে হ'ব নোৱাৰে। গাত পিন্ধা কাপোৰ-কানি, গাৰু, শয্যা সকলো ধুব লাগে, আৰু ৰ'দত দিব লাগে। তেহে সেইবোৰ উপদ্ৰৱৰপৰা ৰক্ষা পাব।

০০০

# সোঁচৰা ব্যাধি*

পানী, বায়ু, থকাঘৰৰ দোষত, খোৱা, শোৱা, শ্ৰম এইবোৰৰ নিয়ম-ভঙ্গ আৰু পোক-পৰুৱাৰ সংসৰ্গত ব্যাধিৰ বিহবপৰা মানুহে বিস্তৰ কষ্ট ভোগে। মানুহে যত্ন কৰি বাঘ, ঘোং, ভালুক এইবোৰৰপৰা আত্মৰক্ষা কৰাদি, স্বাস্থ্যৰ নিয়ম পালি সেইবোৰ ৰোগৰপৰা ৰক্ষা পাব পাৰে। আমাৰ দেশত একো সময়ত জহনী, গ্ৰহণী, হাগনি, বসন্ত বা আই-ওলোৱা, এইবোৰ ৰোগত বিস্তৰ মানুহ মৰে। এইবোৰ বেমাৰ দেখা দিয়া মাত্ৰকে প্ৰথমে চাব লাগিব, কি উপায় কৰিলে ৰোগী বেগতে আৰোগ্য হয়। আৰু সেই ব্যাধি যাতে গোটেইখনতে বিয়পি নপৰে, ইয়াত চমুকৈ গোটাদিয়েক মাথোন তাৰ দিহা দিয়া হৈছে :—

(ক) ৰোগী ৰখা নিয়ম : ৰোগীক সুকীয়াকৈ থৈ তালৈ ল'ৰা-ছোৱালী কেও যাব নেলাগে। আলপৈচান ধৰোঁতাসকলে মাথোন অতি সাৱধানে থাকিব।

ৰোগী থকা ঘৰটো বৰ পৰিষ্কাৰ ৰাখিব লাগে। তাত বাহিৰা কোনো বস্তু থব নেলাগে। তালৈ যাতে বায়ু, পোহৰ সহজে যাব পাৰে, তালৈ বটিয়াকৈ মন ৰাখিব লাগে। সেই ঠাই ভালকৈ মচিব লাগে। তাত ধূপ-ধুনা দিব লাগে; সুগন্ধি ফুল, তুলসী, নিম এইবোৰ থব লাগে; তাৰপৰা বায়ু শোধন হয়। গৰুৰ ঘিউ তাত কিছু পুৰিলে বৰ ভাল হয়।

ৰোগীয়ে মনত যেন কোনো কথাত ভয়, আহুকাল বা বেজাৰ নেপায়, আৰু সদায় মনত যেন সন্তোষ ৰাখে, তালৈ যত্ন কৰিব লাগে। পূৰ্ব্বে কোৱা হৈছে যে মন আৰু শৰীৰ দুয়ো এটা; এটাৰ অসুখত আইনটোৰ অসুখ হয়। ৰোগীৰ কথামতে বাধ্য হৈ চলিব লাগে, যাতে কোনো প্ৰকাৰে ৰোগীৰ ৰোগ বাঢ়িবলৈ নেপায়।

ৰোগীৰ পানী আৰু খোৱা পথ্যবোৰ অতি বিশুদ্ধ হ'ব লাগে। সেইবোৰ মখিয়াৰ কোঠাত নেৰাখি, পৃথকে এখোটালীত যত্নেৰে ঢাকি থব লাগে। ৰোগীৰ এঁৰেহা কেও নেখাব, আৰু ৰোগীক আইনৰ এঁৰেহা নুখুৱাব।

---

* "A day will come when in Berlin, in London, and in Paris a man will not die of Diptheria, of Typhoid, of Scarlet Fever, of Cholera, of Tuberculosis, any more than he does in these cities to-day from the venom of snakes or the teeth of wolves,

—Frank Land.

ৰোগীৰ মল, মুত, থুই এইবোৰ সাৱধানে নিলগত গাঁত খানি পুতি পেলাব; দূষিত কাপোৰ-কানিবোৰ পুৰি পেলাব।

বেমাৰী থকা কোঠাত যেন মাখিৰ উপদ্ৰব নহয়, তালৈ বিশেষ চকু দিব লাগে। বেমাৰীক মাটিত নুশুৱাই, খাট বা চাঙত শুৱাব লাগে। তাৰ নাটনিত, শুকান মাটিত যাতে তলৰপৰা চেঁচা নেলাগে, এনেদৰে শয্যা যুগুত কৰি দিব লাগে।

সোঁচৰা ব্যাধিৰ আলপৈচান ধৰোঁতাসকল অতি সাৱধানে থাকিব লাগে। কাপোৰ সলাই, ভালকৈ গা ধুব লাগে, আৰু নখ, চুলি, ডাঢ়ি, গোঁফ এইবোৰ কাটি পৰিষ্কাৰ থাকিব লাগে।

ৰোগ অন্ত পৰিলে, ঘৰটো শোধন কৰিব লাগে। ঘৰৰ মজিয়া আৰু বেৰ গোবৰ মাটিৰে ভালকৈ মচি, ধূপ, ধুনা, গন্ধক এইবোৰৰ ধোঁৱা দি গৰুৰ ঘিউ পুৰিব বা হোম দিব লাগে।

বহুত মানুহৰ মতে গোবৰ বৰ ভাল বস্তু। গোবৰে দুৰ্গন্ধ নষ্ট কৰে, বহুত ব্যাধিৰ বীজাণু মাৰে; গোবৰ ঘঁহিলে দূষিত বস্তু শোধন হয়। সেইবাবে হিন্দুৱে গোবৰক অতি পবিত্ৰ ভাবে। গোবৰ নলগালে ঠাইডোখৰো পবিত্ৰ নহয়। অশুচিক শুচি কৰিবলৈ হিন্দুক গোবৰ নহলে নহয়। বহুত ইংৰাজ ডাক্তৰেও গোবৰক শলাগিছে আৰু পৰীক্ষা কৰি বুজিছে, শোধন কাৰ্য্যত চূণতকৈ ই বেছি উপকাৰী[১]।

(খ) বসন্ত বা আই ওলোৱা : - এই বেমাৰ হবৰ হ'লেই জ্বৰ, হাত-ভৰি-মূৰৰ বিষ হয়; শৌচ খোলোচা নহয়। চুবুৰিত আশে-পাশে এই ৰোগ হোৱা দেখিলেই বিশেষ সাৱধান হোৱা উচিত।

খোৱা, শোৱা, পানী, বায়ু এইবোৰৰ বিষয়ে নথৈ সতৰ্ক হ'ব লাগে। এই ৰোগত লঘোন বৰ উপকাৰী। পনীয়া নিচেই লঘু আহাৰ আধা পেটীয়াকৈ খাব লাগে। হজম নহলেই সকলো ব্যাধি হ'ব পাৰে। পেট যাতে সদায় পৰিষ্কাৰ থাকে, তালৈ মন দিব লাগে। তাকে বুলি পেট চলা দৰব খাব নেলাগে। (এনিমা ডাউচ্) ফিচ্কাৰি দি পেট চফা কৰিব লাগে। মাছ, মঙহ, গাখীৰ এনে বস্তু আহাৰ কৰা উচিত

১. "The natives, also the Boers, protect themselves in some parts by plastering their huts— both floor and walls with mud and cow-dung."

—Sir patrick Manson, M. D.

"The Plague Commission has shown that floors of cow-dung contaminated with Bacilus pestis do not remain infective for more than 48 hours, and that floors of chuna (চূণ) cease to be infective in 24 hours."

নহয়। প্ৰথমে জ্বৰ হলেই লঘোন দি পেট পৰিষ্কাৰ কৰিলেই বসন্তৰ প্ৰকোপ অনেক পৰিমাণে কমিব। নিৰ্ম্মল পানীয়েই ইয়াৰ মহৌষধ। প্ৰকৃতিৰ নিয়ম পালন কৰিলেই কোনো দৰবৰ আৱশ্যক নাই।

বসন্তৰ ঘা শুকাওঁতে তাৰপৰা এবিধ গুড়ি বাজ হয়। সি বতাহত মিহলি হৈ গাত বা খোৱা বস্তুত পৰিলে, সেই গুড়িৰপৰা অইনবো বসন্ত বেমাৰ হয়। সেইবাবে সৰিয়হ বা নাৰিকলৰ তেলত কেঁচা হালধিৰ ৰস মিলাই ঘাত লগালে সেই গুড়িবোৰ উৰিব নোৱাৰে, ঘাও বেগতে শুকায়।

সুকীয়া খোঁটালীত, ৰোগীৰ গাত মাখি পৰিব নোৱৰাকৈ আঁঠুৱা তৰি পৰিষ্কাৰ শয্যাত পৰিষ্কাৰ কাপোৰ দি, মুকলি বতাহ ও পোহৰ পোৱাকৈ উত্তমৰূপে থব লাগে।

(গ) জহনী ঃ— পেটৰ বিষ বা বাঁতি আহিলেই সতৰ্ক হ'ব লাগে। চাউল ধোৱা পানীৰ দৰে বা গেলা কোমোৰাৰ পানীৰ নিচিনা শৌচ হলেই জানিব লাগে যে জহনী লাগিল। জহনীও অজীৰ্ণৰপৰা হয়। আগেয়ে পানী, বতাহ, আহাৰ, এইবোৰত প্ৰাকৃতিক নিয়ম পালিলে জহনী নেলাগে, অইন কোনো ব্যাধি হ'ব নোৱাৰে। পুৰ্ব্বে কৈ অহা নিয়মে শুশ্ৰূষা কৰিব লাগে। এই ৰোগত কাকুৰ মিলোৱা সুগন্ধি নিৰ্ম্মল পানীয়েই প্ৰধান দৰব।

এই ৰোগীকো সুকীয়া কোঠাত বড়িয়াকৈ আলপৈচান ধৰি ওপৰত কোৱা নিয়মে ৰাখিব লাগে।

(ঘ) নানা বিধ জ্বৰ ঃ—আমাৰ দেশত জ্বৰে চিৰস্থায়ীকৈ ঠাই ললে। জ্বৰে নধৰা এঘৰো বাকী নাই। এই জ্বৰৰ নানা মূৰ্ত্তি। কাহ জ্বৰ, পানীলগা জ্বৰ, নেৰেঙা জ্বৰ, সাধাৰণ জ্বৰ, ভালুক জ্বৰ, পাল জ্বৰ, থাপৰি জ্বৰ, পিছত মেলেৰিয়া জ্বৰ ও ক'লা জ্বৰ হৈ উঠেগৈ। স্বাস্থ্য-ৰক্ষাৰ নিয়মবোৰ পালিলে, কোনো জ্বৰেই হ'ব নোৱাৰে।

জ্বৰ হোৱা মানুহকে লঘোন দিব লাগে। নিৰ্ম্মল চেঁচা বা তপত পানীৰ বাজে একো খাব নেলাগে। পেটটো (এনিমা ডাউচ্) ফিচ্কাৰি দি পৰিষ্কাৰ কৰিব লাগে। বৰকৈ যেতিয়া ভোক লাগে, পনীয়া লঘু পথ্য ব্যৱহাৰ কৰিলেই জ্বৰ ভাল হ'ব। মুখেই বেমাৰৰ মূল। মুখ বন্ধ নকৰিলে বেমাৰ ভাল নহয়। জ্বৰত নেমুটেঙা, সুমথিৰা টেঙাৰ ৰস বৰ উপকাৰী। দৰব কেতিয়াও খাব নেলাগে। দৰব খালে জ্বৰ ভাল হলেও, পিছত অইন বেমাৰ হয়।

স্বাস্থ্য আৰু চিকিৎসা সম্বন্ধে এই পুথিত নিচেই চমুকৈ আঙুলিয়াই মাথোন দিয়া হৈছে। এই বিষয়ে বহলাই জানিব খুজিলে গ্ৰন্থকাৰে লিখা 'প্ৰাকৃতিক চিকিৎসা' পঢ়ি চাব লাগে। তাৰ বাহিৰেও

অনেক ডাঙৰ ডাঙৰ ভাল গ্ৰন্থ আছে, সেইবোৰ পঢ়া যুগুত। মুঠতে, নজনাত বা এলাহত প্ৰকৃতিৰ নিয়ম ভঙ্গ কৰি, নানাবিধ ৰোগ ভোগ কৰি, ধন-বিত ভাঙি, ঘৰ-ঘৰুৱাক জলা-কলা কৰি, অকালতে মানুহ যমপুৰী পায়গৈ। ৰোগ হলে তাক গুচোৱাতকৈ, যাতে ৰোগ হ'ব নোৱাৰে, সকলোৱে তাৰহে দিহা কৰা উচিত। জনা-বুজা মানুহ মাত্ৰকে প্ৰাকৃতিক নিয়মত চলিব লাগে। অইনকো সেইমতে চলিবলৈ বুজাই দিব লাগে। প্ৰত্যেক ঘৰৰ উন্নতিত চুবুৰিয়াৰ উন্নতি; আৰু চুবুৰিৰ উন্নতিত দেশৰ উন্নতি। অইনৰ ভাল নহলে, সংসৰ্গ-দোষত নিজৰো বিস্তৰ অনিষ্ট হয়।

আমাৰ দেশত কিছুমান একো নজনা মূৰ্খ বেজ আছে। সিহঁতে মানুহক বেজালিৰ বঞ্চনা কৰি ফপুৰা ছাল-বাকলি-শিপা-দৰৰ দি আৰু বেজালিৰ পুথিৰে জাৰি-ফুকি, কেতিয়াবা ভূতে পাইছে বুলি অনেক অত্যাচাৰ কৰা দেখা যায়। তেনে ধূৰ্ত্তৰপৰা সততে আঁতৰি থাকিব লাগে।

০০০

# সামৰণ

সামৰিবৰ সময়ত চুটিকৈ দুটিমান লাগতিয়াল নিয়ম নিতৌ মনত ৰাখিবৰ নিমিত্তে লিখা দিয়া নহয়। সংসাৰত সুখ, শান্তি আৰু আনন্দ পাই থাকিবলৈ হলে তলত লিখা কথাকিটা নেপাহৰিলেই নহয় :—

(১) বিষাদেই মহাশত্ৰু। মনত বেজাৰ লাগিলেই পৰিপাক শক্তি কমি যায়, খোৱা বস্তু জীণ নেযায়। তাৰপৰা অজীৰ্ণ ৰোগ হয়। এই অজীৰ্ণ ৰোগেই আটাইবোৰ ব্যাধিৰ মূল। সেই হেতুকে তোমাৰ মন সদায় উলাহত ৰাখি, ৰং মনেৰে থাকিবা।

(২) মানুহৰ মনৰ বলতকৈ একো বল নাই। ইচ্ছা-শক্তিয়ে ৰোগহে নেলাগে, মৃত্যুকো জিনিব পাৰে। "মোৰ গাত কোনো ব্যাধি হ'ব নোৱাৰে", এই ভাবটো মনত সদায় ৰাখিবা। সাৱধান! মন কেতিয়াও পেলাই নিদিবা।

(৩) এলাহেই আটাইবোৰ ব্যাধিৰ মাক (অৰ্থাৎ পুৎ)। এলেহুৱা মানুহৰ মনত কুভাবে আৰু কুকামে হেঁচি পাপত পেলায়। কামিলা মানুহক ৰোগে বৰ ভয় কৰে। সেইবাবে শ্ৰম বা ব্যায়াম নকৰাকৈ কেতিয়াও নেথাকিবা।

(৪) শ্ৰম দুবিধ। শাৰীৰিক শ্ৰমৰপৰা শৰীৰৰ উপকাৰ, আৰু মানসিক শ্ৰমৰপৰা মনৰ উন্নতি হয়। এতেকে শৰীৰ আৰু মন দুইবো যাতে উন্নতি হয়, এনে শ্ৰম কৰিবা।

(৫) মানুহ মাত্ৰকৰে ব্ৰহ্মচৰ্য্য পালন কৰা উচিত। বীৰ্য্যৰক্ষাই প্ৰাণৰক্ষা, সেয়ে ব্ৰহ্মচৰ্য্য। মুকলি বায়ু, নিৰ্ম্মল পানী, বিশুদ্ধ আহাৰ যেনে আৱশ্যক, সেইদৰে মানসিক পৱিত্ৰ চিন্তা আৰু নিয়মিত শাৰীৰিক শ্ৰম নকৰিলে বীৰ্য্যৰক্ষা কৰি ব্ৰহ্মচৰ্য্য পালিবৰ সমূলি ক্ষমতা নহয়। এতেকে পৱিত্ৰ চিন্তা আৰু শ্ৰম নিতৌ কৰিবা।

(৬) প্ৰাণায়ামে মন আৰু গাৰ বল বঢ়ায়, আয়ুস দীঘল কৰে। কমপক্ষেও ৪।৫ মিনিট ৰাতিপুৱা-গধূলি নিয়মমতে প্ৰাণায়াম কৰা উচিত। প্ৰাণায়ামৰ বহুত নিয়ম আছে। তাক নকৰি, মুঠতে দীঘল-উশাহ লোৱাই ৰাক। তাৰ নিয়ম এই :—

"মুকলি বতাহ লগা ঠাইত, পিঠিৰ বাজহাড়ডাল পোনকৈ থিয় হ'ব লাগে। নাকেৰে গহীন আৰু দীঘলকৈ লাহে লাহে ভিতৰলৈ উশাহ টানিব লাগে, যাতে পেটটো উকন্দি উঠে আৰু বুকুখন উখহি পৰে। তাৰ পিছত, নাকেদি বায়ু লাহে লাহে নিশ্বাসত উলিয়াই দিব লাগে।

বুকুখন উফোন্দাই ৰাখি, পেটটো যিমান পাৰা কোঁচাই চেপেটা কৰা। ভিতৰলৈ উশাহ লওঁতে যিমান পৰত ধৰা, তাৰ দুগুণ পৰত বাহিৰলৈ বাহিৰ কৰিবা। এই কাম কৰোঁতে মনত ভাবিবা—এই প্ৰাণায়ামৰপৰা মোৰ তেজ পৰিষ্কাৰ কৰি, নতুন জীৱন, নতুন শক্তি আৰু নতুন মানুহ হৈছোঁ—এইদৰে আকৌ উশাহ লৈ বাজ কৰিবা। কমপক্ষেও ৪।৫ মিনিট এই কাম কৰিব লাগে।"

খোৱা, শোৱা, গা-ধোৱা, শ্ৰম, লিখা, পঢ়া, পূজা, পাঠ সকলো কাম নিয়মমতে কৰিবা। অলপো লৰ-চৰ নকৰি ঘড়ীৰ দৰে ঠিকমতে কৰিবা। বেলি নৌ-ওলাওঁতেই শয্যা এৰি উঠিবা।

(৭) ৰাগিয়াল বস্তুৱে শৰীৰ আৰু মন বেয়া কৰে। কানি, ভাং, চেৰাপ, ধঁপাত, চাহ, কফি, মঙহ এইবোৰ কেতিয়াও নেখাবা। নহৰু, পনৰু, গৰম মচলাবোৰো খোৱা বেয়া। তাৰপৰা গাত উত্তেজনা হয়, তাকে মিছাতে লোকে বল পোৱা বুলি ভাবে। পিছে তেজ বেয়া হৈ বিস্তৰ অনিষ্ট হয়। এইবোৰ কেতিয়াও ব্যৱহাৰ নকৰিবা।

(৮) ৰাতিপুৱা বেলি নৌ-ওলাওঁতেই শয্যা এৰি, শৌচ কৰি, গা ধুই, হাত-মুখ ধুই, চেঁচা বা তপত পানী এগিলাচ লাহে লাহে খাবা। ১০।১১ বজাৰ ভিতৰতে দুপৰীয়াৰ আহাৰ শেষ কৰিবা। ৮।৯ বজাৰ ভিতৰত ৰাতিৰ আহাৰ কৰিবা। ১০।১১ বজাৰ ভিতৰতে ঈশ্বৰ চিন্তা কৰি পৱিত্ৰভাৱে শুবা। শুবৰ সময়ত আকৌ এগিলাচ তপত বা চেঁচা পানী খাই শুবা। আহাৰ কৰোঁতে প্ৰত্যেক গৰাহ বঢ়িয়াকৈ চোবাই ৰসবোৰ গিলিবা। খাওঁতে কথা নেপাতি, মনে মনে, লাহে লাহে, খোৱাত মন ৰাখি মাথোন খাবা। দিনটোত দুবাৰৰ বেছি নেখাবা। অলপ ভোক ৰাখি খাবা। পেট ঠাহি কেতিয়াও নেখাবা। এইদৰে খালে কোনো ৰোগ নহয়, শৰীৰ আৰু মন সুস্থ থাকে। তাৰ ওলোটা কৰিলে অজীৰ্ণ ৰোগ হয়, ও শৰীৰ নষ্ট পায়।

(৯) দিনৰ ভাগৰ ৰাতি শুচি নতুন শৰীৰ, নতুন মন হয়। টোপনিয়ে জীৱনী-শক্তি দিয়ে। টোপনি খতি কেতিয়াও নকৰিবা। ১১ বজাৰ পৰলৈ নোশোৱাকৈ নেথাকিবা। ডেকা মানুহে ৬।৭ ঘণ্টা শুব, শ্ৰমী মানুহে ৮ ঘণ্টা শুব, ল'ৰা আৰু বুঢ়াই ৯ ঘণ্টাৰ বেছি কেতিয়াও শুব নেলাগে।

(১০) দিনত শুলে শৰীৰ বেয়া হয়। পৰিপাক-শক্তি নষ্ট হৈ অজীৰ্ণ ৰোগ হয়। বাওঁকালে কাতি হৈ শুলেও জীণ যাব নোৱাৰে। সেইবাবে সোঁফালে কাতি হৈ শুবা। মল-মূত্ৰ বন্ধ ৰাখিলেও বেমাৰ হয়, শৌচৰ ভাব হোৱা মাত্ৰকে ত্যাগ কৰিবা। শৌচ বন্ধ ৰখাৰপৰা বহুত মানুহে কোষ্ঠবদ্ধ বেমাৰ ভোগে। তাৰপৰা আনো বহুত ব্যাধি হ'ব পাৰে।

(১১) নিৰ্ম্মল বায়ু আমাৰ প্ৰাণ, আৰু পোহৰ আমাৰ শক্তি। বতাহ আৰু পোহৰ আহিবলৈ শোৱা খোটালীত বিস্তৰ খিড়িকী থবা। ৰাতি শুলেও ২।১ খন খিড়িকী মেলি ৰাখিবা। চৌপনিত বড়িয়াকৈ আমাৰ শ্বাসক্ৰিয়া চলে; তাৰপৰা জীৱনী-শক্তি বাঢ়ে। মনত ৰাখিবা— উশাহ লবৰ নিমিত্তে নাক; মুখ নহয়। মুখে উশাহললে আমঠু আৰু হাওঁ-ফাওঁত টান ব্যাধি হয়।

(১২) বিয়া কৰোৱা বা নকৰোৱা সকলোৱে শুক্ৰৰক্ষা কৰিব লাগে। বিয়া কৰোৱা মানুহে বহুত দিনৰ মূৰত, সন্তান লাভৰ মন কৰিলে, এবাৰ মাথোন ঋতুৰক্ষা কৰিব পাৰে। তাৰ বাজে, এনেই বং বা ধেমালিত শুক্ৰপাত কৰা মহাপাপ। শুক্ৰ বা বীজেই মানুহৰ জীৱ। শুক্ৰ নাশ কৰিলেই জীৱন নষ্ট, বা আত্মঘাতী পাপী হয়।

(১৩) পৰমেশ্বৰত ভক্তি, মানুহত প্ৰীতি, আৰু নিজৰ ওপৰত বিশ্বাস ৰাখি চলিবা। কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য্য, ভয়, অসন্তোষ, এইবোৰ ভাবে মনৰ বল আৰু আয়ুস নষ্ট কৰে। এতেকে এই ৰিপুবিলাকক উধাবলৈ নিদি দমাই ৰাখিবা।

(১৪) "আপোন ভালেই জগৎ ভাল।" এই কথা সদায় মনত ৰাখি, ল'ৰাৰ নিচিনা সৰল স্বভাৱ আৰু পবিত্ৰ ভাব অন্তৰত লৈ নিজৰ কৰ্ত্তব্য কাম কৰিবা। সত্যক আশ্ৰয় কৰি পৰোপকাৰ কৰাই পৰম ধৰ্ম্ম। ধৰ্ম্মই মানুহৰ প্ৰকৃত বন্ধু, মৰিলেও লগত যায়।

শেহত কওঁ:—

"শৰীৰমাদ্যং খলু ধৰ্ম্ম সাধনম্"। আমাৰ কথাত কয়, "দেহা থাকিলেহে বেহা।" যাতে শৰীৰটি ভালে থাকে, সততে তালৈ যত্ন কৰা উচিত। আকৌ শৰীৰ থাকিলেই ৰোগ হয়; "শৰীৰং ৰোগ মন্দিৰম্।" এতেকে ৰোগ হলে, তাক ততালিকে গুচাবৰ উপায় কৰিব লাগে। সময় পালে, ৰোগে বৰকৈ শিপাই লয়, গুচাবলৈ টান হয়। আমাৰ 'প্ৰাকৃতিক চিকিৎসা'ত আটাইবোৰ নৰিয়া গুচাবৰ উক্ত দিহা লিখা আছে। তাক পঢ়িলেই ধন-বিত নভঙাকৈ নিজেই নিজৰ বেজ হৈ সকলো ব্যাধি গুচাব পাৰিব। অইনৰো বিস্তৰ উপকাৰ কৰিব পৰা যাব।

# আয়ুস আৰু স্বাস্থ্য

সৰ্ব্বমন্যৎ পৰিত্যজ্য শৰীৰমনুপালয়েৎ।
তদভাবেহি ভাবানাং সৰ্ব্বাভাবঃ শৰীৰিণাম্ ।।
—চৰক।

Life is not to live, but to live well.

'আয়ুস' মানে জীয়াই থকা দিন। ওপজাৰপৰা মৰাৰ সময়লৈকে জীয়াই থকা দিনকে 'আয়ুস' বোলে। ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ, এই চতুৰ্ব্বৰ্গ ফল লভিবলৈ হলে আয়ুস দীঘল হোৱা আৱশ্যক। 'স্বাস্থ্য'ৰ ওপৰতহে আকৌ আয়ুসৰ দীৰ্ঘতা সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰে। স্বাস্থ্যবিধিত লিখা নিয়মবোৰ পালি নচলিলে স্বাস্থ্য একেবাৰে নষ্ট হয়।

বৈদান্তিকসকলে এই সংসাৰক মায়াময় বুলি কৈ গৈছে। দাৰ্শনিকসকলে কূটতত্ত্ব আলোচনা কৰি মূৰৰ মগজু মথি থিৰাং কৰিছে যে এই ঘটপদাদিময় পৃথিৱী ও তাৰ শ্ৰেষ্ঠ জীৱ মানুহৰ প্ৰাণ কচুপাতৰ পানীৰ দৰে অস্থিৰ। হিন্দুধৰ্ম্মৰ প্ৰবীণ অভিজ্ঞ প্ৰচাৰকসকলে দেহা পঞ্চভূতময়, মায়াপ্ৰপঞ্চে পৰিপূৰ্ণ, আৰু প্ৰাণবায়ু পানীৰ টো মাত্ৰ—এই সত্য প্ৰচাৰ কৰি মানুহৰ মনত সংসাৰ আৰু জীৱনলৈ পাৰেমানে বৈৰাগ্য বঢ়াই দিছে। ভাৰতজুৰি দেশত বাটৰ মগনীয়াওঁ গীতে-বাদ্যে মায়াবাদ প্ৰচাৰ কৰিবলৈ এৰা নাই। এইবিলাক উপদেশৰ গুৰুত্ব বুজিও মানুহে বহুত দিন জীয়াই থাকিবলৈ বাঞ্ছা কৰে, আৰু জীৱনটো সিমান অসাৰ আৰু অকামিলা বুলি ভাবিবলৈ মন নকৰে। অনেক কাৰণত জীৱন বৰ তিতা অৱস্থাত পৰিলেও, মানুহে প্ৰাণৰ আশা এৰিব নোৱাৰে। 'মৃত্যু'—এই কথাটো শুনি:লই ভয়ত গাৰ নোম শিয়ৰি উঠে। এই মৰমৰ সংসাৰ, এই সুখৰ ঘৰ-বাৰী, এই চেনেহী তিৰোতা, এই চেনেহৰ পো-জী, এই মান, এইবোৰ ঐশ্বৰ্য্য-বিভূতি, খ্যাতি, ক্ষমতা, ইমান সুখ, ইমান সন্তোষ, এনে হেপাহৰ মনুষ্য জনম—সকলো এৰি জানো জীৱাত্মা খোপমৰা এন্ধাৰ অচিন ঠাইলৈ উৰি যাব এই বিবিধ যত্নেৰে নিপোটল্ কৰা মৰমৰ বিতোপন দেহাৰপৰা, মৃত্যুৰ চেঁচা হাতেৰে বলেৰে জীৱটি উলিয়াই নি মৰ্ত্ত্যলীলাৰ শেষ পটখন পেলাই দিব, এই কথা ভৱা মাত্ৰকে গা কঁপি উঠে।

আমি যদি একেৰি দকৈ ভাবি চাওঁ, তেনেহলে সহজেই

বুজিব পাৰোঁ যে দিনে দিনে, পলে পলে নানা কাৰণত আমাৰ আয়ুস চুটি হৈ আহিছে। এশ বছৰৰ আগেয়ে যেনে শকত-আৱত, বলী আৰু নিৰোগী মানুহেৰে ভৰা আছিল, এতিয়া তেনে মানুহৰ সংখ্যা দিনক দিনে কমি আহিছে। প্ৰাকৃতিক পৰিবৰ্ত্তন, সামাজিক পৰিবৰ্ত্তন, যুগ-ধৰ্ম্মানুসৰি সভ্যতা, আৰু সেই অনুসৰি আচাৰ-ব্যৱহাৰ, অনুকৰণ প্ৰভৃতি কাৰণত ঋষিসকলে থিৰাং কৰি দিয়া স্বাস্থ্যবিধিৰ নিয়মবোৰ নেপালি, শৰীৰলৈ যত্ন নকৰি, যি মাটিত আমি জনম পাইছোঁ তাৰ চিৰ প্ৰচলিত নিয়মবোৰ আওকাণ কৰি দিনক দিনে অল্পায়ু হৈছোঁ। অকাল মৃত্যুৰ নিদাৰুণ কান্দোনত এই সুখৰ সংসাৰ ব্যাকুল হৈ উঠিছে।

বৰ্ত্তমান যুগত আকৌ কিছুমান নতুন বেমাৰ আমাৰ দেশত সোমাইছেহি। আহাৰ, ব্যৱহাৰ, পৰিচ্ছদ, পৰিশ্ৰম, সন্তানোৎপাদন, আৰু সংসাৰ-ধৰ্ম্ম পলা সম্বন্ধে হিতকৰ নিয়মবোৰ অমান্য কৰি আমি দিনে দিনে ৰুগীয়া, হীনবীৰ্য্য আৰু অল্পায়ু হৈছোঁ। আজি-কালি দেশ-ব্যাপী সংক্ৰামক ৰোগ ভৰি পৰিল। বাৰিষাৰপৰা আৰম্ভ কৰি গোটেই জাৰকাললৈকে আমাৰ ঘৰে ঘৰে নৰিয়া দেখি আমনি লাগে। বসন্তৰ আৰম্ভতে জ্বৰ যদি কেনেবাকৈ এৰি যায়, তেন্তে আই বা হাইজা আহি দেখা দিয়ে। মেলেৰীয়াৰ প্ৰকোপত ইচুবুৰিৰপৰা সিচুবুৰি, ইখন গাঁওৰ-পৰা সিখন গাঁও; ইখন নগৰৰপৰা সিখন নগৰ জনশূন্য ও শ্ৰীহীন মৰি-শালিৰ নিচিনা হবলৈ ধৰিছে। বহুমূত্ৰ, শুক্ৰবিকাৰ, প্ৰমেহ আদি ৰোগে মানুহ ফোঁপোলা কৰিছে। অনেক পতিব্ৰতা নাৰীয়ে অকালতে পতি হেৰুৱাই দীঘল হুমুনিয়াহে, শোকৰ কান্দোনৰ চকুৰ পানীৰে মাটি তিয়াইছে। অনেক বাপেকে নিজৰ গুণৱন্ত পুত্ৰ হেৰুৱাই অন্ধলাৰ নিচিনা হৈছে। অনেক স্বামীয়ে গুণৱতী ভাৰ্য্যাৰ মৃত্যুত সংসাৰ শূন্য ভাবি দিন নিয়াইছে। বহুত গৃহস্থই গুৰিয়াল নোহোৱা নাৱৰ দৰে সংসাৰ-সাগৰত চলং-পলংকৈ উটি ফুৰিব লাগিছে। কতনো প্ৰতিভাশালী, কতনো গৌৰৱময় জীৱ অকালত পাহৰণিৰ গৰ্ভত লয় পাইছে। উস্! এই-বোৰনো কম সন্তাপৰ বিষয়নে!

পুৰণি পুথিবোৰৰপৰা প্ৰমাণ পোৱা যায়—সত্য যুগত মানুহৰ পৰমায়ু বৰ দীঘল আছিল। মানুহবিলাক দীঘল বাহু, বহল বুকুৰে বলী আৰু দীৰ্ঘায়ু আছিল। সম্পূৰ্ণ সুস্থ, নিৰোগী শৰীৰ, শ্ৰেষ্ঠ আধ্যাত্মিক প্ৰবৃত্তি, অপৰিমিত শাৰীৰিক আৰু মানসিক শক্তিযুক্ত হৈ সেই আদি যুগৰ মানুহবিলাক সকলো কথাতে সুখী আছিল। তেওঁবিলাকে সকলো বিষয়ে সিদ্ধি লাভ কৰি ৪০০ বছৰ পৰমায়ু সম্ভোগ কৰিছিল। মনুসংহিতাত দেখা যায়ঃ—

অৰোগাঃ সৰ্ব্ব সিদ্ধাৰ্থাশ্চতুৰ্ব্বৰ্ষশতায়ুষঃ।
কৃতে ত্ৰেতাদিষু হ্যেষামায়ুৰ্হ্ৰসতি পাদশঃ॥
মনু ১।৮৩।

ত্ৰেতাযুগৰপৰা পাদশঃ অৰ্থাৎ এশকৈ পৰমায়ু কমিবলৈ আৰম্ভ হৈছে। সেইমতে ত্ৰেতাত তিনিশ, দ্বাপৰত দুশ, এতিয়া কলিত মানুহৰ আয়ু এশ হ'ব লাগে। কিন্তু এই কলিকালত, আমাৰ এই বৈজ্ঞানিক যুগত, এই উন্নতি ও শিক্ষাৰ দিনত, কেইজনে এশ বছৰ পৰমায়ু ভোগ কৰিবলৈ পাইছে?

অতীজত সংযমী হিন্দুৰ দৰে গ্ৰীক আৰু ৰোমানবিলাকো দীৰ্ঘজীৱী আছিল। আমাৰো এশ বছৰৰ আগতে অনেক মানুহ দীৰ্ঘায়ু আছিল। তেওঁবিলাকে স্বাস্থ্য সম্পৰ্কীয় নিয়মবোৰ অকণো লৰচৰ নকৰাকৈ পালি আশী বছৰবো বেছি বুঢ়া কাল পাইছিল। কিন্তু আমাৰ দিনত বহুতে চল্লিছ বছৰ পাৰ হবলৈ নৌ-পাওঁতেই অকালতে চুলি পকি, দাঁত সৰি, বুঢ়া লাপুং হৈ অন্ত পৰে।

বৰ্ত্তমান বৈজ্ঞানিক যুগত আমাৰ পৰমায়ু কমাৰ প্ৰধান কাৰণ স্বাস্থ্য সম্বন্ধে মন নিদিয়া, ঋষিসকলৰ নিয়মবোৰলৈ পিঠি দিয়া, আচাৰ-ব্যৱহাৰ অমান্য কৰা, ভয়ানক জীৱন-যুদ্ধ, আৰু যৌৱন কালত বিবেচনা কৰি নচলা। বাস্তৱতে ই অতি আচৰিত কথা। এফালে আমি ঋষি-সকলৰ কথা যেনেকৈ অমান্য কৰি চলিছোঁ, আনফালে আকৌ পাশ্চাত্য স্বাস্থ্যবিধিৰ নিয়মবোৰতো পিঠি দিওঁ।

আমাৰ বৰ্ত্তমান যুগত পাশ্চাত্য শিক্ষা আৰু সভ্যতাই সকলো বিষয়তে বেমেজালি লগাইছে। শিক্ষিত সমাজৰ ধৰ্ম্মানুশাসনৰ প্ৰতি আওকাণ হৈছে, আৰু তাৰ ফলস্বৰূপে স্বভাৱ-চৰিত্ৰত আউল লাগিছে, সমাজৰ প্ৰচলিত নিয়ম ভঙ্গ হৈছে, আৰু নৈতিক অধোগতি পাইছে।

পঞ্চাছ বছৰৰ পূৰ্ব্বে আমাৰ মানুহে যেনেকৈ জীৱন যাপন কৰিছিল, এতিয়া তাৰ গুং-সুত্ৰই নাই। ল'ৰাকালৰেপৰা গুৰু হানি হোৱাত, ভাং, কানি, চেৰাপ আদি নিচা খোৱাত, সকলো কামতে এলাহ কৰি দিনক দিনে আয়ুস টুটি আহিছে। পূৰ্ব্বে আমাৰ ঋষিসকলে প্ৰত্যেক দিনৰ আচাৰ-ব্যৱহাৰ, আহাৰ-বিহাৰ প্ৰভৃতি কেৱল ধৰ্ম্মানু-শাসনৰ ভিতৰত সুমুৱাই দিয়ে ক্ষান্ত থকা নাই, সেইবিলাকক যথেষ্ট বৈজ্ঞানিক তত্ত্বৰ ভিতৰত ঠাই দি গৈছে। তিথি-নক্ষত্ৰ বিশেষে আহাৰাদিৰ নিয়ম-কানুন, ঋতুচৰ্য্যা, দিনচৰ্য্যা, আহাৰ-বিহাৰ ও নিদ্ৰা-সম্ভোগ প্ৰভৃতি সম্বন্ধে তেওঁবিলাকৰ নিয়মবিলাক আমি নেমানো। সেই হেতুকে নৈতিক নিয়ম লঙ্ঘন কৰি, ধৰ্ম্ম-ব্যভিচাৰ কৰি, শাৰীৰিক আৰু মান-সিক পাপ আৰু পাপৰ পৰিণামত আয়ুক্ষয় নহৈ নোৱৰাত পৰিছে। গৱৰ্ণমেণ্টে প্ৰকাশ কৰা মৃত্যুৰ তালিকা দেখিলে ভৱত গা শিয়ৰি উঠে।

জন্মৰ সংখ্যাতকৈ মৃত্যুৰ সংখ্যা যে এই দুৰ্ভগীয়া দেশত কেনে ইমান বাঢ়িছে, তাৰ প্ৰমাণ বিচাৰিবলৈ অধিক শ্ৰম নকৰিলেও হয়। দাম্পত্য জীৱনৰ পবিত্ৰ নিয়মবিলাকলৈ অশ্ৰদ্ধা—আৰু স্বাস্থ্যবিধিলৈ পিঠি দিয়া বাবে অকালত ওপজা আৰু শিশুবিলাকৰ মৃত্যুৰ সংখ্যা বেছি। দেশৰ ডেকাসকল—যিসকল দেশৰ আশা, ভৰসা, ভৱিষ্যত অৱলম্বন, তেওঁ-বিলাকৰো মৃত্যু-সংখ্যা যথেষ্ট বৃদ্ধি হৈছে। বৰলাৰ সংখ্যাতকৈ বাঁৰীৰ সংখ্যা বেছি হোৱাত বুজিব পাৰি যে মাইকী মানুহতকৈ মতা মানুহ বেছি মৰিছে।

স্বাস্থ্যবিধিৰ নিয়মবোৰ যিদৰে মানি চলিব লাগে, তাক আও-হেলা কৰা বাবে মানুহৰ শৰীৰত নানা বিধ ৰোগ উৎপত্তি হবলৈ ধৰিছে। আহাৰ-বিহাৰ, আসন-বসন, জল-বায়ুৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা সম্বন্ধে হিত-কৰ নিয়মবোৰ প্ৰতিপাল নকৰি ক্ৰমে শৰীৰ নিস্তেজ আৰু ৰুগীয়া হৈ পৰিছে। নৈতিক বেমেজালিৰপৰা বহুত বিধ কুৎসিত ৰোগ সুনিহৃ আৰু তিৰোতাৰ শৰীৰৰ ভিতৰত সোমাই জীৱন দুখপূৰ্ণ ও ক্ষণভঙ্গুৰ কৰি পেলাইছে। আমি কেৱল ইংৰাজৰ দোষবোৰহে বুটলি লওঁ; কিন্তু তেওঁ-বিলাকৰ নিজৰ শৰীৰৰ ওপৰত যিমান যত্ন, আহাৰাদি বিষয়ে (তেওঁবিলাক) যিমান মিতাচাৰী, আৰু স্বাস্থ্যৰক্ষা সম্বন্ধে যিমান তৎপৰ, তাৰ এক ধনিষ্ঠা-মানো অনুকৰণ কৰিব নোৱাৰোঁ।

ইংৰাজ ৰাজত্বত আমাৰ জীৱন ইংৰাজী প্ৰথামতে সংগঠিত হৈছে। আমাৰ জীৱনত সকলো কাৰ্য্যতে, অইন কি, প্ৰত্যেক বিষয়তে ইংৰাজক অনুকৰণ কৰোঁ। আমি যি নগৰ বা চহৰত থাকোঁ, তাতো ইংৰাজী ব্যৱস্থা মতে স্বাস্থ্যবিধি চলায়। প্ৰধান প্ৰধান ৰাজধানী ব' নগৰৰ যে কথাই নাই।

আজি-কালি লণ্ডন, পেৰিচ আৰু আমেৰিকা প্ৰভৃতি উন্নতিশীল দেশবিলাকৰ বাসিন্দাসকলে স্বাস্থ্যবিধি সম্বন্ধে বেছি মনোযোগ দিছে। কেনে-কৈ মানৱ জীৱন সুখ ও স্বাস্থ্যপূৰ্ণ হয়, কেনেকৈ মানুহৰ পৰমায়ু দীঘল হয়, কেনেকৈ নগৰ ও গাঁওবোৰত স্বাস্থ্য ভালে থাকে, কেনেকৈ মানুহে সংক্ৰামক ব্যাধিৰ হাতৰপৰা আত্মৰক্ষা কৰিব পাৰে, তাৰ বিধি-ব্যৱস্থা সম্বন্ধে ডাঙৰ ডাঙৰ ডাক্তৰ আৰু স্বাস্থ্যতত্ত্ববিদ পণ্ডিতসকলে যুগান্তৰব্যাপী পৰিশ্ৰম কৰিব লাগিছে। এইবোৰ কাৰণৰ বাবেই আগৰ দিনৰ পুৰণি স্বাস্থ্যবিধিতকৈ বৰ্ত্তমান কালৰ স্বাস্থ্যবিধিহে আমাৰ অনুকৰণ কৰা যুগুত।

পৰিমিত আহাৰ-বিহাৰ, নিদ্ৰা, সময়ত শ্ৰম, অযথা ৰাতি জাগ-ৰণ নকৰা, ৰাগিয়াল বস্তু পৰিত্যাগ, নিৰ্ম্মল বায়ু সেৱন, বিশুদ্ধ পানী ব্যৱহাৰ, বায়ু চলাচল সম্বন্ধে বৈজ্ঞানিক ব্যৱস্থাযুক্ত ঘৰ সজা, ইন্দ্ৰিয় সংযম, কাপোৰ-কানি পিন্ধা আৰু শয্যাদি বিষয়ে পৰিষ্কাৰ-পৰিচ্ছন্নতা,

সংক্ৰামক ব্যাধিৰপৰা আত্মৰক্ষা ইত্যাদি কথাবোৰ স্বাস্থ্যৰক্ষাৰ প্ৰধান বিষয়।

সদৌ ৰাইজে যাতে স্বাস্থ্য সম্বন্ধে কিছু পৰিমাণে জানিব পাৰে, আৰু সেইমতে চলি দীৰ্ঘায়ু লাভ কৰিব পাৰে, সেই হেতুকে এই পুথিত সংক্ষিপ্তকৈ লাগতিয়াল বিষয়বোৰ লিখা হৈছে। স্বাস্থ্যবিধিৰ নিচিনা ডাঙৰ বিষয়টো মুঠিৰ ভিতৰত ভৰোৱা উজু কথা নহয়। তথাপি বৰ্ত্তমান কালত যিবিলাক ইংৰাজীত স্বাস্থ্যবিধি অৰ্থাৎ 'হাইজিন' সম্বন্ধে পুথি ওলাইছে, তাৰ ভু লৈ সাৰ অংশ ইয়াত অধ্যায়ে অধ্যায়ে তুলি দিয়া হৈছে।

দুই-চাৰিজনে স্বাস্থ্য ৰক্ষাৰ নিয়মবোৰ পালি চলিলেই যে আমাৰ শাৰীৰিক উন্নতি [হ'ব], ৰোগ আৰু অস্বাস্থ্যৰ বিনাশ হ'ব, এনে ভবা একেবাৰে ভুল। নিয়মবোৰ যদি নগৰ, গাঁও বা চুবুৰিৰ আটাই-বিলাক মানুহে সম্পূৰ্ণৰূপে পালন কৰে, তেহে তাৰ গুটি ধৰিব। ভাবি চোৱাঁ, এজনে যদি বেছ স্বাস্থ্যবিধি মতে খোৱা-পিন্ধা [কৰি], ঘৰ-বাৰী পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি থাকে, [আৰু] ওচৰৰ আন এজনে তাৰ সম্পূৰ্ণ বিপৰীত বাট লয়, তেন্তে তাৰ ফল কি ধৰিব? হেন জানি, এজন-দুজনৰ ই কাম নহয়, গোটেই একেলগে একে ঠাইতে থকা নগৰ বা গাঁও আৰু চুবুৰিৰ আটাইবিলাক বাসিন্দাই বহলাই স্বাস্থ্যবিধি পালন কৰিলেহে স্বাস্থ্যৰ উন্নতি হ'ব। *

*এই লেখাটো 'স্বাস্থ্যবিধি' শীৰ্ষক স্বকীয়া গ্ৰন্থ এখনৰ আৰম্ভণী অংশ। অসমাপ্ত গ্ৰন্থখনৰ এই অংশটো লেখকৰ পাণ্ডুলিপিৰ পৰা উদ্ধাৰ কৰা হৈছে।
সম্পাদক, ন. ব. ৰচনাৱলী।

০০০

# বিদ্যুৎ

মই যেতিয়া নিচেই অকণমান, প্ৰায় ছবছৰীয়া কি সাত বছৰীয়া আছিলোঁ, এদিন আবেলি আকাশৰ এচুকত অলপমান মেঘ দেখা পালোঁ। বতৰটো গোমাই আছিল। দিনতে আন্ধাৰ যেন লাগিছিল। আয়ে মোক কলে, "বোপাই, তুমি ঘৰৰ বাজলৈ ওলাই নাহিবা। বতৰ ভাল নহয়। কেনেবাকৈ বৰষুণ দিব। মই পুখুৰীৰপৰা ততালিকে গা ধুই আহোঁ।" এই বুলি তেওঁ পুখুৰীত গা ধুবলৈ গ'ল। মই দুৱাৰ-ডলিতে বহি থাকিলোঁ। চাই থাকোঁতেই লাহে লাহে সেই চুকৰ মেঘ-ফেৰাই গোটেইখন আকাশ ঢুকি পেলালে। গৰ্ গৰ্ কৈ মেঘে গৰ্জিবলৈ ধৰিলে। আকাশত মেঘবোৰক যেতিয়া বতাহে তুলা ধুনাদি ধুনি উৰু-ৱাই লৈ ফুৰায়, আহা! দেখিবলৈ এনে বিতোপন! মেঘ শূন্যতে এফালৰপৰা গৰ্জি যেতিয়া অইন এফালে গৈ মাৰ যায়, তাকো দেখি কম বং নেলাগে। কিন্তু ল'ৰাকালত যিদিনা বিকট আৱাও কৰি মেঘে গৰ্জা শুনো, আৰু চকুত চমক লগাই বিজুলীওৰা দেখোঁ, সেইদিনাই ভয়ত বিতত হওঁ, আৰু গাৰ নোমবোৰ শিয়ঁৰি উঠে। ওপৰত মেঘবোৰ উৰি ফুৰা দেখি কেতিয়াবা মূৰত পৰেহি বুলি লৰি গৈ মই আইৰ আঁচলেৰে চকু চাকি কোলাত হাত-ভৰি কোঁচাই বহি থাকোঁ। ল'ৰাহঁত, তোমা-লোকৰ কাৰো এনে দশা কেতিয়াও হোৱা নাই নে? অকলশৰে সকতে কোনো ঠাইত মেঘে গৰ্জা শুনি ভয় নলগা পুৰুষ হওঁতে অতি কম। অনেক ল'ৰাই ভয় খাই বেমাৰো পৰে। বৰষুণৰ পানীত তিতি পানীলগা জ্বৰ পৰি কিহবাই পালে বুলি অনেকৰ মাক-বাপেকে জল-গিৰী, থলগিৰী, বুঢ়া ডাঙৰীয়াৰ নামে টালি-টোপোলা বন্ধাও দেখা যায়। সেইবোৰ যিবা নহওক, বৰষুণত তেও বাহিৰলৈ ওলাই পানীত তিতি ৰোগী হোৱা একেবাৰে অযুগুত। কিন্তু এই কথাটো ল'ৰাক সকতে যিমানকি নুবুজাওক, তথাপি সমুলি বুজাব নোৱাৰি। যি বুজে, তাৰ পানীও নেলাগে, ৰোগো নহয়।

আয়ে পুখুৰীত গা ধুবলৈ গৈ সিমান পৰলৈকে ঘুৰি অহা নাছিল। মেঘৰ গাজনি যেন লাহে লাহে বেছি হৈ আহিবলৈ ধৰিলে, মোৰ ভয়ো তাৰ লগত বাঢ়িবলৈ ধৰিলে। দুৱাৰ এৰি মই ঘৰৰ ভিতৰ সোমাই বিচনাত বহি থাকিলোঁ। হঠাৎ বিকট শব্দ কৰি কাণ তাল মাৰি যোৱাকৈ মেঘে গৰ্জিবলৈ ধৰিলে; আৰু তাৰ লগে লগে বাজসিলীৰ অগ্নিময় জিভাৰে চাত্‌কৈ মেঘৰপৰা পানী চেলেকি খোৱাদি বিজুলী

চক্‌মকাবলৈ ধৰিলে। মই ভয়ত অথিৰ হৈ হাত-ভৰি কোঁচাই চকু মুদি আইনো কেতিয়া আহে বুলি ভাবি টলকা মাৰি থাকিলোঁ। ওচৰত আই থকা হলেনো কিহৰ চিন্তা, কিহৰ ভয়? তেনেতে আকৌ মেঘে যেন খং উঠি এইবাৰ ৰবকৈ ভাবি দি গৰ্জ্জি উঠিল! সেই গৰ্জ্জনিতে ঘৰটো যেন কঁপি গ'ল। আই তেতিয়ালৈকে ঘৰলৈ ঘূৰি অহা নাই, আৰু মোৰো চকু মেলি চাবৰ সাহ নহ'ল। চকুতহে মানুহৰ ভয়। মোৰ মনত এনে ভাব হ'ল যেন মোৰ আগতে এটা বিকট আকাৰৰ দৈত্য থিয় হৈছেহি, চকু মেলিলেই তাৰ মূৰ্ত্তি মোৰ চকুত পৰিব। ল'ৰাকালত ভূতৰ ভয়তো এনে ভাব হৈছিল। তোমালোকেও বোধ কৰোঁ, সময়-মতে এনে ভাব নকৰাকৈ নেথাকা। ভূত নেদেখাকৈয়ে এটা ভূতৰ ভয়ানক মূৰ্ত্তি মনতে গঢ়ি লৈছিলোঁ। মনত ভাবিছিলোঁ—সন্ধ্যাৰ আন্ধাৰৰ লগে লগে ভূত-প্ৰেতবোৰ এৰা-বাৰী, এৰা-ঘৰবপৰা, মৰিশালিৰপৰা, ভাঙৰ ভাঙৰ গছৰপৰা, আওহতীয়া দক্ষিণ চেঁচুকৰ বাঁহ-তলৰপৰা আহি চৰি ফুৰে। আমাৰ ৰাতি হলে সিহঁতৰ দিন, সিহঁতৰ ৰাতি হলে আকৌ আমাৰ দিন। কুকুৰে ভুকিলে, শিয়ালে হোৰা দিলে, ফেঁচাই উকলি দিলেও ৰাতি মনত কম ভয় নেলাগিছিল। সেইবাবেই কেতিয়াবা আন্ধাৰ ৰাতি ঘৰৰ বাজ হ'ব লগা হলে চকু মুদি আইৰ আঁচলত ধৰিহে বাহিৰলৈ আহিছিলোঁ। চকু মেলিবলৈ সাহ নহৈছিল। কি জানি ভূতৰ মূৰ্ত্তিটো চকুত পৰেহি।

এইবাৰ আকৌ মেঘে ৰব গহীনকৈ, কাণ তাল মাৰি যোৱাকৈ ভয় লগা গাজনি মাৰি উঠিল, ভাব হ'ল, পৃথিবীখন যেন দুছিটা হৈ ফাটি গ'ল। এইবাৰ মই চকু মেলি চাইছিলোঁ নে নাই চোৱা, কব নোৱাৰোঁ। মোৰ ভাব হ'ল যেন এটা জ্বলন্ত অগ্নিময় প্ৰেতমূৰ্ত্তি মোৰ আগতে থিয় হ'ল। মোৰ ভয় লগা গম পাই সেই দৈত্যটোৱে বিকট আৰাও কৰি হাঁহি পেলালে। সেই ভূতৰ হাঁহিটোৱেই মোৰ মানত মেঘৰ গাজনি বুলি ভাব হ'ল।

তাৰ পিছত সেই দৈত্যটোৱে মোক কলে, "মোক তই চিনি পাইছনে?" মই কলোঁ, "উহুঁ, মই তোমাক চিনি পোৱা নাই।" দৈত্যই কলে, "মোক চিনি পোৱা নাই? পৃথিবীৰ মানুহ মোৰ ভয়ত কঁপে, মই বিদ্যুৎ, মোক দেখি তোৰ ভয় লগা নাইনে?"

পেটে সমস্বিতে যদিও মই ভয় কৰিছিলোঁ, তথাপি সাহ কৰি কলোঁ "কেলেই ভয় কৰিম? তুমিনো মোক কি কৰিব পাৰা?"

মোৰ এই কথা শুনা মাত্ৰে সি এটা বিকট ভয় লগা শব্দ কৰি খেলখেলকৈ হাঁহি পেলালে, সেয়ে যেন মোৰ মানত মেঘৰ গাজনি বুলি ভাব হ'ল। তাৰ পাছত মোক কলে, "মই কি কৰিব পাৰোঁ?

তোৰ গাত মোৰ আঙুলি এটা লগালেই নৌ চকুৰ পচাৰ পঃৰোঁতেই তোৰ দেহা-সজাৰপৰা জীৱ-চৰাই পলাই পন্নং মাৰিব। মোৰ কথা সঁচা-মিছা তই বাক চা।" এই বুলি তাৰ জ্বলন্ত আঙুলিটো আমাৰ কাপোৰ থোৱা দাঁৰভালৰ কাষত ঘূৰোৱা মাত্ৰকে চাই থাকোঁতেই কাপোৰবোৰ এফালৰপৰা পুৰি ছাই হৈ গ'ল।

মই তেতিয়া কলোঁ, "তুমি এইখন কি কৰিলা? আমাৰ কাপোৰ-কানি সোপাকে পুৰি সাং কৰিলা। আয়ে আহি তোমাক শুদাই নেৰে, গালিয়ে-শপনিয়ে অতকাৰ কৰিব, তুমি হ'বলা শুনা নাই? যোৱাঁ, তুমি এতিয়াই ওলাই যোৱাঁ, নহলে মই আইক মাতিম।"

তেতিয়া মোৰ বিশ্বাস আছিল, মোক ল'ৰা মানুহ দেখি সি যেন ভাবুকি দিছে; কিন্তু আইৰ আগত ই কোন? তেওঁক দেখা মাত্ৰকে যেনেকি ডাঙৰ ভূত হওক লাগে, নপলাই নোৱাৰে।

মোৰ কথা শুনি আকৌ সেইদৰে বিকট আৱাও কৰি ভয়ঙ্কৰ হাঁহি হাঁহিলে; কলে, "মাতচোন বাৰু কাক মাত—মোৰ আগত থিয় হোৱা কাৰ সাধ্য? পৃথিৱীৰ আটাইবোৰ মানুহে মোৰ ভয়ত কঁপে, মই জানো কাৰবালৈ ভয় কৰোঁ? মই মন কৰিলে নিমিষতে গোটেই পৃথিৱী পুৰি ছাই কৰি পেলাব পাৰোঁ। পৃথিৱীৰ কুমেৰুৰপৰা সুমেৰুলৈকে ততালিকে কত বেলি ঘূৰি আহিব পাৰোঁ, তাৰ কি সীমা আছে? এনে মোৰ বিপৰীত শক্তি।"

মই কলোঁ, "এয়েহে তোমাৰ তেও ক্ষমতা। লোকৰ মাথোন অনিষ্ট কৰিব পাৰা, তাতে ইমান ফিতাহি। মই হলে এনে কথাত তোমাৰ একো বাহাদুৰি দেখা নাই। মই তোমাৰ নিচিনা বলী হোৱা হলে সৰু সৰু ল'ৰা-ছোৱালীবিলাকক তোমাৰ দৰে ভয় নেদেখুৱালোঁহেঁতেন, আৰু কাৰো অন্যায় কৰি নুফুৰিলোঁহেঁতেন।"

মোৰ কথা শুনা মাত্ৰকে ভূতে খং খাই ভয়ঙ্কৰ বিকট আৱাও কৰি গৰ্জ্জি উঠিল। সেই গাজনিতে মোৰ কাণ তাল মাৰি নুশুনা হ'লোঁ, চেতনা শক্তিও যেন লোপ পালে। তাৰ পিছত যেতিয়া চকু মেলিলোঁ, দেখিলোঁ, মই আইৰ কোমল কোলাত শুই আছোঁ। আয়ে মোক চকু মেলা দেখি কলে, "ভয় কৰিছা কেলেই অ' মোৰ সোণাই। মই দেখোন তোমাক বুকুৰ ভিতৰত সুমাই কোলাত লৈ আছোঁ।"

আইক দেখি মোৰ বুকুত সাহ হ'ল, ভয় সমূলি নাইকিয়া হ'ল। লাহে লাহে মই উঠি বহিলোঁ আৰু আদ্যোপান্ত সকলো ভাঙি কলোঁ। আয়ে শুনি কলে, "সেইবোৰ একো নহয়, ক'ৰ ভূত-পিশাচ আছে; যিহে বিজুলী বিজুলীয়াইছিল, তাত তোমাৰ ল'ৰা মানুহৰ ভয় লাগিবই নে, মোৰে ভয়ত গা কঁপি উঠিছিল।"

এই গ'ল ল'ৰাকালৰ কথা।

যেতিয়া ডাঙৰ-দীঘল হলোঁ, কলিকতাত বিজুলীৰ চাকি লগাই নগৰ পোহৰ কৰা দেখিলোঁ। অনেক বিষয়-সবাহে তাক দিহা কৰি নিয়াই লগায়। তাক ব্যৱহাৰ কৰোঁতা বিভগ এটা কোম্পানী আছে। এই বিজুলী-চাকি দুবিধ উপায়েৰে লগায়; এবিধক 'আৰ্কলেম্প' আৰু আন বিধক 'ইন্‌কেণ্ডেচেণ্ট লেম্প' বোলে। আৰ্কলেম্পত পেঞ্চিলডালৰ সমান দুডোখৰ 'কাৰবোন' মুখামুখিকৈ এডাল ওপৰপিনে এডাল তলপিনে মিলাই দিয়া থাকে। এই দুডোখৰ 'কাৰবোন'ৰ মাজত তড়িৎ চলাই দিলেই য'তে দুইডোখৰৰ মুখ লগ লাগে, তাতে দপ্‌ কৰে পোহৰ হৈ জ্বলি উঠে। লাহে লাহে কাৰবোন দুডুখৰি পুৰি গৈ থাকে। পুৰি গৈ মুখ বহল হলে নুমাই যায়। সেই নিমিত্তে আৰ্কলেম্পত ঘড়ীৰ কলৰ দৰে এটা স্প্ৰীং আছে; সেই স্প্ৰীংটোৱে কাৰবোন দুডোখৰৰ মুখখন বৰকৈ মুকলি হবলৈ নিদিয়ে। কাৰবোনডোখৰ পুৰি অন্ত হয় মানে ওপৰপিনৰ কাৰবোনডোখৰ ক্ৰমে তললৈ নামি গৈ থাকে। সেই গতিকে যিফেৰি আঁতৰ থাকিলে চাকি জ্বলি থাকে, সেইফেৰি আঁতৰ সততে ঠিক হৈ থাকে। ইন্‌কেণ্ডেচেণ্ট লেম্পত কাৰবোন নাই, ঘড়ীৰ দৰে কলো নাই। ইন্‌কেণ্ডেচেণ্ট লেম্পবোৰ কাঁচমাটিৰপৰা গঢ়ি লয়, কিন্তু গাৰ গঢ়টো মধুৰি-আমটোৰ নিচিনা; তাকে বুলি আকাৰত মধুৰি-আমতকৈ ডাঙৰো আছে, সৰুও আছে। এডাল 'প্লেটিনাম'ৰ সৰু তাঁৰ বেঁকাকৈ ঘূৰাই কাঁচৰ লেম্পটোৰ ভিতৰত সুমুৱাই, সেই তাঁৰ-ডালৰ মূৰ দুটা বাহিৰত এটা কাঁচৰ পাত্ৰত ভৰাই, বতাহখিনি উলিয়াই, মুখখন ভালকৈ আঁটি দিয়া হয়। এই প্লেটিনামৰ তাঁৰডাল তড়িতৰ দ্বাৰা জ্বলি উঠে, আৰু তাৰপৰা অতি বিতোপন পোহৰ উৎপন্ন হয়। আৰ্কলেম্পৰ পোহৰটো ইন্‌কেণ্ডেচেণ্ট লেম্পৰ পোহৰতকৈ যদিও বেছি, তথাপি ইন্‌কেণ্ডেচেণ্ট লেম্পৰ পোহৰটো ধুনীয়া, আৰু তাৰ ঝাৰবোৰ দেখিবলৈ শুৱলা। বিজুলী চাকি প্ৰায় দুটি উপায়েৰে তড়িতৰপৰা উৎপন্ন কৰা হয়—(১) বেটেৰিৰে, (২) ডাইনামো নামে কলেৰে। এই বিষয়ে ক্ৰমে তোমালোকে লিখা-পঢ়া শিকি ভালমতে জানিব পাৰিবাহঁক।

কলিকতাৰ ফোৰ্টউইলিয়মৰ সম্মুখতে বৰ ডাঙৰ চাপৰি এটা আছে। তাক 'কলিকতাৰ কিল্লাৰ ময়দান' বোলে। অইন ঠাইৰপৰা চাৰ্কাচ বা অইন কোনো খেল আহিলে তাতে থাকি দেখুৱাইছিল। সেই নাচ চাবলৈ ময়ো গৈছিলোঁ। তাত দুয়োবিধ বিজুলী-চাকিৰ আয়োজন কৰা দেখা গৈছিল। মই এটি ইন্‌কেণ্ডেচেণ্ট লেম্পৰ ঝাৰৰ তলতে বহি নাচ চাই আছিলোঁ। নাচো অতি পৰিপাটীৰূপে কৰা হৈছিল। পুতলা-বোৰ যেন একোটা সজীৱ ভাৱৰীয়া, মনত এনেহে ভাব হৈছিল। মাজতে

হঠাৎ লেম্পবোৰ এবাৰ নুমাই যোৱা যেন লাগিল। মই সেই লেম্প-টোৰ ফালে চাওঁতেই দেখিলোঁ, এটা বৰ বগা, গাটো খুহি খুহি যোৱা বৰ দুৰ্ব্বল হাড়-ছালেৰে জঁকাটো যেন মূৰ্ত্তিটো ঝাৰৰ ভিতৰৰপৰা ওলাই আহি আগতে থিয় হ'লহি। মোৰ চকুৰে চকুৰে পৰাত সেই জঁকা মূৰ্ত্তিটোৱে অতি ক্ষীণ মাতেৰে লাহে লাহে সেহাই সেহাই মোক সুধিলে, "মোক চিনিব পৰা নাইনে? কেনেকৈনো চিনিবি, এতিয়া মোৰ সেইদিন নাই, সেই চেহেৰাও নাই। এতিয়া তহঁতৰ হুকুমমতে খাটোঁতে খাটোঁতে গৈ মোৰ হাড়-ছালকেইডালিৰে জঁকাটোহে আছে। তোক যে মই সেই ল'ৰাকালতে ভয় দেখুৱাইছিলোঁ, মনত নাইনে? মই সেই বিদ্যুৎ।" তেনেতে মই কলোঁ, "আই ঐ দেহি! তোমাৰ দশা এনেহে হ'ল; তোমাক দেখি চিনিবকে নোৱাৰি! আজিও আকৌ মোক ভয় খুৱাব-লৈকে আহিছানেকি? হায়, হায়, তোমাৰনো কিয় এনে দশা হ'ল?"

মোৰ কথা শুনি সি ক্ষীণ হাঁহি এটি মাৰি কলে, "মোৰনো কিয় এনে দশা হ'ল, এতিয়া আকৌ সুধিছহে। তহঁতেই দেখোন মোৰ এনে দশা কৰিছ। মই মেঘৰ কোলাত, আকাশৰ ওপৰত ৰং মনেৰে উমলি ফুৰিছিলোঁ, তহঁতে ধৰি আনি বন্দী বাইছহি, তহঁতে কৰিব নোৱৰা টান কামবোৰ, পৰিশ্ৰমৰ কামবোৰ ইচ্ছামতে মোৰ হতুৱাই কৰাই লৈছ। ৰাতিপুৱাৰপৰা গধূলিলৈকে, আকৌ গধূলিৰপৰা ৰাতিপুৱালৈকে মোৰ এফেৰিও আহৰি নাই। ডাঙৰ ডাঙৰ চহৰবোৰত দিনে-ৰাতিয়ে ট্ৰেম গাড়ী টানি লৈ ফুৰিব লাগে। বিধে বিধে নানা তৰহৰ কল-কাৰখানা চলাব লগাত পৰিছোঁ; সন্ধ্যা হোৱা মাত্ৰকে ঘৰৰ কোঠায় কোঠায়, আলিয়ে-পদূলিয়ে, বাৰীয়ে-ফুলনিয়ে (বিয়ায়-সবাহে যে আছেই) চাকি লগাই পোহৰ কৰি থাকিব লাগে। ঠায়ে ঠায়ে মই ভাত ৰান্ধিব লগাও হৈছে। তোৰ মনত নাইনে? ময়ে নকৈছিলোঁ, পৃথিৱীৰ কুমেৰুৰপৰা সুমেৰুলৈকে চকুৰ পচাৰতে কেইবাবাৰো ঘূৰি আহিব পাৰোঁ। এতিয়া তাৰ চোটটোকা ভালকৈয়ে পাইছোঁ। ক'ত কোন ৯।১০ মাহৰ দূৰত আছে, তাৰ বাতৰি আনি দিব লাগে। য'ৰে-ত'ৰে বাতৰি আনিব লগা হলেই মোৰ গাত যোঁকোট নপৰাকৈ নেথাকে। লাগে পৰ্ব্বত-জঙ্ঘলৰ বাটেই হওক, লাগে বিশাল সমুদ্ৰ পাৰ হ'ব লগাই হওক, লাগে ধুমুহাই হওক বা বৰষুণেই হওক, দিনেই হওক বা ৰাতিয়েই হওক, মই পৰ্ব্বতৰ ওপৰেদি, হাবি বাটেদি, অগাধ সাগৰৰ পানীত বুৰ মাৰি গৈ সেই বাতৰি আনিব বা দিব লাগিবই লাগিব। পৃথিৱীৰ মানুহ মোৰ ভয়ত কঁপি আছিল। মোৰ তেজৰ প্ৰতাপত কোনো মানুহ আগত থিয় হ'ব নোৱাৰিছিল। এতিয়া মই আটাইবোৰ মানুহৰ বন্দী হৈ মৰিছোঁ। বেজাৰৰ কথা ক'ম কি? এতিয়া পানী-কেঁচুৱা ল'ৰায়ো মোলৈ ভয়

নকৰা হ'ল, অইনকি, এতিয়া সিহঁতে মোৰে ধেমালি কৰে। কেতিয়াবা যদি অসহ্য হৈ উঠে, যদি কাৰো ওপৰত খং উঠে, মই যদি ধৰিবলৈ যাওঁ, তেন্তে সি সব মাৰি গৈ এখন কাঁচৰ (Glass) ওপৰত উঠি থিয় হয়। মোৰ তাক একোটোকে কৰিবৰ ক্ষমতা নাইকিয়া হয়। ঠোঁট-মুখ চেলেকি মই টিলকা মাৰি সেইগিনেই ৰ' লাগোঁ। তহঁতে মোক আৰুনো ক'ত কি কামত লগাব, তাক এখোন কোনে জানে? তহঁতৰ বন্দী হৈ মোৰ প্ৰাণ যাব লগা হ'ল।"

পিছে মই কলোঁ, "তেন্তে এতিয়া তোমাৰ দুখৰ সীমা নাই। কিন্তু তোমাক এৰি দিলে যে তুমি নিজ মূৰ্ত্তি ধৰিবা। গছ-গছনি, ঘৰ-বাৰী, অইন সকলো বস্তুকে পুৰি ছাই কৰি পেলাবা, মানুহ-দুনুহবোৰো মাৰি সাং কৰিবা। অকণ অকণ ল'ৰা-ছোৱালীবোৰক ভয় খুৱাবা।" সি ক'লে, "তহঁতে যে মোক এৰি দিবি, এনে আশা নাই। যাৰ হতু-ৱাই বৰ টান কামবোৰ সহজে সম্পন্ন কৰাই লব, তেনে লোকক যে সতকাই এৰি দিবি, তালৈ তহঁত নিচেই অবুজন পানী-কেঁচুৱা নহয়। আৰু বাস্তৱতে কোনেও নেৰে। ভয় দেখুওৱাৰ কথা কৈছ কেলেই? তাহানিখন সৰুতে মই দেখোন তোক ভয় দেখুৱাইছিলোঁ, এতিয়া আকৌ তয়ে দেখোন মোক ভয় দেখুৱাইছ। মোক বন্দী বাইছ, বান্দৰ-ভালু-কৰ দৰে নচুৱাই ধেমালি কৰি ফুৰিছ। মই যি অহঙ্কাৰ কৰিছিলোঁ, তাৰ পোটক এতিয়া ভালকৈয়ে পালোঁ।" এই কথা কৈ সি যেন আকৌ ইন্‌কেণ্ডেচেণ্ট লেম্পটোৰ ঝাৰৰ ভিতৰত লুকাল। পুনৰ লেম্পটো দপ্‌কৈ জ্বলি উঠিল।

কলিকতাত এদিনাখন মই বন্ধু এজনৰ লগত ফুৰিবলৈ ওলাই গৈছিলোঁ। তেওঁ বিজ্ঞান বিদ্যা আলোচনা কৰিবলৈ বৰ ভাল পায়। মই প্ৰায় সততে তেওঁক বিজ্ঞান সম্বন্ধে অনেক প্ৰশ্নাদি কৰোঁ। সেই বাবে তেওঁ মোক বৰ ভাল পায়, আৰু থিবোৰ কথা সোধোঁ, তাক ভালকৈ বুজাই দিয়ে। সেইদিনা অলপমান দূৰ গৈয়ে এটা ৩ মহলীয়া পকী ঘৰৰ ওপৰত এভাল দীঘল লোৰৰ শলা মাটিৰেপৰা লগাই থোৱা দেখি মই তাৰ কাৰণ সুধিলোঁ। তেওঁ মোক ক'লে, "তোমাৰ মনে নো কি ধৰিছে?"

মই ভালেমান পৰলৈ ভাবি-চিন্তি একোকে থিৰাং কৰিব নোৱাৰি বিচুত্তি হ'লোঁ। অন্তত মনত ভাবিলোঁ যে, কোনো উৎসৱাদিৰ সময়ত ইয়াত নিচান আঁৰে। এতিয়া বেয়া হয় বুলি নিচানৰ ধুনীয়া ফুলবছা কাপোৰখন সোলোকাই থৈছে। কেতিয়াবা যদি আঁৰে, তেওঁক দেখুৱাই দিম। এই কথাকে ভাবি থাকোঁতেই তেওঁ মোক আকৌ মাত দিলে, "নোকোৱানো কেলেই হে?"

মই কলোঁ, "মোৰ হলে মনত অইন একো ভাব হোৱা নাই; কেৱল তাত উৎসৱাদিৰ সময়ত ঘৰ সজাবলৈ ৰঙীণ নিচান আঁৰে বুলি ভাবিছোঁ।" মোৰ কথা শুনা মাত্ৰকে তেওঁ খেল্‌খেল্‌কৈ হাঁহি পেলালে আৰু কলে, "তুমি কেনেকৈ বুজিবা ? এইটো নিচেই উজু কথা নহয়। বজ্ৰ-পাতৰ ভয়ত মানুহে তাক নিবাৰণ কৰিবৰ অৰ্থে সেই শলাডাল পুতিছে। এতেকে আটাইবোৰ ডাঙৰ ডাঙৰ ঘৰত এইদৰে একোডাল শলা পোতা দেখিবলৈ পাবা।" তেওঁ এইদৰে কোৱা শুনি মই বাস্তৱতে বিবুদ্ধি হলোঁ, এনে অদ্ভুত কথা আৰু আগেয়ে কেতিয়াও কাণত পৰা নাছিল। সঁচা নে মিছা ভালকৈ তত্ ধৰিব নোৱাৰিছিলোঁ। মনত ভাবিলোঁ, এওঁনো এই কথা কেনেকৈ শুনিলে ? বাৰু এই বিষয় তেওঁৰপৰা খৰচি মাৰি বুজি লম, আৰু কি পুথিত এই বিষয় লিখা আছে তাকো পঢ়ি চাম।

তেওঁৰ বহালৈ গৈ সোধাত তেওঁ এই শলাডালৰ বিষয় অতি সুন্দৰকৈ বুজাই দিয়েই নেৰিলে, সেই সম্বন্ধে জানিবৰ নিমিত্তে এখনি পুথিও মোক দিলে। পিছে, সেই পুথিখনি বেছকৈ পঢ়িলোঁ, আৰু য'ত যি বুজিব নোৱাৰিছিলোঁ, তাকো তেওঁৰপৰা ভালকৈ বুজি ললোঁ। সেই দিনাৰেপৰা শলাডালেৰে বিজুলী অইন ফাললৈ চলাই বজ্ৰাঘাত বা বজ্ৰপাত নিবাৰণ কৰা কথাটো অদ্ভুত যেন মনত নলগা হ'ল। সেই শলাডালকে 'লাইট্‌নিং কন্‌ডাক্টৰ' বুলি কয়। আমাৰ আসামত গৱৰ্ন-মেণ্টৰ যিবিলাক ডাঙৰ ডাঙৰ ঘৰ আছে, সেইবোৰতো 'লাইট্‌নিং কন্‌-ডাক্টৰ' একোডাল লগাই থৈছে। পিছে, মই চাওঁতে অনেক মানুহৰ এই শলাডাল সম্বন্ধে ভাব মোৰ আগৰ নিচিনা নিচান উৰুওৱা ভাবতে থাকিব পায়। কোনোৱে বা মূঠ কথাটো জানি মনে মনে ৰহি আছে। অইনে কেতিয়াবা সেই বিষয় সুধিলে বুজাই দিব নোৱাৰে। সেইবোৰ যিবা নহওক, আজি বোপাহঁত, এই বিষয়ে সংক্ষিপ্তকৈ তোমালোকক বুজাবলৈ চেষ্টা কৰিম।

তোমালোকে দেখিব পোৱা, বতৰটো ভাৱৰীয়া হ'লে, মেঘে গাজিলে প্ৰায়েই বিজুলীয়ায়। এই বিদ্যুৎ নানা কাৰণে আপোনা-আপুনি উৎপন্ন হয়। বিদ্যুৎ যে কেৱল মেঘত থাকে সেয়ে নহয়, পৃথিৱীৰ সকলো পদাৰ্থতে বিদ্যুৎ থাকিব পাৰে আৰু থাকে। বিদ্যুৎ থকা বাবে কোনো বস্তুৰ বাহিৰে আকাৰাদিৰ অকণো পৰিবৰ্ত্তন নহয়। সেইবাবে কোনো বস্তুৰ বাহিৰা আকাৰ দেখি তাত বিদ্যুৎ আছে নে নাই, হঠাৎ কোৱা বৰ টান। বিদ্যুৎ থাকিলে বস্তুটোৰ যদিও চেহেৰাৰ কোনো পৰিবৰ্ত্তন নঘটে, তথাপি তাৰ গম পোৱা যায়; কাৰণ তাত কেতবিলাক নতুন গুণ দেখিবলৈ পোৱা যায়। কোনো প্ৰকাৰে যদি কোনো এটা

বস্তু বিদ্যুৎযুক্ত হয়, তেন্তে তাৰ ওচৰত থকা আটাইবোৰ বস্তুতে বিদ্যুৎ জন্মে। এইটো বিদ্যুৎযুক্ত বস্তুৰ এটা প্ৰধান গুণ। এইদৰে ভিন্ ভিন্ বস্তুত বিদ্যুৎ সঞ্চিত হলে, এই বিদ্যুতৰ ভিতৰত আৰু এটা বিশেষ গুণ দেখা যায়। একে ঠাইত কোনো দুটি বস্তুৰ ভিতৰত বিদ্যুৎ উৎপন্ন হলে, সেই দুটি বস্তুৰ ভিতৰৰ বিজুলী পৰস্পৰে লগ লাগিবলৈ চেষ্টা কৰে, আৰু সেই লগ লাগিব খোজা আকৰ্ষণ যেতিয়া বেছি হয়, তেতিয়া দুয়োটি পদাৰ্থৰ ভিতৰত বিজুলী মিলি অদৃশ্য হয়। এই লগ লগাৰ পিছত সেই বস্তু দুটিৰ এটিত বিদ্যুতৰ চিন অকণো নেথাকে। কোনো দুডোখৰ মেঘতো এইদৰে বিদ্যুৎ উৎপন্ন হলে, সেই মেঘডোখৰৰ বিজুলীয়ে পৰস্পৰ মিল হবলৈ দুয়ো দুইকো আকৰ্ষণ কৰে। এই আকৰ্ষণৰ বল অধিক হলে, দুয়োডোখৰ মেঘৰ বিদ্যুৎ তাপ আৰু পোহৰ উৎপন্ন হৈ মিলি যায়। মেঘৰ ভিতৰত এই বিদ্যুৎ (বিজুলী) মিল হোৱাৰ সময়ত আমি আকাশত চিক্‌মিক্‌কৈ বিজুলীওৰা দেখিবলৈ পাওঁ। বিদ্যুৎ-যুক্ত বস্তুৰ আৰু এটি বিশেষ গুণ এই যে, যদি কিছুমান বেজীৰ নিচিনা সৰু সৰু মুখৰ কাঁইট থাকে, তেনেহলে তাত বিজুলী গোট খাব নোৱাৰে। সেই সৰু মুখবোৰেদি লাহে লাহে অলপ অলপকৈ অদৃশ্যভাৱে বিজুলী বাহিৰ হৈ যায়। সেই নিমিত্তে এনেকুৱা সৰু মুখৰ কিছুমান বেজী থকা কোনো বস্তু যদি বেছি পৰিমাণে বিদ্যুৎযুক্ত কোনো বস্তুৰ ওচৰত থাকে, তথাপি তাত কোনো প্ৰকাৰে বিজুলী মিলিবহি নোৱাৰে। আৰু সেই কাৰণেই দুটি বস্তুৰ বিদ্যুৎ মিল হলে যি তাপ আৰু পোহৰ হোৱাৰ কথা, সিও হবলৈ নেপায়।

আমি সাধাৰণতে যাক 'বজ্ৰপাত বা বজ্ৰাঘাত' বোলোঁ, কথা-টোনো কি তাক বুজা আৱশ্যক। দুডোখৰ মেঘৰ মাজত থকা বিজুলী মিলিবৰ কথা পূৰ্ব্বে কোৱা হৈছে। এডোখৰ মেঘৰ ভিতৰত বিজুলীৰে সৈতে আন এডোখৰ মেঘৰ ভিতৰত থকা বিজুলী মিলিলে, নাইবা মেঘৰ ভিতৰত থকা বিজুলীৰে সৈতে পৃথিৱীত থকা কোনো পদাৰ্থৰ বিজুলী মিল হলে, আমি তাকে চলিত কথাত বিজুলী মৰা বা বিজু-লীওৰা বোলোঁ, আৰু তাতে পোহৰ আৰু মহাশব্দ উৎপন্ন হয়। মেঘে মেঘে মিল (বজ্ৰাঘাত) হলে "গৰ্ গৰ্"কৈ ভালেমান পৰলৈকে শব্দ হোৱা শুনি, কিন্তু পৃথিৱীৰ কোনো পদাৰ্থৰ লগত বিদ্যুৎ (বজ্ৰপাত)-মিহলি হলে, "কৰ্ কৰ্ কৰাত্"কৈ বৰ তীব্ৰ আৰু ক্ষণস্থায়ী শব্দ হয়। মেঘ নহলে বজ্ৰপাত হব নোৱাৰে। কোনো এডোখৰ বিদ্যুৎপূৰ্ণ মেঘে আকাশত থাকি তাৰ ঠিক তলৰ মাটিত বা পৃথিৱীৰ অইন কোনো পদা-ৰ্থত বিজুলী উৎপন্ন কৰে। এই দুয়ো ঠাইৰ বিদ্যুৎ পৰস্পৰ মিল হবলৈ দুইকো দুয়ো আকৰ্ষণ কৰে। এই আকৰ্ষণ শক্তি বৰ প্ৰবল হলে,

আটাইবোৰ বাধা-বিঘ্ন অতিক্ৰম কৰি, দুয়ো বস্তুৰ বিদ্যুৎ বৰ পোহৰ আৰু তাপৰ সৈতে লগ লাগে, এয়ে বজ্ৰপাত।

আকাশত মেঘ হ'লে আমি মাথোন কেতিয়াবা কেতিয়াবা বিজুলীৰ পোহৰহে দেখিবলৈ পাওঁ। তাকো চিকমিক্কৈ, ছঁয়া-ময়াকৈ হে; কিন্তু শব্দৰ হ'লে একো গমকে নেপাওঁ। ইয়াৰ কাৰণ এই যে, যি সময়ত যি দুডোখৰ মেঘৰ বিজুলী আকাশত লগ লাগে, সেই দুডোখৰ মেঘ ইমান দূৰত থাকে যে, সেই মিলনৰ সময়ত যি প্ৰকাণ্ড শব্দ হয়, আমাৰ কাণত আহি নপৰেহি। আমি মাথোন পোহৰ বা বিজুলীওৰাহে দেখিবলৈ পাওঁ।

এতিয়া দেখা যাওক মাটিত শলা পুতিলেনো কেনেকৈ বজ্ৰপাত নিবাৰণ হয়। তোমালোকে যদি বোপাহ'ত, এই শলাডাল ভালকৈ পৰীক্ষা কৰা, তেন্তে দেখিবলৈ পাবা, তাৰ পৰিধি বা ঘেৰটো একে সমান নহয়; তলৰপৰা আৰম্ভ কৰি ই ক্ৰমে সৰু হৈ আহি, আগটোত প্ৰায় বেজীৰ নিচিনা জোঙা মুখখনি হৈ উঠিছেহি। আগেয়ে কৈ অহা হৈছে যে, এনে জোঙা মুখ থকা বস্তুত বিদ্যুৎ গোট খাব নোৱাৰে। বিজুলী উৎপন্ন হোৱা মাত্ৰকে জোঙা বাট পাই লাহে লাহে বাহিৰ হৈ যায়। বিজুলীশলাৰে (লাইট্‌নিং কন্‌ডাক্টৰৰ দ্বাৰা) তাৰ বিদ্যুৎ বাহিৰ হৈ যাবলৈ বাট দিয়া হয়। আকাশৰ বিদ্যুৎপূৰ্ণ মেঘে পাৰ্থিৱ বস্তুবিলাকত বিজুলী উৎপন্ন কৰা মাত্ৰকে সেই শলাডালেদি ওলাই যায়। তাত অলপমানো গোট খাবলৈ নেপায়। গতিকে দুই পদাৰ্থৰ বিজুলী মিলি যি বজ্ৰপাত হ'ব পাৰে, সেই আশঙ্কা সমূলি নোহোৱা হয়। হিচাব কৰি দেখা গৈছে যে, এই শলাডাল যদি ১০ হাত দীঘল হয়, তেন্তে তাৰ চাৰিওফালৰ প্ৰায় (৩১৪) তিনিশ চৌদ্দ বৰ্গ হাত ঠাইত কোনো মতে বজ্ৰপাত হ'ব নোৱাৰে।

আকৌ বহুত মানুহৰ মনত এনে বিশ্বাস আছে যে, বৰ দীঘল এডাল ধাতুময় শলা পুতিলে বজ্ৰপাতৰ ভয়ৰপৰা নিৰাপদে মুক্তি পাব পাৰি; কিন্তু এই বিশ্বাস প্ৰকৃততে বৰ ভুল। ৰীতিমতে পুতিব নেজানিলে ভয় নিবাৰণ দূৰৰ কথা, বৰং তাৰ দ্বাৰা মহা বিপদহে কাৰণ হৈ উঠে। ঘৰত বিজুলী-শলা লগাব লগীয়া হ'লে ঘৰটোৰ আটাইতকৈ ওখ ঠাইডোখৰৰ ওপৰত লগাব লাগে, আৰু তাৰ গুৰিডোখৰ জেকা মাটিৰ লগত সংলিপ্ত থাকিব লাগে। পুতিবৰ সময়ত এইবোৰ চাই-চিতি ব্যৱস্থামতে পুতিব লাগে। ইয়াৰ বাহিৰেও যদি ঘৰৰ ওপৰৰ চাল বা কোনো অংশ ধাতুনিৰ্ম্মিত থাকে, তেন্তে সেই বিজুলী শলাডালেৰে সেইবিলাক অতি সাৱধানে মেৰিয়াই বা গাত লগাই দি ওপৰলৈ তুলি আনিব লাগে। শলা লগাবৰ সময়ত এই নিয়মবোৰ পালিব নোৱাৰিলে মহা বিপদৰ সম্ভাৱনা।

মোৰ নিচিনা বিজুলী-শলা সম্বন্ধে যাৰ ভুল বিশ্বাস আছিল, আশাকৰোঁ এই প্ৰবন্ধ পঢ়ি সেই ভাব এতিয়া মনৰপৰা আঁতৰিব। এই বিজুলী সম্বন্ধে বহুত আচৰিত কথা আছে। মানুহে যিমান সভ্যতা-জখলাত উঠিছে, সিমান বিজ্ঞানৰ আলোচনা কৰিছে। উন্নতমনা মানুহ মাত্ৰকৰে কামনা হৈছে বিজ্ঞানৰ পোহৰেৰে মনৰ আন্ধাৰ গুচাই উন্নতি-বাটত আগবঢ়া। বৰ বেজাৰৰ কথা, আমাৰ ভাষাত পঢ়িবলগীয়া বিজ্ঞান সম্বন্ধীয় পুথি অতি বিৰল। কৃতবিদ্যসকলে ইংৰাজী পুথিৰপৰা অসমীয়ালৈ ভাঙি উলিয়ালে সৰ্ব্বসাধাৰণৰ যে বিশেষ উপকাৰ হ'ব, তাৰ এক ধনিষ্ঠামানো শঙ্কা নাই।

'ডাইনেমো' আৰু 'বেটাৰিৰে' বিদ্যুৎ উলিয়ায় বুলি আগেয়ে উনুকিওৱা হৈছে। এই যন্ত্ৰ দুটানো কি, তাক বহুতে নেজানিবও পাৰে। পিছে, এই যন্ত্ৰ দুটা নহলে বিদ্যুতেৰে কাম কৰাওক ছাৰি বিদ্যুতক দেখা পোৱাই অসম্ভৱ, অৰ্থাৎ বিদ্যুৎ উলিয়াব নোৱাৰে। এই দুটাই বিদ্যুৎ থকা ঘৰ। তাৰপৰা উলিয়াইহে কামত লগায়।

এদিনাখন ভাৱৰীয়া মই ফুৰিবলৈ গৈছিলোঁ। অকস্মাৎ বৰষুণ কণিয়াবলৈ ধৰিলে। মই ওচৰত ঘৰ এটা দেখি তাতে সোমাই বৰষুণত তিতাৰপৰা সাৰিবলৈ মন কৰিলোঁ। ঘৰৰ দুৱাৰ-মুখত থিয় হৈ দেখিলোঁ, ভিতৰৰ ফালে এজনী ৰূপহী গাভৰু ওৰণি-বাৰণি লৈ আমন-জিমনকৈ বহি আছে। মই ভিতৰ সোমাই যাবলৈ সাহ নকৰি তৰধ লাগি চাই থাকিলোঁ। মই চাই থকা দেখি লাহে লাহে কোমল মাতেৰে কলে, "তুমি ব-লাগি কি চাই আছা ?" মই বিচুৰ্তি হলোঁ। মাতটো আগৰ চিনাকি যেন ভাব হ'ল; কিন্তু গাভৰুক হলে মই সমূলি চিনি নেপাওঁ। মই কলোঁ, "তোমাকে চাই আছোঁ, চিনি পোৱা নাই, মাতটো হলে চিনি পোৱা যেন লাগিছে। তুমিনো কোন, চিনি পাব পাৰোঁনে ?" মোৰ কথা শুনি গাভৰুৱে খেল্‌খেল্‌কৈ হাঁহি পেলালে আৰু কবলৈ ধৰিলে, "এৰা, কেনেকৈনো চিনি পাবা ? কাৰো বাৰেওটি কাল একেদৰে নেযায়। আগেয়েও আছিলোঁ এক, এতিয়াও হলোঁ এক। মই এতিয়া লোকৰ হাতৰ পুতলা হলোঁ। এতিয়া লোকে যেনেকৈ নচুৱায়, সেই-দৰেই নাচিব লগা হৈছে। বহুৰূপীৰ দৰে মোক নানা তৰহৰ সাজ-পাৰ কৰি বান্দৰ-ভালুকৰ দৰে য'তে-ত'তে নচুৱাই লৈ ফুৰে। এতিয়া আকৌ তিৰোতাৰ সাজ পিন্ধাই ঘৰৰ ভিতৰত সুমুৱাই ওৰণি দি ঢাকি থৈছে; বিজুলী বুলি মাতে। মই তোমাৰ ডাহানিধনৰ সেই বিদ্যুৎ, এতিয়া চিনি পাজানে ?" এই কথা কৈ ওৰণিখন গুচাই দিলে, মই দেখি নিস্তাজ হলোঁ। মই মনত ভাবিলোঁ, বিদ্যুৎ আৰু বিজুলী একে, নামতহে পৃথক।

চুম্বকৰ ওচৰত ঘূৰণীয়াকৈ মেৰাই থোৱা তাঁৰ কিছুমান বেগেৰে ঘূৰাই থাকিলে বিদ্যুৎ উত্তৰ হয়। এই উপায়টো ডাইনেমো যন্ত্রটোত খুওত কৰি থৈছে। চুম্বকৰ গধুৰতা, তাঁৰৰ দীৰ্ঘতা আৰু ঘূৰণৰ বেগ, এই তিনটি ইচ্ছামতে যিমান বঢ়াব পাৰি, সিমান ডাইনেমো যন্ত্রটিৰপৰা শই শই ঘোঁৰাৰ শক্তি ওলাই আহিব।

ডাইনেমোৰ ওপৰত মেৰিয়াই থোৱা তাঁৰৰ চকৰিটো ঘূৰালেই বিজুলী উৎপন্ন হয়। পিছে সেই তাঁৰৰ চকৰিটো ঘূৰোৱা মুখৰ কথা নহয়। তাক বুজিবে সুচলকৈ ৰখা বাবে উজুতে ঘূৰাব পাৰি হয়; কিন্তু ঘূৰণৰ বেগৰ লগে লগে তাৰ নিটাল মাৰি থকা বলখিনি ইমান বাঢ়ি যায় যে, হাতেৰে ঘূৰোৱা নিলগতে থাওক, উপযুক্ত ভাপ-কল নহলে কোনোমতে লৰাব নোৱাৰি।

তাঁৰেদি এঠাইৰ বিজুলী আইন এঠাইলৈ অনা-নিয়া কৰিব পাৰি। ডাইনেমোৰ বিজুলী তাঁৰেদি দূৰলৈকো পঠিয়াব পৰা যায়। বিজুলী হলেই যে আমাৰ নাও বাব, গাড়ী টানিব, বিচনী মাৰিব আৰু আটা-গুড়ি পিহি দিবহি, এনে নহয়। বিজুলীক কোনো কামত লগাবলৈ হলে আৰু কেতবিলাক লগৰীয়া যন্ত্র লাগে। নহলে বিজুলীৰপৰা একো কাম ল'ব নোৱাৰি।

শক্তিবোৰৰ যেনেকৈ ইটোৰ লগত সিটোৰ সম্পৰ্ক আছে, সেই-দৰে শক্তি থকা যন্ত্রটোৰে সৈতে কাম কৰা যন্ত্রটোৰ সম্বন্ধ আছে। যেনেকৈ এটা শক্তি আইন এটা শক্তিত লগাব পাৰি, সেইদৰে শক্তি থকা যন্ত্রটোৰে কাম কৰা যন্ত্রটো, আকৌ কাম কৰা যন্ত্রটোৰে শক্তি থকা যন্ত্রটোৰ বল বঢ়াব পাৰি। ইয়াকে প্ৰত্যাবৰ্ত্তনীয় ক্ৰম ( Reversibility of engines ) বুলি কয়। আজি-কালি মানুহে বিজুলীৰ প্ৰত্যাবৰ্ত্তনীয় ক্ৰম প্ৰয়োগ কৰিবলৈ শিকিছে। সভ্য জগতত সম্প্ৰতি এয়েহে ঘাই বৈজ্ঞানিক সত্য বাহিৰ হৈছে। হওঁতে বিজুলীৰ শক্তি থাকিলেনো কি হ'ব, যেতিয়ালৈকে তাক আমাৰ কামত লগাব নোৱাৰোঁ, তেতিয়ালৈকে থকা-নথকা একে কথা। পোহৰ যিমান বেগেৰে যায়, তাতোকৈ ভালে-মান বেগেৰে যাব পৰা হেজাৰ ঘোঁৰাৰ বল থকা বিজুলীক এঠাইৰপৰা নি আইন এঠাইত কামত লগোৱা জানো উজু কথা? ডাইনেমোৰ তাঁৰৰ আধাৰিটো ঘূৰিলেই তাত বিজুলী উৎপন্ন হয়। আকৌ ডাইনেমোৰ তাঁৰৰ আধাৰিটোলৈ বিজুলী পঠিয়ালেই সেই আধাৰিটো ঘূৰিবলৈ ধৰে। আধাৰি ঘূৰিলেই বিজুলী ওলায়; বিজুলী ওলালেই আধাৰি ঘূৰে। ডাই-নেমোৰ প্ৰত্যাবৰ্ত্তনীয় ক্ৰমমতে ইয়াকে বিজুলী প্ৰয়োগ কৰা বোলে। ডাইনেমোৱে নিজেই বিজুলী উলিয়াওঁতে আকৌ ডাইনেমোৱেই বিজুলীৰ সহায়ত আইন যন্ত্র চলাওঁতা ( Motor ) হয়।

বস্তুৰপৰাহে বস্তু হয়, অবস্তুৰপৰা বস্তু হ'ব নোৱাৰে। যিটো নাই, সেইটো সৃষ্টি হোৱাই নাই। যিটো আছে, তাকেহে পায়। কেৱল ৰূপহে পৰিবৰ্ত্তন হয়। ডাইনেমোৰ শক্তি সৃজন নহয়, বিজুলীৰূপ ধৰি পৰিবৰ্ত্তন হোৱাৰ পূৰ্ব্বে সেই শক্তি অইনৰূপে থাকে। ডাইনেমোৰ বিজুলীয়েই আকৌ চলাওঁতা (Motor) হৈ যন্ত্ৰৰূপ ধৰে। প্ৰকৃতি-মাতৃৰ যিমানখিনি শক্তি, সিমান খিনিয়েই থাকে; কেৱল নানা তৰহৰ যন্ত্ৰৰে সৈতে মানুহে তাৰ ৰূপহে পৰিবৰ্ত্তন কৰে। ৰূপ পৰিবৰ্ত্তন কৰাইহে যন্ত্ৰৰ ঘাই উদ্দেশ্য।

এঠাইৰপৰা বিজুলী অইন এঠাইলৈ নিবলৈ একো আহকাল নাই; কেৱল কিছুমান তাঁৰ বহৱাই দিলেই বিজুলী যাবলৈ বাট ওলায়। সেই তাঁৰৰ ওপৰে বিজুলী গলেই ট্ৰেম আৰু ৰেলগাড়ী সহজে টানি নিব পাৰে। পিছে, নৈতনো জাহাজ চলিব কেনেকৈ? নৈৰ ভাঁজে ভাঁজে জাহাজ যাব লাগিব, সেই ভাঁজবোৰেদি খুঁৱাই-পকাই তাঁৰ লগাবলৈ বৰ অসুবিধা। এনেস্থলত সুকীয়া উপায় কৰা হয়। বিজুলীক ইচ্ছামতে বটলত ভৰাব পাৰি। আৰব্য উপন্যাসত তাহানিখন পঢ়িছিলোঁ, বীৰবে হেনো এটা কলহৰ ভিতৰত এটা মহাপৰাক্ৰান্ত দৈত্যক ভৰাইছিল। কিন্তু ভয়ত সেই কলহটোৰ মুখৰ সাঁফৰখন গুচাব নোৱাৰিছিল। এতিয়া মানুহে তাতোকৈ বেছি পৰাক্ৰমী বিজুলীক বটলত ভৰায়, আকৌ বটলৰ পৰা উলিয়ায়। পূৰ্ব্বে যি বিষয় উপন্যাস লিখাকৰ উৰণীয়া কল্পনাইহে চুকি পাইছিল, এতিয়া সেই বিষয় মানুহে কাৰ্য্যত লগাইছে। দেহি ঐ! মেঘৰ বুকৰ বহনা বিজুলী লাহৰীক মানুহে এতিয়া ধৰি আনি বটলত সুমুৱাইছে। ইন্দ্ৰ স্বৰ্গৰ ৰজা। তেওঁলৈ আটাইবোৰৰ ভয়। তেওঁৰ ইন্দ্ৰত্ব কিহত? তেওঁৰ ইন্দ্ৰত্বৰ ঘাই বল বজ্ৰ। তেওঁ মন কৰিলেই সেই বজ্ৰ নিক্ষেপ কৰিব পাৰে। এতিয়া মানুহে সেই বজ্ৰ আনি বটলত ভৰাই থৈছে। মন কৰিলেই তাক নিক্ষেপ কৰিব পাৰে। মানুহৰ জানো ইন্দ্ৰত্ব লাভ হোৱা নাই? যেয়ে-সেয়ে ডাইনেমোৰ কাৰখানাৰপৰা বিজুলী বটলত ভৰাই আনিব পাৰে। যিমান ইচ্ছা সিমান কাৰখানাৰ পৰা বিজুলী বটলত ভৰাই আনি থাকিব পাৰি। কিছুমান বটলত বিজুলী ভৰাই লৈ চলাওঁতা যন্ত্ৰৰ (Motor) সহায়ত জাহাজো চলাব পাৰি। হওঁতে য়ুৰোপত আজি-কালি কিমান যে ট্ৰেম আৰু সৰু সৰু জাহাজ বিজুলীৰে চলাইছে, তাৰ একো লেখ নাই। ভাপযন্ত্ৰেৰে চলোৱা জাহাজবোৰত ভাপযন্ত্ৰটোৰেই ভাল ঠাই আটাইখিনি জুৰি থাকে। দেখিলে ভাব হয় যেন সেই যন্ত্ৰটোৰ নিমিত্তেই গোটেইখন জাহাজ গঢ়িছে। যন্ত্ৰটোৰ ভাৰো অলপীয়া নহয়। কিন্তু বিজুলীৰে চলোৱা জাহাজত এইটো অসুবিধা সমুলি নেথাকে। বিজুলী ভৰোৱা বটলবিলাক যেই-

সেই এচুকত থলেই হয়। ভাপযন্ত্ৰই (Steam engines) বন্ধ কৰি ৰখাদি ই ঠাই বন্ধ কৰি নেৰাখে। তাৰ উপৰিও হোৰ্‌হোৰ্ হাৰ্‌হাৰ্ শব্দ, কঁপনি, ধোঁৱা আৰু জুইৰ তাপ, এইবোৰ আহুকালো নাই। ভাপ যন্ত্ৰৰ টাপ্‌টিপ্ জানিলেই যেয়ে-সেয়ে সহজে চলাব পাৰে, আৰু যন্ত্ৰটো ফুটাৰো সম্ভৱ অতি কম; কিন্তু বিজুলীক চলোৱা তেনে উজু নহয়।

হওঁতে ভীষণ শক্তিৰ লগত ধেমালি কৰিবলৈ গলে কিছু বিপদৰ আশঙ্কা নহৈ নেথাকে। তাকে বুলি প্ৰাণ নেযায়। বটলৰপৰা সৰহ পৰিমাণে বিজুলী এৰি দিলে ২।১ গছ তাঁৰ নষ্ট হ'ব পাৰে, আৰু বিজুলী চুকাই গলে কামৰো ব্যাঘাত হ'ব পাৰে। এইফেৰাৰ বাহিৰে বিশেষ অইন একো আহুকাল নাই।

এই বহুৰূপী বিদ্যুৎ সম্বন্ধে এই পৰিমিত ঘিমানবোৰ তত্ত্ব ওলাইছে, তাক থাউকতে উনুকিয়াই গলেও বৰ ডাঙৰ এখন পুথি নহৈ নেথাকিব। এই ঠাইত নিচেই চমুকৈ এটিমান আঙুলিয়াই দিবৰ মন কৰিছোঁ।

যাওঁতে বাটত কোনোমতে যদি বিজুলীৰ গতিত এফেৰামান হকা-বাধা পৰে, তেন্তে বৰ বল প্ৰকাশ কৰে। সেই বল প্ৰকাশ কৰোঁতেই বিজুলীয়ে তাপ ৰূপ ধাৰণ কৰে।* (অসম্পূৰ্ণ)

---

*'আলোচনী'ত প্ৰকাশিত।

# ভূতৰ খেলা

হিন্দুৰে ভূত-পিশাচ, দৈত্য-দানৱ সকলোকে দেৱতা বুলি মনা এটা প্ৰবাদ আছে। এইবোৰ দেৱতা বুলি মানে-নেমানে, মই কব নোৱাৰোঁ। কিন্তু পঞ্চদেৱতাক হলে হিন্দুমাত্ৰকেই পূজা কৰে। হিন্দুৰে পঞ্চদেৱতাক পূজা নকৰাকৈ কোনো কামকে নকৰে। দকৈ গমি চালে বহিয়াকৈ বুজা যায়, এই পঞ্চদেৱতাক পূজা আটাইবোৰ মানুহে কৰে, অইন কি, প্ৰাণীমাত্ৰকে নকৰি নোৱাৰে। পঞ্চদেৱতাক পূজা কৰিলে মানুহ দেৱতা হয়। এই পঞ্চদেৱতাৰ অধিষ্ঠাত্ৰী এজনা মহাদেৱী আছে। সেই মহাদেৱীয়ে এই পঞ্চদেৱতাক যেনেকৈ চলাইছে, সেইদৰে অহোৰাত্ৰ চলি আছে। দেৱীয়ে আওকাণ কৰিলে প্ৰাণীবিলাক পঞ্চত্ব পায়, অৰ্থাৎ মৰে।

এই পঞ্চদেৱতাকে পঞ্চভূত বুলিব পাৰি। তেওঁবিলাকৰ নাম মাটি, পানী, বায়ু, জুই আৰু আকাশ। এই পঞ্চভূতৰ যথাৱৎ ব্যৱহাৰ কৰাকে পূজা বোলা হয়। পূৰ্ব্বে এই পঞ্চভূতৰ বা দেৱতাৰ নাম শুনিছিলোঁ, কিন্তু চিনি পোৱা নাছিলোঁ। এই পঞ্চভূতৰ ফান্দত পৰিলে ব্ৰহ্মাৰো নিস্তাৰ নাই।

এতিয়া বহুত লোকে পানী-চিকিৎসা, মাটি-চিকিৎসা, বায়ু-চিকিৎসা, তাপ-চিকিৎসা আৰু আকাশ-চিকিৎসা নাম দি অনেক পুথি লিখিছে। অনেকে আটাইবোৰ চিকিৎসা মিলাই প্ৰাকৃতিক চিকিৎসা (Nature Cure) নাম দি ডাঙৰ ডাঙৰ গ্ৰন্থ প্ৰকাশ কৰিছে। এই প্ৰাকৃতিক চিকিৎসাৰ গ্ৰন্থ পঢ়িলে, এই পঞ্চভূতৰ খেলা সুন্দৰকৈ বুজিব পাৰি। পঞ্চভূতৰ খেলাৰ লগে লগে আমাৰ, আমাৰ কি জীৱমাত্ৰৰে, জীৱনৰ অন্ত পৰে। পঞ্চভূতৰ খেলখন নুবুজিলে স্বাস্থ্য সম্বন্ধে একো জ্ঞান নহয়। স্বাস্থ্য বিষয়ে জ্ঞান পাবলৈ হলে, আগেয়ে পঞ্চভূতক জানিব লাগিব। পঞ্চভূতক চিনি সিহঁতৰ যথাৱৎ ব্যৱহাৰ অৰ্থাৎ পূজা কৰিলেহে স্বাস্থ্য অটুট থাকিব। যাৰ স্বাস্থ্য ভাল থাকে সেয়ে সুখী, আৰু তেওঁৰে আত্মা পৱিত্ৰ। পৱিত্ৰ আত্মাই দেৱতা।

কণীয়া বজাতকৈ নিৰোগী হজুৰা লক্ষগুণে সুখী। আজি-কালি সভ্যতাৰ নামত ভালেমান আপদীয়া ৰোগ সৃষ্টি হৈছে। বিলা-সিতাই বেমাৰৰ খনি। যি জাতি যিমান বিলাসী, সেই জাতি সিমান বেমাৰী। স্বাস্থ্য অটুট ৰাখিবলৈ হলে, বিলাসিতা একেবাৰে পৰিত্যাগ কৰিব লাগে। তাৰ লগে লগে কিছু শ্ৰম কৰিব লাগে। শ্ৰমী লোকৰ

স্বাস্থ্য ভগন নহয়। গতিকে সকলোৱে কম-বেছি কিছু কিছু শ্ৰম কৰা নিতান্ত যুগুত।

মহাত্মা গান্ধীজীয়ে সকলোৰে উপকাৰৰ অৰ্থে স্বাস্থ্য সম্বন্ধে এখনি অতি বিতোপন পুথি লিখিছে। তাকে 'গাইড টু হেল্‌থ' নাম দি ইংৰাজীলৈ ভাবান্তৰ কৰিছে। তাত বিনা দৰবে ৰোগ প্ৰতিকাৰৰ দিহা দিছে।

মহাত্মাজীৰ পুথি পঢ়ি, এই পঞ্চভূতৰ বা দেৱতাৰ খেলাখন দেখি, প্ৰাকৃতিক চিকিৎসাৰ বহুত গ্ৰন্থ আনি পঢ়া হয়। পঢ়ি বেছ বুজা গ'ল— বিনা দৰবে, কেৱল পঞ্চভূতৰ সহায়তে সকলো নৰিয়া বাক কৰিব পৰা যায়। দৰবে মানুহৰ ৰোগ গুচাব নোৱাৰে, ঢাকিহে থয়। কেতিয়াবা দৰবে বিহ হৈ মানুহৰ মৃত্যুহে ঘটায়। অসংখ্য নামজ্বলা ডাঙৰ ডাঙৰ ডাক্তৰে এই বিষয়ে খোলোচা মতামত প্ৰকাশ কৰিছে।

মহাত্মাজীৰ স্বাস্থ্যৰক্ষা পুথিখনৰ ভাঙনি অনেক ভাষালৈ হৈছে, কিন্তু বৰ বেজাৰৰ কথা, আমাৰ ভাষালৈ এই পৰিমিত হোৱা নাই। এই পুথিখনি ল'ৰা-বুঢ়া, মতা-মাইকী সকলোৱে পঢ়া উচিত। ঘাইকৈ ছাত্ৰসকলৰ নিমিত্তে বৰ লাগতিয়াল। এই পুথিৰ উপদেশ মতে চলিলে মানুহ দেৱতা হয়। এই পুথিৰ দিহামতে সকলো বেমাৰ ততালিকে উকৰাই দিব পাৰি। তাৰ ফল হাতে হাতে পায়। মহাত্মাজী এই পঞ্চদেৱতাৰ বৰ পূজাৰী, অথবা পঞ্চভূতৰ খেলোৱাৰ।

আমাৰ শাস্ত্ৰত শৰীৰটোক পাঞ্চভৌতিক দেহ বুলি কয়। দেহ মানে আতমা থকা ঘৰ বা সজা। ঘৰ অযোগ্য হ'লে আতমা থাকিব নোৱাৰে। আতমা গুচি গলে মৰণ। নানাৰূপে ময়লা গোট খাই এই ঘৰটো অপৰিষ্কাৰ হয়। প্ৰকৃতি-মাতৃয়ে সততে পৰিষ্কাৰ কৰি থাকে। ভিতৰৰপৰা ময়লাবোৰ বাজ কৰিলেই, বাহিৰ গাত নানাবিধ ৰোগ দেখা দিয়ে। সেইবোৰ সুস্থ কৰিবলৈ মাতৃয়ে যত্ন কৰোঁতেই আমি তাত হেঙাৰ দি বাধা জন্মাওঁ, অৰ্থাৎ দৰৱ-জাতি ব্যৱহাৰ কৰি ময়লাবোৰ ঢাকি থওঁ। ভাললৈ চাওঁতে বেয়া হৈ উঠে।

আমাৰ পেটেই আটাইবোৰ ৰোগৰ মোনা। সেই মোনাৰেপৰা গোটেই গালৈ বেমাৰ বিয়পি পৰে। মোনাত ময়লা গোট নেখালে বেমাৰ হ'ব নোৱাৰে। মোনাৰ ভিতৰৰপৰা বহুৰূপীৰ দৰে বেমাৰবোৰে নানা ৰূপ ধৰি দেখা দিয়ে। যেনে:—ভেদ, বমি, জ্বৰ, কাহ, হাগনি, মুতনি, বাতবিষ ইত্যাদি ইত্যাদি। ইয়াৰ বাজেও কিছুমান হঠাৎ হোৱা ৰোগ আছে। যেনে:—হাড় ভগা, পানীত পৰা, জুইয়ে পোৰা, সাপে খোৱা ইত্যাদি। মানুহৰ গাত নানা তৰহৰ আসোঁৱাহ সততে লাগি থাকে। তদুপৰি কাম-ক্ৰোধাদি ইন্দ্ৰিয় বিকাৰ। কিন্তু জগত-জননী পতিত-পাৱনী পুত্ৰ-বৎসলা প্ৰকৃতি-মাতৃয়ে শৰীৰৰ ৰোগ গুচাই সুস্থ

কৰিবলৈ সততে যত্নৰ অলপো ত্ৰুটী কৰা নাই। উঃ! আমি কি মূৰ্খ, কি অবুজন, তেওঁক শুভ কৰ্ম্মত বাধা দিওঁ। যেতিয়া মাতৃয়ে তেওঁৰ কামত ঘনেপতি বাধা পাই কৰিবলৈ অসমৰ্থ হয়, আমাৰ জীৱনী-শক্তি তেতিয়া স্থগিত হয়, হৃদয়ৰ ক্ৰিয়া বন্ধ হয়; জীৱন-লীলা অন্ত পৰে, তেওঁ মহাকালী হৈ কোলাত তুলি লয়, আমি চিৰ নিদ্ৰাত জনমলৈ সাৰ নেপাই টোপনি যাওঁ। পঞ্চভূত পঞ্চভূতত লয় পায়।

এই শৰীৰটো বিতোপন দেৱ-মন্দিৰ। তাক বিচিত্ৰ কৌশলেৰে সুগুপ্ত কৰিছে। ইয়াত পৰম দেৱতা, পৰম আত্মা বাস কৰে। স্বাস্থ্য-ধন অমূল্য বস্তু, দেৱ-দুৰ্লভ অমৃত সেই মন্দিৰত গুপ্তভাৱে থাকে। তাক ৰোগৰূপী অসুৰে হৰণ কৰিবলৈ সততে চেষ্টা কৰে। যেতিয়ালৈ মন্দিৰত সোমাবলৈ চেলু বা বাট নেপায়, কোনো আহুকাল নাই। অসুৰ সোমালেই বিপদ। প্ৰকৃতি-মাতৃয়ে এই মন্দিৰ বা দুৰ্গটি দহ হাতে দশো-দিকে দুৰ্গা ৰূপ ধৰি ৰক্ষা কৰি আছে।

পেটত ময়লা গোট খালেই অসুৰৰ বাট বা চেলু ওলায়। প্ৰকৃতি-মাতৃয়ে এই ময়লা উলিয়াই পেলালেই অসুৰ পলাই যায়। সদায় অসুৰে মাতৃৰ ভয়ত পলাই ফুৰে। আমি যদি মাতৃক কৰ্ত্তব্য কৰ্ম্মত ব্যাঘাত জন্মাওঁ, অৰ্থাৎ তেওঁক ময়লা গুচাওঁতে জাবৰ-জোঁথৰ দি ঢাকি থওঁ, জাবৰ-জোঁথৰ মানে দৰৱ-জাতি ব্যৱহাৰ কৰোঁ, তেন্তে ৰোগ-ৰূপী অসুৰে মন্দিৰৰ ভিতৰত নিগাজীকৈ ঠাই লয়। জগদম্বা মাতৃৰ লগত যুদ্ধ লাগি থাকে।

প্ৰাকৃতিক চিকিৎসাই দৰৱৰ ওপৰত সমূলি নিৰ্ভৰ নকৰি, কেৱল পঞ্চভূতৰ দ্বাৰা শৰীৰ সুস্থ ৰখাৰ উপায় কৰিছে। পঞ্চভূতৰ শৰীৰ পঞ্চভূতেৰেই ৰাতিবলৈ দিহা দিছে। তাৰ বাজে অইন কোনো ঔষধ নাই।*

---

* 'আসাম হিতৈষী'ত প্ৰকাশিত এই দীঘলীয়া প্ৰবন্ধটোৰ বাকী অংশৰ কথাখিনি 'প্ৰাকৃতিক চিকিৎসা'ৰ দুয়োটা খণ্ডৰ বিভিন্ন প্ৰসংগত প্ৰকাশ পাইছে।

—সম্পাদক, ম, ৰ. ৰচনাৱলী।

# অষ্ট্ৰিয়াৰ নাৰীসঙ্ঘ

[ মাদাম ট্ৰুচ্. ভাইচ্. ভিন্‌টাৰ নিটক্‌চ্., চাৰ্লচ্‌বুৰ্গ ]

অষ্ট্ৰিয়াৰ সঙ্ঘবদ্ধ নাৰীসকলৰ যত্নৰ গুৰিতে বহুত কাৰণ আছে, আৰ্থিক আৰু সামাজিক কাৰণেই তাৰ ভিতৰত ঘাই। ৰাজনৈতিক ক্ষেত্ৰত অষ্ট্ৰিয়াৰ পুৰুষসকলে নিজৰ অধিকাৰ বিস্তাৰ কৰিবলৈ যেনেকৈ চেষ্টা কৰিছিল, তিৰোতাসকলেও সেইদৰে সিবিলাকৰ ক্ষমতা বৃদ্ধি কৰিবলৈ আগ নেবাঢ়ি এৰা নাই। চোচিয়ালিষ্ট দলে নাৰীৰ সমান অধিকাৰত বিশ্বাস কৰে, আৰু তেওঁবিলাকেই ঘাইকৈ নাৰীৰ এই আত্মপ্ৰসাৰত সহায় কৰিছে। এই চোচিয়ালিষ্ট দলৰ লগত কেথলিক সংঘৰ ভিতৰি যোগ আছে; কাযেই ধৰ্ম্ম সমাজৰপৰা অষ্ট্ৰিয়াৰ নাৰী সংঘই একো বাধা পোৱা নাই। বৰং ডাঙৰ ডাঙৰ নাৰী-প্ৰতিষ্ঠানবোৰে ধৰ্ম্মসংঘৰ তত্ত্বাৱধানতে কাম কৰিব লাগিছে। মহাযুদ্ধৰ পিছত যি বিপ্লৱত বিনা ৰক্তপাতে অষ্ট্ৰিয়াৰ সাধাৰণতন্ত্ৰ প্ৰতিষ্ঠা হ'ল, তাত তিৰোতাবোৰে ভোট আৰু পালিমেণ্টত নিৰ্ব্বাচিত হবৰ অধিকাৰ লাভ কৰিলে। পালিমেণ্টত এতিয়া বহুত নাৰী সদস্যা আছে।

মহিলাসকলে পুৰুষৰ দৰে সকলো ৰকম চাকৰি, ব্যৱসায় আৰু শিক্ষা লাভ কৰিব পাৰিছে। চিকিৎসা, আইন ব্যৱসায়, বিশ্ববিদ্যালয়ৰ আৰু সাধাৰণ শিক্ষালয়ৰ অধ্যাপনা আদি আটাইবোৰতে মহিলাসকলে কাম কৰিছে। স্বাস্থ্য, দৰিদ্ৰসেৱা আৰু অসহায় শিশু আৰু মাকহঁতৰ সাহায্যৰ অৰ্থে চৰ্কাৰী যিবোৰ বিভাগ আছে, সেই আটাইবোৰ প্ৰায় মহিলাসকলেই চলাইছে। বুটলি অনা ল'ৰাবোৰৰ আশ্ৰম পৰিচালন, আৰু সমিতিৰ সাহায্যত নিজৰ আপোন মানুহে এৰি দিয়া অসহায় ল'ৰা-ছোৱালীবোৰৰ পোহপাল দিয়াৰ ভাৰো তেওঁলোকৰ।

কিন্তু কিছুমান বিষয়ত বিভিন্ন সম্প্ৰদায়ৰ ভিতৰত মতভেদ থকাত এই প্ৰতিষ্ঠানবোৰে যথাৰ্থ মতে উন্নতি কৰিব পৰা নাই। দৃষ্টান্ত স্বৰূপে কব পাৰি যে, কেথলিক সম্প্ৰদায়ে বিবাহ-বন্ধন-চ্ছেদত বিশ্বাস নকৰে; অথচ বৰ্ত্তমান সমাজৰ এনে অৱস্থা হৈছে যে অনেক ঠাইত মাক আৰু সন্তানৰ কল্যাণৰ নিমিত্তে এইটো বৰ লাগতিয়াল হৈ উঠিছে।

শান্তিবাদীসকলৰ ( Pacifist ) প্ৰতি এতিয়াও সাধাৰণৰ মন বিৰুদ্ধ ভাৱত আছে। গৱৰ্ণমেণ্ট অৱশ্যে পাকত পৰি শান্তিবাদী; কাৰণ, সৈন্যদল বুলিবলৈ ইয়াত তেনে একো নাই; তাৰ বাহিৰেও আমেৰিকাৰ

'ক্রু ক্লু ক্লানৰ' নিচিনা উৎকট ন্যাচন্যালিষ্ট দলে অষ্ট্রিয়াত বিশেষ পুতৌ নেপায়। সেইবাবে শান্তিবাদী দলৰ প্ৰভাৱে বেগতে বিস্তাৰ লাভ কৰিব বুলি আশা কৰা হৈছিল; কিন্তু কামত হৈ নুঠিল। শান্তি আৰু স্বাধীনতা বিস্তাৰৰ নিমিত্তে যি আন্তৰ্জাতিক নাৰীসংঘই (The International League of Women for Peace and Liberty) সকলো ঠাইতে কাম কৰিছে, তাৰ প্ৰভাৱ অষ্ট্রিয়াৰ চহৰে চহৰে কিছু পৰিমাণে অনুভৱ হলেও মফচলত সোমাব পৰা নাই।

যিসকল নাৰীয়ে যোৱা দহ বছৰৰপৰা নাৰী-প্ৰচেষ্টাৰ অধিনেত্ৰীৰূপে কাম কৰিছে, সিহঁতৰ ভিতৰত অষ্ট্রিয়াৰ ৰিপাব্লিকৰ প্ৰেছিডেণ্টৰ ৮০ বছৰীয়া মাক মাদাম মাৰিয়ান্ হাইনিছো এগৰাকী। মাদাম ফ্ৰুৎৰসে মহিলাসকলৰ ভোটৰ নিমিত্তে বহুত শ্ৰম কৰিছিল। মাদাম চোয়াজে´ বিশ্ববিদ্যালয়ত নাৰীৰ প্ৰতিষ্ঠা বিষয়ে কাম কৰিছিল; কুমাৰী ক্লেড্‌বন হজুৰা কুলীবোৰৰ সন্তোষ বিতৰণ আৰু শিক্ষাদান কাৰ্য্য, আৰু দুখীয়া মানুহ আৰু দুখীয়া ল'ৰাবোৰৰ সামাজিক উন্নতি বিধানত নিযুক্ত আছে।

অষ্ট্রিয়াৰ মুনিহ-তিৰোতাৰ মাজত ৰাষ্ট্ৰীয় সাম্য প্ৰতিষ্ঠিত হৈছে। অধিকাংশ তিৰোতাই বাহিৰৰ যেই-সেই এটা অৰ্থকৰী বৃত্তিত নিযুক্ত আছে। বয়সিয়াল বিয়া নোহোৱা ছোৱালীবোৰে মাক-বাপেকৰ ওপৰত আৰ্থিক হিচাপে নিৰ্ভৰ কৰা প্ৰায় দেখা নেযায়। তিৰোতাবোৰৰ দৰ্ম্মহা অৱশ্যে মুনিহতকৈ কিছু তাকৰ। কোনো কোনো কামত অবিবাহিতা ছোৱালীবোৰকে মানুহে বেছি পচন্দ কৰে। গিৰিয়েক মৰাৰ পিছত বিধৱা তিৰোতাই সন্তানবোৰৰ অভিভাৱিকা হ'ব পাৰে। আদালততো তিৰোতা জুৰী হোৱাৰ অধিকাৰ আছে। যি তিৰোতা সমাজৰ কোনো কল্যাণ-চেষ্টাত ব্ৰতী থাকে, তেওঁ অবিবাহিতা, বিয়াৰ বান্ধোন এৰা, এনেকি সন্তানবতী কুমাৰী হলেও সমাজে তেওঁক কোনো প্ৰকাৰে কোনো কথাত নিগ্ৰহ নকৰে।

তথাপি যে অষ্ট্রিয়াৰ তিৰোতাই জাতীয় জীৱনত আশানুৰূপ প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই, তাৰ এটা গুৰুতৰ কাৰণ আছে। গত মহাযুদ্ধৰ ফলত অষ্ট্রিয়াদেশ বিশেষৰূপে নিপীড়িত হৈছে; আৰু বিশেষকৈ তাত যুদ্ধ-দানৱে তিৰোতাসকলক আৰ্থিক অনাটন, ঘৰুৱা দুখ-লাঞ্ছনাৰে একেবাৰে মৰাৰ নিচিনা কৰিলে। যুদ্ধৰ এই শোকাবহ পৰিণাম জয় কৰি আৰ্থিক আৰু পাৰিবাৰিক [অৱস্থাৰ] ওপৰত উঠি আদৰ্শ জীৱন নিৰ্ব্বাহ কৰিবলৈ যি মহাশক্তি আৰু উৎসাহ থকা আৱশ্যক, তিৰোতাসকলে এই পৰিমিত তাক সংগ্ৰহ কৰিব পৰা নাই। সেই হেতুকে জাতীয় জীৱনত তেওঁলোকৰ প্ৰতিষ্ঠাৰ ভেঁটি এতিয়াও তেনে দৃঢ় হোৱা নাই।

আমি দ্বাইকে সাহিত্যক্ষেত্ৰৰ ৰচনা আৰু অনুবাদাদিৰ কামতে লাগি থাকোঁ। তিৰোতাৰ ভোট-সংগ্ৰামৰ লগত আমাৰ সাক্ষাৎ সম্বন্ধ বিশেষ একো নাছিল ; কিন্তু তিৰোতাৰ সামাজিক হিতসাধন বিষয়ত ১৯১৫ চনৰেপৰা নিযুক্ত আছিলোঁ। ১৯১৭ চনৰপৰা ১৯১৯ চনলৈকে ইয়াৰ ভিতৰত অষ্ট্ৰিয়াৰ শত্ৰুদেশীয় নাৰী-প্ৰতিষ্ঠানবোৰক লগ লগাই ব্যাৰ্ণ আৰু জুৰিকত যি আন্তৰ্জাতিক নাৰীসংঘৰ অধিষ্ঠান হৈছিল, তাত আমি শান্তি-প্ৰতিষ্ঠাৰ নিমিত্তে কাম কৰিছিলোঁ, আৰু যুদ্ধৰ ফলত যি লক্ষ লক্ষ শিশু অনাথ হৈছিল, সিহঁতৰ পোহপালৰ নিমিত্তে প্ৰতিষ্ঠিত নিখিল ইউৰোপীয় নাৰী-সংঘৰ সেৱিকা আছিলোঁ। আমাৰ ভাৰতীয় যিসকল বাই-ভনীয়ে শান্তি, মৈত্ৰী আৰু স্বাধীনতা প্ৰতিষ্ঠাৰ কামত জীৱন উৎসৰ্গা কৰি সংগ্ৰামত প্ৰবৃত্ত হৈছে, তেওঁলোকলৈ আমাৰ আন্তৰিক শ্ৰদ্ধা, প্ৰীতি আৰু সহানুভূতি নিবেদন কৰিছোঁ।*

* এই অনূদিত প্ৰবন্ধটো 'আসাম হিতৈষী'ত প্ৰকাশিত।

000

# ৰাগিয়াল বস্তু এৰণ

আমেৰিকাৰ দৰে স্কটলণ্ড দেশতো বহুত ঠাইত আইন কৰি মদ খোৱা নিষিদ্ধ কৰিছে। স্কটলণ্ডত যি আইন তৈয়াৰ হৈছে, তাক লোক্যাল অপ্‌সন্ স্কীম্ আইন বোলে, অৰ্থাৎ যি জিলাৰ সৰহ মানুহ ৰাগিয়াল বস্তু এৰণৰ পক্ষপাতী, সেই জিলাৰ কৰ্তৃপক্ষক ৰাগিয়াল দ্ৰব্য বেচিবলৈ লাইচেন্স বন্ধ কৰি দিবৰ ক্ষমতা দিয়া হৈছে। তাৰপৰা হোৱা সেই জিলাৰ ফল কেইবছৰমানৰ আবকাৰী হিচাপত প্ৰকাশ পাইছে। হেটলেণ্ড দ্বীপৰ লাৰৱিক নামে ঠাইত যেতিয়া আইন কঠোৰ অৰ্থাৎ টান আছিল, তাৰ শেষ তিনি বছৰৰ গড় হিচাপে বছৰত ১৫৪ এশ চৌৱন্নজন মানুহ মতলীয়া অপৰাধত ধৰা হৈছিল। কিন্তু যেতিয়াৰ-পৰা আইন কৰি ৰাগিয়াল বস্তুৰ লাইচেন্স দিয়া বিষয়ে কঠোৰতা অৱলম্বন কৰা হৈছে, তেতিয়াৰপৰা প্ৰথম ৩ তিনি বছৰত ধৰা অপৰাধীৰ সংখ্যা গড় হিচাপে বছৰি কেৱল ২২ বাইশজন হৈছে। ডাম্বৰটন্‌স্যায়াৰ অঞ্চলৰ কাৰ্কিন্‌টিলক গাঁওত ১৯২১ খ্ৰীষ্টাব্দত ৰাগিয়াল বস্তুৰ লাইচেন্স দিয়া বন্ধ কৰি দিছে। তাৰ ফলত সেই গাঁওত প্ৰথম বছৰ হাজাৰ-কৰা ১৩৬ টি, আৰু পিছ বছৰ অৰ্থাৎ ১৯২২ খ্ৰীষ্টাব্দত ৮৬ টি শিশু মৰিছিল। ১৯১৪ খ্ৰীষ্টাব্দত ৪৩ হাজাৰ গ্যেলন মাত্ৰ গাখীৰ বিক্ৰয় হৈছিল। ১৯২২ খ্ৰীষ্টাব্দত ১ লাখ ৫৩ হাজাৰ গ্যেলন বিক্ৰী হৈছে। ১৯২১ খ্ৰীষ্টাব্দত মিউচিপেল ছেভিংছ বেঙ্কত ১০ হাজাৰ ২শ ৮১ পাউণ্ড, ১৯২৪ খ্ৰীষ্টাব্দত ২২ হাজাৰ ৮শ ৫৬ পাউণ্ড জমা হৈছে। পৰন্তু ১৯২২-২৩-২৪ এই বছৰ মতলীয়া অপৰাধীৰ নিমিত্তে এজন লোকে মাথোন দণ্ড পাইছিল। ইয়াৰপৰা মনত কি ভাব হয়? যদি আইন কৰি ৰাগিয়াল বস্তু এৰণৰ চেষ্টা কৰা হয়, তেন্তে শুভ ফল নধৰিবনে?

আমাৰ দেশৰ আবকাৰীৰ আয়ৰ এনে মোহ যে, গৱৰ্ণমেণ্টে লোক-হিতৰ নিমিত্তে তাক এৰিব নোৱাৰে। শেষ বছৰেকীয়া গৱৰ্ণমেণ্টৰ কৃষি বিভাগৰ হিচাপত দেখা যায়, আফু খেতিৰ মাটি কমক ছাৰি বাঢ়িছেহে। গৱৰ্ণমেণ্টে সেই হিচাপে আফিং বেছি পৰিমাণে পাইছে, আৰু তাক বিক্ৰী কৰি আয় বৃদ্ধি কৰিছে। গৱৰ্ণমেণ্টে যদি প্ৰজাৰ মঙ্গল কৰে, বিশেষকৈ আমাৰ আসামৰ, তেন্তে এইদৰে আয় বৃদ্ধিৰ চেষ্টা কৰিলে আমাৰ কেতিয়াও মঙ্গল নহয়। কানিৰ দৰ বঢ়াইছে মানে আৰু পট্টা কৰিছে মানে কানীয়াৰ সংখ্যা নাইবা কানিৰ জোখ কমা দেখা নেযায়।

যোৱা বিশ্বযুদ্ধৰ সময়ৰপৰা বিলাতৰ ৰাগিয়াল বস্তুৰ মূল্য বৃদ্ধি হৈছে। তাৰ ফলত মানুহৰ ৰাগিয়াল বস্তুৰ ৰাপ কিছু কমিছে। বিখ্যাত লিখক গাৰ্ডিনাৰ মহাশয়ে 'নেশ্যন' কাকতত লিখিছে—বিলাতৰ মদৰ কৰ আদায় কৰোঁতাসকলে মদ খোৱাৰ বিপক্ষে মানুহৰ নৈতিক ঘৃণা উৎপাদন কৰিবলৈ যদিও সমৰ্থ হোৱা নাই, কিন্তু সিহঁতৰ [কৰ] টনাটনিকৈ আদায় কৰাৰ ফলত পুহিফুট জংসনৰ প্ৰচাৰ কাৰ্য্যতকৈ অনেক গুণে কাম হৈছে। আমাৰ এই দেশতো যুক্ত প্ৰদেশত ৰাগিয়াল বস্তুৰ ওপৰত কৰ বৃদ্ধি হোৱাত ৰাগিয়াল বস্তুৰ ব্যৱহাৰ কিছু পৰিমাণে কমিছে। কিন্তু আমাৰ আসামত তাৰ সম্পূৰ্ণ বিপৰীত যেন দেখা যায়। মুঠতে ৰাগিয়াল বস্তুৰ বেয়া ফল নিবাৰণ কৰা বা নকৰা গৱৰ্নমেণ্টৰ বাহিৰে আইন কাৰো সাধ্য নাই।

বহুত্ দিনৰেপৰা আমাৰ দেশৰ জনা-বুজা লোকসকলে আমাৰ দেশৰপৰা আফিং বা কানি অতঁৰাবলৈ অহোপুৰুষাৰ্থ কৰাতো একো ফল ধৰা নাই। ৰায় ঘনশ্যাম... ফনীধৰ চলিহা বাহাদুৰ আসাম কাউন্সিলত মেম্বৰ থকা কালত কানিৰ বিপক্ষে ঘোৰ প্ৰতিবাদ কৰাত সেই সময়ত গৱৰ্নৰ বাহাদুৰে তেখেতক টান কথা কৈ অপমান কৰিলত অসমীয়া মাত্ৰকে মনত বৰ অসন্তোষ পালে।

আমাৰ মেম্বৰসকলো বৰ লৰক-ফৰক। যি এবাৰ আব-কাৰীৰ বিপক্ষ হয়, সময়ত তেৱেঁই আকৌ পক্ষ সমৰ্থন কৰে। সেই-বাবে প্ৰজাৰ কল্যাণ প্ৰজাৰ হাততকৈ গৱৰ্নমেণ্টৰ হাতত সৰহ। হাজাৰো সভা কৰক, হাজাৰো পিকেটিং কৰক, যেতিয়ালৈকে গৱৰ্নমেণ্টে আইন কৰি বন্ধ নকৰে, তেতিয়ালৈকে একো ফল নধৰে।*

---

* 'আসাম হিতৈষী'ত প্ৰকাশিত।

০০০

# গছ-ঘিউ

আমাৰ ভাৰতবৰ্ষত যিমানখিনি ঘিউৰ আৱশ্যক, সিমানখিনি ঘিউ উৎপন্ন নহয়। আগেয়ে প্ৰচুৰ ঘিউ উৎপন্ন হৈছিল। প্ৰায় ঘৰে ঘৰে চাকি জ্বলোৱা, হোম দিয়া, এইবোৰ কাম ঘিউৰে কৰিছিল। কোনো লোকে তেল ব্যৱহাৰ নকৰিছিল। গৰুৰ সংখ্যা কমি অহাৰ লগে লগে গাখীৰ-ঘিউও কমি আহিবলৈ ধৰিলে। পিছত, চাকি লগোৱা, হোম দিয়াও বন্ধ হ'ল। অগত্যা য'ত হোম নিদিলেই নহয়, আৰু চৰ্ব্বিও নলগালে নহয়, তেনে ঠাইতহে ঘিউৰ ব্যৱহাৰ থাকিল। সকলো ঠাইতে ঘিউৰ ঠাইত তেল সোমাল।

ঘিউৰ দাম যেতিয়া বাঢ়ি উঠিল, ঘিউৰ কাৰবাৰীবিলাকে মৰা জীৱ-জন্তুৰ গাৰ তেলবোৰ উলিয়াই ঘিউৰ লগত ভাঁজ দি বেচিবলৈ ধৰিলে। অজগৰ সাপৰ তেল বিস্তৰ ওলায়; সিহঁতে ঘিউত তাকো ভাঁজ দিবলৈ এৰা নাই। কলিকতাত ধৰা পৰি বহুত ঘিউৰ মহাজনক (কেপ্তাক) অনেক অৰ্থ-দণ্ড কৰা কাকতে-পত্ৰে পঢ়িবলৈ পোৱা হৈছিল। সেই সময়ত বহুতে ঘিউ ব্যৱহাৰ কৰা একেবাৰে বন্ধ কৰি কেৱল তেলহে ব্যৱহাৰ কৰিবলৈ ধৰিছিল। পিছত তেলৰ দাম বাঢ়ি গৈ ঘিউৰ দামত উঠিল; ঘিউৰ যি দাম বাঢ়িল, আৰু নকমিল। ঘিউত ভাঁজ দিয়া অতি গোপনে হবলৈ ধৰিলে। নানা ৰকম বেমাৰী জন্তুৰ তেল বা চৰ্ব্বিবপৰা দেশৰ স্বাস্থ্যও নষ্ট হবলৈ ধৰিলে।

এতিয়া আকৌ এবিধ গছ-ঘিউ ওলাইছে, তাক "ভেজিটেবল্ প্ৰডাক্ট' নাম দি খুব বিক্ৰী কৰিছে। এই ভেজিটেবল্ প্ৰডাক্ট ঘিউত মিলাই আচল ঘিউ বুলিও বেচিছে। এই বস্তুটো নাৰিকলৰ তেল উলিও-ৱাদি গছৰপৰা উলিয়াইছে। পৰীক্ষা কৰি চাইছে হেনো তাত কোনো অপকাৰী পদাৰ্থ নাই। অপকাৰী পদাৰ্থ নাই বুলিয়েই সি স্বাস্থ্যৰ পক্ষে উপকাৰী হ'ব বুলি ভবা সম্পূৰ্ণ ভুল। আমি যি খাওঁ, তাক স্বাস্থ্যৰ উন্নতিৰ নিমিত্তে। কিন্তু এনে বস্তু কিনি ধন খৰচ কৰি খালে যদি শৰীৰ পুষ্ট নহয়, তেন্তে তাক খোৱাৰ একো গুণ নাই। যি ঘিউ নহয়, তাক ঘিউৰ লগত মিলাই ঘিউ বুলি ভাওনা কৰা, নাইবা ঘিউৰ পৰি-বৰ্ত্তে ব্যৱহাৰ কৰা কেতিয়াও সমৰ্থন কৰিব নোৱাৰি। অনেক আইন কৰাই তাৰ ওপৰত আমদানি কৰ বঢ়াই, তাৰ বহুল প্ৰচাৰ বন্ধ কৰিবলৈ বিশেষ যত্ন কৰিছে। কিন্তু গৱৰ্নমেণ্টে কয়, আইন কৰি তাৰ আম-দানি বন্ধ কৰিলে ঘিউত স্বাস্থ্য-হানিকৰ দূষিত বস্তুৰ ভাঁজ বহুত বাঢ়ি

যাব। কিয়নো, প্ৰয়োজন মতে ইয়াত ঘিউ উৎপন্ন নহয়। গৱৰ্নমেণ্টৰ মতটো সঁচা হলেও, বিদেশৰপৰা অনা গছ-ঘিউ যিমান সোনকালে বন্ধ কৰিব পাৰি, সিমান আমাৰ মঙ্গল। কাৰণ, যদি এই বস্তুটো ঘিউত ব্যৱহাৰ হৈ উঠে, তেন্তে আমাৰ দেশৰ নিহলা গৰুবোৰৰ অৱস্থা আৰু বেয়া হৈ উঠিব। এনেই ৰীতিমত যত্নৰ অভাৱত গো-জাতি আৰু গো-জাতিৰ উৎপন্ন বস্তু গাখীৰ, ঘিউ, মাখন আদি কমি আহিছে, তাতে যদি তাৰ পৰিবৰ্ত্তে গছ-ঘিউ ব্যৱহাৰ হয়, তেন্তে গো-জাতি আৰু গো-জাতিৰ উৎপন্ন বস্তুবিলাকে একেবাৰে পিঠি নিদিব, তাত শঙ্কা কি? হেনজানি গৱৰ্নমেণ্টৰ হতুৱাই তাৰ আমদানি যদি একেবাৰে বেগতে বন্ধ কৰোৱা নেযায়, শেহত্তৰত তাৰ ফল কি বিপদজনক হৈ উঠিব, তাক চিন্তাশীল মানুহ মাত্ৰকেই সহজে বুজিব পাৰে। কেৱল গৱৰ্নমেণ্টৰ আইন সৃষ্টিৰ আশাত চৰ্কাৰৰ মুখ চাই আমি হাত সাৱটি বহি থাকিলেই নহয়; যাতে আমাৰ গো-জাতিৰ উন্নতি হয়, আৰু তাৰ উৎপন্ন বস্তুৰ বৃদ্ধি হয়, তালৈ আমাৰ চকুৰ পানী ওলায়। গাখীৰ মানুহ জাতিৰ প্ৰধান খাদ্য। খাদ্যৰ অভাৱ ঘটাৰ বাবে মানুহৰো শ্ৰীবৃদ্ধি সমূলঞ্চে লুপ্ত পাইছে।

প্ৰত্যেক জিলাৰ মিউনিচিপেলিটি আৰু লোকেলবোৰ্ডবিলাকে এই কথালৈ মন দিলে, আৰু গৱৰ্নমেণ্টেও গা লাগি ধৰিলে বিশেষ উপকাৰ হোৱা আশা কৰিব পাৰি। সকলোৰে চকু দিব লাগে [যাতে] এই ভেজিটেবল্ প্ৰডাক্ট ঘিউৰ নামত আৰু ঘিউৰ পৰিবৰ্তে বজাৰত প্ৰচলিত নহয়। তদুপৰি ভাঁজ দিয়া কুপ্ৰথাটো যাতে একেবাৰে বিনষ্ট হয়, তাৰ আইন সৃষ্টি কৰা আৰু কাৰ্যত পৰিণত কৰিবৰ পুৰুষাৰ্থ কৰা প্ৰজা আৰু গৱৰ্নমেণ্টৰ নিতান্ত কৰ্ত্তব্য।

ভাৰতবৰ্ষৰ অন্যান্য ঠাইতকৈ আমাৰ অসমৰ গো-জাতিৰ অৱস্থা যে একেবাৰে বেজাৰ লগা, তাক কোৱাৰে সকাম নাই। আমাৰ দেশলৈ চিনত ভৰোৱা বিদেশী গাখীৰ, ঘিউ, মাখন আদি গাখীৰৰ উৎপন্ন সকলো বস্তু আহে। আমাৰ মানুহৰ গো-জাতিৰ প্ৰতি একেবাৰে যত্ন নাই। তাৰ অভাৱত অইন দেশৰ মুখলৈ চাব লগা হৈছে। ইয়াতকৈ কিবা বেজাৰ আৰু লাজৰ কথা আছেনে? যি জাতিৰ খোৱা আহাৰ আৰু পিন্ধা কাপোৰৰ সততে অনাটন, সেই জাতিক জাতি বোলাই ভ্ৰম। আমাৰ এই দুয়োবিধ প্ৰধান বস্তুৰ নিমিত্তে অইনৰ মুখলৈ চাব লগা হৈছে।

সম্প্ৰতি আমাৰ প্ৰধান আহাৰ গাখীৰৰ প্ৰতিকাৰ নকৰিলেই গা নোৱোৱাত পৰিছে। সুস্থ মানুহে গাখীৰ খাবলৈ দূৰত থাওক, নৰিয়াই বিশেষ যত্ন কৰিও গাখীৰ এচলু খাবলৈ পোৱা নাই। আমাৰ মনত পৰাতে উত্তম গাখীৰৰ সেৰে হৰতীয়া এটা অৰ্থাৎ এক অনা আছিল, এতিয়া মহাটোতো পাবলৈ নাই। চাৰিগুণ বঢ়াতো নেপায়। সেইদৰে

গৰুৰ মূল্যও বাঢ়িছে। গৰুবোৰো বিজতৰীয়া হ'ল। আমাৰ দেশৰ গৰুতকৈ অইন দেশৰ ছাগলীও ভাল। ইমানতো দেশৰ মানুহে চকু মুদি থাকিলে শেষত কি হে উঠিব, এক্ষেবি দকৈ গমিলে তাক অনায়াসে বুজিব পাৰে। প্ৰথমে চৰণীয়া ঠাইৰ অভাৱ গুচোৱা, দ্বিতীয়তে এই বিজতৰীয়া গৰুবোৰ গুচাই তাৰ ঠাইত এই দেশৰ উপযুক্ত অইন ঠাইৰ ভাল যাঁড় আনি গৰুৰ বংশ ভাল নকৰিলে অইন উপায় নাই। এই কাম প্ৰজা আৰু গৱৰ্ণমেণ্ট দুয়ো একে লগ লাগি কৰিবলৈছে হ'ব। গৰু-ম'হৰ ওপৰত কৰ ধৰা বাবেও গাখীৰৰ দৰ বহুত বাঢ়িছে। উৎপন্নৰ পৰিমাণ কম বাবেও দাম চৰিছে। এতেকে গৱৰ্ণমেণ্টে প্ৰজাৰ উপকাৰলৈ চাই ঘাঁহ-কৰ গুচাই দিয়া নিতান্ত কৰ্ত্তব্য। কাউন্সিল চাকৰীয়া আৰু বে-চাকৰীয়া আটাইবোৰ মেম্বৰে একযোগে নিজ দেশৰ উন্নতিৰ অৰ্থে এই মহৎ কামত প্ৰাণ-পণে যত্ন কৰা নিতান্ত কৰ্ত্তব্য।

গো-জাতিৰ অধোন্নতিত আমাৰ খেতিৰ অৱস্থাও অতি বেয়া। অসম দেশ খেতি-প্ৰধান দেশ; কিন্তু গো-জাতিৰ পতনৰ লগে লগে খেতিৰো পতন হৈছে। গো-জাতিৰ উন্নতিৰ লগে লগে দেশৰ অৱস্থাৰো যে ভাবিব লগীয়া বহুত কথা আছে, সেইবোৰৰ ভাৰ আমাৰ আসাম কাউন্সিলৰ মেম্বৰসকলৰ আৰু গৱৰ্ণমেণ্টৰ ওপৰত থাকিল।*

* 'ঘৰ-জেউতি', ১৯২৮।

# নিৰামিহীয়াৰ সাৰ বল

য়ুৰোপৰ বহুত ব্যায়াম-বীৰে নিৰামিহ আহাৰ কৰি পৃথিৱীত নানা বিধ ব্যায়াম প্ৰদৰ্শনীত যশস্যা লাভ কৰিছে। পূৰ্ব্বে মানুহৰ মনত ধাৰণা আছিল যে, মাল আৰু ব্যায়াম-বীৰসকলৰ পক্ষে আমিষ অৰ্থাৎ মাছ-মঙহ বৰ লাগতিয়াল, তাক নহলেই নহয়। সেই হেতুকে বিলাত, আমেৰিকা আৰু অন্যান্য য়ুৰোপ খণ্ডৰ মাল আৰু ব্যায়াম-বীৰসকল আধা-সিজা বিফ্-ষ্টিক (গৰুৰ মঙহ খৰিকাত দিয়া কাবাব) আৰু আনো অনেক ৰকম উত্তেজক আহাৰৰ বৰ ভক্ত আছিল। সিহঁতৰ মনত ভাব আছিল, ব্যায়ামৰ অৰিয়া-অৰি মহলাত আগেয়ে সেইদৰে আহাৰৰ দিহা নকৰিলে পৰীক্ষাত সাফল্য লাভ কৰিব নোৱাৰিব।

এতিয়া কিন্তু সেই ভাব লুপ্ত পালে। এতিয়া বহুত মাল আৰু ব্যায়াম-বীৰে নিৰামিহ আহাৰ কৰি পৃথিৱীৰ নানা অৰিয়া-অৰি পৰীক্ষাত প্ৰথম ঠাই অধিকাৰ কৰিছে। দৃষ্টান্ত স্বৰূপে ২৫ আৰু ২৬ মাইল দৌৰৰ বাজিত, অলিম্পিক প্ৰতিযোগিতা মহলাত, ৫ মাইল দৌৰৰ বাজিত, মেৰাথন্ দৌৰত, বেলজিয়ামৰ ৫ হাজাৰ মিটাৰ দৌৰত, লেণ্ডছ্-এণ্ডৰ পৰা জন-ও-গ্ৰোট্‌ছ পৰ্য্যন্ত খোজ কঢ়াত, বাইচেকেলেৰে অবিশ্ৰাম ২৪ ঘণ্টাত ৪ শ ২ মাইল ঘোৰাত, ইংৰাজৰ টেনিচ্ প্ৰতিযোগিতা পৰীক্ষাত ১০ বাৰ, মল্ল-যুদ্ধত ১০ বাৰ, গধুৰ বস্তু তোলাত, সাঁতোৰত আৰু পৰ্ব্বত উঠাত নিৰামিহীয়া ব্যায়াম-বীৰসকলে জগতত আটাইতকৈ ওখ ঠাই পাইছে। কাজেই সাৰ বলৰ নিমিত্তে নিৰামিহ আহাৰ কৰা কৰ্ত্তব্য বুলি নকলেও, আত্মাৰ বল যে সাৰ বলতকৈ শ্ৰেষ্ঠ, এই কথা মহাত্মা গান্ধীয়ে নিজৰ জীৱনত ফট্‌ফটীয়াকৈ দেখুৱাইছে। তেওঁ এসময়ত ২১ দিন লঘোন দিছিল। নিৰামিহীয়া মহাত্মা গান্ধী আত্মাৰ বলত বলী আছিল বাবে তেওঁৰ পক্ষে অসম্ভৱো সম্ভৱ হৈছিল। অইনৰ নিমিত্তে কঠিন।*

---

* 'ঘৰ-জেউতি', ১৯২৮।